# মহাকৱি কালিদাসৰ অভিজ্ঞানশাকুন্তলম এক সমীক্ষা

ড° থানেশ্বৰ শৰ্মা, এম. এ., পি. এইচ. ডি
ৰীডাৰ, সংস্কৃত বিভাগ,
গুৱাহাটী বিশ্ববিদ্যালয়,
গুৱাহাটী-১৪




শান্তিদেৱী প্ৰকাশ
গুৱাহাটী - ২৪

**Mahākavi Kālidāsar Abhijñānaśakuntalam** : EK Samīkṣā – A critical analysis of the Kālidāsas **magnum opus** Abhijñāna-śākuntalam, by Dr. Thaneswar Sarmah, M.A., Ph.D. Reader, Sanskrit Department, Gauhati University, Guwahati – 781014 and published by Shrimati Manomati Sharma, B.A., Shanti Devi Prakasha , Shanti Bhavan, Narikalbāri, Geetanagar, Guwahati – 781024

---

**প্ৰকাশিকা ঃ** শ্ৰীমতী মনোমতী শৰ্মা বি এ
শান্তি দেৱী প্ৰকাশ,
গীতা নগৰ, গুৱাহাটী - ২৪

**প্ৰথম প্ৰকাশ ঃ** আগষ্ট, ১৯৯০ চন

**মূল্য ঃ** ৪০·০০ টকা মাত্ৰ

**মুদ্ৰক ঃ**
শ্যামাচৰণ মুখোপাধ্যায়
কল্পনা প্ৰিন্টাৰ্চ
১৩৮, বিধান সৰণী
কলিকতা-৪

# সূচীপত্ৰ

# উছৰ্গা

সংস্কৃত ভাষা-সাহিত্যানুৰাগী সকলো অসমীয়া পাঠকলৈ এই গ্ৰন্থখনি আগবঢ়ালোঁ।

-গ্ৰন্থকৰ্তা।

# পাতনি

বিশ্ববৰেণ্য মহাকবি কালিদাসৰ অনুপম কৃতি অভিজ্ঞানশাকুন্তলম্। ইয়াৰ প্ৰশংসা চিৰদিন ভাৰতবৰ্ষত প্ৰবৰ্তিত আছে। অজান কবিৰ শ্লোক এটিয়ে তাৰেই স্বাক্ষৰ বহন কৰে: 'কাব্যেষু নাটকং ৰম্যং তত্ৰ ৰম্যা শকুন্তলা।' কিন্তু ভাৰতৰ চাৰিসীমাই এই অসামান্য কবিকৃতিৰ পৰিধি সীমিত কৰি ৰাখিব পৰা নাই। ই এতিয়া বিশ্বৰ মহৎ কবিকৃতিবিলাকৰ অন্যতম বুলি সমাদৃত হৈছে। ইয়াৰ চৰ্চা বিশ্বৰ প্ৰায় সকলো সুখ্যাত মহৎ ভাষাসমূহত হৈছে (অন্যত্ৰ সেই বিষয়ক আলোচনা এই গ্ৰন্থতে পাব)। ভাৰতৰ সকলো ভাষাতে ইয়াৰ চিন্তা-চৰ্চা হৈছে। সাধাৰণ পাঠক সমাজৰ ই শ্ৰদ্ধাৰ প্ৰতীক।

অভিজ্ঞানশাকুন্তলম্ দেশ-বিদেশৰ বিশ্ববিদ্যালয়সমূহৰ স্নাতক বা স্নাতকোত্তৰ সংস্কৃত শ্ৰেণীসমূহত অৱশ্য-পাঠ্য বুলি পৰিগণিত হৈছে। আনকি যি কোনো আধুনিক ভাষা-সাহিত্যৰ ছাত্ৰ-ছাত্ৰীৰ বাবেও ই পাঠ্যৰূপে নিৰ্দিষ্ট হৈ আছিছে। হিন্দী-বঙালিকে ধৰি কোনো কোনো ভাষাত এই নাটকৰ ওপৰত সমীক্ষাত্মক গ্ৰন্থ প্ৰকাশিত হৈছে। কিন্তু সামগ্ৰিকভাৱে কাব্যিক, শাস্ত্ৰীয় আৰু সাংস্কৃতিক দিশবোৰৰ আলোচনা একেলগে ক'তো হোৱা চকুত পৰা নাই। সেইবাবে ইয়াৰ সকলোবোৰ দিশৰ ওপৰত আলোকপাত কৰি শোধ প্ৰবন্ধ প্ৰস্তুত কৰাৰ প্ৰয়োজনীয়তা নিশ্চয় আছে।

অসমীয়া ভাষাত প্ৰবন্ধ-নিবন্ধৰ পুথি প্ৰণয়নৰ প্ৰয়োজনীয়তা সম্বন্ধে নকৈ কোৱা অনাৱশ্যক। ১৯৭২ চন মানতে ছাত্ৰ আৰু সাধাৰণ পাঠকৰ দাবীৰ প্ৰতি লক্ষ্য ৰাখি অসমীয়াতে অভিজ্ঞানশাকুন্তলমৰ প্ৰায় সকলো দিশ সামৰি এক 'সমীক্ষা গ্ৰন্থ' ৰচনা কৰাৰ প্ৰেৰণাই মনত বাহ লৈছিল। তাত উদ্‌গনি যোগাইছিল নগাঁও মহাবিদ্যালয়ৰ ভূতপূৰ্ব উপাধ্যক্ষ আৰু সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীযুত দীনেশ চন্দ্ৰ দত্ত তালুকদাৰদেৱে।

সেই মৰ্মতে গ্ৰন্থখন প্ৰস্তুত কৰাৰ এক আঁচনি প্ৰস্তুত কৰা হয়। তাত নাট্যকাৰৰ জীৱন বৃত্ত, কাল, ৰচনাৰ ক্ৰম সহ অভিজ্ঞানশাকুন্তলমৰ ওপৰত সামগ্ৰিকভাৱে আলোকপাত কৰাৰ আঁচনি লোৱা হয়। সেই আঁচনি অনুসৰি কামত হাত দিয়া হয়। ভালেখিনি লিখি অভিভাৱকেও 'সজ প্ৰতিলিপি' (Fair Copy) প্ৰস্তুতত আলম-লম হ'ল। ১৯৭৬-৭৭ চনত ভালেখিনি 'সজ প্ৰতিলিপি' কৰা হ'ল যদিও '৭৭ চনৰ সময়ত গৱেষণাৰ বাবে লিখক যাবলগীয়া হ'ল পুণালৈ।

গৱেষণাৰ বিষয় কাব্য-সাহিত্য নহৈ বেদ-বিষয়ক হোৱাত 'বুদ্ধি বেদ অজ্ঞানত জড় প্ৰায়' হ'ল ৩/৪ বছৰলৈ। গতিকে শকুন্তলাই দূৰতে অপেক্ষা কৰি ৰ'ল। '৮০ চনৰ শেষ দশাত ৰাজ্যলৈ উজতি আহিয়ো শকুন্তলা চৰ্চাত মন দিব পৰা নহ'ল। ১৯৮৩ চনত ইয়াৰ সাংস্কৃতিক দিশৰ ওপৰত কিছু কাম আৰম্ভ কৰা হ'ল। তথাপি বাঞ্ছিত ফল সুদূৰ পৰাহত। অন্য বিষয়ৰ প্ৰতি মনোযোগ দিবলগীয়া হোৱাত গোটেই গ্ৰন্থখন সম্পূৰ্ণ কৰোঁতে আকৌ সময় ল'লে। বিশেষতঃ 'গ্ৰন্থসূচী বিষয়ক' (Bibliographical) প্ৰবন্ধ এটিৰ বাবে সহায়ক গ্ৰন্থ বিচাৰি হাবাথুৰি খোৱা গ'ল। সদৌ শেষত হাতত থকা সমলেৰে যোৰা মৰা হ'ল।

গ্ৰন্থখন সম্প্ৰতি চাৰিটা অধ্যায়ত ভগোৱা হৈছে। প্ৰথম অধ্যায়ত মহাকবি কালিদাসৰ জীৱন আৰু ব্যক্তিত্ব চমুৱাই আলোচনা কৰাৰ লগতে কবিৰ কাল সম্বন্ধে থকা বিভিন্ন মতবাদ তুলি ধৰা হৈছে। ইয়াৰেসৈতে কবিৰ ৰচনা ৰাজিৰ 'ৰচনাৰ ক্ৰম' আৰু অভিজ্ঞানশাকুন্তলম্ নাটকৰ প্ৰাচীৰ্য ধাৰা সম্বন্ধেও সংক্ষিপ্ত আলোচনা আগবঢ়োৱা হৈছে।

দ্বিতীয় অধ্যায়টিত অভিজ্ঞানশাকুন্তলম্ নাটকৰ বিশদ আলোচনা আগবঢ়োৱা হৈছে। নাটকৰ নামাকৰণ, নান্দী, আমুখ/প্ৰস্তাৱনাৰ সম্যক আলোচনা কৰাৰ পাছত নাটকৰ কথাবস্তু চমুৱাই তুলি ধৰা হৈছে। তাৰ পাছতে নাটকীয় বিষয়ৰ উৎস আৰু নাট্য প্ৰয়োজনত কৰিয়ে কৰা পৰিবৰ্তনৰ ওপৰত আলোকপাত কৰা হৈছে। পৰৱৰ্তী পৰ্যায়ত নাটকীয় ঘটনাৰ স্থান, কাল, আৰু কাৰ্যৰ বিস্তৃত বিশ্লেষণ আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে। পিছৰ পৰ্যায়ত নাটকীয় কথাবস্তুৰ পাঁচ সন্ধি, পাঁচ অৱস্থা আৰু পাঁচ অৰ্থপ্ৰকৃতি সম্বন্ধে শাস্ত্ৰীয় বিবেচনা দাঙি ধৰা হৈছে। ইয়াৰ পিছতে নাটকীয় চৰিত্ৰসমূহৰ বিশ্লেষণ কৰিবলৈ যত্নপৰ হৈছোঁ। মুখ্য চৰিত্ৰসকলৰ বিশ্লেষণ কৰিয়েই আমি ক্ষান্ত থকা নাই, মধ্যমীয়া আৰু ক্ষুদ্ৰ বা লঘু চৰিত্ৰ সমূহৰো মূল্যায়ন কৰিবলৈ প্ৰয়াস কৰা হৈছে। যিহেতু নাটকত ক্ষুদ্ৰ চৰিত্ৰৰ পৰিবেশনেও নাট্যবস্তুৰ সিদ্ধিত প্ৰয়োজনীয় অৰিহণা দিছে সেয়ে আমি এনেবোৰ চৰিত্ৰৰ সম্যক বিশ্লেষণৰ ওপৰতো যথেষ্ট গুৰুত্ব আৰোপ কৰাৰ প্ৰয়োজন বোধ কৰিছোঁ। কাশ্যপ কণ্ব তুলনাত কৰভকৰ চৰিত্ৰক আমি উলাই কৰিব বিচৰা নাই। কিয়নো ক্ষুদ্ৰ চৰিত্ৰ হ'লেও কৰভৰ বাৰ্তাই বিদূষকক আশ্ৰমৰপৰা আঁতৰাই নিনিলে পঞ্চম অঙ্কত নেলাগে তাৰো আগতে হয়তো নাট্য-সৌন্দৰ্য হানিৰ সম্ভাৱনা আছিল।

এই অধ্যায়ৰ শেষতে দুৰ্বাসাৰ অভিশাপ, আঙঠিৰ বৃত্তান্ত, অতি প্ৰাকৃতিক উপাদান, প্ৰকৃতি আৰু কলৰ দৰে বিষয়ৰ ওপৰত সবিশেষ আলোচনা কৰা হৈছে।

তৃতীয় অধ্যায়ত অভিজ্ঞানশাকুন্তলম্ নাটকত পোৱা সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰা হৈছে। সমাজত নাৰীৰ স্থান, তদানীন্তন শিক্ষা-ব্যৱস্থা, ৰাজস্ব, দায়াধিকাৰ, ব্যৱসায়-বাণিজ্য, কৃষি-শিল্প, বহু দেৱবাদ, শৈৱবাদ আদি ধৰ্মীয় বিশ্বাস, লোক-বিশ্বাস, অতিথি সৎকাৰ আদি নানান সামাজিক তথা সাংস্কৃতিক দিশ এই অধ্যায়ত সামৰি লোৱা হৈছে।

চতুৰ্থ অধ্যায়ত আন কেইটিমান বিষয় অন্তৰ্ভুক্ত কৰা হৈছে। ইয়াৰ ভিতৰত শাকুন্তলম্ আৰু শ্বেক্সপীয়েৰৰ 'টেম্পেষ্ট' নাটকৰ তুলনা অন্যতম বিষয়। নাটকৰ পশ্চাদভূমিত পোৱা ভৌগলিক অৱস্থান আৰু বিষয়বস্তুৰে সাঙোৰ খাই থকা প্ৰাগৈতিহাসিক ভাৰতবৰ্ষৰ বুৰঞ্জীৰ এছোৱাও স্পৰ্শ কৰা হৈছে। চন্দ্ৰবংশৰ বংশাৱলীত দুষ্যন্ত আৰু ভৰতৰ স্থান কিমান খিনিত তাকে বুজাত এই খণ্ড সহায়ক হ'ব। সদৌ শেষত দেশ আৰু বিদেশৰ বিভিন্ন ভাষাত শকুন্তলা চৰ্চাই কিদৰে ব্যাপকতা আৰু জনপ্ৰিয়তা লাভ কৰিছে তাকে সংক্ষিপ্তকৈ দাঙি ধৰা হৈছে। গ্ৰন্থসূচী দীঘলীয়া নকৰি নিৰ্বাচিত পুথিৰ তালিকাহে দাঙি ধৰা হ'ল।

অভিজ্ঞানশাকুন্তলম্ নাটকৰ ওপৰত এককভাৱে সম্যক আলোচনা অসমীয়া নালাগে অন্যবোৰ ভাৰতীয় ভাষাতো বৰ কমেই চকুত পৰে। নাটকৰ সম্পাদকে কৰা চমু আলোচনা নাটকৰ পাতনিতে সীমিত হৈ থকা দেখা যায়। আমাৰ গ্ৰন্থত তেনে সম্পাদকসকলৰ মতামতে যোগ্য স্থান পাইছে। বহু বিষয়ত নিজস্ব দৃষ্টিভঙ্গী আৰু মতামতো দাঙি ধৰাৰ প্ৰয়াস চকুত পৰিব। ১৫/১৬ বছৰ ধৰি সুদীৰ্ঘ কাল এছোৱাত গ্ৰন্থৰ বিভিন্ন দিশৰ ওপৰত লিখা কাম চলিছিল যেতিয়া ৰচনাৰ মাজত দোষত্ৰুটী সোমোৱা অস্বাভাৱিক নহয়। বিশেষতঃ ভাৱৰ সামঞ্জস্য ব্যাহত হোৱাৰ ভয়ে তেনে অৱস্থাত ভুমুকি মাৰে। অজানিতে হ'ব পৰা তেনে বিচ্যুতিৰ বাবে পাঠকৰ ওচৰত ক্ষমা বিচাৰি থলোঁ।

শ্ৰীথানেশ্বৰ শৰ্মা
শান্তি ভৱন, নাৰিকলবাৰী
গুৱাহাটী-২৪,



# প্ৰথম অধ্যায়

## মহাকবি কালিদাসৰ ব্যক্তিত্ব

ভাৰতবৰ্ষত মহাকবি কালিদাসৰ নাম নুশুনা লোক নাই। বৰ্তমান সমগ্ৰ বিশ্বতে কালিদাসৰ নাম-যশ প্ৰসাৰিত হৈছে। অকল সেয়ে নহয় কালিদাসক বিশ্বৰ নমস্য কবিসম্ৰাট কেইজনৰ অন্যতম বুলি কব লাগিব। কিন্তু অদৃষ্টৰ কি পৰিহাস! প্ৰসিদ্ধিৰ উচ্চতম চূড়াত আহোৰণ কৰা এনেহেন কবিজনৰ জীৱন গাথা, জন্মস্থান আৰু কাল সম্বন্ধে বিশ্ববাসীয়ে খাটাংকৈ কোনো কথাকে নাজানে। যদিও এইষাৰ কথা সংস্কৃত সাহিত্যৰ প্ৰায় সকলো কবি-সাহিত্যিকৰ ক্ষেত্ৰতে সমান ভাবে খাটে,তথাপি কালিদাসৰ বেলিকা ই এক চৰম দৈন্যৰ পৰিচয় দিয়ে।এই মহাকবিজনৰ জীৱন, জন্মস্থান আৰু কাল লৈ কোনো বিশ্বাসযোগ্য প্ৰমাণ(?) নথকা বাবে তেওঁক লৈ ভালেমান মুখৰোচক, অথচ অসম্ভাব্য কিম্বদন্তি জনমানসত উটি-ভাহি ফুৰিছে। অৱশ্যে এই কিম্বদন্তিবিলাকে ভাৰতীয় জনমানসত কালিদাসৰ জনপ্ৰিয়তাৰ মান নিৰূপণত নিশ্চয় আমাক সহায় কৰে। তথাপি ইবোৰ ইতিমধ্যে উৰলি যোৱা ইতিহাসক অধিক বিকৃত আৰু ক্ষত-বিক্ষত নকৰি থকা নাই।

**কালিদাস সম্বন্ধীয় পৰম্পৰাৰ স্বাক্ষৰ-**

ভাৰতীয় পৰম্পৰাই মহাকবি কালিদাসক বিক্ৰমাদিত্য নামে কোনো এজন ৰজাৰেসৈতে সাঙুৰি থোৱাটো এক গুৰুত্বপূৰ্ণ কথা। জনপ্ৰবাদ অনুসৰি বিক্ৰমাদিত্য ৰজাৰ ৰাজসভাত 'নৱৰত্ন' বুলি সুখ্যাত ন জন পণ্ডিতে বিৰাজ কৰিছিল। সেই ন জন সভাকবিৰ নাম তলৰ শ্লোকত এনেদৰে পোৱা যায়-

ধন্বন্তৰিক্ষপণকামৰসিংহশঙ্কুবেতালভট্টঘটকৰ্পৰকালিদাসঃ।
খ্যাতো ৰৰাহ মিহিৰো নৃপতেঃ সভায়াং ৰত্নানি বৈ ৰৰুচিৰ্নৱবিক্ৰমস্য ॥১

'ধন্বন্তৰি,ক্ষপণক, অমৰসিং,শঙ্কু,বেতালভট্ট,ঘটকৰ্পৰ, কালিদাস,বৰাহমিহিৰ আৰু বৰৰুচি নামে ন জন পণ্ডিত বিক্ৰমাদিত্য ৰজাৰ সভাত নটি ৰত্ন স্বৰূপ আছিল।'

ইয়াত বিভিন্ন কালৰ কেইবাজনো কবি-সাহিত্যিক- নাট্যকাৰক একে সূত্ৰৰ ডোলেৰে বান্ধিছে। দেখাতে এয়া এক হাস্যজনক প্ৰস্তাৱ বুলি প্ৰতীয়মান হৈছে। কিয়নো বিভিন্ন কালত জন্মা এই খ্যাতিমন্ত লোকসকলক যিকোনো ৰজাৰ সভাত একেলগে পোৱাটো এক অচিন্তনীয় কথা। কিন্তু বিক্ৰমাদিত্য নামে অথবা উপাধিযুক্ত এক ৰজাৰেসৈতে কালিদাসৰ যোগসূত্ৰ থকাটো এক ষকে শিপোৱা ভাৰতীয় পৰম্পৰা আৰু ইয়াক সহজে উলাই কৰা নাযায়। কালিদাসৰ বিভিন্ন

গ্ৰন্থত পোৱা 'বিক্ৰম' শব্দটিৰ ব্যৱহাৰো এই প্ৰসংগত বেচ তাৎপৰ্যপূৰ্ণঃ যেনেঃ- (১) 'দিষ্ট্যা মহেন্দ্ৰোপকাৰপৰ্যাপ্তেন বিক্ৰমমহিম্না বৰ্ধতে ভৱান্' (বিক্ৰঃ ১)। (২) 'অনুৎসেকঃ খলু বিক্ৰমালঙ্কাৰঃ' (বিক্ৰঃ ১)। (৩) 'বিক্ৰমোৰ্বশীয়ম্' নাটকৰ নামটিও কম তাৎপৰ্যপূৰ্ণ নহয়।

এইবোৰ উল্লেখে কালিদাস কোনো বিক্ৰমাদিত্য ৰজাৰ সভাকৱি আছিল বুলি সহজে পতিয়ন নিয়াব পাৰে সঁচা; কিন্তু মহাকৱি কালিদাসৰ পৃষ্ঠপোষকতা কৰা এই বিদ্যাবিনোদ বিক্ৰমাদিত্যজননো কোন আছিল তাক নিৰূপণ কৰাটোহে দুঃসাধ্য কথা। এই লৈ পণ্ডিতসকলৰ মাজত বাদানুবাদৰ ওৰ পৰা নাই। ভাৰতবৰ্ষত বিভিন্নজন ৰজাই বিক্ৰমাদিত্য খিতাপ লৈ ৰাজপাট ভোগ কৰি গৈছে। সেয়ে সমস্যা জটিলতৰ কৰি তুলিছে।

পৰম্পৰা অনুসৰি কালিদাস আছিল উজ্জয়িনীৰ অধিবাসী। বিক্ৰমাদিত্যাই উজ্জয়িনীত ৰাজধানী পাতিয়েই দেশ শাসন কৰিছিল। কালিদাস বিৰচিত খণ্ডকাব্য মেঘদূতত উজ্জয়িনীৰ প্ৰশংসো পঢ়িবলৈ পোৱা যায়। উজ্জয়িনীৰ লগতে তাৰ স্থলাধিষ্ঠ দেৱতা মহাকাল আৰু ওচৰেৰে প্ৰৱাহিত শিপ্ৰা নদীৰ মনোগ্ৰাহী বৰ্ণনাও কবিয়ে দিবলৈ পাহৰা নাই। এনেবোৰ প্ৰামাণ্যই কালিদাসক উজ্জয়িনীৰ বাসিন্দা হিচাপে লোকৰ মনত বিশ্বাস জন্মোৱাত সহায় কৰে।

একে পৰম্পৰাৰ আঁত ধৰি জনা যায় যে কবি কালিদাস কোনো এক ব্ৰাহ্মণ কুলত জন্মিছিল। ল'ৰালিকালতে তেওঁৰ পিতৃ-মাতৃৰ বিয়োগ হোৱা বাবে কোনো এজন পশুপালকৰ আপডালত তেওঁ ডাঙৰ-দীঘল হয়। জীৱনৰ ওঠৰ বছৰলৈকে কিশোৰ কালছোৱাও তেওঁ গৰখীয়াসকলৰ মাজতে অতিবাহিত কৰে। সেই শৈশৱ বয়সলৈকে তেওঁ শিক্ষাৰ পোহৰ দেখা পোৱা নাছিল। অদৃষ্টৰ পৰিহাসক্ৰমে তেওঁ বিদ্যাৱতী নামে এজনী বিদুষী ৰাজকুমাৰীৰ পাণি গ্ৰহণ কৰে। ৰাজমন্ত্ৰীয়ে কোনো কাৰণত সেই বাবে ৰাজকুঁৱৰীৰদ্বাৰা অপদস্থ হৈ তাৰ পোটক তুলিবলৈকে গৰখীয়া ল'ৰা কালিদাসক পণ্ডিতৰ বেশত সজাই পৰাই আনি ৰাজকুঁৱৰীৰসৈতে বিয়া দিয়ায়। অৱশেষত ৰাজকুঁৱৰীয়ে মন্ত্ৰীৰ ছলনাৰ ভূ পালেও তাৰ প্ৰতিকাৰ কৰিবলৈ সময় উকলি গ'ল। বিয়া সময়মতে সুসম্পন্ন হৈ যায়। বিয়াৰ পাছত ৰাজকুমাৰীৰ উপদেশমতে তেওঁৰ স্বামীয়ে বিদ্যা লাভৰ বাবে দেৱী কালিকাৰ উপাসনা কৰে। বহু স্তুতি-নতিৰ পাছতো তেওঁ কালীৰ কৃপা লাভ কৰাত অসমৰ্থ হৈ আত্মহত্যা কৰিবলৈ উদ্যত হয়। এনে দুঃসাহস দেখি কালীয়ে তেওঁক দেখা দি এজন মহান কবি হ'বলৈ বৰদান কৰে।

দেৱী কালিকাৰ অনুগ্ৰহ লাভ কৰি কালিদাসে ঘৰলৈ উভতি আহে। তেওঁক দেখি পত্নীয়ে প্ৰশ্ন কৰে 'অস্তি কশ্চিদ্ ৱাগ্ বিশেষঃ'? দেৱী কালিকাৰ বৰেৰে অনুপ্ৰাণিত হোৱা কবি কালিদাসে উক্ত প্ৰশ্নবোধক বাক্যৰ প্ৰতিটো শব্দেৰে আৰম্ভ কৰি এখন এখনকৈ চাৰিখন মহান কাব্য গ্ৰন্থ ৰচনা কৰে। সেইমতে কবিজনে 'অস্তি' শব্দেৰে কুমাৰসম্ভৱ[২] 'কশ্চিদ্' শব্দেৰে মেঘদূত[৩], 'ৱাক্' শব্দেৰে 'ৰঘুবংশম্'[৪] আৰু 'বিশেষ' শব্দেৰে 'ঋতুসংহাৰ কাব্য'[৫] ৰচনা কৰে।

আকৌ কোৱা হয় যে কালিদাসে পত্নীৰ পৰাঅনুপ্ৰেৰণা লাভ কৰি কাব্য ৰচনা কৰিছিল বাবে তেওঁ হেনো পত্নীক 'মাতৃ' বুলি সম্বোধন কৰিছিল। তাতে কষ্ট হৈ তেওঁৰ পত্নীয়ে ' কৱিজনে কোনো নাৰীৰ হাতত্তে মৃত্যুবৰণ কৰিব লাগিব বুলি অভিশাপ দিছিল। পত্নীৰ অভিশাপৰ ফলত কৱিয়ে এজনী বেশ্যাৰ হাতত মৃত্যু বৰণ কৰিছিল বুলি জনশ্ৰুতি আছে।

জনশ্ৰুতি অনুসৰি সিংহলৰ ৰজা কুমাৰ দাস মহাকৱি কালিদাসৰ পৰম বন্ধু আছিল। তেওঁ সিংহলৰ নৃপতিক দেখা কৰিবলৈ এবাৰ সেই দেশলৈ গৈ লক্ষ্মীৰা নামে বেশ্যাৰ ঘৰত এৰাতি আলহি হৈ ওলালগৈ। বেশ্যাৰ ঘৰতে তেওঁ শুনিবলৈ পালে যে সিংহলৰ ৰজাই এটি সমস্যাপূৰ্তিৰ বাবে পুৰস্কাৰ ঘোষণা কৰিছে! সমস্যামান শ্লোকৰ প্ৰথম পাদ দুটি আছিল এনেঃ

'কমলে কমলোৎপত্তিঃ শ্ৰূয়তে নতু দৃশ্যতে।'

কালিদাসে বেশ্যাৰ মুখত শ্লোকৰ প্ৰথম দুই পাদ শুনিয়েই তপৰাই শেষৰ দুই পাদ পূৰণ কৰি ক'লেঃ

'বালে তৱ মুখাম্ভোজে কথমিন্দীৱৰদ্বয়ম্।।'

বেশ্যাই থাউকতে সমস্যাপূৰ্তি হোৱা দেখি নিজে লক্ষ মুদ্ৰাৰ পুৰস্কাৰ পোৱাৰ লোভত গোপনে কালিদাসক বধ কৰিলে। বেশ্যাই সমস্যাপূৰ্তিৰ বাবে ৰজাৰ পৰা পুৰস্কাৰ দাবী কৰাত ৰজাৰ মনত সন্দেহৰ ভাৱৰে দেখা দিলে। ৰজাই ভীতি প্ৰদৰ্শন কৰি বেশ্যাক ভালদৰে সুধিলত তাই কালিদাসে সমস্যাপূৰ্তি কৰা আৰু ধনৰ লোভত কৱিক নিজে হত্যা কৰা কথা সৈ কাঢ়িলে। সমস্যাপূৰ্তিৰ ঘোষণাৰ ফলত কালিদাসৰ মৃত্যু সংঘটিত হোৱা বাবে ৰজা কুমাৰদাসে মনত বৰ আঘাত পালে। অনুতাপত দগ্ধ হৈ ৰজাই কালিদাসৰ দেহ সংকাৰ কৰা চিতাগ্নিতে আত্মাহুতি দিলে।

আন এটা কিম্বদন্তিয়ে কালিদাসক নাট্যকাৰ ভৱভূতিৰ ওচৰ চপাই আনিছে। এই কিম্বদন্তিমতে ভৱভূতিয়ে উত্তৰৰামচৰিত নাটকৰ ৰচনা সম্পূৰ্ণ কৰি কালিদাসৰ হাতত তুলি দি তেওঁৰ মতামত বিচাৰিলে। সেই সময়ত মহাকৱি কালিদাসে সতৰঞ্জ (তবা) খেলি আছিল। তেওঁ নাটকখন পঢ়ি যাবলৈ ভৱভূতিক নিৰ্দেশ দি সতৰঞ্জ খেলি থাকিল। ভৱভূতিয়ে নাটকখন পঢ়ি গ'ল যদিও তেওঁ মনতে ভাবিবলৈ ধৰিলে যে কালিদাসে তেওঁক অৱজ্ঞা কৰিছে। তেওঁ গোটেই নাটকখন পঢ়ি উঠাৰ পাছত কালিদাসে মন্তব্য দিলে যে ভৱভূতিৰ নাটকখন সুন্দৰ হৈছে। মাত্ৰ এঠাইত এটা শ্লোকত (উৰা ঃ ১।২৭) 'ৰাত্ৰিৰেৱং ব্যৰংসীৎ' বাক্যাংশৰ ঠাইত 'ৰাত্ৰিৰেৱ ব্যৰংসীৎ' হোৱা উচিত বুলি অভিমত দিলে। সন্দেহ নাই যে এই কিম্বদন্তিটো বৰ মনোমোহা আৰু অপূৰ্ব সুন্দৰ। তথাপিও দুয়োজন কৱিৰ সময় সূচীলৈ চাই এনে কিম্বদন্তিক পানীৰ পিঠে বুলি নকৈ নোৱাৰি।

এনেবোৰ পৰম্পৰাগত গল্প-গুজৱৰ কোনো ঐতিহাসিক বা যুক্তিসঙ্গত ভেটি দেখা নাযায়। তথাপি ইবোৰে অন্ততঃ প্ৰমাণ কৰে যে (১) কালিদাস এজন অতিশয় জনপ্ৰিয় আৰু সুপ্ৰসিদ্ধ কৱি আছিল; (২) তেওঁ কোনো এক বিক্ৰমাদিত্যৰ সভাকৱি আছিল আৰু (৩) তেওঁ যথাসম্ভৱ উজ্জয়িনী নগৰৰ অধিবাসী আছিল।

কালিদাসৰ জীৱন আৰু জন্মস্থান সম্বন্ধীয় পৰম্পৰাগত কিম্বদন্তি বিষয়ক সামান্য আলোচনা ওপৰত তুলি ধৰা হ'ল। এতিয়া কবিজনৰ ৰচিত গ্ৰন্থবোৰৰ পাতত তেওঁৰ ব্যক্তিত্ব সম্বন্ধে পোৱা অন্তৰঙ্গ তথ্যবোৰ আলোচনা কৰা প্ৰয়োজন। কিয়নো কোনো এজন গ্ৰন্থকৰ্তাৰ ৰচনাৰাজিৰ মাজত তেওঁৰ নিজৰ জীৱন সম্বন্ধীয় কেতবোৰ খুটি-নাটি থকা কথা পোৱাটোত আচৰিত হ'বলগীয়া একো নাই। কালিদাসেও অজ্ঞাতসাৰে বা জ্ঞাতসাৰে তেওঁৰ জীৱনচৰিতৰ আভাস অ'ত ত'ত এৰি থৈ যোৱাটোও সম্ভৱ। গতিকে কবিজনৰ গ্ৰন্থত সিঁচৰিত হৈ থকা তেনেবোৰ টুকুৰা তথ্যৰদ্বাৰা তেওঁৰ জীৱন গাথা পুনৰ্নিৰ্মাণ কৰা সম্ভৱ। তলত তেওঁৰ গ্ৰন্থৰাজিৰ পৰা সংগৃহীত কবিৰ জীৱনৰসৈতে সম্পৰ্ক থকা কেতবোৰ তথ্য বিবেচনা কৰা হৈছে।

(১) পূৰ্বতে কৈ অহা হৈছে যে কালিদাস ৰজা বিক্ৰমাদিত্যৰ সভাকবি আৰু উজ্জয়িনী নিবাসী লোক আছিল।

(২) তেওঁ আছিল উচ্চবৰ্ণৰ ব্ৰাহ্মণ বংশোদ্ভৱ লোক। ঋষি-মুনি, শ্ৰোত্ৰিয় ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ, আশ্ৰম-ব্যৱস্থা আৰু বেদ আৰু বেদোক্ত যজ্ঞাদিৰ ভূয়সি প্ৰশংসা তেওঁৰ গ্ৰন্থৰ ছত্ৰে ছত্ৰে প্ৰশংসিত হোৱাটোৱে উক্ত কথা প্ৰমাণ কৰে। তদুপৰি অভিজ্ঞানশাকুন্তলমৰ পাতত তেওঁ ঋক্‌ছন্দৰ অনুকৰণ কৰিছে ঃ

অমী বেদিং পৰিতঃ ক্লৃপ্তধিষ্ণ্যা সমিদ্বন্তঃপ্ৰান্তসংস্তীৰ্ণদৰ্ভাঃ

অপঘ্নন্তো দুৰিতং হব্যগন্ধৈৰ্বৈতানস্ত্বাং বহ্নয়ঃ পাৰয়ন্তু৬

তদুপৰি শকুন্তলা নাটকত ১ম-৩য় অঙ্কত কণ্বৰ আশ্ৰম আৰু ৭ম অঙ্কত মাৰীচৰ আশ্ৰম আৰু ৰঘুবংশম্ মহাকাব্যৰ ২য় সৰ্গত বশিষ্ঠৰ আশ্ৰমৰ চমৎকপ্ৰদ বৰ্ণনা পোৱা যায়।

(৩) পৰম্পৰাগত কিম্বদন্তি শ্ৰেণীয়ে সমৰ্থন নকৰিলেও তেওঁৰ বৰ্ণনাৰ পৰা এই কথা সহজে ধৰিব পাৰি যে তেওঁ গুৰুকুলত শিক্ষা লাভ কৰিছিল। ওপৰত উল্লেখিত বশিষ্ঠাশ্ৰম বা কণ্বাশ্ৰম আদিত তেনে গুৰুকুল শিক্ষাই প্ৰবৰ্তিত আছিল আৰু তাৰ প্ৰশংসা কালিদাসে সুচতুৰভাৱে দাঙি ধৰিছে। ৰঘুবংশৰ ২।৬৩ শ্লোকত গুৰু ভক্তিৰ প্ৰশংসা কৰি কবিজনে কৈছে ঃ

"ভক্ত্যা গুৰৌ ময়ানুকম্পয়া চ প্ৰীতাস্মি তে পুত্ৰ বৰং বৃণীষ্ব।"

গুৰুকুলত থাকি সমিৎ, দৰ্ভ আদি আহৰণ, গুৰু প্ৰমুখ্যে আশ্ৰমৰ আন সকলো অধিবাসীলৈ সেৱা-শুশ্ৰূষা আগবঢ়োৱা, ব্ৰহ্মচাৰীৰূপে আচৰণ কৰা কঠোৰ ব্ৰত আদি কালিদাসে নিজৰ অভিজ্ঞতাৰ বলতে শকুন্তলা আদি গ্ৰন্থৰ পাতত লিপিবদ্ধ কৰি যোৱা ভাবিব পাৰি। প্ৰাচীন কালত ভাৰতত প্ৰৱৰ্তিত গুৰুকুলবোৰ অকল প্ৰাথমিক শিক্ষাৰ কেন্দ্ৰই নাছিল বৰঞ্চ সিবোৰৰ মান আছিল আজি-কালিৰ উচ্চশিক্ষাৰ কেন্দ্ৰ বিশ্ববিদ্যালয়ৰ সমকক্ষ। কুলপতি শব্দৰ তাৎপৰ্যৰ দ্বাৰাও এনে বোধ জন্মে যে তেতিয়া সেই গুৰুকুলবোৰ বিদ্যাৰ্থীৰে ঠাহ খাই আছিল। পঞ্জাবৰ তক্ষশিলা, বিহাৰৰ নালন্দা, কাথিয়াৱাৰৰ বলভী আৰু মালৱাৰ উজ্জয়িনী আদি আছিল এনে গুৰুকুল শিক্ষাৰ কেন্দ্ৰস্থল। সম্ভৱতঃ মহাকবি কালিদাসে এনে কোনো এক গুৰুকুলতে থাকি বিশেষ জ্ঞান আৰু কাব্য প্ৰতিভাৰ বোধন কৰিছিল।

এনে পৰম্পৰাগত শিক্ষাত আস্থা থকা যাবে কৰিয়ে ৰঘুৰ বিদ্যাগ্ৰহণ প্ৰসংগত কৈছে-
'লিপেৰ্যথাৱদ্গ্ৰহণেন বাঙ্ময়ং নদীমুখেনের সমুদ্ৰমাৱিশৎ।'[৭]

**কৱিৰ ব্যক্তিত্ব -**

যথা সম্ভৱ মহাকৱি কালিদাস এজন বৰ সংস্কৃতিবান, প্ৰত্যুৎপন্নমতি আৰু চিৰ-আনন্দমুখৰ লোক আছিল। তেওঁৰ গ্ৰন্থবোৰৰ পাতত সৰ্বত্ৰ এক আশাবাদৰ সুৰ ধ্বনিত হৈছে। সেই একে কাৰণতে গ্ৰন্থবোৰত মানৱজীৱনৰ পথ কাইটীয়া বুলি তেওঁ কতো ইঙ্গিত কৰা নাই। তেওঁৰ গ্ৰন্থপ্ৰণীত -বিশেষতঃ তিনিখন নাটকত শৃঙ্গাৰ ৰসৰ বৰ্ণনাই অধিক ঠাই দখল কৰি আছে। তেওঁ আছিল মানুহৰ আচাৰ-ব্যৱহাৰ, চাল-চলন, স্বভাৱ-চৰিত্ৰৰ নিখুঁত আৰু নিকট-পৰ্যবেক্ষক। নিজৰ ব্যক্তিগত জীৱনতো তেওঁ হয়তো বৰ সুখী আছিল। সেয়ে গাৰ্হস্থ্য-আশ্ৰমক কৰিয়ে 'সৰ্বোপকাৰক্ষমাশ্ৰম' বুলি কৈছে। পত্নীৰ বৰ্ণনাও তেওঁৰ লেখনীত কম মহত্ত্ব লাভ কৰা নাই- তেওঁ কৈছে- 'গৃহিণী-সচিৱঃ সখী মিথঃ প্ৰিয়শিষ্যা ললিতে কলাবিধৌ।।[৮]

নাৰীৰ তেওঁ প্ৰদৰ্শন কৰা সন্মান আৰু শ্ৰদ্ধাৰ ভাৱ ইয়াৰ ওপৰত আধাৰিত হৈছে। তাৰ ফলস্বৰূপে সুদক্ষিণা, শকুন্তলা আৰু ইন্দুমতীৰ চৰিত্ৰ বা সীতাৰ দৰে নাৰীৰ চৰিত্ৰ তেওঁৰ কাপৰ মাজেৰে সুন্দৰৰূপে প্ৰস্ফুটিত হৈছে; সিবোৰত কামনা-বাসনাৰ লেশ পাবলৈ নাই। কৰিয়ে নিজে পিতৃত্বৰ গৌৰৱেৰে মহিমামণ্ডিত নোহোৱাহেঁতেন অভিজ্ঞানশাকুন্তলমত ভৰতৰ প্ৰতি দুষ্যন্তৰ আন্তৰিক ব্যাকুলতাৰ ছবি ইমান নিখুঁতকৈ অঙ্কন কৰা সম্ভৱ নহ'লহেঁতেন। একে কাৰণতে তেওঁক এজন মমতাশীল পিতৃ বা স্বামী হিচাপেও গণ্য কৰিব পাৰি। সন্তান কোলাত লৈ সুদক্ষিণাই ৰজা দিলীপক আদৰণি জনোৱা কথাও তেওঁ কৈছে। যিটো লৌকিকত হয়তো কৰিয়ে নিজে দেখা পাইছিল বুলি ভাবিবৰ থল আছে।
ৰঘুৰ প্ৰথম খোজ কঢ়া দেখি দিলীপৰ আনন্দৰ কথা কৰিয়ে বৰ্ণাইছে :-

উবাচ ধাত্ৰ্যা প্ৰথমোদিতং ৱচো যযৌ তদীয়ামৱলম্ব্য চাঙ্গুলিম্।
অনূচ নমঃ প্ৰণিপাতশিক্ষয়া পিতুৰ্মুদং তে ততান সোৰ্ভকঃ।।[৯]

একেদৰে অভিজ্ঞানশাকুন্তলত শকুন্তলাৰ পুত্ৰ সৰ্বদমনৰ বৰ্ণনাও কৰিয়ে সুন্দৰভাৱে দিছে। ৰাজসভা বা তপোবনত কেনেদৰে ব্যৱহাৰ কৰিব লাগে, আৰু সমাজত কোনোজনৰ কেনে আচৰণ হ'ব লাগে ইত্যাদি কথা কালিদাসে ভালদৰে জানিছিল। কৱিশ্ৰেষ্ঠ হৈও তেওঁ লিখনিৰ মাজত বিনয়বত্তা ভাৱ পৰিষ্কাৰকৈ প্ৰদৰ্শন কৰিছে। বিশেষতঃ ৰঘুবংশত - দেখা যায় ঃ

ক সূৰ্যপ্ৰভৱো বংশঃ ক চাল্পবিষয়মতিঃ।
তিতীৰ্ষুঃ দুস্তৰং মোহাদুডুপেনাস্মি সাগৰম্।।[১০]

সেইদৰে শকুন্তলাৰ প্ৰস্তাৱনাত বিনীতভাৱে নিজৰ নাট্য প্ৰয়োগ কুশলতাৰ সাফল্য আশা কৰিছে -

আ পৰিতোষাদ্বিদুষাং ন সাধুমন্যে প্ৰয়োগবিজ্ঞানম্।[১১]

**কালিদাসৰ শাস্ত্ৰ বৈদগ্ধ্য**

মহাকবি কালিদাসৰ পাণ্ডিত্য বিষয়ত সন্দেহৰ কোনো অৱকাশ নাই। সেই কালত প্ৰচলিত সকলো শাস্ত্ৰতে তেওঁৰ যি দখল আৰু বিচক্ষণতা আছিল সিবোৰৰ সূচী বা নমুনা ক'তো লানি লগাই লিখি থৈ যোৱা উদাহৰণ পাবলৈ নাই। বৰঞ্চ সেই শাস্ত্ৰজ্ঞানক তেওঁ অতি সহজভাৱে লৈ গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। তথাপি তেওঁ বিদগ্ধতা লাভ কৰা বা অধ্যয়ন কৰা শাস্ত্ৰসমূহৰ জিলিঙনি তেওঁৰ লিখনিৰ মাজেৰে অ'ত ত'ত বিৰিঙি ওলাইছে। কালিদাসৰ বহুমুখী শাস্ত্ৰজ্ঞানৰ নমুনা তলত দিয়া উদ্ধৃতিবোৰৰপৰা বোধগম্য হয়ঃ

(১) ভাৰতীয় ধৰ্ম-দৰ্শন-সাহিত্য-সংস্কৃতিৰ মূল উৎস বেদ। মহাকবি কালিদাসে বেদৰ সম্যক জ্ঞান নিশ্চয় লাভ কৰিছিল। তলৰ উক্তিবোৰে তেওঁৰ বেদবৈদগ্ধ্য প্ৰমাণ কৰেঃ (ক) মালৱিকাগ্নিমিত্ৰম্ নাটকত 'ত্ৰয়ী ৱিগ্ৰহৱত্যেৱ সমমধ্যাত্মৱিদ্যয়া, ' ইত্যাদিৰে বেদত্ৰয়ী আৰু অধ্যাত্মৱিদ্যা বা ৱেদান্ত অথবা উপনিষদৰ কথাকে সূচায়।

(খ) বিক্ৰমোৰ্ৱশীয়ম্ নাটকৰ কথা বস্তু কৰি কালিদাসে ঋগ্বেদৰ পুৰূৰবা-উৰ্বশী সংৱাদ (ঋ ১০।৯৫) আৰু শতপথ ব্ৰাহ্মণৰপৰা (৫, ১-২) গ্ৰহণ কৰিছে বুলি ভাবিবৰ থল আছে।

(গ) বিক্ৰমোৰ্ৱশীয়ম্ নাটকৰ নান্দী শ্লোক 'ৱেদান্তেষু যমাহুৰেকপুৰুষং' ইত্যাদিয়েও তেওঁৰ উপনিষদৰ ওপৰত থকা সম্যক জ্ঞানৰ কথা সূচায়।

(ঘ) অভিজ্ঞানশাকুন্তলম্ নাটকত ঋকছন্দ অনুসৰি 'অমী বেদিং পৰিতঃ' ইত্যাদি শ্লোক কৰিয়ে ৰচনা কৰি নিজৰ প্ৰতিভাৰ পৰিচয় দিছে।

(ঙ) ৰঘুৱংশম মহাকাব্যৰ ১০।১৬-৩১ শ্লোকে তেওঁৰ উপনিষদৰসৈতে থকা নিবিড় পৰিচয় দাঙি ধৰে।

(চ) ৰঘুৱংশৰ নিম্নোক্ত শ্লোকত (১৫।৭৬) কালিদাসে নিজৰ ৱৈদিক স্বৰজ্ঞান আৰু তাৰদ্বাৰা অক্ষৰ সংস্কাৰৰ কথা উনুকিয়াইছেঃ

স্বৰসংস্কাৰৱত্যাসৌ পুত্ৰাভ্যামথ সীতয়া।
ঋচেৱোদৰ্চিষং সূৰ্যং ৰামং মুনিৰুপস্থিতঃ॥

(ছ) তলৰ শ্লোক দুটাত অথৰ্ববেদ আৰু তাৰ বিজ্ঞাতাৰ প্ৰশংসা লক্ষণীয়ঃ

অথাথৰ্ৱনিধেস্তস্য বিজিতাৰিপুৰঃপুৰঃ।
অৰ্থ্যামৰ্থপতিৰ্বাচমাদদে বদতাং বৰঃ॥ৰঘু ১।৫৯

(২) কালিদাসৰ স্মৃতি বা ধৰ্মশাস্ত্ৰ বিষয়ক জ্ঞানো কম নাছিল। তাৰ উদাহৰণ বহুতো -

(ক) ৰঘুৱংশম কাব্যত কৰিয়ে শ্ৰুতিৰ অনুগামী স্মৃতিৰ তুলনা দি কৈছে 'শ্ৰুতেৰিৱাৰ্থং স্মৃতিৰন্বগচ্ছৎ।' ২।২

(খ) স্মৃতিকাৰ আৰু সূৰ্যৱংশ প্ৰতিষ্ঠাপক মনুৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰি কৱিয়ে কৈছে -

'ৱৈৱস্বতো মনুৰ্নাম মাননীয়ো মনীষিণাম্॥' ৰঘু ১।১১

'ৰেখামাত্ৰমপি ক্ষুণ্ণাদা মনোৰ্বৰ্ত্মনঃ পৰম্॥' ৰঘু ১।১৭

(গ) কৱিব ধৰ্মশাস্ত্ৰৰ জ্ঞানৰ পৰিচয় জ্ঞাপক শ্লোকাংশবোৰ হৈছে-

'মাভূঃ পাপস্য ভৱতঃ প্ৰায়শ্চিত্তমিয়াকৰোৎ।।' ৰঘু ১২।১৯

'অনপত্যশ্চ কিল তপস্বী ৰাজগামী তস্যাৰ্থসঞ্চয়।।'

'ননুগৰ্ভঃ পিত্ৰং বিক্থমৰ্হতি।।' ইত্যাদি। শকুন্তলা ৬ষ্ঠাঙ্ক

(ঘ) ৰঘুবংশৰ ১।৬৬-৬৭ শ্লোকত পিণ্ডদান আৰু শ্ৰাদ্ধৰ বিষয়ে কৱিয়ে উল্লেখ কৰি নিজৰ স্মৃতিজ্ঞানৰ পৰিচয় দিছে-

'নূনং মত্তঃ পৰং বংশ্যাঃ পিণ্ডবিচ্ছেদদৰ্শিনঃ।

ন প্ৰকামভূজঃ শ্ৰাদ্ধে স্বধাসংগ্ৰহতৎপৰাঃ।।

ইয়াত 'বংশ্যাঃ', 'পিণ্ড', 'শ্ৰাদ্ধ', 'স্বধা' আদি পাৰিভাষিক শব্দৰ যথাৰ্থ ব্যৱহাৰ মনকৰিবলগীয়া।

(ঙ) এইদৰে কুমাৰসম্ভৱত বৰ্ণিত শিৱ-পাৰ্বতীৰ প্ৰাজাপত্য বিৱাহ বা ৰঘুবংশত বৰ্ণিত অজ-ইন্দুমতীৰ বিৱাহে গৃহ্যসূত্ৰৰ বিৱাহ পদ্ধতিৰেসৈতে থকা কালিদাসৰ সম্যক পৰিচয় দাঙি ধৰে।

(চ) কৱি কালিদাসে মহাভাৰতৰ আদি পৰ্বৰ পৰা অভিজ্ঞানশাকুন্তলম্ নাটকৰ কথা আহৰণ কৰিছে।

(ছ) সেইদৰে ৰামায়ণৰপৰা ৰঘুবংশম্ মহাকাব্যৰ কথাবস্তু আহৰণ কৰিছে। এইদৰে দুই মহাকাব্যৰ সম্যক জ্ঞানৰ পৰিচয় দি থৈছে।

(জ) শ্ৰীমদ্‌ভাগৱদ্‌গীতাৰ ভালেখিনি প্ৰভাৱ কৱিৰ ৰচনাত পৰিছে। আনকি তেওঁৰ ভালেমান বাক্যাংশ বা উক্তিত ভাগৱদ্‌গীতাৰ ছাঁ পৰা দেখা যায়। দিগ্‌দৰ্শনাৰ্থে উদাহৰণ:-

'প্ৰণৱঃ সৰ্ববেদেষু'- (গী:৭।৮), 'প্ৰণৱশ্ছন্দসামিব'(ৰঘু ১।১১)।

'ময়ি সৰ্বমিদং প্ৰোতং সূত্ৰে মণিগণা ইব' - গী: ৭।৭;

'মণৌ বজ্ৰসমুৎকীৰ্ণে সূত্ৰস্যেৱাস্তি মে গতিঃ। ৰঘু ১।৪।

'যথা দীপো নিৱাতস্থো নেঙ্গতে সোপমা স্মৃতা' (গী:৬।১৯)।

কুমাৰসম্ভৱত শিৱৰ বৰ্ণনা দি কৱিয়ে কৈছে: নিৱাতনিষ্কম্পমিৱ প্ৰদীপম্ (কু:৩।৪৮)।

গীতাত যোগীজনৰ বৰ্ণনা- 'সংপ্ৰেক্ষ্য নাসিকাগ্ৰং স্বং দিশশ্চানৱলোকয়ন্।। (গী: ৩।৫৭); সমাধিমগ্ন শিৱৰ বৰ্ণনাত কৱিয়ে কৈছে: 'লক্ষীকৃতঘ্ৰাণম্' (কু: ৩।৫৭)।

এইদৰে নিম্নোক্ত শ্লোকাংশত কৱিৰ গীতাজ্ঞানৰ পৰিচয় পোৱা যায়।

'মনো নৱদ্বাৰনিষিদ্ধবৃত্তি হৃদি ব্যৱস্থাপ্য সমাধিৱশ্যম্' ।। কু: ৩।৫০ ।।তু:গী: ৫।১৩;

'সমলোষ্ট্ৰকাঞ্চনম্' -ৰঘু ৮।১১; তু: গী: ৬।৮;

'অনৱাপ্তমৱাপ্তব্যং ন তে কিঞ্চন বিদ্যতে।

লোকানুগ্ৰহ এৱৈকো হেতুস্তে জন্মকৰ্মণোঃ। ৰঘু ১০।৩১;

তুলনীয়, গীতা ৩।২২:-

নমে পাৰ্থাস্তি কৰ্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।

নানৱাপ্তমৱাপ্তব্যং বৰ্ত এৱ চ কৰ্মণি।। গী: ৩।৩২। ইত্যাদি

(ঝ) ছয় ভাৰতীয় দৰ্শনতো কৱিৰ সম্যকজ্ঞানৰ পৰিচয় তেওঁৰ গ্ৰন্থাৱলীয়ে দাঙি ধৰে:-

(ক) কুমাৰসম্ভৱত (২।১৩) সাংখ্যদৰ্শনৰ ধাৰণা 'প্ৰকৃতিঃ কৰ্ত্ৰী পুৰুষস্তু উদাসীনঃ' পোৱা যায়। উক্ত দৰ্শনৰ ধাৰণা আকৌ 'ৰঘুৰপ্যজয়দ্‌গুণত্ৰয়ং প্ৰকৃতিস্থ সমলোষ্ট্ৰকাঞ্চনঃ' (ৰঘু ৮।১১) বাক্যত পোৱা যায়। অৱশ্যে কালিদাসে সাংখ্য দ্বৈতবাদ পৰিহাৰ কৰি প্ৰকৃতি-পুৰুষক পৰমেশ্বৰৰ দ্বৈতৰূপ বুলি কব খোজে।

(খ) বিক্ৰমোৰ্বশীয়মৰ নান্দীত 'অন্তৰ্যশ্চ মুমুক্ষুভিৰ্নিয়মিতপ্ৰাণাদিভিঃ মৃগ্যতে' অথবা কুমাৰসম্ভৱৰ ৩য় সৰ্গত শিৱৰ যোগৰ বৰ্ণনা অথবা ৰঘুবংশত ৰঘুৱে যোগসমাধিৰ বলত মোক্ষলাভ কৰা বৰ্ণনা আদিয়ে কালিদাসৰ যোগদৰ্শনৰ জ্ঞান দাঙি ধৰে।

(গ) 'সাংযতনে সৱনকৰ্মণি সংপ্ৰবৃত্তে', 'দিষ্ট্যা ধূমাকুলিতদৃষ্টেৰপি যজমানস্য পাবক এৱাহুতিঃ পতিতা,' অথবা 'অমী বেদিং পৰিতঃ ' অথবা 'দিষ্ট্যা শকুন্তলা সাধ্বী সদপত্যমিদং ভবান্, শ্ৰদ্ধা বিত্তং বিধিশ্চেতি ত্ৰিতয়ং তৎসমাহিতম্' ইত্যাদি শকুন্তলা নাটকৰ বচনবোৰে আৰু ৰঘুৱংশত (১।১১) পোৱা 'পত্নী সুদক্ষিণেত্যাসীদধ্বৰস্যেৱ দক্ষিণা' আদিয়ে কৱিজনাৰ পূৰ্বমীমাংসাৰ জ্ঞানৰ নিদৰ্শনস্বৰূপ।

(ঘ) বেদান্ত বা উপনিষদ সম্বন্ধীয় কৱিৰ জ্ঞানৰ দৃষ্টান্ত ওপৰত বেদ আৰু গীতাৰ আলোচনাতে প্ৰদৰ্শিত হৈছে।

(ঙ) ন্যায় আৰু বৈশেষিক দৰ্শনৰ বিষয়েও কৱিৰ জ্ঞান শকুন্তলা নাটকত (১।১) 'শ্ৰুতিবিষয়গুণা যা স্থিতা ব্যাপ্য বিশ্বম',ৰঘুৱংশত (১৩।১) অথাত্মনঃ শব্দগুণং গুণজ্ঞঃ পদং বিমানেন বিগাহমানঃ। ৰত্নাকৰং বীক্ষ্য মিথঃ স জায়াং ৰামাভিধানো হৰিৰিত্যুবাচ ।।। ইত্যাদি শ্লোক বা শ্লোকাংশত প্ৰদৰ্শিত হৈছে।

(৩) কাৱ কালিদাসৰ নাট্যশাস্ত্ৰৰ ওপৰত ব্যুৎপত্তিৰ পৰিচয় তলৰ উদাহৰণবোৰে দিয়ে ঃ

(ক) বিক্ৰমোৰ্বশীয়মত তেওঁ অষ্টৰসাত্মক 'লক্ষ্মীস্বয়ংবৰ' নাটক ভৰত মুনিৰ পৰিচালনাত স্বৰ্গত অভিনীত হোৱা কথা কৈছে।

(খ) মালৱিকাগ্নিমিত্ৰমত (১ম অঙ্ক) 'নাট্যং ভিন্নৰুচেৰ্জনস্য বহুধাপ্যেকং সমাৰাধনং' বুলি নাটকৰ সূত্ৰ দাঙি ধৰিছে।

(গ) ৰঘুৱংশত (১০।৩৬) নাট্যবিষয়ক মন্তব্য দিছে ঃ

পুৰাণস্য কৱেস্তস্য বৰ্ণস্থানসমীৰিতা।
বভূব কৃতসংস্কাৰা চৰিতাৰ্থৈব ভাৰতী।।

(ঘ) তৌ সন্ধিষু ব্যঞ্জিতবৃত্তিভেদং ৰসান্তৰেষু প্ৰতিবদ্ধৰাগম্।
অপশ্যতামপ্সৰসাং মুহূৰ্তপ্ৰয়োগমাদ্যং ললিতাঙ্গহাৰম্। কুমাৰ ৭।৯১

ইয়াতো কৱিৰ নাট্যজ্ঞান নিহিত আছে।

৫। তলৰ উদাহৰণবোৰে কৱিৰ ব্যাকৰণৰ প্ৰায়োগিক জ্ঞান সূচায় ঃ

(ক) সোভ্ৰবৰ্বৰ্ধূসমাগমঃ প্ৰত্যয়প্ৰকৃতি যোগসন্নিভঃ। ৰঘু ১১।৫৬

(খ) স হত্বা বালিনং বীৰস্তৎপদে চিৰকাংক্ষিতে।
ধাতোঃ স্থান ইৱাদেশং সুগ্ৰীৱং সংন্যৱেশয়ৎ।। ৰঘু ১২।৫৮

(গ) যঃ কশ্চন ৰঘূণাং হি পৰমেকঃ পৰন্তপঃ।
অপৱাদ ইৱোৎসৰ্গং ব্যাৱৰ্তয়িতুমীশ্বৰঃ।।ৰঘু ১৫।৭

(ঘ) পুৰাণস্য কবেস্তস্য চতুৰ্মুখসমীৰিতা।
প্ৰবৃত্তিৰাসীচ্ছব্দানাং চৰিতাৰ্থা চতুষ্টয়ী॥ কু ২।১৭।

৬। অৰ্থশাস্ত্ৰ সম্বন্ধেও মহাকবি কালিদাসৰ সম্যক জ্ঞান থকা প্ৰমাণ তলৰ উদাহৰণবোৰে দিয়ে।

(ক) তস্য সংবৃতমন্ত্ৰস্য গূঢ়াকাৰেঙ্গিতস্য চ।
ফলানুমেয়াঃ প্ৰাৰম্ভাঃ সংস্কাৰাঃ প্ৰাক্তনা ইৱ॥

ৰঘুৱংশৰ (১।২০) শ্লোকে অৰ্থশাস্ত্ৰৰ মন্ত্ৰাধিকাৰত কোৱা মন্ত্ৰগুপ্তিৰ জ্ঞান প্ৰদৰ্শন কৰে।

(খ) সগুপ্তমূলপ্ৰত্যন্তঃ শুদ্ধপাৰ্ষ্ণিৰয়ান্বিতঃ।
ষড়্‌বিধং বলমাদায় প্ৰতস্থে দিগ্‌জিগীষয়া॥ ৰঘু ৪।২৬

(গ) ন তস্য মণ্ডলে ৰাজ্ঞো ন্যস্তপ্ৰণিধিদীধিতেঃ।
অদৃষ্টমভৱৎকিঞ্চিদ্ ব্যভ্ৰস্যেৱ বিৱস্বতঃ॥
ৰাত্ৰিন্দিৱংবিভাগেষু যদাদিষ্টং মহীক্ষিতাম্।
তৎসিষেৱে নিয়োগেন স বিকল্পপৰাংমুখঃ॥ ৰঘুঃ ১৭।৪৮-৪৯

(ঘ) কুমাৰসম্ভৱত (৩।৬) কবিয়ে ঔশনসনীতিৰ উল্লেখ কৰিছেঃ
অধ্যাপিতস্যোশনসাপি নীতিং প্ৰযুক্তৰাগপ্ৰণিধেৰ্দ্বিষস্তে।

(ঙ) কোনো কোনো পণ্ডিতে কালিদাস ৰাকাতক ৰাজ্যত বিক্ৰমাদিত্যৰ ৰাজদূতৰূপে কাৰ্যনিৰ্বাহ কৰিছিল বুলি অভিমত দিয়ে। সেইদৰে তেওঁ কুন্তলেশ্বৰদৌত্য নামে গ্ৰন্থৰ ৰচয়িতা বুলিও কোৱা হৈছে। সেয়ে তেওঁৰ কূটনৈতিক জ্ঞান আছিল বুলি প্ৰতিপন্ন কৰে (?)।

৭। একেদৰে মহাকবিজনে আয়ুৰ্বেদৰ জ্ঞানেৰেও অন্বিত আছিল। তলৰ উক্তিবোৰ তাৰেই প্ৰমাণঃ

(ক) দ্বেষ্যোঽপি সংমতঃ শিষ্টস্তস্যাৰ্তস্য যথৌষধম্।
ত্যাজ্যো দুষ্টঃ প্ৰিয়োঽপ্যাসীদঙ্গুলীৱোৰগক্ষতা॥ ৰঘু ১।২৮

(খ)তস্যাস্তিক্তৈৰ্বনগজমদৈৰ্বাসিতং বান্তবৃষ্টি-
ৰ্জম্বূকুঞ্জপ্ৰতিহতৰয়ং তোয়মাদায় গচ্ছেঃ।
অন্তঃসাৰং ঘন তুলয়িতুং নানিলঃ শক্ষ্যতি ত্বাং
ৰিক্তঃ সৰ্বো ভৱতি হি লঘুঃ পূৰ্ণতা গৌৰৱায়॥ মেঘঃ ২০

৮। কালিদাসৰ কামশাস্ত্ৰৰ ওপৰতো যে ব্যুৎপত্তি আছিল তাক তেওঁৰ ৰচনাসমূহে প্ৰমাণ কৰে। বিশেষতঃ অভিজ্ঞানশাকুন্তলমৰ ৪ৰ্থ অঙ্কৰ তলত দিয়া শ্লোকটো কামসূত্ৰত দিয়া বিবাহিতা বোৱাৰীৰ কৰ্তব্যসমূহৰ ওপৰত ভেটি কৰি ৰচিত হোৱাটো নিশ্চিত।

শ্লোকটোঃ শুশ্ৰূষস্ব গুৰূন্ প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপং গমঃ
ভূয়িষ্ঠংভৱ দক্ষিণা পৰিজনে ভাগেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো বামাঃকুলস্যাধয়ঃ॥[১২]

(তুলনীয় যথাঃ শ্বশ্রূশ্বশুরপরিচর্যা তৎপারতন্ত্র্যম্ অনুত্তরবাদিতা।—
পরিজনে দাক্ষিণ্যম্।—নায়কাপচারেষু কিঞ্চিৎকলুষিতা নাত্যর্থং নিবদেৎ।-কামসূত্র)।

৯। একেদৰে মহাকৱিজন জ্যোতিষশাস্ত্ৰতো যে সুপণ্ডিত আছিল তলৰ উদাহৰণবোৰ তাৰেই প্ৰমাণস্বৰূপে তুলি ধৰা হ'লঃ

(ক) হিমনির্মুক্ত যোগত চন্দ্রৰে চিত্ৰা নক্ষত্ৰৰ সংযোগৰ উল্লেখ-
কাপ্যভিখ্যা তয়োৰাসীদ্ব্ৰজতোঃ শুদ্ধবেষয়োঃ।
হিমনির্মুক্তয়োর্যোগে চিত্ৰা চন্দ্ৰমসোৰিৱ।। ৰঘুঃ ১।৪৬

(খ) ৰঘুৰ জন্মৰ সময়ত সূৰ্য্যৰ সৈতে সংযুক্ত নোহোৱাকৈ অর্থাৎ অনস্তমিত পাঁচটি গ্ৰহই উচ্চস্থানত (তুঙ্গস্থানত) আছিল বুলি কোৱা হৈছেঃ
গ্ৰহৈস্ততঃ পঞ্চভিৰুচ্চসংশ্ৰয়ৈৰসূৰ্যগৈঃ সূচিতভাগ্যসম্পদম্।
অসূত পুত্রং সময়ে শচীসমা ত্রিসাধনা শক্তিৰিৱাৰ্থমক্ষয়ম্।।

ৰঘু ৩।১৩

(গ)সূর্যৰশ্মিত প্ৰৱেশ কৰি বালচন্দ্ৰই বৃদ্ধিপ্ৰাপ্ত হোৱাৰ উপমা দিছেঃ
পুপোষ বৃদ্ধিং হৰিদশ্বদীধিতেৰনুপ্ৰৱেশাদিৱ বালচন্দ্ৰমাঃ।।

ৰঘু ৩।২২

তুলনীয় কুমাৰ ১।২৫

১০। সঙ্গীত, চিত্ৰাঙ্কন, আদি সুকুমাৰ কলাতো কৱি যৰ অভিজ্ঞ যে আছিল তেওঁৰ ৰচনাৰ অ'ত ত'ত পোৱা উদাহৰণে সেইকথা সমর্থন কৰেঃ

(ক) মালৱিকাগ্নিমিত্ৰম্ আৰু বিক্ৰমোৰ্ৱশীয়মত নৃত্যৰ হুবহু বর্ণনা আছে।

(খ) শকুন্তলা নাটকৰ ৫ম অঙ্কত পোৱা হংসপদিকাৰ ৰাগ পৰিবাহিনী গীতিৰ কথা পোৱা যায়। ৰজাই তাকে শুনি কৈছেঃ 'কলবিশুদ্ধায়াঃ গীতেঃ স্বৰসংযোগঃ শ্ৰূয়তে। জানে তত্ৰভৱতী বর্ণপৰিচয়ং কৰোতি।'

(গ) 'ষড়্জসংবাদিনীঃ কেকা দ্বিধাভিন্নাঃ শিখণ্ডিভিঃ। ৰঘুঃ ১।৩৯

১১। ইয়াৰ উপৰিও কোশ, ছন্দ, অলঙ্কাৰ, পূর্বসূৰী কৱিসকলৰ বিষয়েও কালিদাস অভিজ্ঞ যে আছিল তাক নকলেও হয়। কালিদাসে তেঁওৰ পূৰ্ববর্তী ভাস, সৌমিল্লক, কৱিপুত্ৰ প্ৰভৃতিৰ কাব্যকৃতি যথাযথ অধ্যয়ন কৰিহে কাব্য-নাট্য আদি ৰচনাত হাত দিছিল।

১। জ্যোতির্বিদ্যাভৰণ ২২।১০
২। অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা হিমালয়ো নাম নগাধিৰাজঃ।
পূর্বাপৰৌ তোয়নিধী বগাহ্য স্থিতঃ পৃথিব্যা ইৱ মানদণ্ডঃ।।
৩। কশ্চিৎ কান্তাবিৰহগুৰুণা স্বাধিকাৰপ্ৰমত্তঃ
শাপেনাস্তঙ্গমিতমহিমা বর্ষভোগ্যেন ভর্তুঃ।
যক্ষশ্চক্ৰে জনকতনয়াস্নানপুণ্যোদকেষু
স্নিগ্ধচ্ছায়াতৰুষু বসতিং ৰামগির্যাশ্ৰমেষু।।

৪। বাগার্থাবিব সংপৃক্তৌ বাগর্থপ্রতিপত্তয়ে।
জগতঃ পিতরৌ বন্দে পার্ব্বতীপরমেশ্বরৌ॥

৫। বিশেষসূর্যঃ স্পৃনীয়চন্দ্রমাঃ সদাবগাহক্ষতবারিসঞ্চয়ঃ।
দিনান্তরম্যোভ্যুপশান্তমন্মথো নিদাঘকালোয়মুপাগতঃ প্রিয়ে॥

৬। অভিঃ শাঃ ৪।৮॥

৭। রঘুঃ ৩।২৮॥

৮। রঘুঃ ৮।৬৭॥

৯। রঘুঃ ৩।২৫॥

১০। রঘুঃ ১।২॥

১১। অভিঃ শাঃ ১।২॥

১২। অভিঃ শাঃ ৪।১৫॥

# কবিৰ কাল

মহাকবি কালিদাসৰ জীৱন সম্বন্ধে যেনেকৈ কোনো কথা খাটাংকৈ জনা নাযায়, তেনেকৈ তেওঁৰ আৱিৰ্ভাৱ কাল সম্বন্ধেও একো নিশ্চিত প্ৰমাণ পোৱা নাযায়। যোৱা দুশ বছৰৰ ভিতৰত প্ৰাচ্য আৰু প্ৰতীচ্যৰ পণ্ডিতসকলে কবিজনৰ কাল সম্বন্ধে নানান জল্পনা-কল্পনা, আলাপ-আলোচনা কৰি ভালেমান সূত্ৰ (Theory) দাঙি ধৰিছে। সিবোৰে পণ্ডিতসকলৰ পৰস্পৰ বিৰোধী অভিমতবোৰ আমাৰ সমুখত দাঙি ধৰি আমাক স্থিৰ সিদ্ধান্তত উপনীত হোৱাৰ পথ কঠিন কৰিছে। তলত বিভিন্ন পণ্ডিতে নিৰূপণ কৰা কবিজনৰ কালৰ তালিকা এখন তুলি ধৰা হৈছে ঃ

| | |
|---|---|
| এম, হিপোলাইট ফাউচ | খৃঃ পূঃ ৮০০ |
| চাৰ হাণ্টাৰ | খৃঃ পূঃ ৫৭ |
| চাৰ উইলিয়াম জোন্স | খৃঃ পূঃ ১ম শতাব্দী। |
| অধ্যাপক সাৰদাৰঞ্জন ৰায় | " " |
| গোপাল ৰঘুনাথ নন্দৰ্গিকাৰ | " " |
| অধ্যাপক আৰ্, এন, আপ্টে, অধ্যাপক, | " " |
| চট্টোপাধ্যায়, অধ্যাপক ঘোষনেকাৰ, | " " |
| এম, আৰ্ কালে, চি, কে, ৰাজা | " " |
| পিটাৰচন — — — — — — — — — | খৃষ্টাব্দৰ ওচৰ। |
| ডঃ লাচেন — — — — — — — — — | খৃঃ ৩০০ । |
| ইয়াকোবি — — — — — — — — — | খৃঃ ৩৫০ |
| এম, ডি, পৰাদকৰ — — — — — — | খৃঃ ৩৫০-৪৫০। |
| ভি, ভি, মিৰাশী, এ, বি, কীথ — — — — — | " " |
| ওৱেবাৰ, চি, এইচ, টনি — — — — — | খৃঃ ৪০০ |
| ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰ — — — — | খৃঃ ৪ৰ্থ শতিকাৰ শেষ। |
| অধ্যাপক পাঠক, মনোমোহন চক্ৰবৰ্ত্তী — — — | খৃঃ ৫ম শতিকা। |
| মেকডোনেল — — — — — — — — | খৃঃ ৫০০ (আগৰ)। |
| মিচেচ মেনিং — — — — — — — | খৃঃ ৫০২ । |
| ডঃ ভাউদাজী — — — — — — — — | খৃঃ ৬ষ্ঠ শতিকা |
| কে, বি, পাঠক, হৰপ্ৰসাদ শাস্ত্ৰী — | " " " |
| আৰ,. চি, দত্ত, হৰিনাথ দে — — — — — | " " " |
| মেক্স ম্যুৱেলাৰ — — — — — — — | " " " |
| ফাৰ্গুচন — — — — — — — — — | " " " |
| জেনেৰেল কানিংহাম — — — — — — | " " " |
| ডঃ কের্ণ, ডঃ হোৰ্ণলে — — — — — | " " " |
| ডঃ এ, বি, কিথ, ভিনচেণ্ট স্মিথ — — | গুপ্ত যুগ (খৃঃ৪০০) |

কৰ্ণেল উইলফোৰ্ড —— — — — - খৃঃ ৫ম শতিকা।
জেমচ প্ৰিন্সেপ - - — — — — " " "
ডঃ উইলচন —— — — — — খৃঃ ১০০০
ডঃ ৱেবৰ্টলি — — — — — — - খৃঃ ১২০০

ওপৰত চিহ্নিত সময় সীমাবোৰ দাঙি ধৰোঁতে প্ৰতিজন পণ্ডিতে একোটি নিজস্ব অভিমত সূত্ৰাকাৰে দাঙি ধৰিছে আৰু তাৰ সমৰ্থনত যুক্তি, তৰ্ক আৰু প্ৰমাণ -নাট্যকাৰৰ গ্ৰন্থৰ ভিতৰৰপৰা বা বাহিৰৰপৰা- দিবৰৈ যত্নপৰ হৈছে। প্ৰতিজনে আনৰ অভিমত অগ্ৰাহ্য কৰি নিজ মত সাব্যস্ত কৰিবলৈ চেষ্টা কৰিছে। আমি কোনো এটি মতৰ সপক্ষে নিজস্ব সমৰ্থন আগবঢ়োৱাৰ পূৰ্বে ওপৰৰ কেইটিমান সূত্ৰৰ সংক্ষিপ্ত ৰূপ তলত তুলি ধৰিবলৈ প্ৰয়াস কৰিছোঁ।

খৃঃ পূঃ ৮ম শতাব্দী ঃ- কালিদাসৰ ৰচনাৱলীৰ ফৰাচী অনুবাদক হিপোলাইট ফাউচ এই অভিমতৰ জনক। তেওঁৰ মতে ৰঘুবংশৰ শেষ ৰজা অগ্নিবৰ্ণৰ মৃত্যুৰ পাছত তেওঁৰ পত্নীৰ গৰ্ভত ওপজা পুত্ৰৰ জীৱনকালতে মহাকবি কালিদাসৰ আৱিৰ্ভাৱ হৈছিল। সেইয়া আছিল খৃঃ পূঃ ৮০০ অব্দ। যিহেতু মহাকবিয়ে অগ্নিবৰ্ণৰ পুত্ৰৰ বৰ্ণনাৰে ৰঘুবংশ মহাকাব্য সামৰিছে সেইবাবে তেওঁক খৃঃ পূঃ অষ্টম শতিকাৰ উৰ্দ্ধলৈ নিব নোৱাৰি। কিন্তু ৰজা অগ্নিবৰ্ণ সম্বন্ধে কোনো ঐতিহাসিক সাক্ষ্য পোৱা নাযায়। সেইবাবে আন পণ্ডিতসকলে ফাউচৰ অভিমতৰ প্ৰতি সন্দেহ প্ৰকাশ কৰে। আনহাতে কালিদাসে মালৱিকাগ্নিমিত্ৰত উল্লেখ কৰা মহাকবি ভাসক খৃঃ পূঃ ৪ৰ্থ শতিকাৰ উৰ্দ্ধলৈ নিবলৈ নোৱাৰি। গতিকে কালিদাসক ইয়াৰ ওপৰৰ কোনো এচোৱা কালৰ বুলি কোৱা অসম্ভৱ।

ফাউচৰ সূত্ৰৰ বিৰোধিতা কৰি এছ, পি পণ্ডিতে কেইটামান আপত্তি দাঙি ধৰিছেঃ (১) অগ্নিবৰ্ণৰ মৃত্যুৰ পাছত জন্মা সন্তানৰ দিনত কালিদাসৰ আৱিৰ্ভাৱ হোৱাহেঁতেন কবিয়ে জীৱিত ৰজাৰ বিৱৰণ দিবলৈ নোৱাৰিলেহেঁতেন। (২) ৰঘুবংশ মহাকাব্য ১৯ শতম সৰ্গতে শেষ হৈছে নে নাই সিও সন্দেহৰ কথা; কিয়নো কাব্যখন হঠাতে শেষ হৈছে আৰু তাত কোনো সমাপ্তিসূচক আশীৰ্বাদ পোৱা নাযায়। (৩) কালিদাসে বৰ্ণনা নকৰা বাবে এইটো বুজিব নালাগে যে তাৰ পাছতো কোনো ৰজাই ৰাজত্ব কৰা নাছিল। সুদৰ্শনৰ পুত্ৰৰ পাছত আৰু সাতজনে ৰাজত্ব কৰা কথা বায়ুপুৰাণত পোৱা যায়।

কোৰুৰ সূত্ৰঃ পৰম্পৰা অনুসৰি কালিদাস আছিল বিক্ৰমাদিত্য উপাধিযুক্ত এজন ৰজাৰ সভাকবি। আলবেৰুণীয়ে (খৃঃ ১০৩০) লিখি গৈছে যে এজন বিক্ৰমাদিত্যই কোৰুৰ নামে ঠাইত হোৱা যুদ্ধত শ্লেচ্ছ আক্ৰমণকাৰীসকলক পৰাজিত কৰিছিল। এই কথাকে খামোচ মাৰি ধৰি পণ্ডিত ফাৰ্গুচনে কালিদাস এই শ্লেচ্ছ বিজেতা ৰজা বিক্ৰমাদিত্যৰ সভাকবি আছিল বুলি মত প্ৰকাশ কৰে। এই যুদ্ধ ৫৪৪ খৃষ্টাব্দত হৈছিল বুলি জনা যায়। এই যুদ্ধজয়ৰ স্মৰণতে ইয়াৰপৰা ৬০০ বছৰ উৰ্দ্ধকালৰপৰা বিক্ৰমাব্দ প্ৰচলন কৰা হয়। খৃঃ পূঃ ৫৭ অব্দৰপৰা এই সম্বৎ গণনা হয়। এই সূত্ৰ অনুসৰি কালিদাস ৫৪৪ খৃষ্টাব্দৰ কবি।

কিন্তু মান্দাসোৰ শিলালেখ আবিষ্কৃত হোৱাত কোৰুৰসূত্ৰৰ সাৰৱত্তা হেৰাইছে।

বিশেষতঃ পণ্ডিত ফ্লিটৰ গৱেষণাৰপৰা এই কথা জনা গৈছে যে খৃঃ পূঃ ৫৭ অব্দৰপৰা গণনা কৰা বিক্ৰমাব্দ ৫৪৪ চনৰ আগতে মালৱাব্দ নামে জনাজাত আছিল। তদুপৰি খৃঃ পূঃ ৬ষ্ঠ শতিকাৰ মাজভাগত কোনেও শকসকলক খেদি পঠোৱা নাছিল। সেই ঠাই (কোৰুৰ) এশ বছৰ আগৰেপৰা গুপ্তসকলৰ অধীনত আছিল। অন্যপক্ষে ষষ্ঠ শতিকাৰ আগভাগত যশোধৰ্ম বিষ্ণুবৰ্ধনে পশ্চিম ভাৰতৰ পৰা হূনসকলক খেদি পঠোৱা কথা প্ৰমাণিত হৈছে। কিন্তু তাৰসৈতে বিক্ৰমাদিত্যৰ কোনো সম্পৰ্ক নাই।

**নৱৰত্ন সূত্ৰঃ** 'জ্যোতিৰ্বিদ্যাভৰণ' গ্ৰন্থৰ শেষ অধ্যায়ৰ এটি শ্লোকত (২২/২০) কালিদাসক বিক্ৰমাদিত্য ৰজাৰ সভাত বিদ্যমান 'নৱৰত্ন' নামে খ্যাত নজন পণ্ডিতৰ অন্যতম বুলি উল্লেখ কৰিছে; যথা -

ধন্বন্তৰিক্ষপণকামৰসিংহশঙ্কুবেতালভট্টঘটকৰ্পৰকালিদাসাঃ।
খ্যাতো ৰৰাহমিহিৰো নৃপতেঃ সভায়াং ৰত্নানি বৈ ৰৰৰুচিনৱ বিক্ৰমস্য ॥

'ধন্বন্তৰি, ক্ষপণক, অমৰসিংহ, শঙ্কু, বেতালভট্ট, ঘটকৰ্পৰ, কালিদাস, ৰৰাহমিহিৰ আৰু ৰৰৰুচি এই নজন বিক্ৰম নামে নৃপতিৰ সভাত নজন ৰত্ন বুলি খ্যাত আছিল।

এইসকলৰ অন্যতম পণ্ডিত ৰৰাহমিহিৰে তেওঁৰ গ্ৰন্থত আৰ্যভট্টৰ নাম (৪৯৯ খৃঃ) উল্লেখ কৰিছে। আনহাতে ব্ৰহ্মগুপ্তই (৬২৮ খৃঃ) তেওঁৰ গ্ৰন্থত ৰৰাহমিহিৰৰ নাম উল্লেখ কৰিছে। ব্ৰহ্মগুপ্তৰ সিদ্ধান্ত গ্ৰন্থৰ ভাষ্য খণ্ডখাদ্যকত ভাষ্যকাৰ আমৰাজে ৫৮৭ খৃষ্টাব্দত ৰৰাহমিহিৰৰ মৃত্যু হয় বুলি কৈছে। ইয়াৰ ওপৰত ভেটি কৰি ডঃ কেৰ্ণ চাহাবে অভিমত পোষণ কৰে যে মহাকবি কালিদাসে খৃষ্টীয় ৬ষ্ঠ শতিকাৰ শেষছোৱাত জন্ম গ্ৰহণ কৰিছিল।

আনহাতে বুদ্ধগয়াৰ মন্দিৰ সাজোঁতা অমৰদেৱৰ (যাক অমৰ সিংহ বুলিও কোৱা হয়) নাম চীনা পৰিব্ৰাজক হিউৱেন চাঙৰ (খৃঃ ৬৪২) ভ্ৰমণ টোকাত পোৱা যায়; কিন্তু পূৰ্বৰ পৰিব্ৰাজক ফাহিয়ানে (খৃঃ ৪১৪) অমৰদেৱৰ নাম তেওঁৰ ভ্ৰমণটোকাত উল্লেখ কৰা নাই। বুদ্ধ গয়াৰ মন্দিৰ খৃঃ ৪১৪ চনৰপৰা ৬৪২ চনৰ ভিতৰত সজোৱা হৈছিল আৰু অমৰসিংহ এই সময়ছোৱাত জীৱিত আছিল বুলি কোৱা হৈছে। কালিদাসৰ আৱিৰ্ভাৱ কালো এই ছোৱা সময়েই বুলি কোৱা হৈছে। কিন্তু দুৰ্ভাগ্যক্ৰমে জ্যোতিৰ্বিদ্যাভৰণ দ্বাদশ শতিকাৰ গ্ৰন্থ বুলি প্ৰমাণিত হৈছে। এই অমৰসিংহজনো বিক্ৰমাদিত্যৰ সভাকবি হওক দূৰৈৰ কথা তেওঁ উজ্জয়িনীৰপৰা বহুদূৰৰ ৰজা ৰূপে সাব্যস্ত হৈছে।

**পুনৰ্জাগৰণ সূত্ৰঃ**- এই সূত্ৰৰ জনক পণ্ডিত ফ্ৰিড্ৰিচ ম্যাক্সম্যুলেৰ। তেওঁ সমগ্ৰ সংস্কৃত সাহিত্যৰ বুৰঞ্জী বৈদিক আৰু লৌকিক নামে দুভাগত ভগাইছে। বৈদিক সাহিত্যৰ বুৰঞ্জী খৃষ্টজন্মৰ সময়তে শেষ হয়। তাৰ পাছত আৰম্ভ হয় এক অন্ধকাৰ যুগ। এই যুগত ভাৰত বিদেশীৰ আক্ৰমণত জুৰুলা হয় আৰু সাহিত্য-সংস্কৃতিৰ বিকাশ স্তব্ধ হৈ পৰে। ম্যাক্সম্যুলেৰে কয় যে খৃঃ ষষ্ঠ শতিকাত ভাৰতত সাহিত্য-সংস্কৃতিৰ পুনৰ্জাগৰণৰ সূচনা হয়। সেয়া ৰজা বিক্ৰমাদিত্যৰ শাসনকালতে সম্ভৱ হৈছিল বুলি কোৱা হৈছে। কিন্তু ব্যুহলাৰ প্ৰভৃতিৰ গৱেষণাই

প্ৰমাণ কৰিছে যে খৃঃ ১ম আৰু ৬ষ্ঠ শতিকাৰ মাজতো ভাৰতত সাহিত্য সৃষ্টি অব্যাহত আছিল। গতিকে পুনৰ্জাগৰণ সূত্ৰৰ ভেটি ইয়াতে উছন হৈছে।

**দিঙ্‌নাগ আৰু কালিদাস-** মহাকবি কালিদাসে মেঘদূতৰ পূৰ্বমেঘৰ চতুৰ্দশ শ্লোকত দিঙ্‌নাগ আৰু নিচুলৰ উল্লেখ এইদৰে কৰিছে-

'স্থানাদস্মাৎসৰস নিচুলাদুৎপতোদুঙমুখঃ খম্।
দিঙ্‌নাগানাং পথি পৰিহৰন্ স্থূলহস্তাৱলেপান্।।'

ইয়াৰ ওপৰত টিপ্পনী দি মল্লিনাথে কয় যে দিঙ্‌নাগ আছিল কালিদাসৰ প্ৰতিদ্বন্দ্বী সমালোচক। নিচুল কৱিৰ প্ৰিয় সমৰ্থক আছিল। হিউৱেনচাঙৰ টোকাবপৰা আকৌ জনা যায় যে আৰ্যসাজ আৰু বসুবন্ধু নামে দুজন প্ৰসিদ্ধ বৌদ্ধলোকে ৫৪১ খৃঃ মানত বাস কৰিছিল। কোনো এজন দিঙ্‌নাগ এই বসুবন্ধুৰ শিষ্য আছিল। ম্যাক্সম্যুৱেলাৰ প্ৰভৃতি দুই চাৰি পণ্ডিতে দিঙ্‌নাগক কালিদাসৰ প্ৰতিদ্বন্দ্বী বুলি সমৰ্থন কৰিছে যদিও মেকডোনেলে ইয়াৰ বিৰোধিতা কৰিছে। অধ্যাপক আৰ, এন আপ্তেৰ মতে দিঙ্‌নাগ আৰু নিচুল কেতিয়াও কৱিৰ সমসাময়িক নাছিল। বিশেষতঃ ৪০৪ খৃষ্টাব্দতে বসুবন্ধুৰ গ্ৰন্থ চীনা ভাষালৈ অনূদিত হোৱা কথাও এই মতৰ বিপক্ষে যায়।

**মাতৃগুপ্ত আৰু কালিদাস-** কল্হনে তেওঁৰ ৰাজতৰঙ্গিনীত উল্লেখ কৰিছে যে উজ্জয়িনীৰ ৰজা বিক্ৰমাদিত্যই তেওঁৰ অন্তৰঙ্গ বন্ধু মাতৃগুপ্তক কাশ্মীৰৰ ৰাজপাটত বহুৱাইছিল। ডঃ ভাওদাজীৰমতে এই মাতৃগুপ্তাচাৰ্যই আছিল কালিদাস। কিয়নো, মাতৃগুপ্তও এজন প্ৰসিদ্ধ কৱি আছিল। কথা হ'ল, ৰাজতৰঙ্গিনীত এনে বহুত অৰ্দ্ধসত্য কথা আছে, যিয়ে ইয়াৰ ঐতিহাসিক মূল্য হ্ৰাস কৰিছে। তদুপৰি কল্হন নিজে মাতৃগুপ্তকেই কালিদাস বুলি ঘূণাক্ষৰেও উল্লেখ কৰা নাই। গতিকে ভাওদাজিয়ে আগবঢ়োৱা যুক্তি আৰু অভিমত মানি লোৱা টান। ইয়াৰ উপৰি কালিদাসক ষষ্ঠ শতিকাৰ কৱি বুলি ক'বলৈও টান হয়।

**খৃষ্টপূৰ্ব প্ৰথম শতিকা-** ভালেমান পণ্ডিতে কৱি কালিদাসক খৃঃ পূঃ প্ৰথম শতিকাৰ কৱিৰূপে গণ্য কৰে। তেওঁলোকৰ মাজৰে গোড়া-পন্থীসকলে পৰম্পৰাৰ ওপৰত অধিক আস্থা ৰাখে। তেওঁলোকৰ মতে ৰজা বিক্ৰমাদিত্যই পোনতে খৃঃ পূঃ ৫৭ অব্দত বিক্ৰম সম্বৎ প্ৰতিষ্ঠা কৰে। কালিদাস এইজন বিক্ৰমাদিত্যৰ সভাকৱি আছিল বুলি তেওঁলোকৰ দৃঢ় বিশ্বাস। 'কালকাচাৰ্য কথানক' নামে গ্ৰন্থত কোৱা হৈছে যে কালক নামে এজন জৈন মুনিৰ ভনীয়েকক উজ্জয়িনীৰ ৰজা গৰ্দভিল্লই অপহৰণ কৰে। তাৰ পোটক তুলিবলৈ কালকে শকসকলক উচটনি দি উজ্জয়িনী আক্ৰমণ কৰায়। কথাসৰিৎ সাগৰ আৰু বৃহৎকথামঞ্জৰীত কোৱা হৈছে যে মালৱৰ ৰজা মহেন্দ্ৰাদিত্যৰ পুত্ৰ বিক্ৰমাদিত্য বিষমশীলে আক্ৰমণকাৰী শকসকলক পৰাস্ত কৰে। অধ্যাপক স্তেনকোনৰ মতে এইজন বিক্ৰমাদিত্যই বিক্ৰম সম্বৎ প্ৰচলন কৰে। হাল নামে কৱিয়ে ৰচনা কৰা গাথা সপ্তশতীৰ শ্লোক এটিয়েও এই কথা সমৰ্থন কৰে। শ্লোকটি এনে-

সংবাহন সুহৰসতোসিয়েণ দেন্তেন তুহ কৰে লক্খং।
চলণেন বিক্ৰমাইত্তচৰিআং অনুসিক্খিঅং তিস্সা।।

(২) ৰঘুবংশৰ ষষ্ঠ সৰ্গত (শ্লোক ৫৯-৬০) উৰগপুৰত ৰাজত্ব কৰা পাণ্ড্য ৰজাৰ উল্লেখ পোৱা যায়। সেইদৰে চতুৰ্থ সৰ্গৰ ৪৯শতম শ্লোকতো সুদূৰ দক্ষিণৰ পাণ্ড্যসকলৰ উল্লেখ কৰা হৈছে। তামিলনাদু প্ৰদেশৰ অন্তৰ্গত উৰয়ুৰেই এই উৰগপুৰ আছিল বুলি অনুমান কৰা হয়। কৰিকাল চোলৰ (খৃঃ ১ম শতিকা) পূৰ্বতেই পাণ্ড্যসকলে গৌৰৱৰ উচ্চস্তৰত উঠিছিল বুলি জনা যায়। পিছলৈ খৃঃ ৩য় শতিকাত উৰগপুৰৰ সলনি মাদুৰাহে চোলৰজা সকলৰ ৰাজধানী হয়। চি, ভি, বৈদ্য প্ৰভৃতি পণ্ডিতৰ মতে খৃঃ ১ম শতিকাৰ আগতে যে কালিদাসৰ আৱিৰ্ভাৱ হৈছিল তাক পাণ্ড্যসকলৰ উল্লেখে প্ৰমাণ কৰে।

শুংগ কাল- মালৱিকাগ্নিমিত্ৰ নাটকৰ তিনিটা চৰিত্ৰ - পুষ্যমিত্ৰ, অগ্নিমিত্ৰ আৰু বসুমিত্ৰক শুঙ্গবংশীয় ৰাজপৰিয়ালভুক্ত ঐতিহাসিক পুৰুষ বুলি কোৱা হয়। জনা যায় যে ১৮৫ খৃঃ পূৰ্বাব্দত মৌৰ্য সেনাপতি পুষ্যমিত্ৰই ৰজা বৃহদ্ৰথক হত্যা কৰি সিংহাসন অধিকাৰ কৰে আৰু মগধত শুঙ্গবংশ প্ৰতিষ্ঠা কৰে। এই বংশৰ ৰজাসকলে খৃঃ পূঃ ৭৩ অব্দলৈ ৰাজত্ব কৰে। পুষ্যমিত্ৰ নিজে এজন প্ৰসিদ্ধ শাসক আছিল আৰু তেওঁ ভালেমান ৰাজ্য জয় কৰে। তেওঁৰ পুতেক অগ্নিমিত্ৰ দশাৰ্ণৰ ৰাজধানী বিদিশাৰ শাসনকৰ্তা নিযুক্ত হয়। পুষ্যমিত্ৰই অনুষ্ঠিত কৰা অশ্বমেধ যজ্ঞৰ ঘোঁৰা ৰখীয়াও আছিল অগ্নিমিত্ৰ। তেওঁ বিদেশী শত্ৰুসকলকো দমাই ৰাখিবলৈ সক্ষম হয়। ৰঘুবংশত বৰ্ণিত দিলীপৰ অশ্বমেধ যজ্ঞ আৰু ৰঘুৰ দিগ্বিজয়েও শুঙ্গসকলৰ যজ্ঞানুষ্ঠান আৰু দেশজয়কে বুজায় বুলি কোনো কোনো পণ্ডিতে আঙুলিয়াব খোজে। মালৱিকাগ্নিমিত্ৰৰ বিশেষ ধৰণৰ ভৰতবাক্যৰ প্ৰতি নজৰ ৰাখি ভাষ্যকাৰ কাটিযৱেমই অভিমত দিছে যে এই নাটকখন অগ্নিমিত্ৰৰ ৰাজত্বকালতে ৰচনা কৰা হৈছিল। অথবা কৱিজন অগ্নিমিত্ৰৰ সভাকৱি আছিল। ভৰতবাক্যত থকা 'গোপ্তৰি অগ্নিমিত্ৰে' বাক্যাংশ ভাৱবচনত থকাটোৱেও সেইকালত কৱিজনৰ অৱস্থিতিৰ কথাকে সূচায় বুলি ভবা হয়। নাটকৰ আৰম্ভণিৰ শ্লোকেও তেনে নিৰ্দেশ কৰে। 'পুৰণি পদটিত শ্লেষ থকা কথা আঙুলিওৱা হৈছে। 'নাটকং খ্যাতবৃত্তং স্যাৎ' বোলা নাট্যশাস্ত্ৰীয় পুৰণি ৰীতিৰপৰা ফালৰি কাটি গৈ যেন কৱিয়ে জীৱিত ৰজা এজনৰ কাহিনীকে নাটকত চিত্ৰিত কৰিলে।

ডঃ চি, কুনহান ৰাজাই কালিদাস নিশ্চিতভাৱে অগ্নিমিত্ৰৰ সমকালীন আৰু বন্ধু আছিল বুলি ভাবে।

ভীটা মেডেলিয়ন- এলাহাবাদ চহৰৰ ওচৰত ভীটা নামে গাঁৱত ১৯০৯-১০ চনত মাৰ্চালে এটা 'টেৰাকোটা মেডেলিয়ন' আৱিষ্কাৰ কৰে। তাত অভিজ্ঞান-শাকুন্তলমৰ ১ম অঙ্কৰ (১ম দৃশ্যৰ) সদৃশ এক দৃশ্য অঙ্কিত আছে। তাত ঋষিকুমাৰ দুজনে আশ্ৰমৰ মৃগ নামাৰিবলৈ মৃগয়াচাৰীজনক খাটনি ধৰিছে আৰু আনকালে ঋষিকন্যা এজনীয়ে গছৰ গুৰিত পানী দি থকা দেখা যায়। সম্ভৱতঃ সেয়া শকুন্তলা। এই মেডেলিয়নটো শুঙ্গকালৰ (খৃঃ পূঃ ১৮৫-৭৩) বুলি ধৰা হৈছে। অধ্যক্ষ ৰায়ে এই অভিমত দিছে।

অশ্বঘোষ আৰু কালিদাস- বুদ্ধচৰিত, সৌন্দৰানন্দ আৰু সূত্ৰালঙ্কাৰ গ্ৰন্থৰ প্ৰণেতা অশ্বঘোষৰ আৱিৰ্ভাৱ খৃঃ ১ম শতিকাত হৈছিল বুলি কোৱা হয়।

অশ্বঘোষৰ বুদ্ধ চৰিত আৰু সৌন্দৰানন্দত পোৱা কেতবোৰ অৱস্থাৰ বৰ্ণনা আৰু গোটাদিয়েক শ্লোকেৰেসৈতে থকা কালিদাসৰ ৰঘুবংশ, কুমাৰসম্ভৱ আৰু মেঘদূতৰ কেতবোৰ অৱস্থাৰ বৰ্ণনা আৰু শ্লোকৰ সাদৃশ্যলৈ পণ্ডিতবৰ্গৰ দৃষ্টি আকৰ্ষিত হৈছে। কোনো কোনো পণ্ডিতে কালিদাসক অশ্বঘোষৰ ওচৰত ধৰুৱা বুলি মত প্ৰকাশ কৰে; আন এচামে অশ্বঘোষকেই কালিদাসৰ ওচৰত ঋণী বুলি দাবী কৰে। সৌন্দৰানন্দত (৬ষ্ঠ সৰ্গত) সুন্দৰীৰ বিলাপ, পিছৰ সৰ্গত নন্দবিলাপ পোৱাৰ দৰে কুমাৰ সম্ভৱত (৩য় সৰ্গত) ৰতিবিলাপ আৰু ৰঘুবংশত (৮ম সৰ্গ) অজৰ বিলাপ দেখা যায়। এনেবোৰ অৱস্থাৰ বৰ্ণনাসাম্যৰ উপৰিও শ্লোকৰ সাদৃশ্যও চকুত পৰে-

বাতা ববুঃ স্পৰ্শসুখা মনোজ্ঞা দিব্যানি বাসাংস্যৱপাতয়ন্তঃ।
সূৰ্যঃ স এৱাভ্যধিকং চকাশে জজ্বাল সৌম্যাৰ্চিৰনীৰিতোঽগ্নিঃ॥

বুদ্ধ ১/২২

দিশঃ প্ৰসেদুৰ্মৰুতো ববুঃ সুখা প্ৰদক্ষিণাৰ্চিৰ্হৱিৰগ্নিৰাদদে।
বভুৱ সৰ্বং শুভসংসি তৎক্ষণাৎ ভৱো হি লোকাভ্যুদয়ায় তাদৃশাম্॥

ৰঘু ৩/১৪

ইয়াৰে সৈতে ৰামায়ণ, বালকাণ্ড, ২২/৪-৫ তুলনীয়)।

তেনেদৰে সৌন্দৰানন্দৰ ৪/৪২ আৰু কুমাৰসম্ভৱৰ ৫/৮৫ শ্লোকৰ মাজত সাদৃশ্য চকুত লগা। আকৌ বুদ্ধচৰিতৰ ১১/৪৩ আৰু উত্তৰমেঘৰ ৪৬ নং শ্লোকৰ সমতাও দেখা যায়। পণ্ডিত কাৱেল (Cowel), কীথ (Keith), হিলেব্ৰাণ্ট (Hillebrandt) প্ৰভৃতিয়ে এই সমতাৰ আধাৰত কালিদাসকেই অশ্বঘোষৰ ওচৰত ঋণী বুলি কৈছে। কিন্তু অধ্যক্ষ সাৰদৰঞ্জন ৰয়, অধ্যাপক চট্টোপাধ্যায় আদিয়ে অশ্বঘোষকহে কালিদাসৰ ওচৰত ধৰুৱা বুলি দৃঢ় মত পোষণ কৰে। তাৰ ভেটিতে তেওঁলোকে কালিদাসৰ কাল খৃঃ পূঃ ১ম শতিকা বুলি ঠাৱৰ কৰে।

**ভাস আৰু কালিদাস-** কালিদাসৰ মালাবিকাগ্নিমিত্ৰৰ প্ৰস্তাৱনাত ভাসৰ নামোল্লেখ কৰা হৈছে (প্ৰথিতযশসাং ভাসসৌমিল্লক কবিপুত্ৰাদীনাং প্ৰবন্ধানতিক্ৰম্য বৰ্তমানকৱেঃ কালিদাসস্য ক্ৰিয়ামিমাং প্ৰষ্টুং কথং পৰিষদো বহুমানঃ)। নাট্যকাৰ ভাসৰ প্ৰভাৱ কৰি কালিদাসৰ ওপৰত পৰা কথা পণ্ডিতসকলে স্বীকাৰ কৰে। এই দুজন কবিৰ মাজত কালৰ ব্যৱধান অধিক নহয় বুলিও কোৱা হৈছে। ভাসৰ কাল খৃঃ পূঃ ৪ৰ্থ শতিকা বুলি এ, বি, পুচলকাৰে দৃঢ় অভিমত দাঙি ধৰিছে। সেয়ে হ'লে কালিদাসৰ কাল খৃঃ পূঃ ১ম শতিকাৰ পিছলৈ নিয়া সমিচীন নহ'ব।

**দায়াধিকাৰ প্ৰসঙ্গ -** অভিজ্ঞান শাকুন্তলম্ৰ ৬ষ্ঠ অঙ্কত ধনমিত্ৰৰ উত্তৰাধিকাৰ প্ৰসঙ্গ উত্থাপিত হৈছে। অপুত্ৰক সাউদৰ মৃত্যুত তেওঁৰ সম্পত্তি ৰজাৰ অধীনলৈ যোৱা নিয়মৰ উল্লেখো তাত কৰা হৈছে। এনে নিয়মেও খৃষ্টপূৰ্ব সময়লৈ নিৰ্দেশ কৰে বুলি কোৱা হয়।

**চৌৰ্যবৃত্তিৰ শাস্তি-** একেখন নাটকৰ ৬ষ্ঠ অঙ্কৰ প্ৰৱেশকত চৌৰ্যবৃত্তিৰ দায়ত পৰা মাছমৰীয়াক মৃত্যু-দণ্ডৰ ভাবুকি দিয়া চকুত পৰে। এনে গুৰু শাস্তিয়েও খৃষ্টপূৰ্ব সময়ত প্ৰচলিত শাসন ব্যৱস্থাকে সূচায়।

**কালিদাস আৰু হ্ছু কন (Hsu Kan)-**

চীনা কবি চু কন ১৯৬ খৃষ্টাব্দৰপৰা ২২১ খৃষ্টাব্দৰ ভিতৰত আবিৰ্ভূত হৈছিল বুলি জনা যায়। চিয়েন আন (Chien An) কালত আবিৰ্ভাৱ হোৱা সাতজন প্ৰসিদ্ধ লিখকৰ মাজত তেওঁ অন্যতম। চীনলৈ যোৱা বৌদ্ধ ধৰ্মমত প্ৰচাৰক সকলৰপৰা তেওঁ পালিভাষা আৰু সংস্কৃত ভাষা শিকিছিল। তেওঁ নাগাৰ্জুনৰ 'পদ্যমূলশাস্ত্ৰ'ৰ টীকাৰ চীনা অনুবাদ কৰে। তেওঁ এটা কবিতাত মেঘক দূত হিচাপে পত্নীৰ ওচৰলৈ পঠিয়াইছে আৰু বৈণীয়েকেও মেঘকেই দূত কৰি পিৰিয়েকলৈ মনৰ বতৰা দিছে–

'হে ভাসমান মেঘ! তুমি উৰ্ধাকাশত সাঁতুৰি ফুৰা, তোমাৰ উৰন্ত পাখিত প্ৰণয়ীলৈ মোৰ এই বতৰা বৈ নিয়া, আঃ তুমি উটি ভাহি ফুৰা, মোৰ বেদনালৈ কেৰেপকে নকৰা, বৃথাকৈ ভাল পাই আতুৰ হৈ ৰ'বলৈ মোক এৰি গলা, আন প্ৰবাসীসকলে ঘৰলৈ প্ৰত্যাগমন কৰা মই দেখিছোঁ, তেওঁৰ প্ৰত্যাগমনৰ প্ৰত্যাশা মই নকৰিম কিয়? যিহেতু মোৰ বুকুৰ মৰমে অকলে এৰিলে এদিন, মোৰ আদৰ্শ হৈ ৰ'ল আজিও ধূলি ধূসৰিত, মোৰ হৃদয়ে নিম্নগামী জলস্ৰোতৰ দৰে শান্তি কি নাজানি আঘাতৰ উপৰি আঘাতহে পাইছে। তাৰ শেষ হ'লে নাই।'

ভাষাবিদ হৰিনাথ দেই কয় যে কালিদাসে চু কনৰ প্ৰভাৱত পৰাহেঁতেন কবিৰ কাল খৃঃ ৩য় শতিকা হ'লহেঁতেন। সেয়া অস্বাভাৱিক। কালিদাসে চীনা সাহিত্যৰদ্বাৰা প্ৰভাৱান্বিত হোৱা নাই। বৰঞ্চ চু কন আৰু চীনা সাহিত্যহে কালিদাসৰ প্ৰভাৱত পৰিছিল। গতিকে কালিদাসৰ কাল খৃষ্টপূৰ্বলৈ যোৱা স্বাভাৱিক।

মহাকবি কালিদাসক খৃঃ পূঃ ১ম শতিকাৰ কবি বুলি ঠাৱৰ কৰিবলৈ যিবোৰ যুক্তি আৰু প্ৰমাণ দাঙি ধৰা হৈছে সিবোৰৰ বিপৰীতেও অভিমত পোৱা যায়। (১) খৃঃ পূঃ ১ম শতিকাত কোনো ৰজাই বিক্ৰমাদিত্য উপাধি লৈ উজ্জয়িনীত ৰাজত্ব কৰাটো প্ৰমাণিত হোৱা নাই। সেই সময়ত সাতবাহন ৰাজবংশেই উজ্জয়িনীত ৰাজত্ব কৰিছিল আৰু তেওঁলোকৰ বংশত কোনো ৰজাই বিক্ৰমাদিত্য উপাধি গ্ৰহণ কৰা নাছিল বুলি জনা যায়। বিষমশীল বিক্ৰমাদিত্যৰ অস্তিত্বও সন্দেহাতীত নহয়। আনকি কালাচাৰ্য কথানকৰ চন-তাৰিখো সন্দেহৰ বিষয়। (২) পাণ্ড্যসকলে উৰমপুৰত ৰাজত্ব কৰাৰ প্ৰমাণ নাই। বৰঞ্চ এই বংশৰ ৰজাসকলে খৃষ্টজন্মৰ আগৰেপৰা মাদুৰাইত ৰাজত্ব কৰিছিল বুলি জনা যায়। গতিকে কালিদাসে উৰগপুৰৰ উল্লেখ কৰা কথাই কবিৰ সময় নিৰূপণত সহায় নকৰে। (৩) একেদৰে কালিদাসে শুংগকালত বাসকৰাটোও অগ্ৰাহ্য কৰা হয়। বাণভট্ট প্ৰভৃতিয়েও শুংগ বংশ প্ৰতিষ্ঠাৰ কথা কৈ গৈছে। (৪) ভীটা মেডেলিয়নৰ চন-তাৰিখলৈও সন্দেহ আছে। তদুপৰি গৌতমবুদ্ধ বা অন্য কোনো লোকৰো চিত্ৰ তাত চিত্ৰিত হোৱাৰ সম্ভাৱনা থাকে। (৫) অশ্বঘোষে কবি কালিদাসৰপৰা ধাৰ কৰাটোও বিশ্বাসযোগ্য নহয়। বৰঞ্চ কালিদাসেহে অশ্বঘোষৰ কাব্যৰপৰা ধাৰ কৰা বুলি কোৱা হয়। (৬) ভাস আৰু কালিদাসৰ মাজত কেইশতিকামানৰ ব্যৱধান বুলি ধৰিলেও মূল কথাৰ পৰিবৰ্তন নহয়– কালিদাস ভাসৰ পৰৱৰ্তী - ই সন্দেহাতীতভাৱে প্ৰমাণিত।

গুপ্তকাল– যিসকল পণ্ডিতে এই মতবাদ সমৰ্থন কৰে তেওঁলোকে পোনতে

কালিদাসৰ কালৰ দুই সীমা নিৰ্ধাৰণ কৰে। (১) বাণভট্টই (৭ম শতিকা) আৰু ২য় পুলকেশীৰ এইহোল শাসনাৱলীয়ে (৬৩৪ খৃঃ) কালিদাসক ৭ম শতিকাৰ পূৰ্ববৰ্তী বুলি সাক্ষ্য দিয়ে। সেইদৰে মান্দাচোৰ শাসনাৱলীয়েও (মালৱাব্দ ৫২৯ অৰ্থাৎ খৃঃ ৪৭৩) কালিদাসৰ সময় নিৰূপণত সহায় কৰে। এই লেখৰ ৰচক বৎসভট্টিয়ে প্ৰশস্তি ৰচোঁতে কালিদাসৰ মেঘদূতৰ শ্লোকৰ অনুকৰণ কৰিবলৈ যত্ন কৰা দেখা যায়। উত্তৰ মেঘৰ ৬৬ নং শ্লোক 'বিদ্যুৱন্তং ললিতবনিতাঃ সেন্দ্ৰচাপং সচিত্ৰাঃ' আদিৰ অনুকৰণত বৎসভট্টিয়ে প্ৰশস্তিৰ ১০ম শ্লোকটি এইদৰে ৰচিছে ঃ

চলৎপতাকান্যবলাসনান্যৰ্থশুক্লান্যধিকোন্নতানি।
তড়িল্লতাচিত্ৰসিতাভ্ৰকূটতুল্যোপমানানি গৃহাণি যত্ৰ।।

সেইদৰে বৎসসভট্টিয়ে কালিদাসৰ ঋতুসংহাৰৰ ২য়, ৩য় সৰ্গৰ বৰ্ণনাৰ সাৰমৰ্ম প্ৰশস্তিৰ ৩১ নং শ্লোকত 'ৰাম সনাথ— হিমদহ্নপদ্মে' আদি ৰচনা কৰে বুলি কোৱা হয়। বৎসভট্টি নিঃসন্দেহে কালিদাসৰ ওচৰত ঋণী। সেয়ে হ'লে কালিদাস ৪৫০ খৃঃ অব্দৰ পূৰ্বৰ কৰি আছিল বুলি ক'ব পাৰি।

আনহাতে ভি, ভি, মিৰাশীয়ে কয় যে মহাকৱি কালিদাসে অভিজ্ঞানশাকুন্তলমৰ ৪ৰ্থ অঙ্কত 'শুশ্ৰূষস্ব গুৰূন' ইত্যাদি (৪/১৮) শ্লোকটি বাৎসায়নৰ কামশাস্ত্ৰত লিখিত নাৰীৰ কৰ্তব্যবিলাকৰ ভেটিত ৰচনা কৰিছে। এইক্ষেত্ৰত বাৎসায়নৰ ওচৰত কালিদাসক ঋণী বুলি ভবাৰ থল আছে। বাৎসায়নে বৎসগুল্ম নামে নগৰৰ বাসিন্দাসকলৰ আচাৰ-ব্যৱহাৰৰ বিষয়ে তেওঁৰ গ্ৰন্থত উল্লেখ কৰিছে। জনা যায় যে বাকাটক বংশৰ এটি ডালে খৃঃ ৪ৰ্থ শতিকাৰ ১ম চোৱাত বৎসগুল্মত ৰাজত্ব কৰা সময়ত এই নগৰে প্ৰসিদ্ধি লাভ কৰে। সেয়ে হ'লে কালিদাসক ৩৫০ খৃষ্টাব্দৰ পিছত আবিৰ্ভূত কৰি বুলি ভাবিবৰ থল আছে।

এতিয়া বিচাৰ্য বিষয় হৈছেঃ (১) ৩৫০-৪৫০ খৃষ্টাব্দৰ ভিতৰত শান্তিময় আৰু প্ৰাচুৰ্যপূৰ্ণ ৰাজনৈতিক অৱস্থা দেশত বিৰাজ কৰিছিল নে নাই আৰু (২) সেই এশ বছৰৰ ভিতৰত উজ্জয়িনীত বিক্ৰমাদিত্য খিতাব লোৱা কোনোবা ৰজা আছিল নে নাই। (৩) তদুপৰি তেনেজন ৰজাই বহিৰাগত শকসকলক দমন কৰি শকাৰি উপাধি কৰিছিল নে নাই সিও বিচাৰণীয়। এই সময়ছোৱাত বিক্ৰমাদিত্য খিতাপ লৈ উজ্জয়িনীত ৰাজত্ব কৰা এজন মাথোন ৰজাৰ বিষয়ে ইতিহাসে আমাক ক'ব পাৰে; তেওঁ হ'ল গুপ্তবংশীয় ৰজা সমুদ্ৰগুপ্তৰ আত্মজ দ্বিতীয় চন্দ্ৰগুপ্ত। তেওঁ ৩৯৫ খৃষ্টাব্দত মালৱ আৰু সৌৰাষ্ট্ৰৰ শক ক্ষত্ৰপসকলক নিৰ্মূল কৰে বুলিও জনা যায়। ২য় চন্দ্ৰগুপ্ত এজন বিদ্যোৎসাহী ৰজা আছিল আৰু তেওঁ সংস্কৃত পাণ্ডিত্যৰ যথোচিত পৃষ্ঠপোষকতা কৰা কথাও জনা যায়। শব নামে তেওঁৰ সচিব এগৰাকী কৱি আছিল বুলি উদয়গিৰি গুহাত প্ৰাপ্ত লেখত পোৱা যায়। ৰজা ২য় চন্দ্ৰগুপ্তই উজ্জয়িনীত ৰাজধানী পাতে আৰু তেওঁ নিজেই এজন কৱি আছিল বুলি জনা যায় (এফ, ডব্লিউ, টমাচ সম্পাদিত কবীন্দ্ৰবচন সমুচ্চয় দ্ৰষ্টব্য)।

ক্ষেমেন্দ্ৰৰ 'ঔচিত্য বিচাৰচৰ্চা' গ্ৰন্থত কালিদাসে 'কৌন্তেশ্বৰদৌত্যম্' নামে এখন গ্ৰন্থ প্ৰণয়ন কৰিছিল বুলি উল্লেখ কৰা হৈছে। (অসকলহসিতত্বাৎক্ষালিতানীৱ

কান্ত্যা মুকুলিতনয়নত্বাদ্ব্যক্ত কর্ণোৎপলানি। শিৱতি মধুপুষ্টান্যানন্দানি প্ৰিয়াণাং ত্বয়ি বিনিহিতভাৰঃ কুন্তলানামধীশঃ॥ ম্ঃ)। মালাৱৰ পুত্ৰ দেৱৰাজ কুন্তলৰ অধিপতি আছিল। তেওঁৰ সভালৈ ২য় চন্দ্ৰগুপ্তই কবি কালিদাসক দূতৰূপে পঠিওৱা কথা ঠাৱৰ কৰা হয়। অন্য পুৰণি গ্ৰন্থৰ সাক্ষ্যৰদ্বাৰাও এই কথা সমৰ্থিত হৈছে। পৰম্পৰা অনুসৰি কবি কালিদাসে সেতুবন্ধ ৰচনা কৰোঁতা প্ৰৱৰসেনক সহায় কৰিছিল। এই প্ৰৱৰসেনক চন্দ্ৰগুপ্তৰ জীয়াৰী প্ৰভাৱতী গুপ্তৰ পুত্ৰ (বাকাটক বংশীয়) ২য় প্ৰৱৰসেন বুলি ধৰা হৈছে। আকৌ এই প্ৰভাৱতীক বাকাটক ৰাজকুমাৰ ৰুদ্ৰসেন ২য়লৈ বিয়া দিয়া উপলক্ষ্যে কবি কালিদাসে মালৱিকাগ্নিমিত্ৰ ৰচিছিল বুলি কোৱা হয়। ২য় চন্দ্ৰগুপ্তৰ আদেশত প্ৰভাৱতীৰ মুৰুব্বীয়া ল'ৰা দিৱাকৰসেনৰ দেৱানৰূপে কাৰ্যনিৰ্বাহ কৰিবলৈ বাকাটকত থাকোঁতেই কবি কালিদাসে মেঘদূত ৰচনা কৰে বুলিও কোৱা হয়। বিক্ৰমোৰ্বশীয়ম্ নাটকৰ নামত থকা 'বিক্ৰম' শব্দটিয়ে ২য় চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যৰ কথাকে সূচায়। চন্দ্ৰগুপ্তৰ পুত্ৰ কুমাৰগুপ্তৰ জন্মক সাৰোগত কৰিয়েই কবিয়ে যেনিবা 'কুমাৰসম্ভৱম্' মহাকাব্য ৰচিছিল। আকৌ ৰঘুবংশত (৪র্থ সর্গ) বর্ণিত ৰঘুৰ দিগ্বিজয়ে চন্দ্ৰগুপ্তৰ দিগ্বিজয়কে সূচায় বুলিও আঙুলিয়াই দিয়া হৈছে। ২য় চন্দ্ৰগুপ্তৰ ৰাজত্বকাল ৩৮০ খৃষ্টাব্দৰ পৰা ৪১৩ খৃঃ পৰ্যন্ত। কালিদাস সম্ভৱতঃ ২য় চন্দ্ৰ গুপ্ত আৰু কুমাৰগুপ্তৰ কালত জীয়াই আছিল। আনকি তেওঁ স্কন্দগুপ্তৰ সময়লৈ জীয়াই আছিল বুলিও কোনো কোনোৱে ক'ব খোজে।

এই সূত্ৰৰ সমৰ্থনত কালিদাসৰ গ্ৰন্থত পোৱা কেতবোৰ বাক্য বা বাক্যাংশলৈ আঙুলিয়াই দিয়া হয় আৰু দাবী কৰা হয় যে সিবোৰত গুপ্তবংশীয় ৰজা সকলৰ উল্লেখ (পৰোক্ষভাবে) নিহিত আছে। সমুদ্ৰগুপ্তকে প্ৰমুখ্য কৰি গুপ্তৰজাসকল সম্বন্ধে 'আসমুদ্ৰক্ষিতীশানাং (ৰঘু ১/৫), 'গোপ্তৃ-গুপ্তভমেন্দ্ৰিয়া' (ৰঘু ১/৫৫), গোপ্তা গৃহিণীসহায়ঃ' (ৰঘু ২/২৪), 'গোপ্তুৰ্গুণোদয়ম্' (ৰঘু ৪/২০), 'গুপ্তমূল প্ৰত্যন্ত' (ৰঘু ৪/২৬) আদি উদাহৰণ দাঙিধৰা হয়। 'ইন্দুঃ ক্ষীৰনিধাবিৱ' (ৰঘু ১/১২), 'প্ৰভাতকল্পা শশিনেৱ' (ৰঘু ৩/২), 'বালচন্দ্ৰমা' (৩/২২), 'কুমাৰোঽপি কুমাৰবিক্ৰমঃ' (ৰঘু ৩/৫৫), 'কুমাৰকল্পং সুষুৱে কুমাৰং' (ৰঘু ৫/৩৬) 'বিভিদে কুমাৰঃ' (ৰঘু ৫/৩৭), 'আ কুমাৰ কথোদ্ঘাতং' আদিত চন্দ্ৰগুপ্ত আৰু কুমাৰ গুপ্তৰ নিৰ্দেশ কৰা হয় বুলি কোৱা হৈছে। 'শ্ৰিয়ং মহেন্দ্ৰনাথস্য' (ৰঘু ৪/৪৩) বাক্যাংশত মহেন্দ্ৰাদিত্য পদে কুমাৰগুপ্তক বুজায়। তদুপৰি 'স্কন্দস্য মাতুঃ' (ৰঘু ২/৩৬), 'স্কন্দেন সাক্ষাদিৱ' (ৰঘু ৭/১), তত্ৰ 'স্কন্দং নিয়তৱসতিং' (মেঘ ১/৪৩) আদিৰে স্কন্দগুপ্তৰ কথা সূচায়। 'সগুপ্তমূলপ্ৰত্যন্তঃ শুদ্ধ পাৰ্ষ্ণিৰয়ান্বিতঃ ষড়্বিধং বলমাদায় প্ৰতস্থে দিগ্জিগীষয়া।' (ৰঘু ৪/২৬) আদিত দিলীপৰ অশ্বমেধত ৰঘুৰ দিগ্বিজয় যাত্ৰাবৰ্ণনাতে সমুদ্ৰগুপ্তৰ অশ্বমেধত চন্দ্ৰগুপ্তৰ দিগ্বিজয়ৰ সাদৃশ্য বিচাৰি পোৱা গৈছে। 'ৰক্ষ্' ধাতুৰ সলনি 'গুপ্' ধাতুৰ বহুল প্ৰয়োগেও এনে সূচনাকে কৰিছে বুলি অনুমান কৰা হয়।

প্ৰকৃততে ক'বলৈ গ'লে, পৰাম্পৰানুগ খৃঃ পূঃ শতিকা সূত্ৰ আৰু গুপ্তকাল সূত্ৰ কোনোটিৰে সমৰ্থনত কোনো প্ৰত্যক্ষ বা পোনপটীয়া আৰু সৰ্বজনগ্ৰাহ্য

সাক্ষ্য পোৱা নাযায়। ১ম সূত্ৰটি সম্ভাৱনাৰ ওপৰত নিৰ্ভৰশীল আৰু ২য়টি বাতাবৰণ সম্বন্ধীয় কথাৰ ওপৰত ভেটি কৰা। যদিও প্ৰাচ্য-প্ৰতীচ্যৰ ভালেমান পণ্ডিতে গুপ্তকাল সূত্ৰ সমৰ্থন কৰে আৰু আমিও তাক মানি লৈছোঁ, তথাপি কালিদাসৰ কাল তাতোকৈ প্ৰাচীন বুলি যুক্তি সাক্ষ্য আদিৰে প্ৰমাণিত হ'লে আচৰিত নহ'ব।

# ৰচনাৰ ক্ৰম

ভাৰতীয় সাহিত্যিক পৰম্পৰাই প্ৰায় দুকুৰিখন গ্ৰন্থ[১] মহাকবি কালিদাসে ৰচনা কৰিছিল বুলি সাক্ষ্য দিয়ে। আৰু ভিতৰত ঋতুসংহাৰ, কুমাৰসম্ভৱ, মেঘদূত আৰু ৰঘুবংশম এই চাৰিখন শ্ৰব্য কাব্য আৰু মালবিকাগ্নিমিত্ৰম্, বিক্ৰমোৰ্ৱশীয়ম্ আৰু অভিজ্ঞানশকুন্তলম্ এই তিনিখন দৃশ্যকাব্য বা নাটক নিঃসন্দেহে কবি কালিদাসৰ মৌলিক ৰচনা বুলি চিনাক্ত কৰা হৈছে। ইয়াৰ উপৰিও মহাকবিজনে কৌন্তেশ্বৰদৌত্যম্ নামে অন্য এখনি গ্ৰন্থও ৰচনা কৰিছিল বুলি জনা যায়। আনবোৰ গ্ৰন্থ কালিদাসে ৰচনা কৰা কথা পণ্ডিতসকলে স্বীকাৰ নকৰে। ইমানবোৰ নিম্নমানৰ কাব্য বা অন্য গ্ৰন্থ কালিদাসৰ নামত প্ৰচলিত হৈ থকাৰ কাৰণ দুটা হ'ব পাৰে। (১) অন্য অৰ্বাচীন অখ্যাত কবিৰ ৰচনা কালিদাসৰ নামত চলোৱাৰ প্ৰচেষ্টাও এটা কাৰণ হ'ব পাৰে। (২) আনহাতে একে নামৰ একাধিক কবিয়ে নানান গ্ৰন্থ ৰচনা কৰি থোৱাটোও অসম্ভৱ নহয়। ৰাজশেখৰে তেনে একাধিক কালিদাসৰ বিষয়ে উনুকিয়াইছে।

এক্কোঽপি জীয়তে হন্ত কালিদাসো ন কেনচিৎ।
শৃঙ্গাৰে ললিতোদ্গাৰে কালিদাসে ত্ৰয়ী কিমু।।[২]

সৰ্বজন স্বীকৃত গ্ৰন্থ সাতখনৰ কোনখন তেতিয়া মহাকবি কালিদাসে ৰচনা কৰিছিল বা গ্ৰন্থ কেইখনৰ ৰচনাৰ কালক্ৰম নিৰূপণ কৰিবলৈ বহিঃ প্ৰমাণৰ অভাৱ অনুভৱ কৰা হয়। একমাত্ৰ আন্তঃসাক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰিহে তেনে আলোচনা কৰা সম্ভৱ। আন্তঃ প্ৰমাণৰ ওপৰত ভেটি কৰি পণ্ডিতসকলে ঋতু সংহাৰক কবিৰ আদ্য ৰচনা বুলি কয়।[৩] মালবিকাগ্নিমিত্ৰম্ নামে নাটকখন ইয়াৰ পৰৱৰ্তী ৰচনা বুলি অভিমত পোৱা যায়। নতুন কবি-নাট্যকাৰসকলে সাধাৰণতে যিদৰে জীৱনৰ প্ৰথম ৰচনাত নিজৰ জ্ঞাত শাস্ত্ৰাদিৰ জ্ঞান প্ৰদৰ্শন কৰে ঠিক সেইদৰে ঋতুসংহাৰ আৰু মালবিকাগ্নিমিত্ৰম্ নাটকতো কালিদাসে নিজৰ সুপৰিচিত শাস্ত্ৰাদিৰ জ্ঞান প্ৰায়েই প্ৰদৰ্শন কৰিছে। তদুপৰি কবিয়ে এই দুই গ্ৰন্থত বিশেষ সাফল্য লাভ কৰিব পৰা নাই। কুমাৰসম্ভৱ, বিক্ৰমোৰ্ৱশীয়ম্ আৰু মেঘদূত ইয়াৰ পাছৰ ৰচনা। এই তিনিখন গ্ৰন্থত কবিৰ প্ৰতিভাৰ স্বাক্ষৰ পোৱা যায়। কাব্যিক বা নাট্যকলাৰ সুপ্ৰয়োগ এই গ্ৰন্থ কেইখনত চকুত পৰে। ভাৰতীয় জাতীয় চৰিত্ৰ অঙ্কন আৰু সংস্কৃতিৰ স্বাক্ষৰো এইবোৰ গ্ৰন্থত পৰিস্ফুট হৈছে। ইয়াৰ পৰৱৰ্তী ৰচনা হৈছে ৰঘুবংশম আৰু অভিজ্ঞানশাকুন্তলম্। এই দুই গ্ৰন্থত কবি কালিদাসৰ পৰিপক্ক লেখনিৰ স্বাক্ষৰ দেখিবলৈ পোৱা যায়। কম শব্দৰ মাজেৰে অধিক ভাৱপ্ৰকাশ কৰিব পৰা গুণৰাশি এই দুয়োখন গ্ৰন্থতে পৰিলক্ষিত হয়। বিষয়বস্তুৰ চয়ন প্ৰণালী, বৰ্ণনা আৰু কলাৰ সুপ্ৰয়োগে এই গ্ৰন্থ দুখনিক অমৰ কীৰ্তি কৰি তুলিছে। ইয়াত ৰং আৰু ৰূপে সমানে যেন প্ৰতিযোগিতা কৰিছে। এই গ্ৰন্থ কেইখনে কবি কালিদাসক বিশ্বৰ অন্যতম প্ৰখ্যাত কবি-নাট্যকাৰসকলৰ শাৰীলৈ উন্নীত কৰিছে।

কাব্যগ্ৰন্থ কেইখনলৈ এৰি থৈ নাটকলৈ চকু দিলে দেখা যায় যে মালৱিকাগ্নিমিত্ৰম্ নাটকেই তেওঁৰ প্ৰথম নাট্য প্ৰচেষ্টা।[৪] এই নাটকখন যে কবিৰ আগ বয়সৰ ৰচনা আৰু প্ৰথম নাট্যকৃতি এই ধাৰণা একাধিক তথ্যৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰথমতঃ কৱিজনে এইখন নাটকৰ প্ৰস্তাৱনাত অধিকতৰ বিনম্ৰতাৰ পৰিচয় দি গৈছে। দ্বিতীয়তে তেওঁ বিদূষকৰ দৰে নিম্ন বৰ্গৰ চৰিত্ৰৰ ওপৰত অনাৱশ্যকভাৱে অধিক গুৰুত্ব আৰোপ কৰিছে। তৃতীয়তে নাটকৰ নায়িকা মালৱিকাৰ চৰিত্ৰ প্ৰতি নায়িকা ইৰাৱতী আৰু ধাৰিণীৰ উদাত্ত চৰিত্ৰ আৰু খৰিযালৰ মাজত পোট খাই গৈছে। চতুৰ্থতে কৱিজনে নাট্যশাস্ত্ৰীয় আৰু নাট্যকলাৰ জ্ঞান 'প্ৰদৰ্শন' চমকপ্ৰদভাৱে অধিককৈ দেখুৱাৰ প্ৰয়াস দৰ্শক পাঠকৰ চকুত পৰে। এনেবোৰ ত্ৰুটী-বিচ্যুতি পোনতে নাটক লিখিবলৈ লোৱা ন-লেখাকৰ ৰচনাত সততে দেখা পোৱা যায়। এই দোষবোৰ বিক্ৰমোৰ্ৱশীয়ম্ নাটকত হ্ৰাস পাইছে আৰু অভিজ্ঞানশাকুন্তলম নাটকত সমূলি অন্তৰ্হিত হৈছেগৈ।

মালৱিকাগ্নিমিত্ৰম নাটকত পাৰিপাৰ্শ্বিকে সূত্ৰধাৰে নতুন কৱিৰ নতুন নাটকৰ (মালৱিকাগ্নিমিত্ৰমৰ) অভিনয় দৰ্শকক দেখুৱাব খোজোঁতে ওজৰ তুলি কৈছে 'মা তাৱৎ। প্ৰথিতয়শসাং ভাস-সৌমিল্লকবিপুত্ৰাদীনাং প্ৰবন্ধানতিক্ৰম্য বৰ্তমানকবেঃ কালিদাসস্য ক্ৰিয়ায়াং কথং বহুমানঃ।' সূত্ৰধাৰে তাৰ উত্তৰত কৈছে,

'অযি বিৱেকবিভ্ৰান্তমভিহিতম। পশ্য-
পুৰাণমিত্যেৱ ন সাধু সৰ্বং
ন চাপি কাব্যং নৱমিত্যৱদ্যম্ঃ।
সন্তঃ পৰীক্ষ্যান্যতৰদ ভজন্তে
মূঢ় পৰত্যয়নেম বুদ্ধিঃ॥

(তুমি বিবেকৰ প্ৰতিকূলে কথা কৈছা। চোৱা, পুৰণি হ'ল বুলিয়েই সকলো কৰিকৃতি ভাল যে হ'ব, তাক কোৱা টান। আকৌ নতুন হ'লেই যে বেয়া কাব্য হ'ব তাকো কোৱা নেযায়। সজ্জনে ভাল বেয়া বিচাৰ কৰি তাৰে ভালটোক গ্ৰহণ কৰে। অকল মূঢ়জনেহে আনৰ চলাহি কথাত ভোল যায়।)

সূত্ৰধাৰ আৰু তেওঁৰ সহযোগী পাৰিপাৰ্শ্বিক কথোপকথনে ইঙ্গিত কৰে যে মালৱিকাগ্নিমিত্ৰম্ কালিদাসৰ প্ৰথম নাট্যকৃতি। ন কৱিজনে বা ন নাট্যকাৰে তেওঁৰ গ্ৰন্থ প্ৰকাশ কৰোঁতে সদায় মনত ভয় বা শঙ্কাৰ ভাৱ পোষণ কৰে কিজানিবা লব্ধপ্ৰতিষ্ঠসকলৰ ৰচনাৰ প্ৰচলনে তেওঁৰ ন কৃতিৰ প্ৰকাশৰ বাটত বাধাৰ হেঙাৰ বান্ধে।' কালিদাসেও তেওঁৰ পূৰ্বসূৰী লব্ধপ্ৰতিষ্ঠ ভাস, সৌমিল্ল, কৱিপুত্ৰ প্ৰভৃতিৰ নাট্যৰচনাই সমাজত সমাদৰ লাভ কৰি থকা অৱস্থাত তেওঁৰ দৰে ন লেখকৰ নতুন নাটকে সমাদৰ পাবনে (?) এনে শঙ্কা কৰা স্বাভাৱিক। ইয়াৰ পাছৰ বিক্ৰমোৰ্ৱশীয়মও নাটকত কৱিৰ মনৰ এই শঙ্কা ভাৱ প্ৰকাশ পোৱা নাই। বৰঞ্চ তাত কৱিৰ আত্মপ্ৰত্যয়ৰ স্বাক্ষৰহে দেখিবলৈ পোৱা যায়। তাত নতুন নাটক এখন দৰ্শকৰ সমুখত উলিয়াই দিবলৈ পাছি সূত্ৰধাৰে কৈছে, 'মাৰিষ, বহুশস্তু পৰিষদা পূৰ্বেষাং কবীনাং দৃষ্টঃ প্ৰয়োগবন্ধঃ। সোঽহমদ্য বিক্ৰমোৰ্ৱশীয়ং নামাপূৰ্বং নাটকং প্ৰয়োক্ষ্যে।' ইয়াত আগেয়ে অন্য বহুতো লব্ধপ্ৰতিষ্ঠজনৰ নাটক-অভিনয়ৰ

উপভোক্তা দর্শকৰ সমুখলৈ 'বিক্রমোৰ্ৱশীয়'ৰ অভিনয়প্রয়োগ উলিয়াই দিওঁতে কৱিজনৰ মনত শঙ্কাৰ লেশ অকণো নাই। বৰঞ্চ মনৰ দৃঢ়তা প্ৰকাশ কৰি সূত্রধাৰৰ মুখেৰে কোৱাইছে ঃ

প্রণয়িষু বা দাক্ষিণ্যাদথরা মদ্-বস্তু-পুৰুষ-বহুমানাৎ।
শৃণুত জনা অৱধানাৎ ক্রিয়ামিমাং কালিদাসস্য ॥

(আমাৰ প্ৰতি সৌজন্যবশতঃ অথবা নাট্যবস্তুৰ প্ৰতি বা নায়কৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবলৈকে হওক, হে লোকবৰ্গ কালিদাসৰ এই নাট্যক্রিয়ালৈ কাণ দিয়কচোন।)

ইয়াৰ মাজেৰে কৱিৰ বিনয়বত্তাৰ ভাৱ প্ৰকাশিত হৈয়েই থকা নাই, বৰঞ্চ নাটকৰ মহান বিষয়বস্তুৱে বা নায়কৰ উদাত্ত-চৰিত্ৰই দৰ্শকৰ চিত্ত হৰণ কৰিব বুলি দৃঢ়তাও প্ৰকাশিত হৈছে।

কৱিৰ অন্তিম ৰচনা অভিজ্ঞান শাকুন্তলম্ নাটকত কৱিয়ে সম্পূৰ্ণ আত্মবিশ্বাস আৰু মনৰ দৃঢ়তাৰ ভাৱ প্ৰকাশ কৰিছে। নাটকৰ প্ৰস্তাৱনাত সূত্ৰধাৰৰ পত্নী নটীয়ে সূত্ৰধাৰৰ নাট্য প্ৰয়োগৰ ভূয়সী প্ৰশংসা কৰি কৈছে,

'সুবিহিত প্রয়োগতয়ার্যস্য ন কিমপি পৰিহাস্যতে।' তথাপি মহাকৱিজনে বিদ্বানসকলৰ সমৰ্থন আৰু অনুমোদন প্ৰাৰ্থনা কৰি নিজৰ সহজ বিনয় প্ৰকট কৰি কৈছে ঃ

আপৰিতোষাদ্বিদুষাং ন সাধু মন্যে প্রয়োগবিজ্ঞানম্।
বলৱদপি শিক্ষিতানামাত্মন্যপ্রত্যয়ং চেতঃ ॥

(বিদ্বান লোকসকল পৰিতুষ্ট নোহোৱালৈকে আমাৰ এই নাট্য প্ৰয়োগ সুচাৰু হোৱা বুলি নাভাবোঁ। কিয়নো, মানুহ যিমানে শিক্ষিত নহওক কিয় তেওঁৰ আত্মপ্রত্যয় নাথাকে।)

বিদূষকৰ দৰে তলখাপৰ চৰিত্ৰচিত্ৰন সম্বন্ধে বিচাৰ কৰিলেও দেখা যায় যে মালৱিকাগ্নিম্ নাটকত বিদূষকে নাটকীয় কাৰ্য প্ৰসাৰণত যথেষ্ট প্ৰাধান্য বিস্তাৰৰ সুযোগ পাইছে। নাটকৰ আদিৰপৰা অন্তলৈকে সকলো অঙ্কতে বিদূষকৰ চমকপ্ৰদ উপস্থিতি লক্ষণীয় কথা। বিদূষকৰ চৰিত্ৰৰ মাজেৰেহে ৰজাই নিজৰ অভিপ্ৰেত কাৰ্যসিদ্ধিৰ পথ বিচাৰি পাইছে। ইয়াৰ ফলস্বৰূপে নাট্যকাৰে বিদূষকৰ দৰে নীচ-মধ্যম পাত্ৰৰ ওপৰত নিয়ন্ত্ৰণ হেৰুৱা যেন লাগে। ইয়াৰ পৰিণাম স্বৰূপে নায়কৰ চৰিত্ৰ অৱনমিত হৈছে, অথবা যথাৰ্থতা লাভত বাধা পাইছে। কিন্তু পৰৱৰ্তী নাটক বিক্রমোৰ্ৱশীয়মত নাট্যকাৰে বিদূষকৰ চৰিত্ৰৰ গুৰুত্ব কমাইছে। এই নাটকত বিদূষকক ৰজাৰ আজ্ঞাবহ ৰূপত দেখা গৈছে। তথাপি কমেও তিনিটা অঙ্কত (২য়, ৩য় আৰু ৫ম) বিদূষকে নাট্যকাৰ্যত ভাগ লৈছে আৰু প্ৰতিটো ক্ষেত্ৰতে তেওঁৱেই ৰজাক সান্ত্বনা দি ৰাখিছে।

অন্তিম নাটক অভিজ্ঞান শাকুন্তলম্‌ত পূৰ্বৰ নাটকত দেখা পোৱা দোষ-ত্ৰুটীবোৰ পাবলৈ নাই। এই নাটকত মাধৱ্যৰ চৰিত্ৰ তেনেই ম্লান আৰু কোনো প্ৰয়োজনীয় নাট্যকাৰ্যত তেওঁ কোনো ভূমিকা লোৱা চকুত নপৰে। দ্বিতীয় অঙ্কত ৰজাই মাধৱ্যক ৰাজধানীলৈ পঠিয়াই দি তেওঁক শকুন্তলা দৰ্শনৰপৰা বঞ্চিত কৰিছে। আনকি পঞ্চম অঙ্কতো শকুন্তলাক প্ৰত্যাখ্যান কৰা সময়তো বিদূষকক নাট্যকাৰ্যৰ পৰা আঁতৰাই ৰখা হৈছে। ৬ষ্ঠ অঙ্কত তেওঁ মাথোন অনুতপ্ত ৰজাক আশ্বাস

দিছে। যদিও নাটকৰ তিনিটা অঙ্কত বিদূষকৰ উপস্থিতি অনুভূত হয় তথাপি তেওঁ কোনো প্ৰকাৰে নাট্যকাৰ্যৰ প্ৰগতিত বিশেষ সহায়ক হোৱা নাই। তেওঁৰ চৰিত্ৰই ২য় আৰু ৬ষ্ঠ অঙ্কত বিপ্ৰলম্ভ শৃঙ্গাৰৰ অঙ্গৰস হাস্য সৃষ্টিত সহায় কৰিছে মাথোন।

একেদৰে নায়িকাৰ প্ৰতিনায়িকা সৃষ্টিৰ ক্ষেত্ৰতো কালিদাসে এক ক্ৰমহ্ৰাসমান পৰীক্ষা-নিৰীক্ষা চলোৱা যেন লাগে।[৫] মালৱিকাগ্নিমিত্ৰম্ নাটকত মালৱিকাক নায়িকাৰূপে উপস্থাপন কৰিলেও প্ৰতিনায়িকা ৰাণী ধাৰিণী আৰু ইৰাৱতীৰ চৰিত্ৰই দৰ্শকৰ মন অধিক আকৃষ্ট আৰু অধিকাৰ কৰে। ফলত নায়িকাৰ চৰিত্ৰৰ বিকাশ বাধাগ্ৰস্ত হয়। গতিকে নাট্যকাৰে সম্ভৱতঃ সাময়িকভাৱে অনুভৱ কৰিলে যে ১ম নাটকখনত প্ৰতিনায়িকাৰ সংখ্যাধিক্যই নায়িকাৰ চৰিত্ৰ বিকাশত বিঘিনি ঘটালে। সেয়ে তেওঁ বিক্ৰমোৰ্ৱশীয়ম্ নাটকত নায়িকা অপ্সৰা উৰ্বশীৰ বিপৰীতে ৰাণী ঔশিনৰীক একমাত্ৰ প্ৰতিনায়িকাৰূপে থিয় কৰাই নাটকীয় অন্তৰ্দ্বন্দ্ব সৃষ্টি কৰিবলৈ যত্ন কৰিলে। পিছে নাট্যকাৰৰ তুলিয়ে ঔশিনৰীৰ চৰিত্ৰত অধিককৈ মহত্ত্বৰ ৰং সানিলে। কিন্তু উৰ্বশীৰ চৰিত্ৰত পুঞ্জীভূত হৈ ৰ'ল স্বাৰ্থপৰতা আৰু কামপৰতাৰ ৰংবোৰ। গতিকে নায়িকাৰ চৰিত্ৰ বিকাশ হয় ক'ৰপৰা?

মালৱিকাগ্নিমিত্ৰম্ আৰু বিক্ৰমোৰ্ৱশীয়ম্ নাটকত নায়িকাৰ চৰিত্ৰ বিকাশৰ বাটত দেখা দিয়া ত্ৰুটীবোৰ ৩য় নাটকত নাট্যকাৰে পুনৰাবৃত্তি নকৰিবলৈ বদ্ধপৰিকৰ হোৱা চকুত পৰে। অভিজ্ঞানশকুন্তলমত তেওঁ শকুন্তলাৰ প্ৰতিনায়িকাৰ ৰূপত বহুপত্নীক ৰজাৰ কোনোজনী পত্নীকে থিয় কৰোৱা নাই। আৰম্ভণিৰেপৰা অন্তলৈকে নায়িকা শকুন্তলাৰ চৰিত্ৰই নাট্যকথা আৰু কাৰ্যৰ দীঘে-বানীয়ে এনেদৰে ব্যাপকতা লাভ কৰিলে যে ৫ম আৰু ৬ষ্ঠ অঙ্ক দুটাত হংসপদিকা আৰু বসুমতীৰ নামোল্লেখে নায়িকাৰ চৰিত্ৰ বিকাশত একো বাধাৰ সৃষ্টি নকৰি মাথোন ৰাজচৰিত্ৰ 'বহুবল্লভ' বুলিহে যেন বিন্ধিয়াই গ'ল। যদিওবা ২য় আৰু ৬ষ্ঠ অঙ্ক দুটাত শকুন্তলা সৌশৰীৰে উপস্থিত নাই, তথাপি তাতো সৰ্বতোভাৱে শকুন্তলাৰ কথাই সৰ্বাংশত প্ৰাধান্য বিস্তাৰ কৰি ৰ'ল। ইয়াৰপৰা বুজা যায় যে কৱিয়ে অভিজ্ঞানশকুন্তলম্ নাটক সদৌ শেষত ৰচনা কৰে। তাৰ পূৰ্বে তেওঁ আন দুখন নাটক একাদিক্ৰমে ৰচনা কৰে।

তদুপৰি মালৱিকাগ্নিমিত্ৰম্ নাটকৰ ৰচকক নাট্যবিষয়ত প্ৰশিক্ষণ লৈ থকা (apprentice) ছাত্ৰ যেন লাগে। সেই বাবে নাট্যশাস্ত্ৰীয় আৰু কলা সম্বন্ধীয় কথাবোৰে তেওঁৰ লিখনিত অধিক প্ৰকাশ লাভ কৰিছে। বিদূষকক নাট্যশাস্ত্ৰীয় বিধি অনুসৰি ঠিক এজন কলহপ্ৰিয় আৰু কামতন্ত্ৰসচিব ৰূপতে চিত্ৰিত কৰা হৈছে। আকৌ ৰজা অগ্নিমিত্ৰক 'দীৰ্ঘাক্ষং শৰদিন্দুকান্তিবদনং বাহুনতাবংসয়োঃ' (২/৩) আদি বৰ্ণনাৰে এজন নৃত্যৰ উপযোগী নায়কৰূপে উপস্থাপন কৰিছে; একেদৰে মালৱিকাকো 'নৃত্তাদস্যাঃ স্থিতমতিতৰাং কান্তমৃত্ত্বায়তাৰ্থম্ (২/৬) নৃত্য পটীয়সী নায়িকাৰূপে ৰূপায়িত কৰিছে। তদুপৰি পৰিব্ৰাজিকাৰ কথাৰে প্ৰকাশিত 'সৰ্বাঙ্গসৌষ্ঠৱাভিব্যক্তয়ে বিৰল নেপথ্যয়োঃ পাত্ৰয়োঃ প্ৰৱেশঃ' নাট্যশাস্ত্ৰৰ বিধিৰে

৫। এছ্ ৰামচন্দ্ৰ ৰাওৰ 'The Heroines of the plays of Katidasa- পুস্তিকা দ্ৰষ্টব্য।

খাপখোৱাকৈ কোৱা হৈছে। 'প্ৰয়োগ প্ৰধানং হি নাট্যশাস্ত্ৰং', 'তেন হি অৱিতথং তন্ত্ৰকাৰবচনং', 'জীমূতস্তনিতবিশঙ্কভির্ময়ূৰৈঃ' (১/২০), 'ভাৱজ্ঞানান্তৰ প্ৰস্তুতেন' (৩/১৪), 'ছেদো দশস্য দাহো বা' (৪/৪) আদি শ্লোকেও কৱিৰ তজ্জনিত জ্ঞান প্ৰদৰ্শনৰ লিপ্সাকে সূচায়। হৰদত্ত আৰু গণদাসৰ কাজিয়াৰ মাজেৰেও কৱিয়ে নাট্য আৰু নৃত্যৰ সবিশেষ জ্ঞান দাঙি ধৰিছে।

বিক্ৰমোৰ্শীয়ম্ আৰু অভিজ্ঞান শাকুন্তলম্ নাটকত কৱিয়ে তেনেদৰে জ্ঞান প্ৰদৰ্শনৰ পৰা বিৰত আছে। অৱশ্যে বিক্ৰমোৰশীয়ম্ নাটক নহৈ এখন উত্তম কাব্য হোৱাৰ ফালেহে ঢাল খাইছে। তাত শ্লোকৰ আধিক্যই সংলাপ ব্যাহত কৰিছে। অভিজ্ঞানশাকুন্তলম্ কৱিয়ে সংলাপ আৰু গীতিময় শ্লোক সাৰ্থকৰূপে ব্যৱহাৰ কৰিছে। ফলত এই গ্ৰন্থখন উৎকৃষ্ট নাটক হৈও ই সুন্দৰ কাব্যময় এই হৈ পৰিছে। এনেদৰে বিচাৰ কৰিলে মালৱিকাগ্নিমিত্ৰমক কৱিৰ প্ৰথম নাট্য প্ৰচেষ্টা বুলি প্ৰমাণ কৰিব পাৰি। সেইদৰে বিক্ৰমোৰ্শীয়ম্ নাটকক কৱিৰ দ্বিতীয় প্ৰচেষ্টা আৰু অভিজ্ঞান শাকুন্তলম্ নাটকখন কৱিৰ অন্তিম আৰু শ্ৰেষ্ঠ নাট্যকৃতি বুলি পতিয়ন যাব পাৰি।[৬]

— ✿ —

১। (১) অভিজ্ঞানশাকুন্তলম্, (২) বিক্ৰমোৰ্ৱশীয়ম্, (৩) মালৱিকাগ্নিমিত্ৰম্, (৪) ৰঘুবংশম্, (৫) কুমাৰসম্ভৱম্, (৬) মেঘদূতম্, (৭) কৌন্তেশ্বৰদৌত্যম্, (৮) ঋতুসংহাৰম্, (৯) অশ্বাত্তৰ, (১০) কল্যাণস্তৱ, (১১) কালীস্তোত্ৰ, (১২) কব্যনাটকালঙ্কাৰাঃ, (১৩)-(১৪) গঙ্গাষ্টক (দুখন), (১৫) ঘটকৰ্পৰ, (১৬) চণ্ডিকাদণ্ডকস্তোত্ৰ, (১৭) চৰ্চাস্তৱ, (১৮) জ্যোতিৰ্বিদ্যাভৰণ, (১৯) দুৰ্ঘটকাব্য, (২০) নলোদয়, (২১) নৱৰত্নমালা, (২২) পুষ্পবাণবিলাস, (২৩) মকৰন্দস্তৱ, (২৪)-(২৫) দুই মঙ্গলাষ্টক, (২৬) মহাপদ্যষট্‌ক, (২৭) ৰত্নকোষ, (২৮) ৰাক্ষসকাব্য, (২৯) লক্ষ্মীস্তৱ, (৩০) লঘুস্তৱ, (৩১) বিদ্বদ্বিনোদকাব্য, (৩২) বৃন্দাবনকাব্য, (৩৩) বৈদ্যমনোৰমা, (৩৪) শুভিচন্দ্ৰিকা, (৩৫) শৃঙ্গাৰতিলক, (৩৬) শৃঙ্গাৰৰসাষ্টক, (৩৭) শ্যামলাদণ্ডক, (৩৯) শ্ৰুতবোধ, (৪০) সপ্তশ্লোকী ৰামায়ণ আৰু (৪১) সেতুবন্ধ।

২। ৰাজশেখৰৰ শ্লোক। ৩। ত্ৰিপাঠীকৃত 'কালিদাস' গ্ৰন্থ পৃষ্ঠা ১০৭ দ্ৰষ্টব্য। চন্দ্ৰাবলী পাণ্ডেকৃত 'কালিদাস' পৃষ্ঠা ৫৩ দ্ৰঃ।

৪। পৰামৰ্শকাৰ 'A critical study of Malavikagnimitram' দ্ৰষ্টব্য।

৫। এই বাবচন্দ্ৰ ৰাওৰ SThe Heroines of the Plays of Kalidasa- পুস্তিকা দ্ৰষ্টব্য।

৬। পৰামৰ্শকাৰৰ পূৰ্বতে উল্লেখ কৰা গ্ৰন্থ দ্ৰষ্টব্য।

# অভিজ্ঞানশাকুন্তলমৰ বিভিন্ন প্ৰান্তীয়ধাৰা

মহাকবি কালিদাসৰ অভিজ্ঞানশাকুন্তলম্ বিশ্বসাহিত্যলৈ এক অনুপম অবদান। ৰচনা কালৰপৰা অদ্যাবধি ইয়াৰ সমাদৰ চিৰকাল প্ৰসাৰিত হৈ আছে। ভাৰতৰ প্ৰতিখন প্ৰদেশতে ইয়াৰ পাণ্ডুলিপি বিশিষ্টৰূপত চিৰকাল প্ৰবৰ্তিত হৈ আহিছে। দেশৰ ভিন্ ভিন্ প্ৰদেশত যিদৰে ভাষাৰ বিভিন্নতা আছে, সেইদৰে লিপিৰো বিভিন্নতা বৰ্তমান। কিন্তু শকুন্তলাৰ পাণ্ডুলিপিয়ে এই বিভিন্নতাৰ দেৱাল গৰকি বৰ্ত্তি থাকিবলৈ সক্ষম হৈছে। প্ৰায়বোৰ প্ৰাদেশিক লিপিতে ইয়াৰ পাণ্ডুলিপি আৱিস্কৃত হৈছে। বৃটিছে দেশ দখল কৰাৰ পূৰ্বে ই দেশত নাছিল ছপাশাল। সেইবাবে গ্ৰন্থৰ প্ৰকাশ, প্ৰসাৰ আৰু প্ৰচলন নিৰ্ভৰ কৰিছিল আগ্ৰহী প্ৰতিলিপি কাৰৰ হাতৰ আখৰত। তথাপি এই বিশাল দেশৰ পণ্ডিতবৰ্গৰ সাৰস্বতস্পৃহা সদা-সৰ্বদা ক্ষুধাতে মৰহি যোৱা নাছিল। সেইবাবে অসম আৰু বঙ্গদেশত অসমীয়া-বঙ্গীয় লিপিত, উত্তৰ ভাৰতত দেৱনাগৰী লিপিত, কাশ্মীৰত সাৰদা লিপিত,. দক্ষিণাত্যৰ প্ৰদেশ কিখনত বিভিন্ন দ্ৰাবিড় লিপিত ইয়াৰ পাণ্ডুলিপি সন্তৰ্পণে সুৰক্ষিত অৱস্থাত পোৱা গৈছে। তাৰ কাৰণ হৈছে এয়ে যে সৰ্বসাধাৰণ ৰাইজৰ অন্নক্ষুধা বা জলতৃষ্ণাতকৈ পণ্ডিতৰ সাৰস্বত তৃষ্ণা বা ক্ষুধা অতিপ্ৰখৰ বা চিৰস্থায়ী।

এইদৰে দেশব্যাপি পণ্ডিতসজ্জনসকলে বিদ্যাব্যগ্ৰতাজনিত তৃষ্ণা নিবাৰণৰ বাবে অভিজ্ঞানশকুন্তলাৰ বহুবোৰ পাণ্ডুলিপি যুগ যুগ ধৰি প্ৰতিলিপিকাৰৰদ্বাৰা কৰাব লগীয়া হৈছিল। হাতৰ আখৰ ভাললিখা প্ৰতিলিপিকাৰসকল যে পণ্ডিত হ'ব তাৰ কোনো নিৰাকৰণ নাছিল। কেতিয়াবা প্ৰতিলিপি কৰোঁতা পণ্ডিতজনৰ অজ্ঞান বশতঃ বঢ়া-টুটা যে নকৰিছিল এনে নহয়। তাৰ ফলত মূল ৰচনাৰ মাজত প্ৰক্ষেপৰ অনুপ্ৰৱেশ ঘটিছিল। কেতিয়াবা এই প্ৰক্ষেপৰদ্বাৰা মাত্ৰাতীত ভাবে মূল নাটক আক্ৰান্ত যে নহৈছিল এনে নহয়। গতিকে ভাৰতৰ কেউফালে কেইবাটাও ধাৰা বা শাখা-প্ৰশাখাত অভিজ্ঞানশকুন্তলমৰ পাণ্ডুলিপি পোৱা গৈছে। পণ্ডিতসকলে সমস্ত পাণ্ডুলিপিখিনিকে পাঁচটি মূলধাৰাত (recensions) বিভক্ত কৰিছেঃ (১) বঙ্গীয়, (২) উত্তৰ ভাৰতীয়, (৩) কাশ্মীৰি, (৪) দক্ষিণ ভাৰতীয়, (৫) মৈথিলীয়।

এই প্ৰান্তীয় বা আঞ্চলিক ধাৰাবোৰ অনুশীলন কৰিলে নিম্নোক্ত তথ্যবোৰ ওলাই পৰে। অনুসন্ধানৰ ফলত দেখা গৈছে যে বঙ্গীয় ধাৰাত নাটকৰ আদিচোৰাত আৰু কাশ্মীৰি ধাৰাত নাটকৰ পাছ চোৰাত প্ৰক্ষেপৰ বহুল অনুপ্ৰৱেশ ঘটিছে। উত্তৰ ভাৰতীয় দেৱনাগৰী ধাৰা বহু পৰিমাণে বিশুদ্ধ যদিও তাৰ ঠায়ে ঠায়ে বঙ্গীয় ধাৰাৰ প্ৰভাৱ নপৰা নহয়। আনহাতে দক্ষিণ ভাৰতীয় ধাৰাটি দেৱনাগৰী ধাৰাৰ প্ৰায় অনুৰূপ; কিন্তু ই আন কেইটা ধাৰাৰ তুলনাত সংক্ষিপ্ত সম্ভৱতঃ ৰঙ্গমঞ্চত অভিনয়ৰ উপযোগী কৰিবলৈকে এই সংক্ষিপ্তীকৰণৰ আৱশ্যক হৈছিল।

অধ্যাপক বেলৱালকাৰে[১] ওপৰৰ ধাৰাকেইটা পৰীক্ষা কৰি মাত্ৰ দুটা পৰিয়ালত ভাগ কৰে। তেওঁৰ মতে বঙ্গীয় আৰু কাশ্মীৰি ধাৰা দুটা এক পৰিয়ালভুক্ত আৰু দেৱনাগৰী আৰু দক্ষিণ ভাৰতীয় ধাৰা দুটা অন্য পৰিয়ালভুক্ত। ইয়াৰ ভিতৰত বঙ্গীয়-কাশ্মীৰি পৰিয়ালভুক্ত পাঠত নাটকৰ তৃতীয় অঙ্কৰ পৰিসৰ বৃদ্ধি পাইছে আৰু ইয়াত মাত্ৰাধিক প্ৰক্ষেপৰ অনুপ্ৰবেশ ঘটিছে। পণ্ডিত পিশ্চেলে[২] প্ৰকাশ কৰা বঙালি পাঠৰপৰা কমেও ৫/৬ টা শ্লোক আৰু ১০/১২ টা বাক্য বাদ দিলে মূল কালিদাসীয় পাঠ উদ্ধাৰ কৰিব পাৰি।

দেখাত বঙ্গীয় পাঠ কাশ্মীৰি ওচৰ চপা যদিও দুয়োটি পাঠৰ মাজত পাৰ্থক্য নথকা নহয়। বঙালি পাঠত পোৱা অতিৰিক্ত বাক্যংশ কাশ্মীৰিতো আছে। সেয়ে হ'লেও কাশ্মীৰি পাঠে বঙ্গীয় পাঠতকৈ বহুতো শব্দ আৰু বাক্যৰ পৃথকত্ব দাবী কৰে। বঙ্গীয় আৰু দেৱনাগৰী পাঠ দুটাৰ মাজতো এনে বহুত শ্লোক আৰু বাক্য সমান ভাবে দেখা যায়, যিবোৰ কাশ্মীৰি ধাৰাৰ পাঠত পাবলৈ নাই। বেলৱালকাৰে[৩] দুটা কথালৈ অধিক মনোযোগ দিছেঃ (১) পঞ্চম শকুন্তলাই তিৰোতাসুলভ কোপ দেখুৱাই বজাক অনাৰ্য আৰু তৃণাচ্ছন্ন কূপ বুলিছে; (২) ৭ ম অঙ্কৰ আদিত থকা প্ৰবেশক। এই দুয়োটা একেলগে কাশ্মীৰি ধাৰাতহে দেখিবলৈ পোৱা যায়। বেলৱালকাৰে ৭ ম অঙ্কৰ আদিৰ প্ৰবেশকটি গ্ৰাহ্য কৰাৰ পক্ষপাতী যেন লাগে। কিন্তু এই প্ৰবেশকটিয়ে কৰি কালিদাসৰ লিখনিৰ মানদণ্ড অটুট ৰাখিব পৰা নাই বুলি ৰাঘৱনে মত প্ৰকাশ কৰিছে। কিছুদিন আগতে প্ৰকাশিত মৈথিলীয় পাঠৰ সুকীয়া বৈশিষ্ট্য ৰাঘৱনে অস্বীকাৰ কৰি গৈছে।[৪] তেওঁৰমতে ই বঙ্গীয় আৰু কাশ্মীৰি পৰিয়ালভুক্ত। কেতিয়াবা ই বঙ্গীয় ধাৰাৰ ফাললৈ আৰু কেতিয়াবা কাশ্মীৰি ধাৰাৰ ফাললৈ ঢাল খাইছে।

১৮৭৭ চনত অভিজ্ঞানশাকুন্তলমৰ বঙ্গীয় ধাৰাটি পোনতে প্ৰকাশিত হয়।[৫] পণ্ডিত পিশ্চেলে ইয়াক সম্পাদনা কৰে আৰু কিল (জাৰ্মানী) চহৰৰপৰা প্ৰকাশ কৰে। তাৰ পাছত ই আমেৰিকা যুক্তৰাষ্ট্ৰৰ হাৰ্ভাৰ্ড বিশ্ববিদ্যালয় গ্ৰন্থমেলাত প্ৰকাশিত হয় (১৯২২ চনত)। ১৮৭৭ চনত পণ্ডিত ব্যুলাৰে তেওঁৰ Report on the search of MSS in Kasmir (Bombay-1877) ৰচনাত পোনতে কাশ্মীৰি পাঠৰ তথ্য দাঙি ধৰে।[৬] ১৮৮৪ চনত পণ্ডিত বুৰ্খাৰ্ডে (Burkhard) পুনশ্চ ইয়াক ৰোমান লিপিত প্ৰকাশ কৰে।[৭] ১৮৪৬ চনত[৮] পণ্ডিত ব্যোইটলিঙ্কে পোনতে বন চহৰৰ পৰা দেৱনাগৰী ধাৰাৰ পাঠটি সম্পাদন কৰি উলিয়ায়। ইয়াৰ পাছত ১৮৫৩ চনত মণিয়েৰ উইলিয়ামচে অক্সফৰ্ডৰপৰা এই পাঠ আকৌ প্ৰকাশ কৰে।[৯] পৰৱৰ্তী কালত পণ্ডিত পি,এন্ পটঙ্কৰে অধিক পাণ্ডুলিপিৰ ওপৰত ভেটি কৰি পুণাৰ পৰা দেৱনাগৰী ধাৰাৰ শুদ্ধ পাঠ প্ৰকাশ কৰে (১৯০২)

অভিজ্ঞানশাকুন্তলমৰ প্ৰাচীনতম আৰু পাণ্ডিত্যপূৰ্ণ অৰ্থদ্যোতনিকা নামে টীকাৰ ৰচক কাশীবাসী ৰাঘৱভট্ট।[১০] তেওঁ দেৱনাগৰী ধাৰাক অৱলম্বন কৰি টীকা লিখিছিল। শঙ্কৰ আৰু চন্দ্ৰশেখৰে বঙ্গীয় ধাৰাৰ ওপৰত টীকা ৰচনা কৰি গৈছে।[১১] শঙ্কৰ আৰু চন্দ্ৰশেখৰৰ টীকাত ৰাঘৱভট্টৰ টীকাৰ তুলনাত প্ৰায় ২৭ টা শ্লোক আছে। এইবোৰ প্ৰক্ষিপ্ত বুলিয়েই ধাৰণা হয়। দক্ষিণ ভাৰতীয় ধাৰাৰ টীকাকাৰ

দুজন, অভিৰাম আৰু কাটয়ৱেম (১৫ শ শতিকা) । শঙ্কৰ আৰু নৰহৰি মৈথিলী ধাৰাৰ টীকাকাৰ।

যদিও প্ৰান্তীয় ধাৰাবোৰৰ মাজত এনে বহু বঢ়াটুটা দেখা পোৱা যায় তথাপি অভিজ্ঞান শাকুন্তলম্‌ৰ খুব কম অংশহে বিবাদমান বুলি চিহ্নিত হৈছে; নাটকৰ অধিকাংশই মহাকবি কালিদাসৰ মূল ৰচনাৰূপে অটুট আছে তাত সন্দেহ নাই।[১২]

—x—

১। পণ্ডিত বেলৱালকাৰে অভিজ্ঞানশাকুন্তলম্ নাটকৰ পাঠ আৰু প্ৰান্তীয় ধাৰাবোৰ অধ্যয়ন কৰি চাৰিটা প্ৰবন্ধ লিখে ঃ (1) "The Original Sakuntala", (Sir Ashutosh Mukharjee Silver Jubilee Volumes- III, Orientalia, Calcutta, 1925), (2) The Application of a few Canons of Textual and Higher Criticism to Kalidasa's 'Sakuntala', (Asia Major, Leipzig- II,I), (3) Srngaric Elaboration in Sakuntala. Act III, (Indian Studies in Honor of C.R. Lenman, Harvard University Press, 1929), (4) Enter'act to VII (Bulletin of Deccan College Research Institute, Pune, Vol. XX, 1960, pp 19-24). এইবোৰৰ আবাংশবিলি বেলৱালকাৰ সম্পাদিত সাহিত্য একাডেমি প্ৰকাশিত অভিজ্ঞানশাকুন্তলমৰ পাতনিত (Preface) ৰাঘৱনে দাঙি ধৰিছে। আমি দুয়োজনৰ ওচৰত ঋণী।

২। প্ৰথম সংস্কৰণ, কীল, ১৮৭৭।

৩। ওপৰৰ প্ৰবন্ধসমূহ স্মৰণীয়।

৪। Preface, Abhijnana Sakuntalam, Sahitya Academy– First Edition, 1955.

৫। ২য় টোকা দ্ৰষ্টব্য।

৬। ১৮৭৭ চনত বোম্বেৰপৰা ডেও কাশ্মীৰত পাণ্ডুলিপি অনুসন্ধান কৰাৰ বিষয়ে সবিশেষ বিৱৰণ প্ৰকাশ পায়।

৭। দ্ৰেষ্টব্য।

৮। সৱকৰ কালিদাস বিব্লিওগ্ৰাফীত ১৮৪২ চন দিয়া আছে।

৯। Oxford- 1876– 2nd Edn.

১০। বৰ্তমান কালেৰ সংস্কৰণত পৰিবৰ্তন পাব।

১১। ৰমানাথ ৰায় সম্পাদনাত দাৰভঙাৰপৰা ১৯৫৭ চনত প্ৰকাশিত হৈছে।

১২। "- - - - - the areas of difference in small and a large part of the play is common to all recensions; so that we have for evaluation and enjoyment of the great poet, a net amount of his works in tact, which is considerably large."

— Raghavan; Preface to Abh. Sakuntalam, Ed. by Belwalkar.

# দ্বিতীয় অধ্যায়

## নাটকৰ নামকৰণ

আমাৰ আলোচ্য নাটকৰ নাম অভিজ্ঞান শকুন্তলম্ বা অভিজ্ঞানশাকুন্তলম্। এইটোকে সৰ্বজনগ্ৰাহ্য আৰু অধিক শুদ্ধ নাম বুলি এ, বি, গজেন্দ্ৰ গড়্‌কাৰ মহোদয়ে[1] অভিমত প্ৰকাশ কৰিছে। ইয়াৰ প্ৰকৃতি-প্ৰত্যয় নিৰ্ণয় কৰিবলৈ গৈ তেওঁ কৈছে: 'অভিজ্ঞায়তে অনেন ইতি অভিজ্ঞানম্'[2] যি চিনৰদ্বাৰা কাকো স্মৰণ কৰা হয় সেয়ে 'অভিজ্ঞান'। আলোচ্য নাটকত ৰজা দুষ্যন্তৰ নামাঙ্কিত আঙঠিকে 'অভিজ্ঞান' শব্দই নিৰ্দেশ কৰিছে। 'শকুন্তলাম্ অধিকৃত্য কৃতং নাটকং শাকুন্তলম্।' শকুন্তলা নামে নায়িকাক উপজীব্য কৰি লিখা নাটকেই শাকুন্তলম্। ইয়াত শকুন্তলা পদৰ পাছত পাণিনিৰ 'অধিকৃত্য কৃতে গ্ৰন্থে' (পা, অ, ৪/৩/৮৭) সূত্ৰমতে অন্ প্ৰত্যয় যোগ কৰা হৈছে। তাকে কৰোঁতে তদ্ধিতেষ্বচামাদেঃ (পাঃ ৭/২/১১৭) সূত্ৰানুসৰি শকুন্তলা পদৰ প্ৰথম বা আদিস্বৰৰ বৃদ্ধি হৈছে। এতিয়া মধ্য পদলোপী সমাস হিচাপে 'অভিজ্ঞান প্ৰধানং শাকুন্তলম্' ব্যাসবাক্যৰপৰা 'অভিজ্ঞানশাকুন্তলম্' সমাসবদ্ধ পদ সিদ্ধ হৈছে। অৰ্থাৎ যি নাটক শকুন্তলা নামে নায়িকাক উপজীব্য বিষয় কৰি আৰু (আঙঠি ৰূপ) অভিজ্ঞানক প্ৰাধান্য দি ৰচনা কৰা হৈছে, সেই নাটকেই 'অভিজ্ঞানশাকুন্তলম্'।

এম. আৰ্. কালে ডাঙৰীয়াই 'অভিজ্ঞানশকুন্তলম্' নামটি নাটকৰ প্ৰস্তাৱনাত ব্যৱহাৰ কৰিছে আৰু নাটকৰ বেটুপাতত অভিজ্ঞানশাকুন্তলম্ পদ ব্যৱহাৰ কৰিছে। ব্যুৎপত্তি ভাঙিবলৈ গৈ কৈছে: 'শকুন্তৈঃ লাতা শকুন্তলা'। যথাৰ্থে কঃ। 'অভিজ্ঞায়তে অনেন ইতি অভিজ্ঞানম্'। অৰ্থ, চিনাকি দিয়া চিহ্ন। 'কৰণাধিকৰণয়োশ্চ ইতি ল্যুট' (পাঃ ৩/৩/১১৭)। ইয়াত ই নামাঙ্কিত মুদ্ৰাক বুজাইছে। 'অভিজ্ঞানেন স্মৃতা (বা জ্ঞাতা) শকুন্তলা', মধ্যমদলোপী তৎপুৰুষ সমাস। তামধিকৃত্য কৃতং নাটকমভেদোপচাৰাৎ অভিজ্ঞানশকুন্তলম্। ইয়াত ছ বা অন্ প্ৰত্যয় যোগ কৰা হোৱা নাই। আন প্ৰকাৰেও একেটা নাম পাব পাৰি। যেনে: অভিজ্ঞানস্মৃতা শকুন্তলা অভিজ্ঞান শকুন্তলা' (মধ্যপঃ) 'অভিজ্ঞানশকুন্তলা অস্তি অস্য, তৎ নাটকম্ অভিজ্ঞানশকুন্তলম্'। 'অৰ্শদত্বাৎ অচ্ মত্বৰ্থীয়ঃ। অৰ্শ আদিভ্যোঅচ' (পা ৫/২/১২৭) সূত্ৰ অনুসৰি ইয়াত অচ্ প্ৰত্যয় যোগ কৰিলেও সাধ্য পদৰ পৰিবৰ্তন হোৱা নাই।

অধ্যাপক সাৰদাৰঞ্জন ৰায়ে[3] দ্বন্দ্ব সমাস দ্ধ পদ হিচাপে নাটকৰ নামটি সিদ্ধ কৰিছে। অভিজ্ঞানম্ চ শকুন্তলা চ, অভিজ্ঞানশকুন্তলে, ইত্যাদি অভিজ্ঞানশকুন্তলম্। অধ্যাপক ৰায়ে ভাবে যে আলোচ্য নাটকত অভিজ্ঞান (আঙঠি) আৰু শকুন্তলাই সমান ভূমিকাত অৱতীৰ্ণ হৈছে।

---

১। শকুন্তলাৰ ভূমিকা, পৃঃ ১৯৯-২০০ ২। উক্ত গ্ৰন্থ, পৃঃ ১৯৯।
৩। অভিঃ শকুঃ Notes, P.1. ৪। অভিঃ শকুঃ Notes অংশ চাওক।

## নান্দী

সংস্কৃত গ্ৰন্থকাৰসকলে - কবি, নাট্যকাৰ, শাস্ত্ৰকাৰ সকলোৱে নমস্কাৰ বা আশীৰ্বচনেৰে গ্ৰন্থৰ শুভাৰম্ভ কৰা নিয়ম চকুত পৰে। ইয়াক মঙ্গল বোলে। মঙ্গল আদিত ওঙ্কাৰ ধ্বনি আৰু শাস্ত্ৰাদিৰ আৰম্ভণিত অথ শব্দৰ সংযোজনে এই ৰীতিকে সমৰ্থন কৰে। কাৰণ, কোৱা আছে যে তাহানি ওঙ্কাৰ (ওঁ বা ওম্) আৰু অথ শব্দ দুটা ব্ৰহ্মাৰ কণ্ঠৰপৰা নিৰ্গত হৈছিল আৰু সেইবাবে এই দুটা শব্দক মাঙ্গলিক বুলি গণ্য কৰা হয়। যথা

ওঙ্কাৰোঽথ-শব্দশ্চ দ্বাৱেতৌ ব্ৰহ্মণঃ পুৰা।
কণ্ঠং ভিত্ত্বা বিনিৰ্য্যাতৌ তস্মান্মাঙ্গলিকাবুভৌ॥

আলঙ্কাৰিক সকলৰ বিধি অনুসৰি নাট্যকাৰ কবিয়েও নাটকৰ শুভাৰম্ভ মঙ্গলেৰে কৰে। এই মঙ্গলক নান্দী বুলি কোৱা হয়। 'নন্দন্তি দেৱতাঃ অস্যামিতি নান্দী'। ভৰত মুনিয়ে নাট্যশাস্ত্ৰত (৫/২৫) নান্দীৰ স্বৰূপ নিৰূপণ কৰি কৈছেঃ

আশীৰ্বচন সংযুক্তা নিত্যং যস্মাৎ প্ৰযুজ্যতে।
দেৱদ্বিজনৃপাদীনাং তস্মান্নান্দীতি সংজ্ঞিতা॥

প্ৰায় একে শব্দাৰ্থেৰে বিশ্বনাথে সাহিত্যদৰ্পণতো (৬/২৪) নান্দীৰ সংজ্ঞা নিৰ্দ্ধাৰণ কৰিছে। যথা-

আশীৰ্বচন সংযুক্তা স্তুতিৰ্যস্মাৎপ্ৰযুজ্যতে।
দেৱদ্বিজনৃপাদীনাং তস্মান্নান্দীতি সংজ্ঞিতা॥

যিহেতুকে ইয়াৰ দ্বাৰা ৰঙ্গগৃহত উপস্থিত থকা সামাজিক লোকসমূহৰ প্ৰতি আশীৰ্বচন আৰু দেৱতা, ব্ৰাহ্মণ আৰু ৰজা প্ৰভৃতিৰ স্তুতিগীতৰ বা প্ৰশংসাবাক্যৰ সংযোজন কৰা হয়, সেয়েহে ইয়াৰ নাম নান্দী দিয়া হৈছে।

নাটক অভিনয়ৰ পূৰ্বে নাটকৰ বাহিৰৰ অনুষ্ঠান পূৰ্বৰঙ্গৰ অঙ্গৰূপে প্ৰত্যাহাৰ (অৰ্থাৎ বাদ্যভাণ্ডবিলাকৰ উপস্থাপন) আদি বিবিধ ক্ৰিয়া কলাপ অনুষ্ঠিত হ'লেও (বা কৰিবলগীয়া হ'লেও) নান্দী গীত অপৰিহাৰ্য্য। অৰ্থাৎ প্ৰত্যাহাৰাদি কৰক বা নকৰক নান্দীগীত যেনে তেনে গাব লাগে। কিয় গাব লাগে তাকো কৈছেঃ-

যন্নাট্যবস্তুনঃ পূৰ্বং ৰঙ্গবিঘ্নোপশান্তয়ে।
কুশীলৱাঃ প্ৰকুৰ্ব্বন্তি পূৰ্বৰঙ্গঃ সউচ্যতে॥
প্ৰত্যাহাৰাদিকান্যঙ্গানি ভূয়াংসি যদ্যপি।
তথাপ্যৱশ্যংকৰ্ত্তব্যা নান্দী বিঘ্নোপশান্তয়ে॥ সাঃ দঃ ৬/২২-২৩

তেনেহ'লে দেখা গ'ল যে ৰঙ্গবিঘ্নাদি উপশান্তিৰ বাবে অভিনেতাদিসকলে পূৰ্বৰঙ্গৰ বিবিধ অনুষ্ঠান কৰিলেও নাটকৰ শুভ সমাপ্তিৰ বাটত দেখা দিব পৰা বিঘ্ন উপশান্তিৰ বাবে নান্দী গীত ৰচনা আৰু গীত হোৱাটো অপৰিহাৰ্য্য বিষয়।

মঙ্গলেৰে গ্ৰন্থাৰম্ভ কৰা ৰীতি বহু পুৰণি। অকল নাটকতে নহয়, অন্যান্য শাস্ত্ৰৰ আৰম্ভতো মাঙ্গলিক শব্দ, বাক্য বা শ্লোকৰ ব্যৱহাৰ বিৰাজমান। একে ৰীতি

অনুযায়ী বৈয়াকৰণিক মুনি পাণিনিয়ে অষ্টাধ্যায়ী সূত্ৰপাঠ 'বৃদ্ধি' শব্দেৰে আৰম্ভ কৰিছে। আন এজন বৈয়াকৰণিক মুনি পতঞ্জলিয়ে 'বৃদ্ধিৰাদৈচ্' সূত্ৰৰ ব্যাখ্যা প্ৰসঙ্গত বৃদ্ধি শব্দৰ মঙ্গলাৰ্থৰ বিষয়ে এইদৰে কৈছেঃ 'মাঙ্গলিক আচাৰ্য্যো মহতঃ শাস্ত্ৰৌঘস্য মঙ্গলাৰ্থং বৃদ্ধি শব্দমাদিতঃ প্ৰযুংক্তে। মঙ্গলাদীনি হি শাস্ত্ৰাণি প্ৰথন্তে, বীৰপুৰুষাণি ভৱন্ত্যায়ুষ্মৎ পুৰুষাণি চাধ্যেতাৰশ্চ বৃদ্ধিযুক্তা যথা স্যুৰিতি।[১] অৰ্থাৎ মঙ্গল কামনা কৰা আচাৰ্যই তেওঁৰ মহৎশাস্ত্ৰৰ মঙ্গলৰ বাবে মাঙ্গলিক বৃদ্ধিশব্দ পহিলতে ব্যৱহাৰ কৰিছে। কাৰণ মঙ্গলেৰে আৰম্ভ কৰা শাস্ত্ৰইহে প্ৰসাৰতা লাভ কৰে, তাৰফলত বীৰ পুৰুষৰ উদয় হয় আৰু তেওঁলোক আয়ুষ্মান হয়, আৰু পঢ়ুৱৈ সকলো বৃদ্ধিযুক্ত যাতে হয় (তাৰবাবে শাস্ত্ৰৰ আদিত বৃদ্ধিশব্দৰ প্ৰয়োগ যুক্তিযুক্ত হৈছে)।

অন্নম্ভট্টৰ দীপিকাত আৰু ভাষা পৰিচ্ছেদৰ সিদ্ধান্ত মুক্তাৱলী নামে ভাষ্যত বিশ্বনাথ পঞ্চানন ভট্টাচাৰ্য্যই[২] মঙ্গলৰ সাফল্য আৰু যুক্তিযুক্ততা সম্বন্ধে পূৰ্বপক্ষ আৰু উত্তৰপক্ষৰ দ্বাৰা সন্দেহ উত্থাপন আৰু তাৰ নিবাৰকৰণ কৰি অন্তত নিজ সিদ্ধান্ত সাব্যস্ত কৰিছে। তাৰ সাৰমৰ্ম এনেঃ

মঙ্গলৰ কোনো বিঘ্ন নাশ কৰিব পৰা ক্ষমতা নাইবা গ্ৰন্থসমাপ্তি কৰিব পৰা ক্ষমতা নাই বুলি পূৰ্বপক্ষই কৈছে। কাৰণ মঙ্গল সাধন কৰা স্বত্বেও বাণভট্টৰ কাদম্বৰী বা অন্যান্য গ্ৰন্থ পৰিসমাপ্ত নহ'ল, আনহাতে নাস্তিকসকলে মঙ্গল নকৰাকৈয়ে তেওঁলোকৰ গ্ৰন্থৰ সুসমাপ্তি লাভ কৰিছে। তেনেহ'লে মঙ্গলৰ কি অৰ্থ আছে? তাৰ উত্তৰত কোৱা হৈছে যে মঙ্গল কৰাটো এক প্ৰকাৰ শিষ্টাচাৰ আৰু প্ৰাচীন ৰীতি। য'ত মঙ্গল কৰিও গ্ৰন্থ-সমাপ্তি ফল লাভ হোৱা নাই, তাত বিঘ্ন-বাহুল্য দোষ আছে, তাৰ বাবে সমুচিত ভাবে মঙ্গল কাৰ্য্য কৰিবলগীয়া আছিল। আনহাতে নাস্তিকৰ গ্ৰন্থ সমাপ্তিৰ কাৰণ হৈছে পূৰ্বজন্মত কৰা মঙ্গল কাৰ্য্যৰ ফল। নব্য পণ্ডিতসকলে লগতে কয় যে মঙ্গলে বিঘ্ন নাশ কৰে আৰু কৱিৰ বা শাস্ত্ৰকাৰৰ বুদ্ধি আৰু প্ৰতিভাই গ্ৰন্থ সমাপ্তি সাধে। এইক্ষেত্ৰত যাৰ কাৰ্য্য সাধনৰ পথত বিঘ্ন নাই তেওঁ মঙ্গল কৰা নিৰৰ্থক নহয় নে? কথা হ'ল, বিঘ্নই যাতে কাৰ্য্যসাধনৰ বাটত বিধি পথালি দিব নোৱাৰে তাৰ বাবেই মঙ্গলৰ প্ৰয়োজন। শ্ৰুতিয়েও বিধি দিছে যে 'সমাপ্তিকামো মঙ্গলমাচৰেৎ'।

এনেবোৰ অৰ্থপূৰ্ণ যুক্তিৰ বলতেই আচাৰ্য্য ভৰতৰ নিৰ্দেশমতেই হওক বা তাৰো আগ্ৰহৰ বাবেই হওক বজবিঘ্ন আৰু নাট্যৰচনাৰ বিঘ্ন নাশনৰ বাবে নান্দী শ্লোক ৰচনা আৰু পাঠৰ আৱশ্যকতা বাধ্যকৈয়ে অনুভৱ কৰি অহা হৈছে।

এতিয়া প্ৰশ্ন হ'ল নান্দীয়ে (বা মঙ্গলশ্লোকে) অকল আশীৰ্বাদ, "নমস্কাৰ মাজেৰে বিঘ্ননাশ আৰু গ্ৰন্থ সমাপ্তিকে সূচায় নে ততোধিক কিবা ইঙ্গিত কৰে? আলঙ্কাৰিক আচাৰ্যে কৈছেঃ 'আশীৰ্নমস্ক্ৰিয়া বস্তুনিৰ্দেশো বাপি তন্মুখম্'। নান্দীৰ মাজেৰে বস্তু নিৰ্দেশ কৰাও আৱশ্যক।

অভিজ্ঞানশাকুন্তলম্ নাটকত আমি নিম্নোক্ত নান্দী শ্লোক পাওঁ। যথা

যা সৃষ্টিঃ স্রষ্টুরাদ্যা বহতি বিধিহুতং যা হবির্যা চ হোত্রী।
যে দ্বে কালং বিধত্তঃ শ্রুতিবিষয়গুণা যা স্থিতা ব্যাপ্য বিশ্বম্।
যামাহুঃ সর্ববীজ প্রকৃতিরিতি যয়া প্রাণিনঃ প্রাণবন্তঃ
প্রত্যক্ষাভিঃ প্রপন্নস্তনুভিরবতু বস্তাভিরষ্টাভিরীশঃ।। ৩

ভৰতে নাট্যশাস্ত্ৰৰ ৫ম অধ্যায়ত নান্দীশ্লোক সম্বন্ধে কৈছে-

সূত্ৰধাৰঃ পঠেত্তত্র মধ্যমং স্বৰমাশ্রিতঃ।
নান্দী পদৈ র্দ্বাদশভিৰষ্টাভির্বাপ্যলংকৃতাম্।।

নান্দী অষ্টপদা বা দ্বাদশ পদা হ'ব লাগে। বিশ্বনাথ কবিৰাজেও সাহিত্য দর্পণত (৬/২৫) অষ্টপদা বা দ্বাদশ পদা নান্দীৰ কথা কৈছেঃ 'পদৈযুক্তাদ্বাদশ ভিৰষ্টাভির্বা পদৈরুত।' ইয়াত পদ শব্দই শ্লোকপাদক বুজাইছে নে সুপ্তিঙন্ত পদক বুজাইছে সিও সংশয়ৰ বিষয়। নাট্য প্রদীপত কৈছে যে পদ শব্দৰদ্বাৰা কিছুমানে শ্লোকপাদ বুজে, আন কিছুমানে সুবন্ত তিঙন্ত পদক বুজে। যথা -

শ্লোকপাদঃ পদং কেচি ৎ সুপ্তিঙন্তমথাপৰে।
পৰৈঅবান্তৰবাক্যৈকস্বৰূপং পদমূচিৰে।।

স্রগ্ধৰা ছন্দত ৰচিত (শ্রভ্নৈর্যানাং ত্রয়েন ত্রিমুনি যতি যুতা স্রগ্ধৰা কীৰ্ত্তিতেয়ম্, ছন্দোমঞ্জৰী ) যা সৃষ্টিঃ আদি শ্লোকত ৪ পাদত প্রত্যেকতে একৈশটাকৈ অক্ষৰ ধৰি মুঠ ৮৪ টা অক্ষৰ আছে। গতিকে ভৰত মুনিৰ বিধি ইয়াত প্রবর্ত্তিত হোৱা নাই।

ৰাঘৱ ভট্টই আঙুলিয়াই দিছে যে আলোচ্য নান্দী পত্রাৱলী নামে শ্রেণীভুক্ত। নাট্য দর্পণত পত্রাৱলী নান্দীৰ সংজ্ঞা এনেদৰে দিছেঃ

যস্যাং বীজস্য বিন্যাসো হ্যভিধেয়স্য বস্তুনঃ।
শ্লেষেণ বা সমাসোক্ত্যা নান্দী পত্রাৱলীতি সা।।

য'ত নাটকীয় অভিধেয় বিষয়বস্তুৰ বীজ-বিন্যাস শ্লেষ বা সমাসোক্তি নামে অলঙ্কাৰেৰে কৰা হয় তাক পত্রাৱলী নান্দী বোলে। যিকি হওক কিশোৰ কেলি টীকাত[4] কৈছে'শ্লোকান্তৰন্তেকৈকং বাক্যম্ এৱাষ্টৈকং পদং ভৱতি। তথাহি -

যা স্রষ্টুরাদ্যা সৃষ্টিঃ ইতি একম্ যা বিধিহুতং হবিৰ্বহতি ইতি দ্বিতীয়ম্; যা চ হোত্রী ইতি তৃতীয়ম্ ; যে দ্বে কালং বিধত্তঃ ইতি চতুর্থম্ শ্রুতিবিষয়গুণা যা বিশ্বং ব্যাপ্য স্থিতা ইতি পঞ্চমম্; যাং সর্ববীজ প্রকৃতিরিত্যাহুঃ ইতি ষষ্ঠম্; যয়া প্রাণিনঃ প্রাণবন্তঃ ইতি সপ্তমম্ প্রপন্নঃ ঈশঃ তাভিঃ প্রত্যক্ষাভিৰষ্টাভিস্তনুভিঃঃঅৱতু ইতি অষ্টমং বাক্যৰূপং পদম্। অষ্টাপদা নান্দী।

যা স্রষ্টুঃ আদি শ্লোকেৰে নাট্যকাৰে তেওঁৰ উপাস্য দেৱতা দেৱাদিদেৱ অষ্টমূৰ্ত্তি শিৱৰ স্তুতিগীতেৰে বন্দনা সামাজিকলৈ আশীষ প্রাৰ্থনা কৰিছে। শ্লোকৰ অৰ্থ অনুগমন কৰিলে দেখা যাব যে তাত ক্রমশঃ জল, অগ্নি, যজমান, চন্দ্ৰ আৰু সূৰ্য, পৃথিৱী, আকাশ আৰু বায়ুৰূপ শিৱৰ অষ্টমূৰ্ত্তিৰ বৰ্ণনা আছে। একাদিক্রমে অৰ্থ কৰিলে দেখা যাবঃ

(১)'যা স্রষ্টুঃ আদ্যাসৃষ্টি' স্রষ্টা বা বিধিৰ আদ্যা বা প্রথম সৃষ্টি হৈছে জল যা

সলীল। মনুস্মৃতিত (১/৮) কোৱা আছে, 'অপএৱ সসর্জাদৌ, পোনতে বিধাতাই 'জলৰাশি স্ৰজন কৰে।' সৃষ্টিতত্ত্ব সম্বন্ধে উপনিষদ আৰু মনুস্মৃতিৰ অমিল দেখা যায়। উপনিষদৰ মতে পোনতে আকাশৰ জন্ম হয়; তাৰপৰা ক্ৰমে বায়ু, অপ্, পৃথিৱী, ওষধী, অন্ন, পুৰুষৰ ক্ৰমবিকাশ ঘটে। (তৈ উ ২।১)।

(২) 'যা বিধিহুতং হৱিঃৱহতি'- যি বিধিপূৰ্বক হৱিস্ বা গলিত ঘৃত বহন কৰে, তেওঁ অগ্নি দেৱতা। 'অগ্নিৰ্দূতঃ অৱৰেত্কৃতঃ অগ্নিক আদি বহুত শ্ৰুতি বচন আছে য'ত দূত হিচাপে কল্পনা কৰা হৈছে। যাগ-যজ্ঞৰ মাধ্যম অগ্নি। 'স দেৱান আ ইহ ৱক্ষতি'। তেওঁ যজ্ঞলৈ দেৱতাসকলক আনে, আনহাতে যজমানৰ হৱিৰ্দ্ৰব্য তেওঁ দেৱতালৈ বহন কৰে। 'অগ্নিৰ্বৈ মুখম্' 'অগ্নিমুখাৰ্বৈ দেৱাঃ' ইত্যাদি দ্ৰষ্টব্য।

(৩) 'যা চ' হোত্ৰী' বিজন হোত্ৰী বা যজমান। দীক্ষাদি ব্ৰত পালন কৰি শুদ্ধ দিব্য শৰীৰ ধাৰণ পূৰ্বক তেওঁ যজ্ঞাদি সম্পাদন কৰে। তেনে অৱস্থাত তেওঁক শিৱৰ অংশ বুলি ভবা হয়।

(৪) 'যে দ্বে কালং বিধত্তঃ' যি দুই মূৰ্তিয়ে দৰাচলতে দিন আৰু ৰাত্ৰি এই দুই কাল বিভাগ কৰে, তেওঁলোক সূৰ্য আৰু চন্দ্ৰ। মনুস্মৃতিত কৈছেঃ অহোৰাত্ৰে বিভজতে সূৰ্যাংমানুষদৈৱিকে।

ৰাত্ৰিঃ স্বপ্নায় ভূতানাং চেষ্টায়ৈ কৰ্মণামহঃ॥ মনু ১।৬৫ আলোচ্য নাটকত -'যাত্যেকতো অস্তশিখৰং' আদি শ্লোকত 'তেজোদ্বয়স্য যুগপদ্‌ব্যসনোদয়াভ্যাং লোকো নিয়ম্যত' বুলি কৈছে।

(৬) 'শ্ৰুতিবিষয়গুণা যা বিশ্বব্যাপ্য স্থিতা'- শ্ৰুতিবিষয়ক গুণাম্বিত যিয়ে সমস্ত বিশ্বক ব্যাপি আছে, সেয়ে আকাশ। তৰ্কসংগ্ৰহত কৈছে, 'শব্দগুণমাকাশম্। তচ্চৈকং বিভুং নিত্যং চ।' মনুস্মৃতিত কৈছে,

মনঃ সৃষ্টিং বিকুৰুতে চোদ্যমানং সিসৃক্ষয়া।
আকাশজায়তে তস্মাত্তস্য শব্দং গুণং বিদুঃ॥ মনু॥ ১-৭৫

(৭) 'যাং সৰ্ববীজ প্ৰকৃতিৰিত্যাহুঃ'। যাক সকলো বীজৰ প্ৰকৃতি বুলি কোৱা হয়, সেয়া পৃথিৱী। সৰ্ববীজৰ সলনি 'সৰ্বভূত প্ৰকৃতি' পাঠো আদৰণীয়। তেতিয়া জৰায়ুজ, অণ্ডজ, স্বেদজ আৰু উদ্ভিজ আদি ভূতৰ প্ৰকৃতি পৃথিৱী হয়।

(৮) 'যয়া প্ৰাণিনঃ প্ৰাণৱন্তঃ'- যাৰদ্বাৰা প্ৰাণীসকল প্ৰাণৱন্ত হৈ থাকে, সেয়া বায়ু। প্ৰাণকে এক প্ৰকাৰ বায়ু বোলা হয়। নিশ্বাস-প্ৰশ্বাসৰ বাবে প্ৰাণীসকলৰ বাবে বায়ু অপৰিহাৰ্য উপাদান। যতাহ থাকিলেহে জীৱন ৰক্ষা পৰে। এইদৰে 'জল, অগ্নি, যজমান, সূৰ্য আৰু চন্দ্ৰ, আকাশ, পৃথিৱী আৰু বায়ু এই আঠপ্ৰকাৰ প্ৰত্যক্ষ তনুৰে প্ৰপন্ন ঈশ্বৰে তোমালোকক ৰক্ষা কৰক।' এইদৰে মহাকৱি কালিদাসে শিৱৰ ওচৰত প্ৰাৰ্থনা জনাইছে।

বিভিন্ন পুৰাণত শিৱৰ অষ্টমূৰ্তিৰ উল্লেখ পোৱা যায়। বিষ্ণু পুৰাণত (১।৮।৮) আছেঃ

সূৰ্য্যজলমহী বায়ুৰ্বহ্নিৰাকাশমেৱচ।
দীক্ষিতো ব্ৰাহ্মণঃ সোম ইত্যেতোস্তনৱঃ ক্ৰমাৎ॥

বায়ুপুৰাণতো কোৱা আছেঃ

ভূমিৰাপোঽনলো বায়ুৰাত্মা ব্যোম ৰবিঃ শশী।
ইত্যষ্টৌ সৰ্বলোকানাং প্ৰত্যক্ষা হৰমূৰ্তয়ঃ।।

সম্ভৱতঃ মহাকৱি কালিদাসে এনেবোৰ বৰ্ণনাৰ পৰাই শিৱৰ প্ৰত্যক্ষ অষ্টমূৰ্তিৰ উল্লেখ কৰিছে। অথচ বায়ু আৰু আকাশ প্ৰত্যক্ষ ৰূপ নহয়। অনুমেয় মাত্ৰ।

ব্যাচাৰ্থ লাভ কৰাৰ পাছত শ্লোকেৰে আন কি ব্যঙ্গাৰ্থ সূচাইছে, বিশেষকৈ নাটকৰ বস্তু সম্বন্ধে কেনে সঙ্কেত দিছে তাক বিচাৰ কৰি চাব পাৰি। অভিজ্ঞান শাকুন্তলম্‌ৰ টীকাকাৰ ৰাঘৱভট্টৰ[৫] মতে 'যা সৃষ্টুৰাদ্যা সৃষ্টিঃ অংশেৰে নাটকৰ নায়িকা শকুন্তলাক বুজাইছে। শকুন্তলা বিধাতাৰ আদ্যা সৃষ্টি। 'চিত্ৰেনিৱেশ্য' আদি শ্লোকত সেই তথ্য কালিদাসে দাঙি ধৰিছে। 'বহতি বিধিহুতং যা' অংশেৰে ৰজা দুষ্যন্তৰসৈতে শকুন্তলাৰ গান্ধৰ্ব বিবাহৰ ফলস্বৰূপে শকুন্তলাৰ গৰ্ভধাৰণ সূচাইছে। সেই বিষয়ে 'দুষ্যন্তেন আহিতং তেজো দধানাং ভূতয়ে ভুবঃ। অৱেহি তনয়াং ব্ৰহ্মন্নগ্নিগৰ্ভাং শমীমিৱ' (৪।৪) শ্লোকত কৰিয়ে আমাক জনাইছে। 'যা বিধিনা সুৰতবিধিনা হুতং নিষিক্তং হৱী ৰেতো বহতীতি তস্যাঃ গৰ্ভঃ' বুলি ৰাঘৱভট্টই কৈছে। 'যা চ হোত্ৰী' অংশই কণ্বক বুজাইছে। চতুৰ্থ অঙ্কৰ মাজত যথোচিত প্ৰমাণ পোৱা যায় যে কাশ্যপ কণ্ব এজন অগ্নিহোত্ৰী আছিল। 'অমী বেদিং পৰিতঃ' (৪।৮) শ্লোকেৰেই তাক অধিকতৰ স্পষ্টকৈ সাব্যস্ত কৰিব পাৰি। 'যে দ্বে কালং বিধত্তঃ' অংশেৰে অনসূয়া আৰু প্ৰিয়ম্বদাক বুজাইছে। ৰাঘৱভট্টই কৈছে 'যে দ্বে ইত্যোনেনাসূয়া প্ৰিয়ম্বদে সখ্যৌ কালং শাপান্তসময়ং বিধত্তঃ বোধয়তঃ।' প্ৰকৃততে এওঁলোকে শকুন্তলাৰ সুগতি দুৰ্গতিৰূপ দিনৰাতিৰ (শাপান্তক্ৰমে) বিষয়ে জানিছিল। সেইবাবে তেওঁলোক সূৰ্যচন্দ্ৰৰ লগত তুলনীয়। ৰাঘৱভট্টৰ মতে, 'শ্ৰুতিবিষয়াগুণা যা স্থিতা ব্যাপ্য বিশ্বম্' অংশৰদ্বাৰা পুনশ্চঃ শকুন্তলাক বুজাইছে। কাৰণ 'পাতিব্ৰত্যাদিভিৰ্গুণৈঃ বিশ্বং ব্যাপ্য শ্ৰুত্যা বাৰ্তয়া বিষয়ে দেশে গুণৈস্ত্ৰিভিঃ শাৰ্ঙ্গৰৱ শাৰদ্বত গৌতমীভিঃ ইৰয়তঃ এতাদৃশী (গুণায়া) স্থিতা। এতেন সগৰ্ভায়াঃ তস্যা দুষ্যন্তদ্বাৰাদেশগমনম্।' শকুন্তলাই নিজৰ পাতিব্ৰত্যাদি বিশিষ্ট গুণৰাশিৰে বিশ্ব ব্যাপি যশস্যা আৰ্জিছিল। তাকেই ইয়াৰে উনুকিয়াই দিয়া হৈছে। 'যামাহুঃ সৰ্ববীজপ্ৰকৃতিঃ' এই অংশৰদ্বাৰা সমস্ত প্ৰাণীসকলৰ ওপৰত চক্ৰৱৰ্তী ৰজা হোৱা ভৰতৰ উৎপত্তি কথিত হৈছে। 'যয়া প্ৰাণিনঃ প্ৰাণৱন্তঃ'- অংশেৰে শকুন্তলাৰ সৈতে ভৰতৰ হস্তিনাপুৰলৈ প্ৰত্যাৱৰ্তন কৰা কাৰ্যক বুজাইছে। গজেন্দ্ৰ গডকাৰে কয় যে ঈশঃ পদৰ দ্বাৰা দুষ্যন্তক বুজোৱা হৈছে। তেওঁ যেন অষ্টমূৰ্তি। ক্ষিতি, অপ্, তেজ, মৰুৎ, ব্যোম বা পৃথিৱী, সলিল, তেজ বা অগ্নি, বায়ু আৰু আকাশ প্ৰভৃতিৰে গঠিত পঞ্চভৌতিক দেহ ধাৰণ কৰাৰ উপৰিও দুষ্যন্তই সোমযাজী বা হোত্ৰীৰ ভূমিকা লৈছিল (পুণ্যশব্দঃমুনিৰিতি মুহুঃ কেৱলং ৰাজপূৰ্বা)। আনহাতে সূৰ্য আৰু চন্দ্ৰৰ জ্যোতিও তেওঁ ধাৰণ কৰিছিল। আকৌ ৰজা হিচাপে তেওঁ অষ্টলোক পালৰ অৱতাৰ আছিল।

কিশোৰকেলি টীকাত[৭] শ্লোকৰ ব্যঙ্গাৰ্থ আন ধৰণে দাঙি ধৰিছে। পাঠকৰ অৱগতিৰ বাবে আমি সেই অভিমতো ইয়াত তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।

'যা স্ৰষ্টুৰাদ্যা সৃষ্টিঃ'[৮] ইত্যোংশেন সৰ্বোপৰিস্থিত স্বাদাদিমত্তয়া কন্যকাৰূপা কাচিদ

ব্যক্তি সূচ্যতে । ' যা বিধিহুতং হবির্বহতি' ইতি পাদাংশেন মহারাজ দুষ্যন্তবিতবিত বীর্যপ্রবণাৎ 'শকুন্তলা' ইতি। 'যে দ্বে কালং বিধত্তঃ' ইত্যনেন রাজবীর্যনিক্ষেপসময় সম্পাদনাৎ 'অনসূয়া-প্রিয়ম্বদে' ইতি ব্যক্তিদ্বয়ং নির্দিশ্যতে। 'যা বিশ্বং ব্যাপ্য স্থিতা' ইত্যনেন গগন সম্পর্কিনী মিশ্রকেশী। 'যাং সর্ববীজ প্রকৃতিরিতি আহুঃ' ইত্যনেন পরব্রহ্মরূপত্বাদ 'অদিতিকশ্যপৌ'। 'প্রাণিনঃ যয়া প্রাণবন্তঃ' ইত্যংশেন সর্বাংশের পূর্বাপর নির্দিষ্টানি সূতবিদূষকাদিনী পাত্রাণি নির্দিশ্যন্তে; পরনেন প্রাণিনাং প্রাণবত্ত্বলাভ ইব অন্যাপি কাব্যস্য তৈস্তৈঃ পাত্রৈরেব নাটকত্ব লাভাৎ। অতএব পত্রাবলী সংস্থিতা নান্দীতি।'

গতিকে বুঝা যায় যে নান্দীয়ে অকল মঙ্গলাচরণকে নুবুজায় অধিকন্তু বিষয়-বস্তু বা পাত্রাদির সূচনাও করে। ভাসর কেতবোর নাটকত শ্লিষ্ট পদেরে নাটকর পাত্রাদির উল্লেখ আক ঈশ-স্তুতির কৌশল তুলনা করিলেও এনে তাৎপর্যই ওলাই পরে



১। মহাভাষ্য, ১ম খণ্ড, দিল্লী, ১ম সংস্করণ, ১৯৬৭, পৃঃ ১১০।
২। ভাবা পরিচ্ছেদ- পৃঃ ১-৩
৩ অভি শাকু ১।১    ৪। কাশীনাথ তৈলঙ্গ সম্পাদিত অভিঃ শাঃ পৃঃ ৪ দ্র।
৫। কালে সম্পাদিত অভিঃ শাঃ পৃঃ ৫ দ্র।    ৬। অভি শা পৃষ্ঠা ২০৫    ৭। তৈলঙ্গসম্পাদিত অভিঃ শাঃ পৃঃ ৪ দ্র।

## প্ৰস্তাৱনা ?

নান্দীৰ বিষয়ে সম্যক আলোচনাৰ পাছত অভিজ্ঞান শাকুন্তলম্ নাটকৰ প্ৰস্তাৱনা সম্বন্ধেও ইয়াত আলোচনা কৰাৰ প্ৰয়োজন অনুভৱ কৰা হৈছে। বিষয়টো যথেষ্ট জটিল; বিশেষকৈ নাট্যাচাৰ্যসকলৰ মতবাদ সম্পূৰ্ণকৈ নাট্যকাৰসকলে অনুসৰণ নকৰি অথবা নীতিৰূপৰ্বা ফালৰি কাটি বিষয়টো অধিক জটিল কৰি তুলিছে।

প্ৰাচীন নিয়ম অনুসৰি পূৰ্বৰঙ্গবিধানৰ ঊনৈশ প্ৰকাৰ অনুষ্ঠানৰ ৯ বিধ ৰঙ্গমঞ্চৰ বাহিৰত সম্পাদন কৰি বাকী নান্দীকে ধৰি ১০ বিধ ৰঙ্গমঞ্চত সম্পাদন কৰিব লাগে। ইয়াৰে বেছিভাগ অনুষ্ঠান নৃত্যগীত-বাদ্য আদিৰ লগত জড়িত। এইবিলাক অনুষ্ঠানৰ মাজৰপৰা নান্দী (ত্ৰয়োদশতম), ৰঙ্গদ্বাৰ (ষোড়শতম), ত্ৰিক (অষ্টাদশতম) আৰু প্ৰৰোচনা (১৯শ তম) নাট্যানুষ্ঠানৰ বাবে বেছি তাৎপৰ্যপূৰ্ণ বিষয়। নান্দী গীত গোৱাৰ পাছৰ অনুষ্ঠানখিনিক (প্ৰাচীন) নাট্যশাস্ত্ৰত স্থাপনা বুলিছে। নান্দী গাই উঠি সূত্ৰধাৰে মঞ্চ ত্যাগ কৰিলেই তেওঁৰ সদৃশ ৰূপ গুণসম্পন্ন আন এজন ব্যক্তিয়ে নাটকৰ নাম, নাট্যকাৰ আদিৰ পৰিচয় সামাজিকৰ ওচৰত দাঙি ধৰিব লাগে। এওঁৰ নাম স্থাপক। নাটকীয় বস্তু দিব্য হ'লে এওঁ দিব্যৰূপ লৈ আৰু নাটকীয় বস্তু মানবীয় হ'লে তেওঁ মনুষ্য ৰূপ লৈ সামাজিকৰ আগত নাটকীয় বিষয়বস্তু, অথবা নাটকৰ বীজ, নাইবা মুখ বা পাত্ৰৰ সূচনা কৰিব লাগে। এইখিনি কৰিবলৈ যাওঁতে তেওঁ সংস্কৃত ভাষাময়ী ভাৰতীবৃত্তিৰ আশ্ৰয় গ্ৰহণ কৰিবলগীয়া হয়। এই ভাৰতী বৃত্তিৰ চাৰিটা অঙ্গ; যেনে (১) প্ৰৰোচনা, (২) বীথী, (৩) প্ৰহসন আৰু আমুখ (বা প্ৰস্তাৱনা)। আমুখৰ বিষয়ে সাহিত্য দৰ্পণত[১] বিশ্বনাথ কবিৰাজে এইদৰে কৈছেঃ 'য'ত নটী, বিদূষক, নাইবা পাৰিপাৰ্শ্বিকে সূত্ৰধাৰৰে (অৰ্থাৎ স্থাপকৰ সৈতে) বিচিত্ৰ বাক্য আলাপেৰে নিজ নিজ কাৰ্য-বিষয়ৰে সৈতে প্ৰস্তুত বিষয়ৰ সূচনা দিয়ে সেয়ে আমুখ বা প্ৰস্তাৱনা।' (নটী বিদূষকো বাপি পাৰিপাৰ্শ্বিক এব বা। সূত্ৰধাৰেণ সহিতা সংলাপং যত্ৰ কুৰ্বতে।। চিত্ৰৈৰ্বাক্যৈঃ স্বকাৰ্যোত্থৈঃ প্ৰস্তুতআপেক্ষিভিৰ্মিথঃ। আমুখং তত্তু বিজ্ঞেয়ং নাম্না প্ৰস্তাৱনাপি সা।) যিহেতু সূত্ৰধাৰৰ সলনি স্থাপকে নটী, বিদূষক অথবা তেওঁৰ লগৰীয়া এজনৰ সৈতে বিচিত্ৰ বচনভঙ্গীৰে নাটকৰ নাম, নাট্যকাৰৰ নাম আৰু অভিনয়ৰ বিষয়ে সামাজিকক অৱগত কৰে এতেকে তেওঁৰ নাম অনুসৰি আমুখ বা প্ৰস্তাৱনাকে স্থাপনাও বোলা হয় (সুৰেন্দ্ৰনাথ শাস্ত্ৰীকৃত Laws and pradice of Sanskrit Dramma' গ্ৰন্থৰ ৫৬ পৃষ্ঠাত চাওক)। গতিকে প্ৰস্তাৱনাৰ মাজেৰে নাটকৰ (১) কথাৱস্তু, (২) বীজ (৩) শ্লেষ বা ধ্বনিৰে বস্তুৰ মুখ, (৪) পাত্ৰ এই চাৰিবিষয় এটিৰ সৈতে দৰ্শকক পৰিচয় কৰি দিয়া হয় (সাঃ দঃ ৬-২৭)।

বিশ্বনাথ কবিৰাজৰ মতেৰে প্ৰস্তাৱনা পাঁচ প্ৰকাৰ। যেনে, উদ্‌ঘাতক, কথোদ্‌ঘাত, প্ৰয়োগাতিশয়, প্ৰবৰ্তক আৰু অৱলগিত। সাহিত্য দৰ্পণত শেষৰ বিধ প্ৰস্তাৱনাৰ এইদৰে সূত্ৰ নিৰূপণ কৰিছেঃ

যত্ৰৈকত্ৰ সমাবেশাৎকাৰ্যমন্যত্ প্ৰসাধ্যতে।
প্ৰয়োগে খলু তজ্জ্ঞেয়ং নাম্নাৱলগিতং বুধৈঃ।। ৬।৩৬

য'ত সূত্ৰধাৰে নিজৰ বিষয়ে কোৱা কথাৰে অন্তৰ্ভুক্ত কৰি আন (নাট্যাৰম্ভৰূপ) কাৰ্যৰো সাধন কৰিছে, তাকে পণ্ডিতসকলে অৱলগিত নামে প্ৰস্তাৱনা বুলিছে। ইয়াৰ উদাহৰণ স্বৰূপে অভিজ্ঞানশাকুন্তলম্ নাটকৰ প্ৰস্তাৱনালৈ আঙুলিয়াই দিয়া হৈছে। সূত্ৰধাৰে 'তৱাস্মিগীতৰাগেন- - - ' ইত্যাদিৰে নটীৰ গীতৰ ৰাগে তেওঁৰ চিত্তক বলেৰে আকৰ্ষণ কৰা কথা প্ৰকাশ কৰাৰ লগতে এটা উপমা দি দুষ্যন্তক এটি মৃগই বলাই নিয়া কথালেও আঙুলিয়াই দিছে। এইদৰে নাটকৰ মুখ্য পাত্ৰ ৰজা দুষ্যন্তক দৰ্শকৰ লগত পৰিচয় কৰি দিয়া হৈছে।

অভিজ্ঞানশাকুন্তলম্ নাটকৰ অন্যতম টীকাকাৰ ৰাঘৱ ভট্টই[২], দশৰূপকৰ পৰা উদ্ধৃতি দি আলোচ্য নাটকৰ প্ৰস্তাৱনাক প্ৰায়োগাতিশয় প্ৰকাৰৰ বুলিহে কৈছে। দশৰূপকত পোৱা প্ৰায়োগাতিশয় প্ৰস্তাৱনাৰ লক্ষণ- যথা

এষোঽয়মিত্যুপক্ষেপাৎসূত্ৰধাৰপ্ৰয়োগতঃ।
পাত্ৰপ্ৰৱেশো যত্ৰৈষ প্ৰায়োগাতিশয়ো মতঃ।

ৰাঘৱভট্টই এই ক্ষেত্ৰত ধনঞ্জয়ৰ অভিমত অনুসৰণ কৰিছে। দশৰূপককাৰে ওপৰৰ লক্ষণত (১) সহজ সৰলভাৱে পাত্ৰৰ পৰিচয় কৰি দিয়াক আৰু (২) সূত্ৰধাৰৰ নিজ কাৰ্যৰ লগত পাত্ৰৰ কাৰ্যৰ সাদৃশ্যলৈ দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰাকে প্ৰায়োগাতিশয় প্ৰস্তাৱনা বুলি কৈছে[৩] দৰ্পণকাৰে দুয়োটা লক্ষণৰ মাজত সীমাৰেখা টানি প্ৰথম লক্ষণযুক্ত প্ৰস্তাৱনাৰ নাম পূৰ্ববৎ প্ৰায়োগাতিশয় ৰাখি, ২য় লক্ষণযুক্ত প্ৰস্তাৱনাক অৱলগিত বুলি চিহ্নিত কৰিছে[৪], প্ৰথম বিধৰ উদাহৰণ ধনঞ্জয়ৰ দৰে কুন্দমালাৰ পৰা দি দ্বিতীয়বিধৰ উদাহৰণ অভিঃ শাকুন্তলম্‌ৰপৰা দাঙি ধৰিছে।

নান্দী শ্লোক গোৱাৰ পাছত সূত্ৰধাৰে নেপথ্যালৈ চাই নটীক মঞ্চলৈ আহিবলৈ কয় আৰু নটীয়ে মঞ্চত প্ৰবেশ কৰে। তেতিয়া সূত্ৰধাৰে নটীক জনায় যে প্ৰেক্ষাগৃহত পণ্ডিত সমাজ গোট খাইছে। তেওঁলোকৰ সমুখত কালিদাস বিৰচিত অভিজ্ঞান শাকুন্তলম্ নামে এখন নতুন নাটক অভিনয় কৰা হ'ব। গতিকে ভাৰবীয়াসকলে যেন যত্ন সহকাৰে নিজ নিজ কাৰ্য সম্পাদন কৰে তাৰ প্ৰতি যেন নটীয়ে দৃষ্টি ৰাখে। ইয়াকে শুনি নটীয়ে গিৰিয়েক সূত্ৰধাৰৰ প্ৰশংসা কৰি কয় যে তেওঁৰ (সূত্ৰধাৰৰ) দ্বাৰা সুবিহিতভাৱে প্ৰয়োজিত অভিনয় কেতিয়াও লোক সমাজৰ অনাদৃত হ'ব নোৱাৰে। তেতিয়া সূত্ৰধাৰে 'আ পৰিতোষাদ্'- - - আদি শ্লোকৰ মাধ্যমেৰে কয় যে তেওঁ বিদ্বান লোক সমাজৰ মনত সন্তোষ বিধান কৰিবলৈ নোৱাৰালৈকে নিজৰ অভিনয়প্ৰয়োগৰূপ বিজ্ঞানক সজ বুলি মানি ল'ব নোৱাৰে। কাৰণ শিক্ষিত ব্যক্তিবৰ্গৰ মাজতো দৃঢ়তৰ আত্মপ্ৰত্যয়ৰ অভাৱ দেখা যায়।

এইখিনিলৈ নাটকৰ প্ৰৰোচনা নামে বীথ্যঙ্গ বিবৃত হৈছে। নাটক আদিৰ প্ৰশংসাৰদ্বাৰা সামাজিকসকলক (সেই নাটক অভিনয়ৰ প্ৰতি) উন্মুখ বা আগ্ৰহান্বিত কৰি তোলাকে প্ৰৰোচনা বোলে। (অজ্ঞানয়োন্মুখীকাৰঃ প্ৰশংসতঃ প্ৰাৰোচনা।৬।৩০। দশৰূপকতো একেদৰে প্ৰৰোচনাৰ লক্ষণ দিছেঃ 'উন্মুখীকৰণং যত্ৰ প্ৰশংসাতঃ প্ৰৰোচনা'।)

প্ৰকৃতাৰ্থত প্ৰৰোচনাৰ পাছতে আমুখ বা প্ৰস্তাৱনা আৰম্ভ হয়। এই অংশত সূত্ৰধাৰৰ নিৰ্দেশ অনুসৰি নটীয়ে গ্ৰীষ্ম ঋতু সম্বন্ধে এটি চুটি গীত গায়। এই গীত শুনি ৰঙ্গভূমিত উপস্থিত সমজুৱাসকল মুগ্ধ হৈ চিত্ৰাৰ্পিতৰ দৰে থৰ লাগে আৰু সূত্ৰধাৰে পূৰ্বৰ নাট্য প্ৰসঙ্গ পাহৰি পেলায়। নটীয়ে সূত্ৰধাৰক মনত কৰি দিয়ে যে অভিজ্ঞান শাকুন্তলম্ নাটক (আজিৰ) অভিনেয় বিষয়। তেতিয়া সূত্ৰধাৰে 'তৱাস্মি গীতৰাগেন হাৰিণা প্ৰসভং হৃতঃ। এষ ৰাজের দুষ্যন্তঃ সাৰঙ্গেণাতিৰংহসা'। শ্লোকত নিজৰ গীতৰাগৰদ্ধ অৱস্থাৰ লগতে সাৰঙ্গ মৃগই দুষ্যন্তক বহুদূৰ আকৰ্ষিত কৰা কথা উল্লেখ কৰে। এনেদৰে ১ম অঙ্কৰ আদিত দুষ্যন্তৰ প্ৰৱেশ ঘটে। পাত্ৰৰসৈতে সামাজিকক পৰিচয় কৰি দিয়া লক্ষণৰ বাবে ইয়াক ধনঞ্জয়ে প্ৰায়োগাতিশয় (তেওঁক অনুসৰণ কৰি ৰাঘৱ ভট্টই একেদৰে কৈছে) আৰু বিশ্বনাথে অৱলগিত প্ৰস্তাৱনা বুলি কৈছে।

এইদৰে অভিজ্ঞানশাকুন্তলম্ নাটকৰ স্থাপনা বা প্ৰস্তাৱনাক প্ৰৰোচনা আৰু প্ৰকৃত 'প্ৰস্তাৱনা' বা 'আমুখত' এই দুভাগত ভাগ কৰি নিম্নোক্ত ধৰণে বিশ্লেষণ কৰা সম্ভৱ। বীথ্যঙ্গ আৰু প্ৰহসনৰ অংশও হয়তো তাৰ মাজত ওলাব পাৰে।

প্ৰৰোচনা- ৰূপে সূত্ৰধাৰৰ কথাৰ মাজেৰে,

(১) পৰিষদ বা দৰ্শক-শ্ৰোতাৰ প্ৰশংসা কৰা হয়।

(২) নাটকৰ নাম, নাট্যকাৰৰ নাম পৰিচয় আৰু অভিনয় প্ৰসঙ্গ বৰ্ণনা কৰা হয়।

(৩) নটীৰদ্বাৰা অভিনেতাসকলৰ, বিশেষতঃ সূত্ৰধাৰৰ অভিনয় কৌশলৰ প্ৰশংসা কৰা হয়। মণ্ডলীৰ সন্তোষ বিধান নোহোৱা পৰ্যন্ত নিজৰ

(৪) সূত্ৰধাৰৰ দ্বাৰা বিদ্বান অভিনয় বিজ্ঞানক সজ বুলি আত্মপ্ৰত্যয় নোযোৱাৰ সংকল্প গ্ৰহণ কৰে।

**প্ৰস্তাৱনা** ঃ-(১) সূত্ৰধাৰৰ নিৰ্দেশ অনুযায়ী নটীয়ে গ্ৰীষ্মকাল সম্বন্ধে নাতিদীৰ্ঘ গীত এটি গায়। সূত্ৰধাৰৰ শ্লোকৰ মাজেৰে পুৰুষৰ (দুষ্যন্তৰ) সুখ-উপভোগৰ পৰিচয় পোৱা যায়। আনহাতে নটীৰ গীতৰ মাজেৰে প্ৰমাদ্যাখ্যা পোৱা শকুন্তলা প্ৰভৃতিৰ মণ্ডনৰ প্ৰতি (শিৰীষকুসুমৰ প্ৰতি) আকৰ্ষণৰ কথা ওলাই পৰে।

(২) 'ৰাগৰদ্ধচিত্তবৃত্তিৰালিখিত ইʼৱ' বাক্যেৰে ৰাঘৱভট্টৰ মতে শকুন্তলাৰ প্ৰেমৰাগত আৱদ্ধ ৰজাক সূচাইছে। প্ৰকৃততে প্ৰেমৰাগত ৰজা আৰু শকুন্তলা দুয়ো পাৰস্পৰিকভাৱে আৱদ্ধ হৈছে। ইয়াৰ মাজেৰে ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকত ৰজাৰ চিন্তাত মগ্না শকুন্তলাক 'বামহস্তোপহিতবদনালিখিতের প্ৰিয়সখী' বুলি প্ৰিয়ম্বদাই বৰ্ণোৱা কথালৈ আমাক লৈ যায়।

(৩) সূত্ৰধাৰে নটীৰ গীত শুনি নাটকৰ অভিনয় প্ৰসঙ্গ নাম আদি পাহৰা কথাই (তদিদানীং কতমংপ্ৰকৰণমাশ্ৰিত্তে নম্ আৰাধয়ামঃ?) দুৰ্বাসাৰ প্ৰভাৱত ৫ম অঙ্কত ৰজাই শকুন্তলাৰ পৰিচয় পাহৰি প্ৰত্যাখ্যান কৰাকে সূচাইছে।

(৪)'এষ রাজেব দুষ্যন্তঃ সাবঙ্গনাতিরংহসা' বাক্যেবে প্রথম অঙ্কত হৰিণাকি শকুন্তলাৰ ৰূপে হঠাতে বলেবে বজাৰ অন্তৰ জয় কৰা কথাও সূচাইছে।

(৫) সদৌ শেষত এই অংশৰ নটীৰ গীতৰ বৰ্ণনাৰূপৰা নাটকৰ আৰম্ভ গ্ৰীষ্মাৰম্ভত হোৱা কথা জনা গৈছে।

পূৰ্বাচাৰ্যসকলৰদ্বাৰা নিৰ্দিষ্ট ত্ৰিক আৰু 'প্ৰৰোচনা' দুয়োটিকে ওপৰৰ প্ৰৰোচনাত বিচাৰি পোৱা যাব। (২) অংশক ত্ৰিক বুলি ধৰিলে বাকীখিনিক প্ৰৰোচনা বুলিব পৰা যাব। নটীৰ গীতেই বঙ্গদ্বাৰ।

১। ৬।৩১-৩২। ২। কালে অভি শাঃ পৃঃ ১১৭। ৩। দশৰূপক ৩।১১, ৪। সাঃ দঃ ৬। ৩৬; ৩৮

৫। 'দুষ্যন্ত' পদৰ দুষ্মন্ত আৰু দুষ্যন্ত ৰূপো ক'তো ক'তো দেখা যায়। শেষৰটো মহাভাৰতত চলুত পাৰে। আমি 'দুষ্যন্ত' ৰূপটো গ্ৰহণ কৰিছো।

# নাটকৰ কথাবস্তু

মহাভাৰতৰ সুবিখ্যাত শকুন্তলা আৰু দুষ্যন্তৰ আখ্যানৰ ওপৰত ভেটি কৰি মহাকৱি কালিদাসে সাত অঙ্ক বিশিষ্ট 'অভিজ্ঞানশাকুন্তলম্' নাটক ৰচনা কৰে। ইয়াৰ প্ৰথম চাৰিটা অঙ্ক মালিনী নদীৰ তীৰত অৱস্থিত কাশ্যপ গোত্ৰীয় কণ্ব মুনিৰ আশ্ৰমত, পৰৱৰ্তী দুই অঙ্ক হস্তিনাপুৰত আৰু শেষ অঙ্কটি হেমকূট পৰ্বতত থকা মাৰীচৰ আশ্ৰমত অনুষ্ঠিত হৈছে। এই মনোৰম নাটকৰ বৈচিত্ৰপূৰ্ণ কাহিনীৰ চমু পৰিচয় অঙ্ক অনুসাৰি তলত দাঙি ধৰা হ'ল।

**প্ৰথম অঙ্ক** । নান্দী শ্লোক গোৱাৰ পাছত সূত্ৰধাৰে গ্ৰীষ্মকালৰ বিষয়ে এটি গীত গাই দৰ্শক-শ্ৰোতাসকলৰ অন্তৰ হৰণ কৰিবলৈ তেওঁৰ নটীক নিৰ্দেশ দিয়ে। শ্ৰোতাসকলৰ জ্ঞাতাৰ্থে সূত্ৰধাৰে নাটক আৰু নাট্যকাৰৰ নামো ঘোষণা কৰে। তাৰ পাছতে অতি কৌশললেৰে মৃগ এটি অনুসৰণ কৰা ৰথাৰোহী ৰজা দুষ্যন্তক সহৃদয সামাজিকৰ ওচৰত পৰিচয় কৰি দি পত্নীসহ সূত্ৰধাৰে ৰঙ্গমঞ্চ ত্যাগ কৰে।

এইদৰে প্ৰস্তাৱনা শেষ হোৱাৰ পাছত সূতে পৰিচালনা কৰা হৰিৎ বৰণৰ ঘোঁৰাই টনা ৰথত আৰোহণ কৰি ৰজা দুষ্যন্তই বাণাসনস্থ ধনু হাতত লৈ ক্ষিপ্ৰবেগে প্ৰাণকাতৰে লৰি পলোৱা মৃগ এটিক অনুসৰণ কৰা দেখা যায়। ৰজাই মৃগটিলৈ লক্ষ্য কৰি বাণ নিক্ষেপ কৰিবলৈ লওঁতেই আশ্ৰমত থকা কণ্বৰ শিষ্য এজনে (বৈখানসই) বাধা দি ৰজাক জনালেহি যে হৰিণটি আশ্ৰমৰ সম্পদ, এতেকে তাক মাৰি ৰজাই আশ্ৰমৰ চিৰাচৰিত নীতি যেন ভঙ্গ নকৰে। ৰজাই বৈখানসৰ কথা মানিলৈ ধনুৰ্পৰা বাণপাত গুচাই তূণত ভৰাই থোৱা দেখি তপস্বীজনে তেওঁক বাৰুকৈয়ে প্ৰশংসা কৰিলে আৰু ৰজাক আশ্ৰমলৈ আমন্ত্ৰণ জনালে। তেওঁ লগতে ৰজাক এই কথাও জনায যে সম্প্ৰতি কুলপতি কণ্ব আশ্ৰমত নাই, তেওঁ সোমতীৰ্থলৈ গৈছে। গতিকে অতিথি সৎকাৰৰ দায়িত্ব স্বাভাৱিকভাৱে তেওঁৰ কন্যা শকুন্তলাৰ ওপৰত ন্যস্ত কৰা হৈছে। ৰজাই বৈখানসৰ আমন্ত্ৰণ গ্ৰহণ কৰে। তেওঁ ৰথৰ সাৰথিক ঘোঁৰা কেইটাৰ তদাৰক কৰিবলৈ কৈ অতি বিনীত সাজপাৰ পিন্ধি আশ্ৰমত প্ৰবেশ কৰে। আশ্ৰমত প্ৰবেশ কৰি তেওঁ তিনিজনী সমবয়সীয়া তাপস কন্যাই আশ্ৰমৰ গছ-লতিকাৰ গুৰিত পানী দি থকা দেখিবলৈ পায়। তিনিওজনী গাভৰু সমান-ৰূপ-লাৱণ্যময়ী যেন দেখিলেও কণ্ব-দহিতা শকুন্তলাৰ ৰূপ-লাৱণ্য অসামান্য বুলি ৰজাৰ মনত বোধ জন্মিল। তেওঁ শকুন্তলাৰ ৰূপত মুগ্ধ হ'ল আৰু প্ৰথম দৃষ্টিতে মুনি কন্যাই তেওঁৰ অন্তৰ জয় কৰিবলৈ সক্ষম হ'ল। এটি ভোমোৰাই শকুন্তলাক আমনি কৰা দেখি পৰিহাসৰ ছলেৰে সখীয়েক দুজনীয়ে ৰক্ষক ৰজাক মাতিবলৈ কোৱাত সেই অজুহাততে ৰজা তেওঁলোকৰ আগত ওলালগৈ। তেওঁ শকুন্তলাক অভয় দান কৰিলে। ৰজাই যথাসাধ্যে নিজৰ পৰিচয় গোপনে ৰাখি ৰাজকৰ্মচাৰীৰূপে তিনিওজনী তাপসকন্যাৰ সৈতে কথা-বতৰা

পাতিলে। তাৰ মাজতে ৰজাই শকুন্তলাৰ প্ৰকৃত পৰিচয় সম্যকভাৱে জানি ল'লে। শকুন্তলা যে 'ক্ষত্ৰপৰিগ্ৰহক্ষমা' এই কথাত ৰজা বিশেষভাৱে আশ্বস্ত হ'ল। হঠাতে অৰণ্যত তোলপাৰ লগোৱা মত্তলীয়া হাতী এটাৰ ভয়ে (সম্ভ্ৰমে) প্ৰথমবাৰ অনুষ্ঠিত হোৱা এই মধুৰ আলাপৰ অন্ত খৰতকীয়া কৰিলে। শকুন্তলা সহ অনসূয়া আৰু প্ৰিয়ম্বদা এই দুই সখীয়ে ৰজাৰপৰা সবিনয়ে বিদায় লৈ আশ্ৰমৰ কুটীৰলৈ গ'লগৈ। ৰজাই পিছলৈ উবামৰা পতাকাৰ দৰে অসন্তুষ্ট মনটোক ভাৰ বান্ধি লৈ আশ্ৰমৰ অদূৰত অস্থায়ীকৈ পতা বাহৰলৈ উভতিল।

দ্বিতীয় অঙ্ক অঙ্কৰ আৰম্ভণিতে বিদূষকে এটি স্বগতোক্তিৰ জৰিয়তে আগদিনাখন বনত ৰজা দুষ্যন্তই কৰা মৃগয়াৰ আভাস দাঙি ধৰে। নিজৰ দৈহিক অসুস্থতাৰ কথাও কয়। এনেতে বনচৰী পৰিচাৰিকাসকলৰে সৈতে ৰজা দুষ্যন্তই প্ৰৱেশ কৰে। বিদূষকে নিজৰ শাৰীৰিক অসুস্থতাৰ বাবে এদিনৰ কাৰণে হ'লেও মৃগয়াৰ পৰা বিৰত থাকিবলৈ ৰজাক অনুৰোধ জনায়। ৰজায়ো নিজে অন্তৰেৰে মৃগয়াৰ প্ৰতি বীতৰাগ। ৰজাৰ আদেশত সেনাপতিক মাতি অনা হ'ল। সেনাপতিয়ে ৰজাৰ চৰিত্ৰত মৃগয়াৰ সুফলসমূহ কিদৰে প্ৰতিফলিত হৈছে তাৰ এটি প্ৰতিচ্ছবি দাঙি ধৰিলে। বিদূষক আৰু সেনাপতিয়ে মিছা তৰ্কজাল পাতি ৰজাৰ চিত্তবৃত্তিক-মৃগয়াৰ পৰা আঁতৰাই আনিবলৈ যত্ন কৰিলে। ৰজায়ো তেনে এটি সুকণ্ঠাকে বিচাৰি আছিল। সম্প্ৰতি মৃগয়া স্থগিত কৰিবলৈ ৰজাই সেনাপতিক আদেশ দিলে। তাৰ পাছতে সকলো কৰ্মচাৰীকে নিজ নিজ কামলৈ যাবলৈ ক'লে।

সকলো কৰ্মচাৰী আঁতৰি যোৱাত ৰজাই বিদূষকৰে সৈতে একান্তভাৱে শকুন্তলা বিষয়ক কথা পাতিবলৈ ল'লে। ৰজাই শকুন্তলাৰ প্ৰতি ওপজা নিজৰ মনোবিকাৰৰ এটি আভাসো বিদূষকক দিলে। তাৰ মাজতে শকুন্তলাৰ ৰূপ-লাৱণ্যৰ চিত্ৰও দাঙি ধৰিলে। কি ছেলু লৈ ৰজাই আকৌ আশ্ৰমলৈ যাব পাৰে তাৰ উপায়ো তেওঁ প্ৰিয়বয়স্যক সুধিলে। এনেদৰে দুয়োজনে কথা পাতি থাকোঁতেই আশ্ৰমৰপৰা দুজন ঋষিকুমাৰ আহি ৰজাৰ ওচৰত উপস্থিত হ'ল। তেওঁলোকে ৰজাক জনালেহি যে মহৰ্ষি কণ্ব আশ্ৰমৰপৰা আঁতৰত থকা বাবে ৰাক্ষসসকলে আশ্ৰমৰ যাগ-যজ্ঞ আদি সম্পাদনত ব্যাঘাত জন্মাইছে। সেইবাবে কেৱল সাৰথিজনক সহায় হিচাপে লৈ দিন দিয়েকৰ বাবে অন্ততঃ ইষ্টি শেষ হোৱালৈকে আশ্ৰমত থাকিবলৈ ৰজাক তেওঁলোকে অনুৰোধ কৰিলে। ৰজাই আনন্দমনেৰে সেই আমন্ত্ৰণ গ্ৰহণ কৰিলে। আশ্ৰমৰ সুৰক্ষাৰ বাবে যাবলৈ যো-জা কৰোঁতেই ৰাজধানী হস্তিনাপুৰৰপৰা ৰাজমাৱে পঠিওৱা কৰভক নামে দূত এজন আহি ৰজাক অভিবাদন জনালেহি। কৰভকে ৰজাক জনালে যে সিদিনাৰপৰা ৪ৰ্থ দিনাখন ৰাজমাৱে এটি ব্ৰতৰ পাৰণা কৰিব। সেই উপলক্ষে ৰজা ৰাজপুৰীত উপস্থিত থকাটো ৰাজমাৱে বিচাৰিছে। এই কথা শুনি ৰজাৰ দুই নাৱত দুই ভৰি যেন হ'ল। এফালে আশ্ৰমবাসীৰ আমন্ত্ৰণ ৰক্ষা কৰিবলৈ সাজু হৈছে, আনফালে ৰাজমাৱে ৰাজপুৰীলৈ শীঘ্ৰে উভতি যাবলৈ আদেশ কৰিছে। এতিয়া তেওঁ কি কৰে? প্ৰত্যুৎপন্নমতি ৰজাই নিজৰ সহোদৰৰ নিচিনা বিদূষকক ৰাজমাতৰ ওচৰলৈ পঠিয়াই দি নিজে আশ্ৰম ৰক্ষাৰ গুৰুভাৰ চম্ভালিবলৈ সাজু হৈ ওলাল। ৰজাই যোৱাৰ আগতে

বিদূষকক ক'লে, 'হে সখি, ঋষিসকলক সন্মান জনাবলৈকেহে আশ্ৰমলৈ গুলালোঁ। মুনিকন্যাৰ ওপৰত মোৰ কোনো আগ্ৰহ নাই। যেমালিৰ স্থলতে কোৱা কথাষোৰৰ ওপৰত তেনে গুৰুত্ব নিদিবাহঁক।'

তৃতীয় অংক। এই অংকৰ আৰম্ভণিতে থকা বিষ্কম্ভকৰপৰা জনা যায় যে শকুন্তলা দুষ্মন্তৰ প্ৰেমত আসক্তা হৈছে আৰু তাৰ ফলত তেওঁৰ মন আৰু শৰীৰত বিকাৰ ঘটিছে। মূল অংকত ৰজাই শকুন্তলাৰ দৰ্শন লাভৰ বাবে আশ্ৰমৰ কুঞ্জে কুঞ্জে ঘূৰি ফুৰে। শেষত অণসূয়া আৰু প্ৰিয়ম্বদাই পৰিচৰ্যা কৰি থকা আৰু মদনৰ পঞ্চ পুষ্পশৰৰ আঘাতত বিহ্বল অৱস্থাত শকুন্তলাই ৰজাক দেখিবলৈ পায়। এই বেলিও ৰজাই গছ-লতিকাৰ আঁৰত লুকাই থাকি শকুন্তলাৰ মনৰ কথাৰ উমান পোৱা মাত্ৰকে আত্মপ্ৰকাশ কৰে। দুই প্ৰেমাস্পদৰ মাজত মিলনৰ সেতু ৰচনা কৰি দি দুই সখী তাৰপৰা আঁতৰি যায়। এই অৱসৰতে শকুন্তলাৰপৰা ৰজাই গান্ধৰ্ব বিয়াৰ বাবে সন্মতি আদায়ৰ যত্ন কৰে। শকুন্তলাই নিজকে পৰাধীন বুলি কয়, অন্ততঃ সখীসকলৰ সন্মতি বিনে তেনে প্ৰস্তাৱত সন্মতি দিবলৈ অসন্মত হয়। অৱশেষ পাছতে গৌতমীৰ অনভিপ্ৰেত আগমনে প্ৰণয়ীযুগলৰ মিলন ব্যাহত কৰে। ইঙ্গিতেৰে ৰজাক আকৌ আমন্ত্ৰণ কৰি শকুন্তলাই ৰজাৰপৰা বিদায় লয়। ৰজাই আকৌ আশ্ৰমত ৰক্ষাত আত্মনিয়োগ কৰে।

চতুৰ্থ অংক। অংকৰ আদিতে থকা বিষ্কম্ভকত অনুসূয়া আৰু প্ৰিয়ম্বদাৰ কথা-বতৰাৰ পৰা জনা যায় যে ইতিমধ্যে ৰজাই শকুন্তলাক গান্ধৰ্ব প্ৰথামতে বিয়া কৰিছে। আশ্ৰমত অনুষ্ঠিত ইষ্টি বা যজ্ঞ সমাপ্ত হোৱাত ঋষিসকলে ৰজা দুষ্যন্তক বিদায় দিছে। ৰজাই দিন-নিয়েকৰ ভিতৰতে শকুন্তলাক নিবলৈ ৰাজধানীৰপৰা মানুহ পঠিয়াবলৈ প্ৰতিশ্ৰুতি দি শকুন্তলাৰপৰা বিদায় লৈ গৈছে। শকুন্তলাৰ ভাগ্যদেৱতাক পূজা কৰিবলৈ আশ্ৰমৰ ফুলনিত ফুল তুলি অনসূয়া আৰু প্ৰিয়ম্বদাই শকুন্তলাৰ ভৱিষ্যৎ জীৱন সম্বন্ধে আলোচনা কৰে। অনসূয়াই ৰজা দুষ্মন্ত হস্তিনাপুৰলৈ উভতি গৈ ৰাজমহিষীসকলৰ মাজত থাকি শকুন্তলাৰ কথা মনত কৰিবনে নাই সন্দেহ প্ৰকাশ কৰে। প্ৰিয়ম্বদাই ৰজাৰ ওপৰত থকা তেওঁৰ বিশ্বাসৰ কথা সদৰি কৰে। ধৰ্ম্ম পিতা কাশ্যপে সোমতীৰ্থৰপৰা উভতি আহি দুষ্যন্ত-শকুন্তলাৰ গান্ধৰ্ব বিয়াৰ কথা শুনি তাত সন্মতি জনাব নে নাই তাৰ ওপৰতহে প্ৰিয়ম্বদাই সন্দিহান হয়। অণসূয়া অৱশ্যে কাশ্যপৰ সংকল্পৰ ওপৰত আস্থাশীলা। ৰজাৰেসতে হোৱা শকুন্তলাৰ বিয়াহত কণ্বৰ একো আপত্তি নহ'ব বুলি তেওঁ নিশ্চিত। এইদৰে দুই সখীয়েশকুন্তলাৰ কথা আলচ কৰি থাকোঁতে আশ্ৰমৰ দুৱাৰ দলিত মহান অতিথি এজনৰ কণ্ঠস্বৰ শুনিবলৈ পালে। প্ৰিয়ম্বদাই ক'লে, 'কুটীৰত শকুন্তলা আছে, তেওঁ অতিথিজনক সোধ'-পোচ কৰিব পাৰিব।' অনসূয়াই অৱশ্যে ৰজাৰ বিদায়ৰ বাবে সন্তপ্তা শকুন্তলাৰ শূণ্য হৃদয়ৰ বুজ পায়। এনেতে আগন্তুকে (অতিথিয়ে) শকুন্তলাৰ সৈহাৰি নাপাই অভিশাপ উচ্চাৰণ কৰা শুনি দুয়ো সখী ম্ৰিয়মানা হ'ল। অনসূয়াৰ নিৰ্দ্দেশমতে প্ৰিয়ম্বদা গৈ অতিথিস্বৰূপ দুৰ্বাসাক আশ্ৰমলৈ উভতাই আনিবলৈ যত্ন কৰিলে। কিন্তু খঙাল ঋষি আৰু নুভতিল। শকুন্তলাৰ দোষ ক্ষমা কৰিবলৈ কৰা অনুৰোধৰ প্ৰত্যুত্তৰত অভিজ্ঞান প্ৰদৰ্শন কৰিলে শাপমোচন হ'ব বুলি কৈ দুৰ্বাসা

গল। দুয়ো সখীয়ে ফুল তোলাটো সিমানতে সামৰি আশ্ৰমৰ কুটীৰলৈ আহি বাওঁহাতত মুখ থৈ চিন্তাকুল অৱস্থাত বহি থকা শূন্যহৃদয়া শকুন্তলাক দেখিবলৈ পালে। দুয়োজনীয়ে দুৰ্বাসাৰ অভিশাপৰ কথা শকুন্তলা নেলাগে আন কোনো তৃতীয় প্ৰাণীক নজনাবলৈ মন বান্ধিলে।

চতুৰ্থ অঙ্কৰ আৰম্ভণিতে এজন শিষ্যৰ মুখৰপৰা জনা যায় যে কুলপতি কাশ্যপ ইতিমধ্যে তীৰ্থ-ভ্ৰমণৰপৰা উভতি আহিছে। শকুন্তলাৰ ভাগ্যসম্বন্ধে অতিকৈ চিন্তান্বিতা অনসূয়াক প্ৰিয়ম্বদাই খৰখেদাকৈ জনাইছে যে পিতা কণ্বই নিজৰ তপস্যাৰ প্ৰভাৱত শকুন্তলা আৰু দুষ্যন্তৰ গান্ধৰ্ব-বিয়াৰ বিষয়ে সবিশেষ ভু পাইছে আৰু সেইবাবে আসন্নসত্বা শকুন্তলাক হস্তিনাপুৰলৈ যথাশীঘ্ৰে পঠিয়াবলৈ যো-জা কৰিছে। দুওয়াজনী সখীয়ে মাঙ্গলিক দ্ৰব্যসমূহ গোটাই লৈ শকুন্তলাৰ ওচৰলৈ গৈ দেখে যে তেওঁক তাপসীসকলে বিদায়কালীন শুভেচ্ছা যাঁচি আছে। কুলপতি কণ্বৰ দুজন শিষ্যই বনদেৱতাসকলৰপৰা শকুন্তলাৰ উপযোগী পাটকাপোৰ, লাক্ষাৰস, অয়-অলঙ্কাৰ আদি উপহাৰ আনি দিয়েহি। অণসূয়া আৰু প্ৰিয়ম্বদাই শকুন্তলাক নু-কইনাৰ সাজেৰে সজাই পৰাই উলিয়ালে। কুলপতি কণ্বৰ আদেশ অনুসৰি যথাবিহিত মাঙ্গলিক স্বস্ত্যয়নৰ পাছত শাৰ্ঙ্গৰৱ আৰু শাৰদ্বত আৰু তাপসী গৌতমীয়ে শকুন্তলাক লগত লৈ হস্তিনাপুৰলৈ যাত্ৰা কৰিলে।

পঞ্চম অঙ্ক।। ঘটনাৰ পটভূমি হস্তিনাপুৰ। ইতিমধ্যে ৰজাৰ মনৰ ওপৰত দুৰ্বাসাৰ অভিশাপে প্ৰাধান্য বিস্তাৰ কৰিছে। অঙ্কৰ আৰম্ভণিতে বিদূষক আৰু ৰজাই হংসপদিকা নামে ৰজাৰ পূৰ্বৰ প্ৰণয়িনী এজনীৰ গীত শুনি তাৰ অৰ্থ অনুধাৱন কৰাৰ যত্ন কৰে। ৰজাই বিদূষকক হংসপদিকাৰ ওচৰলৈ পঠিওৱাৰ ক্ষন্তেক পাছতে কঞ্চুকীয়ে শাৰ্ঙ্গৰৱ প্ৰভৃতি কণ্বৰ আশ্ৰমবাসীসকলে ৰজাক সাক্ষাৎ কৰিবলৈ অহাৰ বতৰা আনে। তপস্বীসকলৰে সৈতে সাক্ষাতৰ বাবে ৰজাই অগ্নিশৰণ গৃহত উপস্থিত হয়গৈ। ৰাজপুৰোহিত আৰু কঞ্চুকীয়ে যথোচিত সমাদৰ জনাই তপস্বীসকলক ৰজাৰ আগলৈ আগবঢ়াই আনে। আদৰ-সম্ভাষণ বিনিময়ৰ পাছত ৰজাই কুলপতি কণ্বই পঠোৱা বতৰা শুনিবলৈ আগ্ৰহ প্ৰকাশ কৰে। শাৰ্ঙ্গৰৱ আৰু গৌতমীয়ে আগতে পাৰস্পৰিক সম্মতিক্ৰমে গান্ধৰ্ব নিয়মমতে বিয়া কৰোৱা শকুন্তলাক গ্ৰহণ কৰিবলৈ ৰজাক অনুৰোধ কৰে। ইতিমধ্যে দুৰ্বাসাৰ অভিশাপৰ ফলত শকুন্তলাৰ কথা পাহৰি যোৱা ৰজাই তপস্বীসকলৰ অনুৰোধ প্ৰত্যাখ্যান কৰে। গৌতমীয়ে শকুন্তলাৰ মূৰৰ (মুখৰ) ওৰণি (অৱগুণ্ঠন) গুচাই দেখুৱা স্বত্বেও ৰজাই শকুন্তলাক চিনিবলৈ নোৱাৰিলে। তেতিয়া শকুন্তলাই সখীয়েকইঁতে সঁকিয়াই দিয়া কথা মনত পেলাই বিদায় কালত ৰজাই পিন্ধাই অহা আঙঠিটোকে দেখুৱাই ৰজাক পতিয়ন নিয়াবলৈ খুজিলে। কিন্তু আঙঠিটো হাতৰ আঙুলিত বিচাৰি নাপাই তেওঁ জঁয় পৰি গ'ল। চক্ৰাৱতাৰত স্নান কৰোঁতে হাতৰপৰা সৰি পৰিল হয়তো এনেদৰে গৌতমীয়ে ঠাৱৰাবলৈ গৈ ৰজাৰ তিৰস্কাৰ শুনিবলগীয়া হ'ল। ৰজাই শকুন্তলাক কুলি চৰাইৰে সৈতে তুলনা কৰিলে। শাৰ্ঙ্গৰৱ আৰু ৰজাৰ মাজত বহুতো বাক-বিতণ্ডা হ'ল যদিও ৰজাই ধৰ্মৰ দোহাই দিয়েই শকুন্তলাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। অৱশেষত শাৰদ্বতৰ কথামতে শকুন্তলাক ৰজাৰ

ওচৰত এৰি যাবলৈ তেওঁলোক প্ৰস্তুত হ'ল। শকুন্তলাৰ অৱস্থা 'ন যযৌ ন তস্থৌ' যেন হ'ল। মুনিসকলক অনুসৰণ কৰাৰপৰাও তেওঁক বিৰত কৰা হ'ল। শেষত প্ৰসৱকাললৈকে শকুন্তলাক নিজ ঘৰত আশ্ৰয় দিবলৈ ৰাজপুৰোহিতে প্ৰস্তাৱ দিলে। শকুন্তলাই চক্ৰবৰ্তী লক্ষণযুক্ত পুত্ৰ প্ৰসৱ কৰিলে ৰজাই তেওঁক গ্ৰহণ কৰিব লাগিব বুলি পুৰোহিতে কৈ থলে। সেইদৰে কৈ পুৰোহিতে শকুন্তলাক আগত লৈ ৰজাৰপৰা বিদায় লৈ ওলাই গ'ল। এনে অৱস্থাত শকুন্তলাই ওপৰলৈ হাত দুখন তুলি হুৰাওৱাৰে কান্দিবলৈ ধৰিলে। এনেতে অপ্সৰা তীৰ্থৰ ফালৰপৰা অহা এক অপূৰ্ব জ্যোতিয়ে আলফুলকৈ শকুন্তলাক তুলি লৈ শূণ্যত বিলীন হৈ গ'ল। পুৰোহিত ৰজাৰ ওচৰলৈ গৈ পুনশ্চ সেই আচৰিত ঘটনাৰ বিৱৰণ জনালে। ৰজা অতিশয় আকুল অৱস্থাত প্ৰতিহাৰীৰে সৈতে পোনে পোনে শয়নাগাৰলৈ গ'ল।

**ষষ্ঠ অঙ্ক।** এই অঙ্কৰ আদিতে থকা প্ৰবেশকৰপৰা জ্ঞাত পোৱা যায় কেনেকৈ শকুন্তলাই শক্ৰৱতাৰত হেৰোৱা ৰজাৰ দুষ্মন্তৰ নামাঙ্কিত আঙঠিটো ৰজাৰ হাতত পৰিলহি। এদিনাখন শক্ৰৱতাৰৰ কোনো এজন মাছমৰীয়াই বৌমাছ (ৰোহিতমাছ) এটি কাটোঁতে তাৰ পেটত এটি বহুমূলীয়া আঙঠি পালে। তাকে নগৰত বেচিবলৈ গৈ মাছমৰীয়াজন ৰজাৰ মানুহৰ হাতত ধৰা পৰিল। বেতেৰে মৰীয়াই তাক সোধা হ'লত সৰলচিতীয়া মাছমৰীয়াই সঁচা কথা ক'লে। ৰজাৰ আৰক্ষী বিষয়া (ৰাজশ্যালকে) সেই বিষয়ে অনুসন্ধান কৰিলে। ৰজাক আঙঠিটো দেখুৱাত হঠাতে কোনো এক প্ৰিয়জনৰ কথা তেওঁৰ মনত পৰিল। গতিকে শাস্তি পোৱাৰ সলনি মাছমৰীয়াই প্ৰচুৰ পুৰস্কাৰ লাভ কৰিলে।

মূল অঙ্কত ৰজাৰ মানসিক প্ৰতিক্ৰিয়াৰ সম্যক পৰিচয় পোৱা যায়। সানুমতী নামে মেনকাৰ দূতী আৰু শকুন্তলাৰ সহচৰী অপ্সৰী এজনীয়ে শকুন্তলাৰ প্ৰতি ৰজাৰ মনোভাৱ জানিবলৈ আহে। তেওঁ হস্তিনাপুৰৰ উপবনলৈ আহি দেখিলেহি যে বসন্তকালৰ আৰম্ভণ হলেও ৰাজ্যত বসন্তোৎসৱ নিষেধ কৰা হৈছে। কাৰণ, শকুন্তলা নামে ৰজাৰ প্ৰেয়সী এজনীক নিজ স্মৃতিভ্ৰংসনৰ বাবে ৰজাই গ্ৰহণ নকৰি হেৰোৱা বাবে এতিয়া বৰ অনুতাপ কৰিছে আৰু মদনৰ শৰৰ আঘাত সহিবলৈ অক্ষম। বিদূষকেৰে সৈতে ৰজাই প্ৰমোদ উদ্যানত প্ৰৱেশ কৰে আৰু নিজে অঁকা শকুন্তলাৰ চিত্ৰফলক চাই অনুশোচনা কৰিবলৈ ধৰে। বিদূষকে ৰজাক সান্ত্বনা দিবলৈ বৃথা চেষ্টা কৰে। একোতে ৰজাৰ শোক নকমে। এনে সময়তে ধনমিত্ৰ নামে নিঃসন্তান সাউদ এজনৰ মৃত্যুৰ বতৰা লিখা থকা মন্ত্ৰী পিশুনৰ পত্ৰ এখন প্ৰতিহাৰীয়ে আনি ৰজাৰ হাতত দিয়েহি। মন্ত্ৰীয়ে ৰজাক জনাইছে যে পুত্ৰহীন অৱস্থাত মৃত সাউদৰ সম্পত্তি ৰাষ্ট্ৰায়ত্ত হ'বৰ যোগ্য। এই বতৰা পঢ়িলত ৰজাৰ পুত্ৰ মোহ উপস্থিত হয়। গৰ্ভৱতী শকুন্তলাক প্ৰত্যাখ্যান কৰা বাবে তেওঁৰ অন্তৰ শোকসাগৰত বুৰ যায়। এনেতে মাতলিয়ে হঠাতে তাত উপস্থিত হৈ বিদূষকৰ ওপৰত আক্ৰমণৰ অভিনয় কৰি শোকাৰ্ত অৱস্থাৰপৰা ৰজাক শৌৰ্যাৱস্থালৈ ঘুৰাই আনে। ৰাক্ষসসকলক দমন কৰা প্ৰাকশাসনক সহায় কৰিবলৈ মাতলিয়ে ৰজাক ৰথত তুলি লৈ স্বৰ্গৰাজ্য অভিমুখে ৰাওনা হয়।

**সপ্তম অঙ্ক।** ৰজাৰ দুষ্মন্তৰ স্বৰ্গ অভিযান সাফল্যমণ্ডিত হয়। ইন্দ্ৰৰ শত্ৰুসকলক নিজ পৰাক্ৰমেৰে অভিভূত কৰি দেৱৰাজৰপৰা সমাদৰ লাভ কৰে। যথোচিত

সন্মান লাভ কৰি দুষ্মন্তই মাঁতলিয়ে পৰিচালনা কৰা ইন্দ্ৰৰ ৰথত উঠি মৰ্ত্ত্যলৈ যাত্ৰা কৰে। অন্তৰিক্ষত নানান সুশোভন দৃশ্য উপভোগ কৰি আদবাটতে দেৱকুলৰ জনক- জননী মাৰীচ আৰু অদিতিৰ আশ্ৰমত উপস্থিত হয়। ৰজাই বাসৱাদি দেৱতাসকলৰ পিতৃ কাশ্যপ মাৰীচৰ চৰণত শ্ৰদ্ধাঞ্জলি নিবেদন কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰে। সেই উদ্দেশ্যৰে তেওঁ মাৰীচৰ আশ্ৰমত প্ৰৱেশ কৰে। তাৰ বাবে মাতলিয়ে অনুমোদন বিচাৰি আগবাঢ়ি যায়। এনে এক মাহেন্দ্ৰ ক্ষণতে ৰজাই এজন সৰু লৰাক লগ পায়। ল'ৰাটিৰ মুখখনি পুৰুবংশৰ লোকসকলৰ দৰে স্তৱনি। তাতে আকৌ বালকৰ শৰীৰত চক্ৰবৰ্ত্তী ৰজাৰ বত্ৰিশটা লক্ষণো দেখা পোৱা যায়। ল'ৰাটিয়ে এই কুমলীয়া বয়সতে সিংহৰ পোৱালি এটিৰ মুখ মেলি দাঁত গণি চাইছে। ল'ৰাটিক দেখি ৰজাৰ অন্তৰত স্বাভাৱিক অথচ অজানিতভাৱে অপত্য স্নেহ জন্মিল। ল'ৰাটিৰ লগত থকা পৰিচাৰিকা এজনীৰ কথাৰপৰা ৰজাই বুজিবলৈ পাৰিলে যে ল'ৰাটি পুৰুবংশধৰ। মাকৰ নাম শকুন্তলা। ক্ৰমশঃ ল'ৰাটিক আত্মজ বুলিয়েই ৰজাৰ মনত ভাৱ হ'বলৈ ধৰিলে। এনেতে স্বয়ং শকুন্তলা আহি তাত উপস্থিত হ'ল। ৰজাক দেখি মিলনৰ আনন্দাশ্ৰুৰে শকুন্তলাৰ দুগাল সিক্ত হ'ল। কাৰো প্ৰতি যেন কোনোজনৰ অন্তৰত আৰু কোনো খং বা ক্ষোভৰ লেশ পাৰবলে নাই। ৰজাই বিনীতভাৱে শকুন্তলাৰ ওচৰত নিজৰ দোষ ত্ৰুটীৰ বাবে ক্ষমা বিচাৰিলে। শকুন্তলাই হ'লে তাতোকৈ আগতেই যেন ৰজাক ক্ষমা কৰিছে থৈছে এনে মনোভাৱহে দেখুৱালে। মাতলিয়ে এতিয়া পত্নী আৰু পুত্ৰেৰেসৈতে ৰজাক কশ্যপ আৰু অদিতিৰ ওচৰলৈ আগবঢ়াই লৈ গ'ল। কশ্যপে দুষ্যন্ত আৰু শকুন্তলাৰ বিচ্ছেদৰ কাৰণস্বৰূপ দুৰ্বাসাৰ অভিশাপৰ কথা মুকলিকৈ তেওঁলোকক ক'লে। এই কথা শুনি দুয়োৰে মন দুটি শাৰদীয় আকাশৰ দৰে নিৰ্ম্মল হ'ল। তাৰ পাছত কশ্যপ অদিতিৰ চৰণ বন্দনা কৰি ৰজা দুষ্যন্ত আৰু শকুন্তলাই চিৰমিলনৰ বাবে অফুৰন্ত আশীৰ্বাদ লাভ কৰিলে। স্বস্ত্যয়ন বিধানেৰে মাৰীচে তেওঁলোকক বিদায় সম্বৰ্ধনা জনালে। শকুন্তলা আৰু ভৰতেৰেসৈতে দুষ্মন্তই মাতলিৰ ৰথত উঠি হস্তিনাপুৰলৈ যাত্ৰা কৰিলে। মাৰীচে দুষ্যন্ত আৰু শকুন্তলাৰ পুনৰ মিলনৰ শুভ বতৰাটিৰ জনাবলৈ কণ্বমুনিৰ চৰলৈ এজন দূত পঠিয়ালে। ভৰতবাক্য গোৱাৰ পিছত নাটকৰ যৱনিকা পৰে।

# নাটকীয় বিষয়বস্তুৰ উৎস আৰু কৰিকৃত পৰিবৰ্তনসমূহ

সংস্কৃত কবি আৰু নাট্যকাৰসকলে তেওঁলোকে ৰচনা কৰা শ্ৰব্য আৰু দৃশ্য কাব্যসমূহৰ কথাবস্তু বা বিষয়বস্তু নিৰ্বাচনত খুব কমেই মৌলিকত্ব দাবী কৰিব পাৰে। যদিও কোনো কোনো কবি বা নাট্যকাৰে তেওঁলোকৰ কাব্য বা নাটকৰ বিষয় নিৰ্বাচনত কল্পনাৰ আশ্ৰয় গ্ৰহণ কৰিছে সেয়া বৰ উল্লেখনীয় নহয়। বৰঞ্চ তেওঁলোকে মহাভাৰত আৰু ৰামায়ণ, গুণাঢ্যৰ বৃহৎকথাৰ (প্ৰতিভূস্বৰূপ সোমদেৱৰ কথাসৰিৎসাগৰ বা ক্ষেমেন্দ্ৰৰ বৃহৎকথামঞ্জৰী বা বুদ্ধস্বামীৰ বৃহৎকথাসংগ্ৰহৰ) পৰাই তেওঁলোকৰ ৰচনাৰ কথাংশ বাচি লৈছিল। কেতিয়াবা অৱশ্যে বুৰঞ্জীমূলক ঘটনাক অৱলম্বন কৰি কাব্য-নাটক ৰচনা কৰা দেখা যায়। ভাস, কালিদাস, ভৱভূতি, শ্ৰীহৰ্ষ, ভট্টনাৰায়ণ প্ৰভৃতি প্ৰথিতযশা নাট্যকাৰসকলে বিশেষকৈ ৰামায়ণ আৰু মহাভাৰতৰ মাজৰপৰাই শ্ৰোতা আৰু দৰ্শকৰ মনঃপূত হ'ব পৰা বিচিত্ৰ কাহিনী বাচনি কৰি নাট্যৰূপ দিয়া চকুত পৰে। মহাকবি কালিদাসক প্ৰায়ে ভাৰতবৰ্ষৰ শ্বেক্সপীয়াৰ বুলি অভিহিত কৰা হয়। আন কাৰণ নহ'লেও প্ৰাচ্য আৰু প্ৰতীচ্যক প্ৰতিনিধিত্ব কৰা এই কবি দুজনাৰ ৰচনাৰাজিৰ বিষয়বস্তুৰ উৎস যে নিজ নিজ দেশৰ ইতিহাস আৰু পুৰাকল্পৰ ভিতৰুৱা খণ্ডচিত্ৰ বিশেষ সি তেনেই সহজে চকুত পৰা সত্য। দুয়োজন মহাকবিয়ে পুৰাকল্পৰ মাজৰপৰা বৈচিত্ৰময় ঘটনাৰ খণ্ডচিত্ৰ একোটি বুটলি লৈ তাত নাটকীয় প্ৰাণ সঞ্চাৰ কৰি নিজ নিজ প্ৰতিভাৰ সম্যক স্বাক্ষৰ এৰি থৈ গৈছে। কোনো কোনো পণ্ডিতে কয় যে এই দুজন বিশ্ববৰেণ্য মহাকবিয়ে নাটকৰ বিষয়বস্তু নিৰ্বাচনত নিজৰ বুদ্ধি আৰু কল্পনাৰ সজ উপয়োগ নকৰি নিজকে পূৰ্বসূৰী ঐতিহাসিক-আদিকবিৰ ওচৰত ঋণবদ্ধ কৰি থৈ গৈছে। কিন্তু সেয়ে হ'লেও, দুয়োজন কবিয়ে যে প্ৰকৃতপক্ষে স্বদেশীয় বুৰঞ্জীক শ্ৰদ্ধাৰ চকুৰে চাইছিল আৰু পুৰাকল্পৰ নায়কৰ বীৰগাথা স্মৰণ কৰি ভাল পাইছিল তাত সন্দেহ নাই।

মহাকবি কালিদাসে তেওঁৰ নাটকত্ৰয়ৰ সমল বিচাৰি তেওঁৰ সমসাময়িক ইতিহাস, অথবা ইতিহাস বুলি খ্যাত মহাকাব্য মহাভাৰত বা পুৰাকল্পৰ আশ্ৰয় লৈছিল। তেওঁৰ প্ৰথমখন নাটকৰ (মালৱিকাগ্নিমিত্ৰৰ) মূল উৎস (কাৰোমতে) তেওঁৰ সমকালীন বা কিছুকাল পূৰ্বৰ বুৰঞ্জীপ্ৰসিদ্ধ শুংগ বংশীয় ৰজা অগ্নিমিত্ৰৰ কথা। ২য় খন নাটক বিক্ৰমোৰ্ব্বশীয়ৰ বিষয়বস্তু বৈদিক বা বৈদিকোত্তৰ পুৰাণ আৰু ইতিহাসৰ মাজৰপৰা বুটলি অনা। শেষ আৰু শ্ৰেষ্ঠ নাটক অভিজ্ঞান শকুন্তলাৰ কাহিনীভাগ মূলতঃ মহাভাৰতৰ বুকুৰপৰাই আহৰণ কৰা হৈছে।

শ্ৰোতা আৰু দৰ্শকৰ বহুপৰিচিত কাহিনীৰ নাট্যৰূপ দিয়াত কেতবোৰ সুবিধা আছে। প্ৰথমতে, সেই কাহিনীবোৰ ইতিমধ্যে লোকসমাজৰ অন্তৰত বিশেষ সমাদৰণীয় স্থান পাই থকাত সেইবোৰ কাহিনীৰ নাট্যৰূপে সামাজিকৰ মন সহজে আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়। বিশেষকৈ অশিক্ষিত জন-সমাজত নতুন কাহিনীৰ তুলনাত পুৰণি ঘটনাৰ নাট্যৰূপ আৰু অভিনয়ে অধিক ঔসুক্যৰ সৃষ্টি কৰা স্বাভাৱিক। দ্বিতীয়তে কাল্পনিক ঘটনাৰ নাট্যৰূপ দিবলৈ যাওঁতে কাহিনীৰ অভিনৱত্বৰ প্ৰতিহে সামাজিকৰ মনোযোগ অধিক পৰিমাণে আকৰ্ষিত হয়, নাট্যকাৰৰ ৰচনা-ৰীতি বা কৌশলে তাত গৌণ স্থান লাভ কৰে। কিন্তু আগৰেপৰা পৰিচিত পুৰণি কাহিনীক নকৈ সজাই-পৰাই নাট্যৰূপ দিলে প্ৰাচীন কৱিজনাই দি যোৱা ব[illegible]াৰে সৈতে নতুন নাট্যকাৰৰ নাট্যকৌশল আৰু ৰীতিৰ প্ৰতিও দৰ্শক-শ্ৰোতাৰ মন আকৰ্ষিত হয়। দৰ্শকৰ তুলনামূলক বিচাৰৰদ্বাৰা কাব্যগুণৰ যথাৰ্থ প্ৰশংসা আৰু কৱি প্ৰতিভাৰ সাৰ্থক সমাদৰো লাভ হয়। তৃতীয়তে, ধৰ্মাধৰ্মৰ প্ৰতি চকু ৰাখিও ইতিহাস প্ৰসিদ্ধ পুৰণি কাহিনী নিৰ্বাচন কৰা হৈছিল। পুণ্যচৰিত ৰজা-মহাৰজা, দেৱতা, দেৱত্ব-গুণ-সম্পন্ন অন্যান্য লোকৰ নাট্যৰূপ দি কৱিজনে সহৃদয় সামাজিকৰ অন্তৰ শুদ্ধিৰ প্ৰতিও নজৰ দিছিল। ৰাম আদিৰ চৰিত্ৰ চিত্ৰণে ধৰ্মৰ প্ৰতি সামাজিকৰ মনোযোগ বঢ়ায়। এনেদৰে সংস্কৃত নাট্যকাৰসকলে সহৃদয় সামাজিকৰ আৱেগ-অনুভূতিৰ প্ৰতি দৃষ্টি ৰাখিহে ইতিহাস আৰু পুৰাকল্পৰ মাজত থাকিও জনমানসৰ চিৰ পৰিচিত কাহিনীকহে নাট্যৰূপ দিবলৈ বাচনি কৰা দেখা যায়। কালিদাসো তাৰ ব্যতিক্ৰম নহয়। মালৱিকাগ্নিমিত্ৰ আৰু বিক্ৰমোৰ্ৱশীয় নাটকৰ কাহিনী তেওঁ আন মূল উৎসৰপৰা আহৰণ কৰি সামাজিকক পূৰ্ণমনোৰথ কৰিব নোৱাৰি অৱশেষত কৱিগুৰুৱে মহাভাৰতৰ অতি প্ৰসিদ্ধ কাহিনী এটিকে নাটকীয় ৰূপ দিবলৈ বাচি লৈছিল। তেওঁৰ নিৰ্বাচন শুদ্ধ বুলি প্ৰমাণিত হৈছিল। তলত মহাভাৰতত পোৱা দুষ্যন্ত আৰু শকুন্তলাৰ আখ্যান দাঙি ধৰা হ'ল। মহাভাৰতৰ (পুণাস্থিত ভাণ্ডাৰকাৰ প্ৰাচ্য সংশোধন মণ্ডলৰ সংস্কৰণৰ) আদি পৰ্বৰ ৬২-৬৯[৩] অধ্যায়ত 'শকুন্তলোপাখ্যান' এনেদৰে বৰ্ণিত হৈছে ঃ

পুৰুবংশীয় ৰজা দুষ্যন্তই (মহাভাৰতত দুঃষন্ত) এবাৰ এটা সুবিশাল সৈন্যবাহিনী লগত লৈ মৃগয়া কৰিবলৈ গৈছিল। পূৰ্ণোদ্যমে মৃগয়া কৰি ৰজা বৰ ভাগৰুৱা হৈ পৰিল। ভোকে-পিয়াহে তেওঁ আকুল হৈ কাশ্যপ মুনিৰ তপোবনৰ দুৰাৰদলিত উপস্থিত হ'লগৈ। তাতেই তেওঁ সৈন্যদল এৰি মন্ত্ৰী আৰু পুৰোহিতক লগত লৈ তপোবনত প্ৰৱেশ কৰিলে। নিজৰ ৰাজচিহ্ন ইত্যাদি ত্যাগ কৰি মন্ত্ৰী আৰু পুৰোহিতক এৰি থৈ অকলে আশ্ৰমত সোমাল। (সামাত্যো ৰাজলিঙ্গানি সোঽপনীয় নৰাধিপঃ। পুৰোহিতসহায়শ্চ জগামাশ্ৰমমুত্তমম্।। ১।৬৪।২৯। ততো গচ্ছন্ মহাবাহুৰেকো অমাত্যানবিসৃজ্য তান্। নাপশ্যদাশ্ৰমে তস্মিন্ তমৃষিং সংশিতব্ৰতম্।। ১।৬৫।১।) আশ্ৰমত থকা কাশ্যপ দুহিতাই ৰজাক স্বাগত জনাই ক'লে যে তেওঁৰ পিতা মুনিবৰে ফলমূল আহৰণ কৰিবলৈ ওলাই গৈছে। অলপ অপেক্ষা কৰিলেই তেওঁ ওলাবহি। (গতঃ পিতা মে ভগৱান ফলান্যাহৰ্তুমাশ্ৰমাৎ। মুহূৰ্তং সংপ্ৰতীক্ষস্ব

দ্রক্ষ্যাসোনমিহাগতম্।৬৫।৯)। সেই অৱসৰতে ৰজাই শকুন্তলাক সুধিলে, তেওঁ চিৰকুমাৰ মুনিৰ কেনেকৈ জীয়েক হ'বলৈ পালে। তেতিয়া শকুন্তলাই আগতে আন এজন মুনিয়ে কৰা একেটা প্ৰশ্নৰ উত্তৰত পিতা কাশ্যপে কোৱা শকুন্তলাৰ জন্ম বৃত্তান্তটি বিৱৰি ৰজাক কৈ শুনালে। প্ৰথমবাৰ দেখিয়েই ৰজা শকুন্তলাৰ ৰূপত মুগ্ধ হৈছিল। এতিয়া শকুন্তলাৰ জন্ম বৃত্তান্ত শুনি ৰজাই শকুন্তলাক ক'লে, 'হে কল্যাণি, তুমি প্ৰকৃততে ৰাজকুমাৰীহে। গতিকে তুমি মোৰ ভাৰ্যা হ'বলৈ স্বীকাৰ কৰা। আৰু তোমাৰ কি কাৰ্য সাধিব লাগে মোক কোৱাহক? (সুব্যক্তংৰাজপুত্ৰী ত্বং যথা কল্যাণি ভাষসে। ভাৰ্যা মে ভৱ সুশ্ৰোণি ব্ৰূহি কিং কৰৱাণি তে।। ৬৭/১)। কাশ্যপ মুনিয়ে ফল আহৰণ কৰি অহালৈকে ৰ'বলৈ শকুন্তলাই ৰজাক অনুৰোধ কৰিলে। মুনিয়ে শকুন্তলাক বিয়া দিবহি বুলি ক'লে (ফলাহাৰোগতো ৰাজন পিতা মে ইত আশ্ৰমাৎ। তং মুহূৰ্তং প্ৰতীক্ষস্ব স মাং তুভ্যং প্ৰদাস্যতি।। ৬৭।৫।)। ঋষিলৈ বাট নেচাই শকুন্তলাৰ নিজৰ ইচ্ছানুসৰিয়েই গান্ধৰ্ব প্ৰথামতে ৰজাৰেসৈতে বিৱাহপাশত আৱদ্ধ হ'বলৈ দুষ্যন্তই শকুন্তলাক প্ৰৰোচিত কৰিলে। স্বৰ্তসাপেক্ষে শকুন্তলা ৰজাৰ কথাত সৈমান হ'ল। এই মিলনৰ ফলত ওপজা পুত্ৰসন্তানক যুৱৰাজ পাতিব লাগিব বুলি দিয়া স্বৰ্ত ৰজাই মানি লোৱাত শকুন্তলাই গান্ধৰ্বপ্ৰথা অনুসৰি বিয়াত সোমাবলৈ সম্মতি দিলে (যদি ধৰ্মপথস্ত্বেষ যদি চাত্মা প্ৰভুৰ্মম। প্ৰদানে পৌৰৱশ্ৰেষ্ঠ শৃণু মে সময়ং প্ৰভো।। সত্যং মে প্ৰতিজানীহি যত্বাং বক্ষযাম্যহং ৰহঃ। মম জায়েত যঃ পুত্ৰঃ স ভৱেত্বদনন্তৰম্।। যুৱৰাজো মহাৰাজ সত্যমেতদ্ ব্ৰূবীহি মে। যদ্যেতদেৱং দুঃষন্ত অস্তু মে সংগমস্ত্বয়া।। ৬৭/১৫-১৭)। ৰজাই শকুন্তলাৰ স্বৰ্ত স্বীকাৰ কৰি লোৱাত গান্ধৰ্বপ্ৰথামতে দুয়োৰে বিয়া হ'ল। তেওঁলোকৰ মিলনৰ পাছত ৰজাই শকুন্তলাক নিবলৈ এটা সৈন্যদল পঠোৱাৰ প্ৰতিশ্ৰুতি দি তেওঁ ৰাজধানীলৈ উভতি গ'ল। যাওঁতে ওৰেটো বাটত ৰজাৰ মনত ভয় সঞ্চাৰ হ'বলৈ ধৰিলে কিজানিবা কাশ্যপে এই বিয়া অনুমোদন নকৰে।

কিছু সময়ৰ পাছত কাশ্যপ ফলমূল আহৰণ কৰি আশ্ৰমৰ কুটীৰলৈ উভতি অহাত শকুন্তলাই লাজতে বহুবেলিলৈ তেওঁৰ ওচৰ চাপিবলৈ পৰা নাছিল। মুনিয়ে ওচৰলৈ আহিবলৈ উৎসাহ দি মাতিলত শকুন্তলাই পিতাকৰ শান্ত মূৰ্তি দেখি ওচৰ চাপি আহি সকলো কথা বিবৰি ক'লে। কাশ্যপে ৰজাৰেসৈতে শকুন্তলাৰ গান্ধৰ্ববিৱাহ হোৱাত পৰম সন্তোষ প্ৰকাশ কৰিলে। কাৰণ, তেওঁ তপস্যাৰ বলত এই মিলনৰ ফলত ওপজা পুত্ৰ সন্তানটি এদিন চক্ৰৱৰ্তী ৰজা হ'বগৈ বুলি জানিছিল। শকুন্তলা অন্তঃসত্বা বুলিও মুনিয়ে জানিছিল।

সময় বাগৰি গ'ল। কিন্তু প্ৰতিশ্ৰুতিমতে ৰজা দুষ্যন্তৰপৰা কোনো সংবাদ নাহিল। তিনিবছৰৰ মূৰত (?) শকুন্তলাই কাশ্যপৰ আশ্ৰমতে এটি পুত্ৰ সন্তান প্ৰসৱ কৰিলে। (ত্ৰিষু বৰ্ষেষু পূৰ্ণেষু দীপ্তানলসমদ্যুতিম্। ৰূপৌদাৰ্যগুণোপেতং দৌঃষন্তিং জনমেজয়।। ১।৬৮।২)[4] এই ল'ৰাটিৰ জন্মক্ষণত আকাশৰপৰা পুষ্পবৃষ্টি

হ'ল আৰু এই সন্তানটি ভৱিষ্যতে চক্ৰৱৰ্তী ৰজা হ'বগৈ বুলি ইন্দ্ৰই ঘোষণা কৰিলে।[৫] দিনে দিনে ল'ৰাটি ডাঙৰ হ'বলৈ ধৰিলে। যথাসময়ত কাশ্যপে তেওঁৰ জাতকৰ্ম আদি সংস্কাৰ কাৰ্য বিধান কৰিলে। ঋষিৰ ভয়তে দুষ্যন্তই কোনো খা-খবৰ নল'লে বা নিদিলে। শকুন্তলাৰ পুত্ৰৰ কাৰ্যকলাপে আশ্ৰমৰ শান্তিময় আৱহাৱা ব্যাহত কৰিলে। বনৰীয়া সিংহ, বাঘ, বৰা আদি জীৱ-জন্তু সহজে বশ কৰি গছত বান্ধি লৈ সিহঁতেৰে খেলে। মুষ্টিৰ প্ৰহাৰেৰে দৈত্য-দানৱ, ভূত-প্ৰেতক যমৰ ঘৰলৈ পঠিয়াই কেতিয়াবা আশ্ৰমবাসীক সি আনন্দ দিয়ে। এনেবোৰ কাৰ্যৰ প্ৰতি লক্ষ্য কৰি মুনিয়ে সৰ্বদমন বুলি ল'ৰাটিৰ নামাকৰণ কৰিলে। কাশ্যপে এতিয়া সৰ্বদমনসহ শকুন্তলাক দুষ্যন্তৰ ওচৰলৈ পঠিওৱাৰ সময় উপনীত হোৱা কথা বুজিলে। ইতিমধ্যে আৰু ছটা বছৰ অতিবাহিত হৈ গৈছে। এতিয়া সৰ্বদমনক যুৱৰাজ পদত বহুৱাৰ সময়। কাশ্যপে নিজৰ মনোভাৱৰ কথা জীয়েক শকুন্তলাৰ আগত ব্যক্ত কৰিলে। কিন্তু শকুন্তলা আৰু সৰ্বদমনে আশ্ৰম ত্যাগ কৰি ঋষিৰ চৰণ সেৱাৰ পৰা বঞ্চিত হ'বলৈ নোখোজে। শকুন্তলাই প্ৰকৃততে মনতে ভাৱিছিল যে সৰ্বদমনৰ উৎপুত্ৰীয়া কাৰ্যক্ৰমণিকাৰ বাবে পিতৃ কন্বই তেওঁলোকক আশ্ৰমৰপৰা উলিয়াই পঠিয়াবলৈ বিচাৰিছে। সেইদৰে ভাবি তেওঁ বাৰে বাৰে দুষ্যন্তৰ ওচৰলৈ যাবলৈ অনিচ্ছা প্ৰকাশ কৰিছিল (একন্তু কুকতে পাপং ফলং ভুংক্তে মহাজনঃ। ময়া নিবাৰিতো নিত্যং ন কৰোষি বচো মম।। নিঃসৃতান্ কুঞ্জৰান্ নিত্যং বাহুভ্যাং সংপ্ৰথ্য বৈ। বনং চ লোড়য়ণ নিত্যং সিংহ ব্যাঘ্ৰগনৈৰ্বৃতম্।। এবং বিধানি চানানি কৃত্বা বৈ পুৰুনন্দন। কৰিতো ভগৱাংস্তাত তস্মংদাৱাং ৱিৱসিতৌ।। নাহং গচ্ছামি দুষ্যন্তং নাস্মি পুত্ৰহিতৈষিণী। পাদমূলে ৱসিষ্যামি মহৰ্ষেভাৱিতাত্মনঃ।।)[৬] কাশ্যপে তেওঁলোকক বুজনি দি ক'লে যে কোনো নাৰীয়ে চিৰকাল পিতৃগৃহত বাস কৰা অনুচিত। (নাৰীনং চিৰৱাসো হি বান্ধৱেষু ন ৰোচতে। কীৰ্তিচাৰিত্ৰ্যধৰ্মঘ্নঃ তস্মান্নয়ত মা চিৰম্।।[৭]) এইদৰে বুজাই-বঢ়াই ঋষিয়ে অৱশেষত তেওঁলোকক আশ্ৰম এৰি দুষ্যন্তৰ ওচৰলৈ যাবলৈ সন্মত কৰিলে। বিদায়ৰ বেলাটি বৰ কৰুণ হ'ল। শকুন্তলাই অজ্ঞাতভাৱে আচৰণ কৰা দোষ-ত্ৰুটীৰ বাবে যেতিয়া দেউতাকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে তেতিয়া কাশ্যপে তলমুৰ কৰি বাষ্পাকুল নয়নেৰে নিৰ্বাক-নিস্পন্দ হৈ ৰ'ল। তেওঁৰ দুই চকুৰপৰা চকুলো ব'বলৈ ধৰিলে। (শকুন্তলা চ পিতৰং অভিবাদ্য কৃতাঞ্জলিঃ। প্ৰদক্ষিণীকৃত্য তদা পিতৰং বাক্যমব্ৰৱীৎ।।আংজ্ঞানাম্মে পিতা চেতি দুৰুক্তং ৱাপি চানৃতম্। অকাৰ্যং ব্যাপ্যনিষ্টং বা ক্ষন্তুমৰ্হতি তত্ত্বৱান।। এৱমুক্তো নতশিৰা মুনিৰ্নোৱাচ কিঞ্চন। মনুষ্যভাৱাৎ কৰোঅপি মুনিৰশ্ৰুণ্যৱৰ্তয়ৎ।।)[৮] কাশ্যপৰ আশ্ৰমৰপৰা বোল মাইল দূৰত অৱস্থিত দুষ্যন্তৰ ৰাজধানীলৈকে শকুন্তলাক পুত্ৰসহ আগবঢ়াই থ'বলৈ কাশ্যপে আশ্ৰমৰ জনদিয়েক মুনিক লগত পঠিয়ালে।

দুপৰীয়া সময়ত তেওঁলোকে গৈ ৰাজধানীত উপস্থিত হ'ল। জয়ন্তৰ সৈতে স্বয়ং ইন্দ্ৰৰ পত্নী পৌলোমীৰ আগমন হোৱা বুলি ভাবি এচাম পুৰবাসীয়ে সৰ্বদমন আৰু শকুন্তলাক আদৰণি জনালে। কিন্তু এচাম লোকে শকুন্তলাৰ সৈতে যোৱা ক্ষীণ, অলঙ্কাৰহীন, ৰক্ত চক্ষু, জটাধাৰী আৰণ্যক সকলক উপলুঙা কৰাত তেওঁলোক

বৰ বিৰক্ত হ'ল আৰু শকুন্তলা আৰু সৰ্বদমনক নগৰত এৰি থৈ আশ্ৰমলৈ গুচি গ'ল।

এতিয়া শকুন্তলাই সৰ্বদমনকে একমাত্ৰ সাৰথি কৰি দুষ্যন্তৰ ৰাজসভা পালেগৈ। শকুন্তলাৰ অলৌকিক ৰূপ দেখিবলৈ পাই নগৰবাসীসকলে তবধ মানিলে। ৰজাৰ সমুখত উপস্থিত হৈ শকুন্তালাই সৰ্বদমনৰ পৰিচয় দি গান্ধৰ্ব বিয়াৰ সময়ত ৰজাই দি থোৱা প্ৰতিশ্ৰুতিৰ স্বৰ্ত পূৰণ কৰিবলৈ আহ্বান জনালে। ইমানদিনে ৰজা দুষ্যন্তই ৰজাপুৰীত সুখ-সন্তোষৰ মাজত থাকি আশ্ৰমত শকুন্তলাক বিয়া কৰোৱা আৰু তেওঁক দি থোৱা প্ৰতিশ্ৰুতিৰ কথা তেনেই পাহৰি গৈছিল। এতিয়া শকুন্তলাক দেখিবলৈ পাই আৰু তেওঁৰ মুখত সেই পুৰণি সম্পৰ্কৰ বিষয়ে শুনিবলৈ পাই সকলো কথা তেওঁ সোঁৱৰণ কৰিলে। পুত্ৰসমন্বিতে পত্নীক ওচৰতে পাই তেওঁ মনতে সন্তোষো পালে। কিন্তু তেওঁ লোক সমাজক দেখুৱাই শকুন্তলাৰে সৈতে নিজৰ কোনো সম্পৰ্ক থকাটো অস্বীকাৰ কৰিলে। (তস্যোপভোগসক্তস্য স্ত্ৰীষু চান্যাসু ভাৰত। শকুন্তলা সপুত্ৰা চ মনস্যন্তৰধীয়তে।। সধাৰয়ন মনস্যেনাং সপুত্ৰাং সস্মিতাং তদা। তদোপগৃহ্য মনসা চিৰং সুখমৱাপ সঃ। সোৎথ শ্ৰুত্বাপি তদ্বাক্যং তস্যা ৰাজা স্মৰন্নপি। অব্ৰবীন্ন স্মৰামীতি ত্বয়া ভদ্ৰে সমাগমম্।।) [১]। ৰজাই শকুন্তলা আৰু তেওঁৰ পুত্ৰ সৰ্বদমনক স্বীকাৰ কৰি ল'বলৈ সৈমান নহ'ল।

ৰজাৰ দ্বাৰা অনাদৃতা হৈ শকুন্তলাই বৰ লাজ পালে। তেওঁ দুঃখে-শোকে ম্ৰিয়মান হ'ল। খঙতে তেওঁৰ চকুজুৰি ৰঙচুৱা হ'ল। তেওঁৰ ওঠ দুটি কঁপিবলৈ ধৰিলে। তথাপি শকুন্তলাই নিজৰ আৱেগ অনুভূতিক সংযমৰ জৰিৰে বান্ধি থৈ পুত্ৰ আৰু পৰিবাৰৰ গুৰুত্ব, সত্যবাদিতাৰ মূল্য আৰু প্ৰতিশ্ৰুতিৰ স্বৰ্তৰ পৱিত্ৰতা সম্বন্ধে বিস্তৃতভাৱে ৰজাক ক'লে। জন্মৰ পিছতে পিতৃমাতৃয়ে এৰি থৈ যোৱা একেজনী শকুন্তলাক এতিয়া আকৌ পতিয়ে ত্যাগ কৰিবলৈ ওলোৱাত তেওঁ গভীৰ দুঃখ প্ৰকাশ কৰিলে। তেওঁ নিজে আশ্ৰমলৈ উভতি যাবলৈ ইচ্ছা পৰকাশ কৰিলে আৰু অন্ততঃ সৰ্বদমনক পুত্ৰ বুলি স্বীকাৰ কৰি ল'বলৈ ৰজাক আকৌ অনুৰোধ কৰিলে। ৰজাই শকুন্তলাক মিছলীয়া, নীচ কুলীয়া তিৰোতা বুলি তিৰস্কাৰ কৰাত শকুন্তলাই ৰজা তেওঁৰ পতি হ'বলৈ অযোগ্য বুলি ক'লে। সেয়েহে তেওঁ আশ্ৰমলৈ উভতি যাবলৈ সাজু হ'ল। শেষত শকুন্তলাই ক'লে যে ৰজাই গ্ৰহণ নকৰিলেও তেওঁৰ পুত্ৰ সৰ্বদমন এদিন চক্ৰৱৰ্তী ৰজা হ'বগৈ যে তাত সন্দেহ নাই, কিযনো, স্বয়ং ইন্দ্ৰই এই কথা কৈ থৈছে। এই কথা কৈ সৰ্বদমনক লৈ আশ্ৰমলৈ উভতি যাবলৈ ওলাল। তেওঁৰ খঙৰ ভমকত ওপজা একুৰা জুইৰ শিখা তেওঁৰ মুখৰ ওপৰত ওপঙি ফুৰিলেও তেওঁ তাক নিজ শৰীৰতে সংযত কৰি ৰাখি থ'লে।

এনে সময়তে এক আকাশবাণী হ'ল। তাৰে শকুন্তলা ৰজা দুষ্যন্তৰ বৈধ ধৰ্মপত্নী আৰু সৰ্বদমন ৰজাৰ ঔৰসজ ল'ৰা বুলি দেৱতাসকলে ঘোষণা কৰিলে আৰু তেওঁলোকক আদৰি ল'বলৈকো ৰজাক নিৰ্দেশ শুনালে। লগে লগে আকাশৰপৰা পুষ্পবৃষ্টি হ'ল। এই ঘটনাৰ ফলত স্বয়ং দুষ্যন্তৰ আনন্দৰ সীমা নাইকিয়া হ'ল। তেওঁ সিংহাসনৰপৰা উঠি মন্ত্ৰীবৰ্গ আৰু পুৰোহিতৰ মনোযোগ

আকৰ্ষণ কৰিলে আৰু আকাশবাণীৰ গুৰুত্ব উপলব্ধি কৰিবলৈ ক'লে। সকলোৰে সমুখত ৰজাই ক'লে, যে সৰ্বদমনক তেওঁ নিজ পুত্ৰ বুলি চিনিব পাৰিছিল যদিও অকল শকুন্তলাৰ কথাৰ ওপৰত ভেটি কৰি তেওঁলোকক পুত্ৰ-পৰিবাৰ বুলি গ্ৰহণ কৰিলে লোকসমাজত তেওঁৰ চৰিত্ৰ সন্দেহাতীত বুলি প্ৰতিপন্ন কৰা টান হ'লহেঁতেন। (অহমপ্যেৱমেৱৈনং জানামি সুতমাত্মজম্। যদ্যহং বচনাদস্যাঃ গৃহ্নীয়ামিমমাত্মজম্। ভৱেদ্ধি শঙ্কা লোকস্য নৈবং শুদ্ধো ভৱেদয়ম্)।[১০] ইয়াৰ পাছত ৰজাই অপত্যস্নেহেৰে সৰ্বদমনক আদৰি ল'লে। তেওঁ শকুন্তলাক বুজনি দি ক'লে যে তেওঁ যি কৰিছিল তাৰদ্বাৰা তেওঁলোক সমাজৰ স্বীকৃতিহে বিচাৰিছিল। তাৰ জৰিয়তে শকুন্তলাৰ চৰিত্ৰৰ পৱিত্ৰতাও প্ৰমাণিত হৈছে । (তাং চৈৱ ভাৰ্যাং ধৰ্মজ্ঞঃ পূজয়ামা ধৰ্মতঃ । অব্ৰবীচ্চৈৱ তাং ৰাজা সান্ত্বপূৰ্বমিদং বচঃ। লোকস্যায়ং পৰোক্ষস্তু সম্বন্ধো' বৈ পুনঃ কৃতঃ।। তস্মাদেতন্ময়া তস্য তন্নিমিত্তং প্ৰভাষিতম্। শক্কেত ৰায়ং।লোকোঽথ স্ত্ৰীভাৱাত্ত্বয়ি সঙ্গতম্।।)[১১] ইয়াৰ পাছত ৰজাই শকুন্তলাক মুখ্য ৰাজমহিষীৰ পদত প্ৰতিষ্ঠা কৰিলে আৰু সৰ্বদমনক যৌৱৰাজ্যৰ আসনত বহুৱালে।[১১ ক]

ব্যাসকৃত মহাভাৰতত এই আখ্যান হয়তো প্ৰায় ৩০০ শ্লোকত বৰ্ণনা কৰা হৈছিল। কিন্তু কালক্ৰমত এই আখ্যানৰ ঠায়ে ঠায়ে ন ন কথা জোৰা দিয়াত আখ্যানে বিস্তৃতি লাভ কৰি গৈ ৫৮৮ শ্লোকলৈ বাঢ়ি গ'ল। (পুনা সংস্কৰণত প্ৰাদেশিক সংস্কৰণৰ প্ৰক্ষেপ সমূহ বাদ দিয়া হৈছে। আমি ওপৰত বৰ্ণনা কৰা কাহিনীত প্ৰাদেশিক সংস্কৰণৰ বৈচিত্ৰ ৰক্ষা কৰাৰ যত্ন কৰিছোঁ)। সিবিহওক ওপৰত দাঙি ধৰা শকুন্তলোপাখ্যান যে তেনেই নীৰস, অৰোমাঞ্চকৰ আৰু বৈচিত্ৰ্যহীন তাক পঢ়িলে বুজিব পাৰি। মহাকৱি কালিদাসে এই ঘটনাটিৰ মাজতে এক নাটকীয় বৈচিত্ৰ্যৰ সম্ভাৱনা আৱিষ্কাৰ কৰাটো প্ৰণিধানযোগ্য। অৱশ্যে নাটকীয় ৰূপ দিবলৈ যাওঁতে কৱিয়ে মূল কাহিনীৰ প্ৰভূত পৰিবৰ্তন সাধিবলগীয়া হৈছিল। তেওঁ স্বকীয় প্ৰতিভা আৰু কলা-কৌশল খটুৱাই নীৰস কাহিনীটিক সৰস আৰু অভিনৱ কৰি তুলিবলৈ সক্ষম হৈছিল। সেয়ে ই বিশ্বসাহিত্যৰ শ্ৰেষ্ঠ নাটকৰূপে পৰিণতি লাভ কৰিছেগৈ।

মহাভাৰতৰ শকুন্তলা উপাখ্যানৰ সৈতে অভিজ্ঞানশকুন্তলম নাটকৰ কাহিনী তুলনা কৰিবলৈ গ'লে প্ৰথমে চকুত পৰে (১) নাট্যকাৰে আৱিষ্কাৰ কৰা দুৰ্বাসাৰ অভিশাপ আৰু (২) তাৰ মোচনৰ বাবে 'অভিজ্ঞান' আঙঠিৰ অভিনৱত্ব। ইয়াৰে প্ৰথমটিয়ে দুটা উদ্দেশ্য সাধন কৰিছে। প্ৰথমতঃ ইয়াৰদ্বাৰা মূল উপাখ্যানৰ নায়ক-নায়িকাৰ যিখিনি চাৰিত্ৰিক দোষ-ত্ৰুটী বা দুৰ্বলতা আছিল তাক গুচোৱা হৈছে আৰু দ্বিতীয়তঃ ই জুয়ে পোৰা সোণৰ দৰে শকুন্তলা আৰু দুষ্যন্তৰ দেহজ আৰু কামজ প্ৰেমক বিশুদ্ধ কৰি তাক স্বৰ্গীয় মহিমাৰে মণ্ডিত কৰিছে। মহাভাৰতৰ দুষ্যন্ত কামাসক্ত, নৈতিকতাহীন, বিবেকশূণ্য আৰু তাতোকৈ তেওঁ নীচ স্বাৰ্থপৰ। তেওঁৰ অন্তৰত নাই বংশগৌৰৱৰ লেশ। ফল-মূল আহৰণ কৰিবলৈ কেইদণ্ডমান কালৰ বাবে কাশ্যপ আশ্ৰমৰ কুটীৰৰপৰা আঁতৰি থকাৰ সুযোগ লৈয়েই তেওঁ মুগ্ধ শকুন্তলাৰ সৰলতাৰ আসে লৈ অকল অতিথিসৎকাৰ লাভ কৰিয়েই ক্ষান্ত হৈ নৰ'ল; বৰঞ্চ অতি কৌশলৰ প্ৰভাৱে আগবাঢ়ি গৈ কাশ্যপকন্যাৰ

প্ৰকৃত পৰিচয়ো তেওঁ ল'লৈগে আৰু ক্ষত্ৰিয়জনৰ বিয়াহযোগ্য বুলি জানি উঠিয়েই সকলো লাজ-কাজ কাটি কৰি থৈ গান্ধৰ্ববিয়াৰ প্ৰস্তাৱ দিলে। অ'তদিনে পিতৃ কাশ্যপৰ কথামতে চলি অহা শকুন্তলাক গান্ধৰ্ববিয়াৰ বাবে পিতৃ আজ্ঞা লাভ কৰাৰ আগ্ৰহ কণকো নেওচি, নভৱা-নিচিন্তাকৈ সাম্ভাব্য মিলনৰ ফলত জন্মিব পৰা সন্তানক উত্তৰাধিকাৰ দানৰ প্ৰতিশ্ৰুতি দি আশ্ৰমৰ দৰে শমপ্ৰধান ঠাইতে শকুন্তলাৰেসৈতে সম্ভোগত লিপ্ত হ'ল। নিজৰ কামোন্মাদনা চৰিতাৰ্থ কৰি শীঘ্ৰে শকুন্তলাক ৰাজধানীলৈ নিয়াৰ প্ৰতিশ্ৰুতি দি তেওঁ আঁতৰ হৈ গ'ল। কিন্তু কাশ্যপৰ অবৰ্তমানত, ঋষিজনৰ বিনা অনুমতিত তেওঁৰ কন্যাক ল'ৰাধপৰাকৈ গান্ধৰ্বপ্ৰথাৰে বিয়া কৰি মিলনান্তত তেওঁৰ মুৰত মুনিজনৰ আশীৰ্বাদৰ মালা নপৰি অভিশাপৰ বজ্ৰপাতো পৰিব পাৰে এই ভয় তেওঁৰ মনলৈ অহাৰ লগে লগে ৰজাই আশ্ৰম এৰি ৰাজধানী পালেগৈ। কিন্তু তেওঁৰ অন্তৰত ঋষিৰ প্ৰতি ওপজা ভয়ে বাহ বান্ধি ৰ'ল। আনকি শকুন্তলাৰপৰা বিদায় লোৱাৰ সময়ত তেওঁক যথাবিহিত জাকজমকতাৰেসৈতে ৰাজধানীলৈ নিবলৈ প্ৰতিশ্ৰুতি দি গৈও তাক ঋষিৰ ভয়ত কাৰ্যকৰী কৰিবলৈ সাহস হেৰুৱালে। তেনে আচৰণ কৰি মহাভাৰতৰ দুষ্যন্তই নৈতিক চৰিত্ৰহীনতা আৰু ভীৰুতাৰ যি পৰিচয় দিছে নাট্যকাৰে নাটকত দুৰ্বাসাৰ অভিশাপেৰে সেইবোৰ দোষ-দুৰ্বলতাৰপৰা ৰজাক অব্যাহতি দিছে। আনকি সুদীৰ্ঘ ন বছৰৰ পাছত (?) যেতিয়া সৰ্বদমনক লৈ শকুন্তলা ৰজাৰ সমুখত উপস্থিত হৈ পুত্ৰক পিতৃৰেসৈতে পৰিচয় কৰি দিলে তেতিয়াও ৰজাই ৰাজসভাৰ সদস্যসকলে তেওঁৰ চাৰিত্ৰিক দোষ খুচৰিব বুলি ভয় কৰি তেওঁ পুত্ৰ-পৰিবাৰক চিনি নাপায় বুলি ক'লে। আনকি তেওঁ শকুন্তলাক নীচকুলীয়া, কুলটা নাৰী বুলি তিৰস্কাৰ কৰিলে। এতিয়া শকুন্তলাক পত্নী বুলি আদৰি ল'লে যোৱা ন বছৰ (?) ধৰি ৰজাই তেওঁক পাহৰি থকা বা আওহেলা কৰাৰ কি উপযুক্ত কাৰণ দেখুৱাব? সেয়া কৰিব নোৱাৰিলেও লোকে ৰজাক চৰিত্ৰহীন বুলি নাভাবিলেহেঁতেন নে? এতেকে শকুন্তলাৰ পৰিচয় তেওঁ নাজানে বুলি কৈয়েই তেওঁ সকলো দায়িত্বৰপৰা হাত সাৰিবলৈ বিচাৰিলে। যদি দেৱতাসকলে আকাশবাণীৰে শকুন্তলাৰ সতীত্বৰ সাক্ষ্য-প্ৰমাণ দি আৰু সৰ্বদমন চক্ৰৱৰ্তী ৰজা হোৱাৰ ভৱিষ্যৎবাণী নকৰিলেহেঁতেন তেনেহ'লে শকুন্তলাই চকুপানীৰ সাগৰ ৰচি তাত বুৰ যাব নেলাগিলহেঁতেন নে? যিজন স্বচ্ছন্দ বিহাৰী ৰজা দুষ্যন্তই শমভাৱ প্ৰধান আশ্ৰমৰ মাজত এগৰাকী সৰলা নাৰীৰ সতীত্ব হৰণ কৰি নিজক লোকচক্ষুৰ সমুখত নিৰপৰাধ বুলি দেখুৱাবলৈ যত্নপৰ হৈছিল, তেওঁক কালিদাসে দুৰ্বাসাৰ অভিশাপ ৰূপ পানীৰে ধুই তেওঁক সকলো দোষৰপৰা নিকা কৰিলে। দুৰ্বাসাৰ অভিশাপৰ প্ৰভাৱত পৰি ৰজা দুষ্যন্তই শকুন্তলাক পাহৰি যোৱাটো তেনেই স্বাভাৱিক আৰু নিখুঁট ঘটনা বুলি নাটকত কালিদাসে দেখুৱাব পাৰিছে। অভিজ্ঞান শকুন্তলমৰ ৫ম অঙ্কত শাৰ্ঙ্গৰৱ, গৌতমী আৰু শেষত শকুন্তলাই নিজেও ৰজাক নানানভাৱে তেওঁৰসৈতে (শকুন্তলাৰেসৈতে) সংঘটিত হৈ যোৱা ৰজাৰ বৈৱাহিক সম্পৰ্কৰ কথা বুজাবলৈ অশেষ যত্ন কৰিলে যদিও, ৰজাই অভিশাপৰ প্ৰভাৱত পৰি সেই সম্বন্ধে কোনো কথা মনত পেলাব নোৱাৰিলে (কথাং প্ৰমন্তঃ প্ৰথমং কৃতামিব)। এহাতে আশ্ৰমবাসীসকলে ৰজাৰ ওচৰত বাৰে বাৰে বৈধ পত্নী

শকুন্তলাক গ্ৰহণ কৰিবলৈ আবেদন জনাইছে। আনহাতে শকুন্তলা সম্বন্ধে স্মৃতিভ্ৰষ্ট ৰজাই অজ্ঞাত কুলশীল (?) আনৰ স্ত্ৰী এগৰাকীক নিজৰ স্ত্ৰী বুলি মানি নলবলৈ বদ্ধপৰিকৰ হৈ ৰৈছে। নিজৰ সিদ্ধান্তৰ শুদ্ধ বুলি প্ৰমাণ কৰিবলৈ তেওঁ পুৰুবংশৰ কুলধৰ্ম, জাতিধৰ্ম আৰু মানৱ ধৰ্মৰ আশ্ৰয় লৈছে। উভয় পক্ষই অভিশাপৰ বিষয়ে অকণো ভু-নোপোৱাকৈ ধৰ্মৰ দোহাই দি এক মহৎ বিতৰ্কত প্ৰবৃত্ত হৈছে। যিসকলে নাট্য দৰ্শন বা শ্ৰৱণ কৰে তেওঁলোকে জানে যে দুয়ো পক্ষৰ ধৰ্মৰ পথ ভেটি আছে এক অনতিক্ৰমনীয় প্ৰাচীৰে আৰু তাৰ বাবে প্ৰতিটো পক্ষলৈ তেওঁলোকৰ অন্তৰত ওপজে স্বভাৱজ সহানুভূতি। আকৌ ষষ্ঠ অঙ্কত আঙঠিটো হাতত পৰা মাত্ৰকেই ৰজাই শকুন্তলাক স্মৰণ কৰিছে।´তেতিয়া তেওঁ ইতিপূৰ্বে শকুন্তলাক প্ৰত্যাখ্যান কৰা বাবে অনুশোচনাৰ জুইত দগ্ধ হৈছে আৰু সেই জুই শোকাশ্ৰুৰে জুৰ পেলাবলৈ যত্ন কৰিছে। অভিশাপৰ প্ৰভাৱত পৰি বিৰহ কাতৰ হোৱা, ক্ষীণকায় হোৱা দুই নায়ক-নায়িকাৰ মিলনো নাটকৰ ৭ম অঙ্কত বৰ মধুৰ হৈ পৰিছে। এইদৰে কালিদাসে উদ্ভাৱন কৰা দুৰ্বাসাৰ অভিশাপে অকলে নাটকীয় অন্তৰ্দ্বন্দ্বৰ সৃষ্টি কৰিয়েই এৰা নাই, বৰঞ্চ ই আন এক মহৎ উদ্দেশ্যও সাধন কৰিছে। শাৰীৰিক ৰূপ-লাৱণ্যৰ মোহত পৰি ওপজা নিম্নখাপৰ প্ৰেমক এই অভিশাপে উচ্চ আধ্যাত্মিক স্তৰলৈ তুলি ধৰিলে। অভিশাপৰ বাবে যেতিয়া ৰজাই শকুন্তলাক চিনি নাপালে আৰু দুই প্ৰেমিক-প্ৰেমিকাই ইজনে সিজনৰপৰা আঁতৰি পৰিবলগীয়া হ'লগৈ তেতিয়া তেওঁলোকৰ অন্তৰত অকল বিৰহৰ বনজুয়েই জ্বলা নাছিল; পূৰ্বতে ভোগ কৰা তেনেই ক্ষন্তেকীয়া ইন্দ্ৰিয়জ সুখৰ বাবেই তেনেখন অৱস্থাৰ হ'লগৈ বুলি তেওঁলোকে প্ৰচুৰ অনুশোচনাও কৰিছিল। শকুন্তলাৰ কথা মনত কাৰ ৰজাই নিজৰ নৈতিক বাদ্ধোনৰ কথালৈও অনুশোচনা কৰিছিল। তেওঁলোকৰ অন্তৰৰপৰা ক্ষুদ্ৰ স্বাৰ্থপৰ ভাবো আঁতৰি গৈছিল। এইদৰে অভিশাপে প্ৰেমৰ উৎকৰ্ষ সাধন কৰিছিল।

দুৰ্বাসাৰ অভিশাপৰ পাছতে অভিজ্ঞানশাকুন্তলম্ নাটকত অভিনৱ সংযোজন হৈছে আঙঠিৰ উপাখ্যান। কোৱা বাহুল্য যে দুৰ্বাসাৰ অভিশাপ আৰু আঙঠিৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছে। দুৰ্বাসাই অভিশাপ মোচনৰ বাবে কোনো অভিজ্ঞান বা চিহ্ন প্ৰদৰ্শনৰ প্ৰতিবিধান কৰি যোৱা বাবে নাটকত আঙঠিৰ উপাখ্যানে প্ৰাধান্য লাভ কৰিছে। ৰামায়ণতো হনুমানে লঙ্কালৈ গৈ ৰামৰ হাতৰ আঙঠি এটি (সীতাক) দেখুৱাই ৰামৰ দূত বুলি পৰিচয় দি উদ্ধাৰৰ সময়লৈ সীতাক ধৈৰ্য্য ধৰিবলৈ প্ৰেৰণা যোগোৱা কথা পোৱা যায়। সেয়ে হ'লেও ৰামায়ণত আঙঠি দেখুৱা কাৰ্যৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হোৱা নাই। কিন্তু আমাৰ আলোচ্য নাটকত নায়কেৰে সৈতে নায়িকাৰ পুনৰ্মিলন একমাত্ৰ অভিজ্ঞান আঙঠিৰ ওপৰতে নিৰ্ভৰ কৰা দেখা যায়, আৰু সেইবাবেই নিৰ্জীৱ পদাৰ্থ হ'লেও আঙঠিয়ে আমাৰ নাটকত এক গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হৈছে। ৰজাই শকুন্তলাক এই আঙঠি দি নহাহেঁতেন প্ৰেমিক-প্ৰেমিকাৰ পুনৰ মিলনৰ পথ চিৰকাললৈ বন্ধ হৈ ৰ'লহেঁতেন। অথবা আঙঠিটো শচীতীৰ্থত হেৰোৱাৰ পাছত মাছমৰীয়াই মাছৰ পেটত পাই ৰজাৰ হাতত নিদিয়াহেঁতেনো ৰজা আৰু শকুন্তলাৰ মিলন সম্ভৱপৰ নহ'লহেঁতেন। আনহাতে অসাৱধান হৈ আঙঠিটো হেৰুৱা বাবেই

শকুন্তলাই ৰজাৰ হাতত লাঞ্ছনা ভুগিলে। অৱশ্যে সেয়ে নোহোৱাহেঁতেন ৬ষ্ঠ অঙ্কতে নাটকৰ যৱনিকা পৰিলহেঁতেন। মহাভাৰতত দুৰ্বাসাও নাই তেওঁৰ মুখৰ পৰা অভিশাপো উচ্চাৰিত হোৱা নাই। যিহেতু অভিশাপ নাই, তাক মোচন কৰিবলৈ আঙঠিও অনাৱশ্যক'।

কোনো কোনো পণ্ডিতে[১২] অভিমত দিছে যে কালিদাসে আঙঠিৰ ভূমিকাটি কটঠহৰি জাতকৰপৰা ধাৰ কৰিছে। অৱশ্যে কটঠহৰি জাতকৰ ঘটনাটিৰ সৈতে অভিজ্ঞান শকুন্তলম নাটকৰ কাহিনীৰ মূলতঃ সাদৃশ্য থকাটো অস্বীকাৰ কৰিব নোৱাৰি। সেই কাহিনীটো এনে--

বাৰনসীৰ ৰজা ব্ৰহ্মদত্তই এবাৰ হাবিলৈ ফলমূল বিচাৰি গৈছিল। ৰজাই অকলশৰীয়া হৈ হাবিত ঘূৰি ফুৰোঁতে সেই হাবিৰ মাজত খৰি লুৰি ফুৰা মিঠা কথা কোৱা দীপলীপ গাভৰু ছোৱালী এজনীক লগ পালে। সেই গাভৰুজনীৰ শাৰীৰিক সৌন্দৰ্যত মুগ্ধ হৈ ৰজাই তেতিয়াই তেওঁৰ প্ৰেমত পৰিল আৰু তাৰ পৰিণতিত দুয়োৰে দৈহিক মিলন হ'ল। তাৰ পাছত তেওঁ নিজৰ নামাঙ্কিত আঙঠি এটি যুৱতীৰ হাতত দি ক'লে যে যদিহে যুৱতীয়ে ল'ৰাসন্তান প্ৰসৱ কৰে, এই আঙঠিৰে সৈতে সন্তানটিক যেন ৰজাৰ ওচৰলৈ লৈ যায়। কালক্ৰমত সেই যুৱতীজনীয়ে এটি পুত্ৰ সন্তান প্ৰসৱ কৰিলে। সেই ল'ৰাটি বোধিসত্ত্বৰ বাহিৰে আন কোনো নাছিল। এদিন এই ল'ৰাটিয়ে সমনীয়া ল'ৰাৰে সৈতে খেল-ধেমালি কৰি থাকোঁতে কোনো এজনে তেওঁক পিতৃহীন বুলি মন্তব্য কৰিলে। এই কথাত ল'ৰাটিয়ে মনত কষ্ট পাই মাকৰ ওচৰলৈ গৈ তেওঁৰ দেউতাকৰ পৰিচয় সুধিলে গৈ। মাকে ল'ৰাটিক তাৰ জন্ম সম্বন্ধে সকলো কথা আঁতিগুৰি মাৰি ক'লে। তাৰ পাছত মাক-পুতেক দুয়ো গৈ ৰজা ব্ৰহ্মদত্তৰ ওচৰত ওলালগৈ। ৰজাৰ সমুখত মাকে ল'ৰাটিৰ পৰিচয় দি তাৰ প্ৰমাণ স্বৰূপে ৰজাই দিয়া আঙঠিটোও দেখুৱালে। ৰজাই যুৱতীজনীক চিনি পালেও চিনি নোপোৱাৰ ভাও জুৰিলে আৰু আঙঠিটোও তেওঁৰ নহয় বুলি ক'লে। তেতিয়া সেই যুৱতীজনীয়ে নিজৰ কথাৰ সমৰ্থনত স্বৰ্গীয়দেৱৰ সাক্ষ্য-প্ৰমাণ পাবলৈ প্ৰাৰ্থনা জনালে 'যদি মোৰ এই ল'ৰাজন ৰজাৰ ঔৰসত জন্ম পোৱা কথা সঁচা হয়, তেন্তে দলিয়াই দিলেও সি আকাশতে বহি ৰ'ব, মাটিত নপৰেহি। আৰু যদি এই কথা সঁচা নহয়, সি মাটিত পৰি মৰিব।' এইদৰে কৈ তেওঁ বোধিসত্ত্বক আকাশলৈ দলি মাৰি পঠিয়ালে। সকলোৱে দেখি আচৰিত হ'ল যে ল'ৰাটি আকাশতে লেপেটা কাঢ়ি বহি আছে। এতিয়া ৰজাকে প্ৰমুখ্য কৰি সকলোৱে তিৰোতাজনীৰ কথাৰ সত্যতা একমুখে স্বীকাৰ কৰিলে। ৰজাৰো নিজ বিবেক বুধি ওপজিল আৰু তেওঁ পুতেকক আকাশৰ পৰা নামি আহিবলৈ ক'লে। সকলোৰে সমুখতে ল'ৰাটিক নিজৰ ঔৰস জাত সন্তান বুলি ৰজাই স্বীকাৰ কৰি যুৱৰাজ পাতিলে আৰু ল'ৰাটিৰ মাককো প্ৰধান মহিষীৰ পদত প্ৰতিষ্ঠা কৰিলে।

জাতকৰ কাহিনীৰেসৈতে -- বিশেষকৈ এই কাহিনীত পোৱা আঙঠিৰ ভূমিকাৰেসৈতে অভিজ্ঞান শকুন্তলম্ নাটকৰ আঙঠিৰ বৃত্তান্তৰ আপাততঃ সাদৃশ্য আছে। সেয়ে হ'লেও জাতকৰ কাহিনীবিলাকৰ মৌলিকতা সম্বন্ধে সন্দেহৰ অৱকাশ আছে। সেইবাবে বাসুদেৱ বিষ্ণু মিৰাশী মহোদয়ে অভিমত দিছে যে কালিদাসে জাতকৰ গল্পৰপৰা আঙঠিৰ বৃত্তান্ত ধাৰ কৰা নাই। 'বৰ্তমান জাতকটি শকুন্তলা উপাখ্যানৰ অনুকৰণ মাত্ৰ, ইয়াত আকাশবাণীৰ সলনি বোধিসত্ত্বই আকাশতে অনায়াসে লেপেটা

কাটি বহা কথা আছে। ইয়াত আঙঠিটো মূল কাহিনীৰেসৈতে অন্তৰঙ্গভাৱেও জড়িত হৈ থকা নাই। কিন্তু অভিজ্ঞান শাকুন্তলম্ নাটকত আঙঠিটো অভিশাপৰেসৈতে ঘনিষ্ঠভাৱে জড়িত আছে আৰু শেষলৈকে এৰাব নোৱাৰা হৈ ৰৈছে।[১২ক] অৱশ্যে পণ্ডিত এ,বি গজেন্দ্ৰ গড়কাৰে[১৩] নাটক আৰু জাতকৰ ৰচনা কাল বিবেচনা কৰি কালিদাসক জাতকৰ কাহিনীৰ ওচৰত ধৰুৱা বুলি অভিমত দিছে।

আন এজন পণ্ডিতে নাটকত পোৱা মাছৰ পেটত আঙঠি পোৱা ঘটনাৰ ওপৰত গ্ৰীক প্ৰভাৱ পৰা বুলিহে অভিমত দিয়ে। খৃষ্ট পূৰ্ব ৫ ম শতিকাৰ গ্ৰীক বুৰঞ্জীবিদ হিৰোডটাচে এনে এটি ঘটনাৰ বিৱৰণ লিখি গৈছে। কালিদাসে হেনো সেই ঘটনাৰ ছাঁ লৈ নাটকতো হেৰোৱা আঙঠিটো মাছৰ পেটত পোৱা বুলি দেখুৱাব প্ৰয়াস কৰিছে। সেই ঘটনাটি এনেকুৱা :

ইজিয়ান সাগৰৰ মাজত চামোচ নামে এটি দ্বীপত পলিক্ৰিটাচ (বা পলিক্ৰেটচ) নামে এজন ৰজাই ৰাজত্ব কৰিছিল। কম দিনৰ ভিতৰত তেওঁ অধিক সমৃদ্ধি লাভ কৰা দেখি তেওঁৰ বন্ধু ইজিপ্তৰ ৰজাই তেওঁক সতৰ্ক কৰি দিলে। সাম্ভাব্য বিপদৰ পৰা হাত সাৰিবলৈ বুলি তেওঁ পলিক্ৰেটচৰ অতি প্ৰিয় বস্তু এটি ত্যাগ কৰিবলৈকো বন্ধুসুলভ পৰামৰ্শ দিলে। সেইদৰে চামোচৰ ৰজাই বৰ যত্ন কৰি তৈয়াৰ কৰা তেওঁৰ প্ৰিয় সম্পদ বুলি জনাজাত ৰত্ন খচিত আঙঠি এটি ইজিয়ান সাগৰৰ মাজত দলিয়াই পেলালে। ছয় দিনৰ পাছত এজন মাছমৰীয়াই সাগৰত এটি প্ৰকাণ্ড মাছ ধৰিলে আৰু সেই মাছটো পলিক্ৰেটচক উপহাৰ দিবলৈ প্ৰাসাদত ওলালগৈ। ৰজাই মাছমৰীয়াজনকো ভোজনৰ বাবে নিমন্ত্ৰণ কৰিলে। পিছত ৰজা ঘৰীয়া মানুহে মাছটো কাটিলত তাৰ পেটতে ৰজাই আগতে সাগৰত দলিযাই পেলোৱা আঙঠিটো ওলাই পৰিল। ৰজাই সেইটো ঘূৰাই পোৱা কথা শুনি ইজিপ্তৰ ৰজাই পলিক্ৰেটচৰ আচৰে বিপদ হ'ব পাৰে বুলি ক'লে আৰু শেষত সেয়ে হ'লগৈ।

ওপৰত বৰ্ণিত ঘটনাৰে সৈতে নাটকৰ ৬ষ্ঠ অংকৰ প্ৰৱেশকত পোৱা আঙঠি উদ্ধাৰ কাৰ্যৰ বিশেষ সাদৃশ্য আছে। অমূল্য চন্দ্ৰে সেনে[১৩খ] ভাবে যে গুপ্ত যুগত ৰোমৰে সৈতে বাণিজ্য সূত্ৰে গ্ৰীক আৰু ৰোমান জগতৰ অনেক কাহিনী ভাৰতবৰ্ষ পাইছিলহি। সেই সূত্ৰৰ পৰা এই গল্পটি শুনি কালিদাসে তাক ৬ষ্ঠ অংকত ব্যৱহাৰ কৰা অসম্ভৱ নহয়। এম আৰ কালেও[১৪] ভাবে যে কালিদাসে গ্ৰীক কাহিনীটি জানিছিল। কিন্তু মহামহোপাধ্যায় ভি ভি মিৰাশীয়ে[১৪ক] কালিদাসৰ নাটকৰ আঙুঠিৰ বৃত্তান্তৰ ওপৰত গ্ৰীক প্ৰভাৱ পৰা বুলি দিয়া মতামতক 'অতিৰঞ্জিত কল্পনা প্ৰসূত বৰ্ণনা' বুলি কৈছে।

মহাকৱি কালিদাসে যেতিয়া দুৰ্বাসাৰ অভিশাপাক অভিনৱ ঘটনা হিচাপে নাটকত উপস্থাপন কৰি তাৰে নাটকীয় অন্তৰ্দ্বন্দ্ব বৃদ্ধি কৰাৰ সফল চেষ্টা কৰিছিল, তেতিয়াই তেওঁ নিশ্চয় অভিশাপৰ প্ৰতিকাৰৰ বিষয়েও চিন্তা কৰিছিল। যদিহে দুৰ্বাসাৰ অভিশাপৰ বাবে তেওঁ বৌদ্ধ জাতক বা গ্ৰীক কাহিনীৰ সহায় ল'বলগীয়া নহ'ল, তাৰ মোচনৰ বাবে জাতক বা হিৰোডটাচৰ কাষ চপা কথা কল্পনাতীত নহ'বনে?

মুঠতে মহাভাৰতত পোৱা শকুন্তলা উপাখ্যানত নোহোৱা দুৰ্বাসাৰ অভিশাপ আৰু মোচনৰ বাবে আঙঠিৰূপ অভিজ্ঞানৰ প্ৰয়োগ যে কালিদাসৰ অভিনৱ সৃষ্টি তাত সন্দেহ নাই। এই দুই নতুন উপাদানে নাটকৰ কাহিনীৰ বৈচিত্ৰ্য বঢ়াইছে, নাটকৰ পৰিসৰ বৃদ্ধি কৰিছে, নায়কৰ চাৰিত্ৰিক বৈশিষ্ট্যও উন্নীত কৰিছে।

ইয়াৰ বাহিৰেও নাট্যকাৰে মহাভাৰতৰ কাহিনীটিৰ বিশেষ পৰিবৰ্তন কৰিছে। মহাভাৰতত কোৱা হৈছে যে দুষ্মন্তই আশ্ৰমত উপস্থিত হোৱা সময়ত ঋষি কাশ্যপ ফল-মূল আহৰণ কৰিবলৈ অৰণ্যলৈ গৈছিল। সম্ভৱত কুলপতিজনে কেই ঘণ্টা মান সময়ৰ বাবে অৰণ্যত কৰ্মৰত আছিল। এইখিনি সময়ৰ ভিতৰতে অজ্ঞাতকুলশীল(?) ৰাজ- অতিথিক শকুন্তলাই সংকাৰ কৰে। অকল সেয়েনহয় এই সংকীৰ্ণ কালএচোৱাৰ ভিতৰত ৰজাৰ কৌতূহল নিবাৰণ কৰিবলৈ শকুন্তলাই নিজৰ অবৈধ জন্মবৃত্তান্ত বৰ্ণনা কৰে আৰু ৰজাৰপৰা বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰে। তেওঁ পোনতে দুখোজ পিচুৱাই গৈ পাছত চাৰি খোজ আগুৱাই আহি নিজ পুত্ৰক ৰাজসিংহাসনৰ 'উত্তৰাধিকাৰী' আৰু নিজক ৰাজমহিষী হিচাপে প্ৰতিষ্ঠা কৰাৰ স্বৰ্ত দি ৰজাৰ স্বীকাৰোক্তি আদায় কৰি তেওঁৰ ওচৰত দেহসৰ্বস্ব অৰ্পণ কৰিছে। ৰজাই নিজৰ কামজ বাসনা চৰিতাৰ্থ কৰি 'মিছা' প্ৰতিশ্ৰুতি দি কাশ্যপৰ ভয়ত লৰালৰিকৈ আঁতৰি যায়। এইদৰে মূল কাহিনীত ৰজা দুষ্মন্তক এজন কামুক আৰু স্বেচ্ছাচাৰী লোক হিচাপে আৰু শকুন্তলাক এজনী বাকপটু স্বাৰ্থপৰায়ণা নাৰী হিচাপে দেখা যায়। কালিদাসৰ বাবে এনে নষ্ট চৰিত্ৰৰ লোক নাটকৰ নায়ক-নায়িকা হ'বলৈ আদৰ্শনীয় নহয়। সেইবাবে কালিদাসে নায়ক-নায়িকাৰ চাৰিত্ৰিক সংশোধনৰ ওপৰত গুৰুত্ব দিছে। তদুপৰি আশ্ৰমত দুষ্মন্তই উপস্থিত হোৱাৰেপৰা খৰধৰ কৰি আঁতৰি পৰালৈকে নিচেই তাকৰীয়া সময়ৰ (মাত্ৰ কেইদণ্ডমান সময়ৰ?) ভিতৰতে নায়ক-নায়িকাৰ সাক্ষাতৰপৰা মিলনলৈ ইমানবোৰ ঘটনা বিজুলীবেগেৰে ঘটি যোৱাটোও সম্ভৱ নহয়। সেইবাবে নাট্যকাৰে আশ্ৰমত কুলপতিৰ অনুপস্থিতিৰ সময় যথোচিত দীঘলীয়া কৰি লৈছে। প্ৰথম অঙ্কতে বৈখানসে ৰজাক ক'লে যে কুলপতি সোমতীৰ্থলৈ গৈছে। তেওঁৰ অনুপস্থিতিত দেখা দিব পৰা যজ্ঞবিঘিনি আঁতৰাই ৰাখিবলৈ দুষ্মন্তৰ দৰে সমৰ্থৱান ৰজা এজনে আশ্ৰমলৈ অহাত আশ্ৰমবাসী আনন্দিত হোৱাই স্বাভাৱিক। আশ্ৰমত যজ্ঞ অনুষ্ঠিত হোৱা কালত উপস্থিত থাকিবলৈ মুনিসকলে ৰজাক অনুৰোধ কৰাটোও স্থান-কাল-পাত্ৰ অনুসৰিয়েই উপযুক্ত হৈছে। গতিকে শকুন্তলাক প্ৰথমবাৰ দেখাৰেপৰা ইষ্টি সমাপ্তি পৰ্যন্ত কমেও এমাহ কাল ৰজা আশ্ৰমতে থাকিবলগীয়া হৈছিল। মহামহোপাধ্যায় মিৰাশীয়ে[15] ভবাৰ দৰে এইকাল কেইবামাহলৈ বিস্তৃত নহ'বও পাৰে। অথবা প্ৰণয়ী যুগলৰ প্ৰণয়-পৰিণয় পৰিণত হ'বলৈ তেনে এক সুদীৰ্ঘ কালৰ আৱশ্যক হয়তো হোৱা নাছিল। কিন্তু মহাভাৰতত পোৱা দৰে নাটকত নায়ক-নায়িকাৰ সঙ্গম চকু পচাৰতে ঘটিবলৈ দিয়া নাই। প্ৰণয়ীযুগলৰ প্ৰথম দৰ্শন, ৰাগ-অনুৰাগ, উন্মাদনা আদি বিকাৰ দেখি প্ৰিয়ম্বদা- অনুসূয়াই প্ৰেমিক-প্ৰেমিকাৰ মিলনৰ পথ ৰচনা কৰালৈকে এমাহমান সময় লগা স্বাভাৱিক।

মহাভাৰতত আকৌ কোৱা হৈছে যে ফল-মূল আহৰণ কৰি আহি কুলপতিয়ে

ৰজা আৰু শকুন্তলাৰ মিলনৰ বিষয়ে আংশিকভাৱে শকুন্তলাৰ মুখৰপৰা আৰু আংশিকভাৱে নিজৰ তপোবলেৰে জানিবলৈ সমৰ্থ হয়। শকুন্তলাই তেওঁৰ মতে কাশ্যপে জীয়েকৰ ওপৰত খং নকৰি সেই মিলনক সহজভাৱে গ্ৰহণ কৰিলে আৰু ৰজাই মানুহ পঠিয়াই শকুন্তলাক ৰাজধানীলৈ নিয়ালৈকে অপেক্ষা কৰিলে। কিন্তু দুষ্যন্তই কোনো দিনে অতীতলৈ উভতি নাচালে। ইচ্ছাকৃতভাৱে হওক বা অনিচ্ছাকৃতভাৱে হওক তেওঁ শকুন্তলাক দি যোৱা প্ৰতিশ্ৰুতিৰ কথা অকণো মনত নকৰিলে। যথাসময়ত (৩য় বছৰত?) শকুন্তলাই আশ্ৰমতে এটি পুত্ৰসন্তান প্ৰসৱ কৰিলে। ল'ৰাটি ছবছৰীয়া হোৱালৈকে কাশ্যপে মাক-পুতেকক পোহ-পাল দিলে। লগতে কুলপতিয়ে শকুন্তলাৰ ল'ৰাটিৰ জাতকৰ্ম আদি সংস্কাৰ কৰ্মবিলাকো কৰিলে। ইমান দিন প্ৰপতিপালন কৰাৰ মূৰকতহে হঠাতে তেওঁৰ মনত খেলালে যে তিৰোতাক চিৰকাল পিতৃগৃহত ৰখা উচিত নহয়, কাৰণ তাৰপৰা লোকৰ অপবাদ শুনা যায়। হয়তোবা বৈপায়ন ব্যাসৰ সমকালীন সমাজত জীয়ৰীহঁতৰ সন্তানজন্মৰ পিছতো আধাযুগ কাল ধৰি অপেক্ষা কৰাৰ ৰীতি প্ৰচলিত আছিল। কিন্তু কালিদাসৰ যুগত সামাজিক ৰীতি-নীতিৰ সলনি হয় আৰু যিকোনো সন্তান সম্ভৱা সধৱা নাৰীক এমাহতকৈ অধিক কাল পিতৃগৃহত ৰখাটো দোষণীয় আছিল। সেইবাবেই কাশ্যপে কেইবামাহ জোৰা তীৰ্থ ভ্ৰমণৰপৰা উভতি আহিয়েই জীয়েক শকুন্তলাক বিবাহিতা আৰু অন্তঃসত্ত্বা বুলি জানি উঠিয়েই তেওঁক পতিগৃহলৈ তাতাতৈয়াকৈ পঠোৱাৰ ব্যৱস্থা কৰিলে।

মহাভাৰতত মিলনৰ পূৰ্বে শকুন্তলাই দুটা স্বৰ্ত আৰোপ কৰিছে। প্ৰেমৰ দৰে আন্তৰিক ভাৱানুভূতিৰ ক্ষেত্ৰত এনে বন্দোবস্ত কেতিয়াও শোভনীয় নহয়। কালিদাসৰ শকুন্তলা এই বিষয়ে নিমাত-নিতব্ধ। তাত প্ৰেমাস্পদেই তেওঁৰ একান্ত সাধ্য বিষয়। তাৰ মাজত আন কোনো উপকৰ্ম প্ৰতিষ্ঠাৰ কথাই অনুপ্ৰৱেশ কৰিব পৰা নাই। মহাভাৰতত ৰজা আশ্ৰমলৈ যোৱা সময়ত শকুন্তলা অকলশৰীয়া, তেওঁৰেসৈতে কোনো সখীয়েক থকা নাই। সেইবাবে শকুন্তলাই অকলে ৰজাৰ আতিথ্যৰ দিহা-পোহা কৰিছে; আনকি নিজে নিজৰ জন্মকাহিনী ৰজাক কৈছে। কিন্তু কালিদাসৰ শকুন্তলাই আশ্ৰমত অকলে থকা নাই; তেওঁৰ সমান বয়সীয়া, প্ৰায় একে ৰূপ-গুণ আৰু নৱযুৱতী সখী দুগৰাকী প্ৰিয়ম্বদা আৰু অনসূয়া- তেওঁৰ সুখদুঃখৰ ভাগ ল'বলৈ অভিন্নহৃদয়া হৈ আছে। তেওঁলোকে ৰজাক অতিথিৰূপে সোধপোচ কৰাত অধিক আগ্ৰহ দেখুৱাইছে আৰু বিনয় বচনেৰে ৰজাক সন্তুষ্ট কৰিছে। অনসূয়াইহে ৰজাক শকুন্তলাৰ জন্মবৃত্তান্ত শুনাইছে। নাটকৰ ৩য় অঙ্কতো অনসূয়াই তাৎপৰ্যপূৰ্ণ ভূমিকা লৈছে। শকুন্তলাক ৰজাৰ হাতত অৰ্পণ কৰাৰ আগতে অনসূয়াই ৰজাক কৈছে 'বয়স্য বহুবল্লভাঃ ৰাজানঃ শ্ৰূয়ন্তে। যথা নৌ প্ৰিয়সখী বন্ধুজনশোচনীয়া ন ভৱতি তথা নিৰ্বাহয়।' উত্তৰত ৰজাই প্ৰতিশ্ৰুতি দিছে, 'ভদ্ৰে কিং বহুনা। পৰিগ্ৰহ বহুত্বেঽপি দ্বে প্ৰতিষ্ঠে কুলস্য মে। সমুদ্ৰৰসনা চোৰ্বী সখী চ যুৱয়োৰিয়ম্ (।।৩।১৮)। প্ৰিয়ম্বদা আৰু অনসূয়া দুয়োসখীয়েই শকুন্তলাগতপ্ৰাণা। তেওঁৰ প্ৰতি দুয়োৰে মৰম অসামান্য। আকৌ ৪ৰ্থ অঙ্কৰ আদিতে বিষ্কম্ভকত এজনীয়ে সুধিছে, 'ৰজাই বহু নাৰীৰ মাজত থাকি শকুন্তলালৈ মনত কৰিবনে? আনজনীয়ে চিন্তা কৰিছে, 'দেউতা কণ্বই গান্ধৰ্ববিবাহ অনুমোদন

কৰিব নে নাই?' এইদৰে সততে তেওঁলোকে শকুন্তলাৰ সুখ-দুখৰ সমভাগী হৈছে। গতিকে প্ৰিয়ম্বদা আৰু অনসূয়াক বাদ দি কালিদাসৰ নাটকত শকুন্তলাৰ কথা ভাবিবই নোৱাৰি।

মহাভাৰতৰ মূল কাহিনীত ৰজা দুষ্যন্তও বয়স্যহীন। কিন্তু নাটকত কালিদাসে মাধব্য নামে বিদূষকক ৰজাৰ প্ৰিয় আৰু বিশ্বস্ত সহচৰৰূপে অঙ্কিত কৰিছে। ২য় আৰু ৬ ষষ্ঠ অঙ্কত এই বিদূষকক ৰজাই বৰ্ণনা কৰা শকুন্তলা-বৃত্তান্তৰ শ্ৰোতা হিচাপে পোৱা যায়। যদিও আলোচ্যমান নাটকত বিদূষকৰ চৰিত্ৰৰ গুৰুত্ব উপলব্ধি কৰা নাযায়, তথাপি বিপ্ৰলম্ভ শৃঙ্গাৰৰ মাজত অকল এই চৰিত্ৰৰ মাধ্যমেৰে নাট্যকাৰে সময়ে সময়ে হাস্যৰসৰ সৃষ্টি কৰি সামাজিকক দুঃখানুভূতিৰ পৰা অব্যাহতি দিছে।

ৰজা থাকিলে ৰাজকৰ্মচাৰীৰো প্ৰয়োজন। শাসিত পৰিচালিত হ'বলৈ ৰজাৰ তলতীয়া আজ্ঞাবাহী ভৃত্য এদল সামন্তযুগত থকাটো তেনেই স্বাভাৱিক কথা। কালিদাসে ৰজাৰ ছত্ৰ-ছায়াত থাকি এই কথা বাৰুকৈয়ে উপলব্ধি কৰিছিল। সেইবাবে তেওঁ নাটকত ৰথৰ সাৰথি, সৈন্যাধ্যক্ষ, অস্ত্ৰবহনকাৰী যৱনী, প্ৰতিহাৰী বেত্ৰৱতী, দূত কৰভক, কঞ্চুকীয় বাতায়ন, দুৱাৰখীয়া বৈৱতক, পুৰোহিত সোমৰাত, আৰক্ষীৰ অধীক্ষক ৰজাৰ শ্যাল, আৰক্ষীদ্বয় সূচক আৰু জানুক, পৰভৃতিকা, মধুকৰিকা, চতুৰিকা আদি পৰিচালিকা কেইজনীকে ধৰি ভালেমান চৰিত্ৰৰ সমাৱেশ ঘটাইছে। ১ম, ২য়, ৫ম আৰু ৬ষ্ঠ অঙ্কত এইসকলে নিজ নিজ কৰ্তব্য পালন কৰিছে। এইসকলৰ উপৰিও ৰাজমাতা, ৰাজমহিষী আদিৰো উল্লেখ নাটকত পোৱা যায়।

মহাভাৰতত আশ্ৰমবাসীৰ সংখ্যাও কুলপতি কাশ্যপ, শকুন্তলা আৰু ঋষিসকলতে সীমিত। নাটকত কালিদাসে এই সংখ্যা অতিক্ৰম কৰি গৈছে। আশ্ৰমত থকা নাৰীসকলৰ ওপৰত চকু দিবলৈ নাটকত গৌতমীৰ প্ৰয়োজন হৈছে। প্ৰিয়ম্বদা আৰু অনসূয়া নোহোৱাকৈ আশ্ৰমত শকুন্তলাৰ অৱস্থিতি কালিদাসৰ বাবে বৈচিত্ৰহীন, নিৰ্জীৱ, অসাৰ আৰু অশুৱনী হ'লহেঁতেন। শাৰ্ঙ্গৰৱ আৰু শাৰদ্বতৰ দৰে উপযুক্ত যুক্তিৱিদ বাচি লোৱা হৈছে শকুন্তলাক লগত লৈ গৈ ৰাজৰ ওচৰত থৈ আহিবলৈ। বৈখানস, ঋষিকুমাৰ প্ৰভৃতিৰ ক্ষণিক চিত্ৰই আশ্ৰমৰ প্ৰভাৱ পৰিপোষণ কৰিয়েই এৰা নাই, বৰঞ্চ তেওঁলোকে নাটকৰ বীজ আৰু বিন্দু নামে দুই অৰ্থ প্ৰকৃতিৰ পুষ্টি সাধনতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। মহাভাৰতত ইসকলৰ নাম-গোন্ধ পৰ্যন্ত পাবলৈ নাইকিয়া।

পূৰ্বতেই কৈ অহা হৈছে যে মহাভাৰতত অভিশাপো নাই, তাক মোচনৰ বাবে যত্নৰো আৱশ্যক হোৱা নাই। নাটকত এই অভিশাপৰ প্ৰয়োজন সাধিবলৈ অতিৰিক্ত পাত্ৰৰ অভিয়োজনাও আৱশ্যক হৈছে। গোনতে অভিশাপ উচ্চাৰণ কৰোঁতা এজন উপযুক্ত পাত্ৰৰ প্ৰয়োজন হ'ল। ইতিহাস আৰু পুৰাণসমূহত তেনে এজন খঙাল আৰু উগ্ৰতপস্বীৰ বাবে বাবে উল্লেখ কৰা দেখা যায়, সেইজন হ'ল দুৰ্বাসা। অতি অপ্ৰত্যাশিতভাৱে বহাগমহীয়া ধুমুহাৰ দৰে আশ্ৰমৰ পদূলিত তেওঁৰ আৱিৰ্ভাৱ হ'ল আৰু আশ্ৰমবাসীসকলক -বিশেষকৈ শকুন্তলাৰ সখীসকলক একো এটা চিন্তা কৰিবলৈ অৱসৰ নিদিয়াকৈয়ে তেওঁ বজ্ৰকঠোৰ মাতেৰে অভিশাপ

উচ্চাৰণ কৰিলে শকুন্তলাক উদ্দেশি। তাৰ পিছ মুহূৰ্ত্তত তেওঁ একে ক্ষিপ্ৰতাৰে অন্তৰ্হিত হ'ল। ভাগ্যক্ৰমে অনসূয়া আৰু প্ৰিয়ম্বদাই ফুলনিৰপৰাই এই অভিশাপ বাণী শুনিলে আৰু তন্মুহূৰ্ত্তে ঋষিজনৰপৰা অভিশাপ মোচনৰ সঁচাৰ কাঠী হস্তগত কৰিবলৈ সক্ষম হৈছিল। কিন্তু অভিশাপে নাটকীয় অন্তৰ্দ্বন্দ্ব উপস্থিত কৰিলে। নাটকৰ পৰিসৰ ক্ৰমাৎ বাঢ়ি গৈ ৭ম অঙ্কলৈ উঠিল। প্ৰস্থানৰ আগতে ক্ষিপ্ৰবেগী দুৰ্বাসাই অভিশাপ মোচনৰ উপায় দি গ'ল– অভিজ্ঞান দৰ্শন। ৰাজপ্ৰদত্ত আঙুঠিয়েই সেই অভিজ্ঞান আখ্যা পালে অনসূয়াৰ বচনকণাৰে। শচীতীৰ্থত সেই আঙুঠি হেৰাল। তাক পাবলৈ মৎস্যজীৱী এজনৰ চৰিত্ৰই আকৌ নাটকত ভুমুকি মাৰিলে। দুৰ্বাসাই শকুন্তলাক অভিশাপ দিলে, শকুন্তলাই ৰজা দি থৈ যোৱা আঙুঠি হেৰুৱালে, এতিয়া তাকে মাছৰ পেটত পাই নিৰপৰাধী হৈও মাছমৰীয়াই আৰক্ষীৰ বেত্ৰাঘাত সহিবলগীয়া হ'লগৈ। ইও ভাগ্যৰ পৰিহাস। অথবা ঘটনাৰ এক বিচিত্ৰ গতি। অৱশেষত শেষতগৈ মাছুৱৈজন লাভবান হ'ল, ৰজাৰপৰা বঁটা-বাহন পালে। অথবা তেওঁক শূলৰপৰা নমাই যেন হাতীৰ পিঠিতহে তোলা হ'ল। এইখিনিতে কাহিনীৰ গতিবেগ বাঢ়িল। আঙুঠি পোৱাৰ পাছত শকুন্তলাৰ প্ৰতি ৰজাৰ মনোভাৱ কেনে হৈছে তাক বুজিবলৈ ৰাজ-উদ্যানলৈ আহিল অপ্সৰা সানুমতী। সানুমতীয়ে প্ৰিয়া বিৰহত দগ্ধ ৰজাৰ চৰিত্ৰৰ প্ৰকৃত পৰিচয় পালে। ৰজা যেতিয়া মোহাচ্ছন্ন হ'ল তেতিয়াই সানুমতীয়ে শকুন্তলাক আশাৰ বাণী শুনাবলৈ ঢাপলি মেলিলে। এনেতে মিলনৰ সেতু ৰচিবলৈহে যেন স্বৰ্গৰপৰা আহি মৰ্ত্ত্যত উপস্থিত হ'ল ইন্দ্ৰৰ সাৰথি মাতলি। উদ্দেশ্য ইন্দ্ৰৰ শত্ৰু নিধন কৰিবলৈ দুষ্যন্তক যথাস্থানলৈ নিয়া। ইন্দ্ৰৰ শত্ৰুকুল নিধন হ'লত মাতলিয়ে ইন্দ্ৰ সখা দুষ্যন্তক লৈ গৈ মাৰীচৰ আশ্ৰমত উপস্থিত হ'ল গৈ। ব্যাসৰ মহাভাৰতত দুৰ্বাসাও নাই অভিশাপ দিবলৈ, মাৰীচ-অদিতিও নাই প্ৰণয়ী যুগলক আশীৰ্বাদ দিবলৈ। মাতলিতো নায়েই। মাৰীচৰ আশ্ৰমত মাৰীচৰ উপৰিও অদিতি, তাপসকল যথাযথভাৱে সমাবিষ্ট হৈ ৰৈছে। সেই মিলনৰ মধুৰ দৃশ্যও কালিদাসৰেই একক সৃষ্টি।

ব্যাসদেৱে প্ৰণয়ৰ বিচিত্ৰ লীলা সম্বন্ধে ক'তো কালিদাসৰ দৰে সজাগতা দেখুৱা নাই। সেইবাবে মহাভাৰতৰ কাহিনীত শকুন্তলাৰ মনৰ গতি সম্বন্ধে কিছু আভাস পালেও দুষ্যন্তৰ মনৰ কথাৰ উমান পোৱা নাযায়। কিন্তু নাটকত কালিদাসে দেখুৱাই দিছে যে প্ৰেম-পৰিণয় আদি হাৰ্দিক ব্যাপাৰ একপক্ষীয় নহয়, ই পাৰস্পৰিক। ৪ৰ্থ অঙ্কৰ আদিতে শকুন্তলাৰ মানসিক বিপৰ্যয়ৰ চিত্ৰ যিদৰে পোৱা যায়, সেইদৰে ৬ষ্ঠ অঙ্কত ৰজাৰ বিৰহ বেদনাৰ চিত্ৰ অধিক বহল চিত্ৰপটত। বিস্তৃতভাৱে অঙ্কিত হৈছে। তাতো কেতিয়াবা তেওঁৰ অৱস্থা দেখি শিলেও চকুলো টুকিব খোজে। সানুমতী সেই বেদনাদায়ক দৃশ্যৰ প্ৰত্যক্ষ সাক্ষী।

এইখিনিতে পণ্ডিত ৰাইডাৰৰ[১৬] অভিমত স্মৰণীয়। তেওঁ কৈছে যে কালিদাসৰ নাটকৰ ১ম আৰু ৫ম অঙ্কৰ ঘটনাৰ লগতহে মহাভাৰতৰ কাহিনীৰ সাদৃশ্য আছে, বাকী আন ৫ টা অঙ্কৰ (২য়, ৩য় ৪ৰ্থ, ৬ষ্ঠ, ৭ম অঙ্কৰ) ঘটনাৰ চিত্ৰণত মহাভাৰতৰ কাহিনীৰ কোনো চাপ-পৰা নাই। বিশেষতঃ ৬ষ্ঠ আৰু ৭ম অঙ্ক দুটি আঙুঠিটো হেৰোৱাৰ ফলতহে বৃদ্ধি পাইছে। সেইবাবে ৭ম অঙ্কৰ

মাজত কালিদাসৰ অভিনৱ কৌশলৰ আন এক অভিনৱ দৃষ্টান্ত চিহ্নিত হৈ ৰৈছে। বিৰহ বিধুৰ দুষ্যন্তই স্বৰ্গৰ দেৱলোকৰ অধীশ্বৰ সখা ইন্দ্ৰৰ উদ্দেশ্য সাধন কৰি উভতি আহোঁতে উৎকণ্ঠাপ্ৰণোদিত হৈহে মাতলিয়ে দেৱতাসকলৰ পিতা মাৰীচৰ আশ্ৰমত ৰথ ৰাখিলে। তাৰ পাছত কিদৰে সৰ্বদমনৰেসৈতে দুষ্যন্তৰ পৰিচয় হ'ল, শকুন্তলাৰ আগমন হ'ল আৰু স্বামী-স্ত্ৰীৰ চিনাপৰা হ'ল, আৰু শেষত মাৰীচ আৰু অদিতিৰ আশীৰ্বাদক্ৰমে দীৰ্ঘবিৰহৰ অন্ত পৰিল- সেই বিষয়ে সবিশেষ আন ঠাইত লিখা হৈছে। মাত্ৰ ইয়াত লক্ষণীয় বিষয় হৈছে এয়ে যে মাৰীচৰ আশ্ৰমৰ চিত্ৰ আৰু তাৰ অমৃতময় কাহিনীৰ পৰিণতি সৰ্বস্ব কালিদাসৰ এক অভিনৱ সৃষ্টি, যাৰ অভিলেখ আগতে পোৱা নগৈছিল।

## অভিজ্ঞানশকুন্তলম্ আৰু পদ্ম পুৰাণ

ওপৰত অভিজ্ঞানশকুন্তলম্ নাটকৰ উৎসৰূপে ব্যাসদেৱে ৰচনা কৰা মহাভাৰতত পোৱা দুষ্যন্ত-শকুন্তলাৰ কাহিনী, তাৰেসৈতে নাটকৰ ঘটনাৰ মিল আৰু অমিল তথা কৱি কালিদাসে নাটকত সংযোজন কৰা অভিনৱত্বৰ কথা আলোচনা কৰা হৈছে। সম্প্ৰতি পদ্মপুৰাণৰ[১৭] দুষ্যন্ত-শকুন্তলাৰ কাহিনীৰেসৈতে নাটকৰ তুলনামূলক আলোচনা কৰিবলৈ বিচৰা হৈছে। অধ্যাপক হৰদত্ত শৰ্মাই[১৮] তেওঁৰ পদ্মপুৰাণ আৰু কালিদাস শীৰ্ষক প্ৰবন্ধ বিশেষত এই কথা নদি কৈছে যে অভিজ্ঞানশকুন্তলম্ নাটকৰ উৎস বিষয়ত মহাকৱি কালিদাস পদ্মপুৰাণৰ ওচৰত ধাৰুৱা ধকৰা। ইউৰোপীয় পণ্ডিতসকলৰ ভিতৰত জাৰ্মাণ পণ্ডিত এম্, বিণ্টাৰনিৎসে[১৯] কালিদাসে শকুন্তলা নাটকৰ কথা-বস্তু পুৰাণৰপৰা গ্ৰহণ কৰিছে আৰু পুৰাণে নাটকৰ সংগঠনত প্ৰেৰণা যোগাইছে বুলি অভিমত দাঙি ধৰে।

পদ্মপুৰাণৰ স্বৰ্গকাণ্ডত শকুন্তলা উপাখ্যান বৰ্ণিত হৈছে। এই উপাখ্যানৰেসৈতে নাটকৰ ঘটনাৰ মিল অতি চমকপ্ৰদ। দুষ্যন্ত আৰু শকুন্তলাৰ প্ৰথম দৰ্শনৰপৰা আৰম্ভ কৰি মাৰীচৰ আশ্ৰমত মিলন হোৱালৈকে প্ৰায় সকলো ঘটনা একে ক্ৰম অনুসৰি পদ্মপুৰাণতো পোৱা যায়। প্ৰথম মিলনৰ পাছত দুৰ্বাসাৰ অভিশাপ উচ্চাৰণ, ৰজাৰ শকুন্তলা-স্মৃতি নাশ, শকুন্তলাৰ স্নান কালত আঙঠি হেৰোৱা, মাছুৱৈ এজনে মাছৰ পেটত আঙঠি পোৱা, ৰজাৰ শকুন্তলা স্মৰণ, আৰু বিৰহ-যাতনা ভোগ, স্বৰ্গৰপৰা প্ৰত্যাবৰ্তনৰ পথত মাৰীচৰ আশ্ৰমত জিৰণি লোৱা, পত্নী আৰু পুত্ৰৰেসৈতে ৰজাৰ মিলন আৰু শেষত আটায়ে গৈ মাৰীচ আৰু অদিতিৰ আশীৰ্বাদ লোৱা এই সকলোবোৰ ঘটনা নাটকত পোৱা দৰেই পুৰাণতো পঢ়িবলৈ পোৱা যায়। আনকি ঠায়ে ঠায়ে নাটক আৰু পুৰাণত ভাব-ভাষা, বাক্য-বচনবো পুনৰুক্তি পঢ়ুৱৈৰ নজৰত পৰে। অৱশ্যে নাটক আৰু পুৰাণৰ ঘটনাই ঠাই বিশেষত নিজৰ বৈশিষ্ট্যও কিছু ৰখা নকৰা নহয়। এই মিল আৰু অমিল সমূহ ভালদৰে চালিজাৰি চাই কোন কাৰ ওচৰত ধৰুৱা সেয়া বিচাৰণীয়।

অন্ততঃ দুটা বিষয়ত নাটকৰ কাহিনী আৰু পুৰাণৰ উপাখ্যানৰ মাজত অমিল চকুত পৰে। (১) ৰজাই আশ্ৰমলৈ অহা সময়ত মহাভাৰতৰ দৰে পুৰাণতো

কাশ্যপে তীর্থযাত্রালৈ নগৈ আশ্রমৰ ওচৰত থকা অৰণ্যলৈ ফলমূল বিচাৰিহে গলাই যোৱা কথা পোৱা যায়। শকুন্তলাৰেসৈতে ৰজাৰ আবেগিক সম্বন্ধ স্থাপনৰ পিছত ৰজাই আশ্ৰম এৰি যোৱাৰ পৰবৰ্ত্তী মুহূৰ্ত্ততে কুলপতি আশ্রমলৈ উভতি আহে। (২) পুৰাণত শকুন্তলাৰেসৈতে প্রিয়ম্বদাও হস্তিনাপুৰ (প্ৰতিষ্ঠান)লৈ যোৱা কথা পোৱা যায়। তাত হস্তিনাপুৰৰ ওচৰৰ এক জলাশয়ত স্নান কৰাৰ আগতে শকুন্তলাই আঙুঠিটো প্রিয়ম্বদাৰ হাতত দিয়ে। প্রিয়ম্বদাই আঙুঠিটো লৈ কাপোৰৰ আঁচলত বান্ধি থবলৈ ধৰোঁতেই সিটো পানী জিয়লিত চিটিকি পৰে আৰু পানীলৈ বাগৰি যায়। আঙুঠিটোৰ গুৰুত্ব বুজি তাৰ অন্তৰ্ধানত প্রিয়ম্বদা ভৱিষ্যত পৰিণতিৰ কথা ভাবিগুণি বৰ বিব্ৰত হয়। কিন্তু প্রিয়ম্বদাই সেই আঙুঠি হেৰোৱা কথা তেতিয়াই শকুন্তলাক নজনালে। ৰজাই সাক্ষাতৰ সময়ত অভিশাপৰ প্ৰভাৱত পৰি শকুন্তলাক চিনি নোপোৱাত শকুন্তলাই ৰজাক দেখুৱাবলৈ প্রিয়ম্বদাক আঙুঠিটো খোজে। তেতিয়াহে প্রিয়ম্বদাই তল মূৰ কৰি আঙুঠিটো হেৰোৱা কথা স্বীকাৰ কৰে। এই দুটি প্রধান পাৰ্থক্যৰ উপৰিও পুৰাণত সৰ্বদমনেৰেসৈতে ৰজাৰ পৰিচয় কাশ্যপৰ জৰিয়তে হোৱাহে দেখুৱা হৈছে।

মহামহোপাধ্যায় মিৰাশীয়ে[২০] মহাভাৰত আৰু পুৰাণৰ উপাখ্যানৰ মাজত থকা সাদৃশ্যৰ প্রতি দৃষ্টি আকৰ্ষণ কৰি কৈছে যে দুয়োটা উপাখ্যানতে ঠাই বিশেষত শব্দাৰ্থৰ-ভাৱ-ভাষাৰ সামঞ্জস্য আছে। দুয়োখন গ্রন্থতে প্রায় একেমান শ্লোকৰ সমতা আছে। তাৰ মাজত দুষ্যন্তই শকুন্তলাৰ মন ভঙাবলৈ কোৱা কথাবিলাকো পোৱা যায়। দ্বিতীয়তে আশ্রমলৈ ঘূৰি আহি কাশ্যপে শকুন্তলাক জনোৱা অভিনন্দন বাণী, আৰু তৃতীয়তে, ৰজাই শকুন্তলাক প্রত্যাখ্যান কৰোঁতে দিয়া ভাষণৰ সাদৃশ্যও দেখা যায়। শব্দ-সাম্যৰ ওপৰত ভেটি কৰি এখন গ্রন্থক আন এখনৰ ওচৰত ঋণী বুলি ঠিৰাং কৰিব পাৰি। ভাষা আৰু সামাজিক অৱস্থাৰ ওপৰত ভেটি কৰি মহাভাৰতক পুৰাণৰ পূৰ্ববৰ্তী গ্রন্থৰূপে ঠিৰাং কৰা হৈছে। (যদিও মহাভাৰত আৰু পুৰাণসমূহ 'ব্যাসদেৱে' ৰচনা কৰিছিল বুলি কোৱা হয়, এই গ্রন্থসমূহ একেসময়তে একেজন 'ব্যাসে' ৰচনা কৰা কথা মানিবলৈ টান)। মহাভাৰতৰ ৰচকক পুৰাণকাৰৰ ওচৰত ঋণী বুলিবলৈ প্রমাণ কৰা টান। বৰঞ্চ পুৰাণহে মহাভাৰতৰ ওচৰত ধৰুৱা ৰূপে প্রমাণ কৰা সহজ। আনহাতে পুৰাণৰ ওচৰত কালিদাসক ঋণী বুলি ক'বলৈ হ'লে পুৰাণ ৰচনাৰ কাল কালিদাসৰ পূৰ্ববৰ্তী বুলি প্রমাণিত হ'ব লাগিব। এইখিনিতে পদ্মপুৰাণকে ধৰি সকলোবোৰ পুৰাণ সাহিত্যৰ বৰ্ণনীয় বিষয় আৰু ভাৱ-ভাষা তুলনীয় বিষয়। পুণেৰ আনন্দাশ্ৰম প্ৰেছে প্ৰকাশ কৰা পদ্মপুৰাণত শকুন্তলা উপাখ্যান পোৱা নাযায়। সম্ভৱতঃ পদ্মপুৰাণৰ কোনো প্রাদেশিক পাণ্ডুলিপিত শকুন্তলাৰ উপাখ্যান প্রক্ষেপ ৰূপে সংযোজিত হৈছে।[২১] পুৰাণসমূহত এনে সাময়িক সংযোজন সৰ্বজন স্বীকৃত সত্য। গতিকে পদ্মপুৰাণৰ (প্রাদেশিক সংস্কৰণ) কাহিনী ৰচোঁতাৰ আগতে মহাভাৰত আৰু শকুন্তলা নাটকৰ কাহিনী বিদ্যমান আছিল। পুৰাণকাৰে এই দুই গ্রন্থত পোৱা কাহিনীৰ সংমিশ্ৰণত নিজস্ব কাহিনী নিৰ্মাণ কৰিছে বুলি ভাবিবলৈ যথেষ্ট কাৰণ আছে। পুৰাণ ৰচকে ঠাই বিশেষত নাটকৰ আৰু ঠাই বিশেষত মহাভাৰতৰ ভাৱ-ভাষা অনুকৰণঃ ধাৰ কৰি নিজস্ব ৰচনা সমৃদ্ধ কৰাৰ চেষ্টা কৰিছে।

১। প্ৰথমে জোনে এই তুলনা দিয়ে ২।-বৰ্তমান প্ৰকাশিত মায়াধৰ মানসিংহকৃত Katidasa and Shakespeare, দিল্লী, ১৯৬৯; গ্ৰন্থ দ্ৰষ্টব্য।

৩। অন্য সংস্কৰণত ৮৯-১০০ অধ্যায়।

৪। তিনিবছৰৰ মূৰত শকুন্তলাই পুত্ৰ সন্তান প্ৰসৱ কৰা কথা অস্বাভাৱিক আৰু অতিৰঞ্জিত।

৫। মহাভাৰতৰ পুনা সংস্কৰণত গল্পটি কিছু সংক্ষিপ্ত হৈছেগৈ। কিন্তু অন্যান্য আঞ্চলিক সংস্কৰণত কাহিনীটি অধিক বিস্তৃত। আমি মূলতঃ পুনা সংস্কৰণত পোৱা কাহিনীকে ওপৰত তুলি দিছো যদিও অন্যান্য সংস্কৰণৰ কিছু কথাও জোৰা দিয়া আছে।

৬। এইয়া পুনা সংস্কৰণত পোৱা নাযায়। অন্য সংস্কৰণত ১।৯৬।২২-২৫ শ্লোক।

৭। এই শ্লোকটি BOR I Edn (১।৬৮।১১) তপস্বীসকলক উদ্দেশ্য কৰি কোৱা হৈছে। আন সংস্কৰণ ১।৯৬।৩৫।

৮। আন সংস্কৰণ, ১।৯৬।৩৯-৩১।

৯। অন্য সংস্কৰণ, ১,৯৭/২৮-৩০।

১০। অন্য সংস্কৰণ, ১০০/১৬-১৭ পুনা সংস্কৰণ ১।৬৯।৩৫-৩৬।

১১। ঐ ১০০/২১-২৪, তুঃ পুনা সংস্কৰণ ১।৬৯।৩৯-৪১।

১১ ক। পুনাসং ১।৬৯,৪৪ঃ ভৰতং নামতঃ কৃত্বা যৌৱৰাজ্যেভ্যষেচয়ৎ॥

১২। কালেঃ অভি. শকু. Introduction P-63.

১২ক। Kalıdasa – pp 295–296.

১৩। Abh. Sak. Introduction – PP- 15-17

১৩ক। Histories, vol 1,pp 230–132 (Everymen's Library edn, 1964) পিছলৈ আওঠিৰ বৃত্তান্তত এই সম্বন্ধে অধিক আলোচনা কৰা হৈছে।

১৩।ম। অভিজ্ঞান শকুন্তল,ভূমিকা, পৃঃ ১৯

১৪। Abh. Sak. Introduction, P. 63.

১৪ক। Kalidasa pp 297–298.

১৫। Kalidasa – pp 299-300.

১৬। Kalıdasa – Translations etc. p. 103.

১৭। পদ্মপুৰাণৰ পূৰ্বীয় ধাৰা স্বৰ্গকাণ্ড।

১৮। পদ্মপুৰাণ আৰু কালিদাস (ইং) হৰদত্ত শৰ্মা, কলিকতা, ১৯২৫।

১৯। A History of Indian Literature, Voll III, P. 238. fn. 3 also.

২০। Kalidasa, PP. 304-306

২১। মিৰাশী আৰু নৱলেকাৰ কালিদাস, ৩০৬ পৃষ্ঠা।

# স্থান আৰু কাল বিশ্লেষণ

প্ৰতীচ্যৰ লৌকিক (Classical) নাটক শ্ৰেণীত সাধাৰণতে তিনিটা ঐক্য (Des Trios Unites or Three Unities) মানি চলা ৰীতি প্ৰচলিত আছিল। পোনতে গ্ৰীক নাটক শ্ৰেণীত এই ঐক্যত্ৰয়ৰ প্ৰচলন চকুত পৰে। তাৰ পাছত এই ৰীতি ইউৰোপৰ অন্যান্য সাহিত্যৰ মাজলৈ প্ৰসাৰিত হয়। তথাকথিত এই ঐক্য কেইটা হৈছে সময় বা কালৈক্য (Unity of time), স্থানৈক্য (Unity of place) আৰু কাৰ্য্য-ঐক্য (Unity of Action)। নাটকৰ বৰ্ণনীয় বিষয় এদিনত বা অভিনয়ৰ বাবে প্ৰয়োজনীয় সময়ত আবদ্ধ থকাই কালৈক্য। সেইদৰে নাটকীয় কাহিনী কোনো বিশেষ স্থান বা তাৰ উপকণ্ঠত সীমাবদ্ধ হোৱাকেই স্থানৈক্য বোলা হয়। নাটকৰ মূলকাহিনী আৰু তাত থকা আন বিভিন্ন ঘটনাৱলীৰ মাজত যুক্তিসঙ্গত যোগসূত্ৰ ৰক্ষা কৰাই কাৰ্য্য-ঐক্য। প্ৰকৃতাৰ্থত কাৰ্য্য-ঐক্য অনুসৰি নাটকৰ যাৱতীয় সকলৰ ঘটনাৰাজিয়ে মুখ্য কাহিনীৰ ফল অনুসৰণ কৰিব লাগে।

প্ৰতীচ্যৰ নাট্যাচাৰ্য্যসকলে বিধিবদ্ধ কৰা এই নাটকীয় ঐক্যত্ৰয়ৰ বিচাৰ কৰিলে দেখা যায় যে, কাল আৰু স্থান ঐক্যৰ ধাৰণাৰ মূলতে আছে স্বাভাৱিকতা। তেওঁলোকৰ মতে ৰঙ্গমঞ্চত অভিনয় কৰিবলৈ ৰচিত নাটক এখনৰ কাহিনীত স্থান আৰু কালৰ বৈচিত্ৰ থকা অস্বাভাৱিক কথা। এৰাতিত কেইঘণ্টাকালৰ ভিতৰত অভিনেতাই বিভিন্ন ঠাইত বহুকাল ব্যাপি ঘটা ঘটনা ৰাজি অভিনয় কৰি দেখুৱাবলৈ যোৱাটো স্বাভাৱিক হ'ব নোৱাৰে বুলি তাহানিখন দৃঢ় ধাৰণা এটি ইউৰোপৰ নাট্য-সমাজত প্ৰবৰ্ত্তিছিল। নাটকীয় কাহিনীত 'কাৰ্য্য-ঐক্য'ৰ প্ৰয়োজন উলাই কৰিব নোৱাৰি। নাটকত মূল কাহিনীৰ সমান্তৰালভাৱে বিভিন্ন ঘটনাৰ সন্নিবেশ ঘটিব পাৰে, কিন্তু সেই সমান্তৰাল ঘটনা শ্ৰেণীৰ মূলঘটনাৰ সৈতে যুক্তিসম্মত যোগসূত্ৰ নাথাকিলে, অথবা যিবোৰে মুখ্যকাৰ্য্যৰ ফল সাধনত অৰিহণা নোযোগালে নাটকৰ কৃতকাৰ্য্যতা আশা কৰিব নোৱাৰি। এইদৰে ওলাই পৰে যে, নাটকত কাল বা স্থানৰ একতা স্বাভাৱিকতাৰ অপৰিপক্ক ভাৱধাৰা বা ধাৰণাৰ ওপৰত নিৰ্ভৰশীল। সংস্কৃত সাহিত্যৰ পূৰ্বসূৰীসকলো স্থান বা কালৰ বৈচিত্ৰতা সম্বন্ধে সজাগ নহয়। কিন্তু কাৰ্য্যৰ একতা অধিক পৰিমাণে বিজ্ঞানসম্মত ভেটিৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেইবাবে বাকীদুটাৰ অস্তিত্ব নেওচি সি আজিও বৰ্ত্তমান।

পুৰণি গ্ৰীচত কমেডী (মিলনাত্মক) আৰু ট্ৰেজেডী (শোকাত্মক বা বিয়োগাত্মক) দুয়ো প্ৰকাৰ নাটকতে ঐক্যত্ৰয়ক বৰ দৃঢ়ভাৱে মানি চলা হৈছিল। ইয়াৰ পৰৱৰ্ত্তী ফৰাচী নাট্যকাৰসকলে আৰু বেনজনচন প্ৰভৃতি লৌকিক ইংৰাজ নাট্যকাৰসকলে তেওঁলোকৰ নাটকত এই তিনিটা ঐক্যৰ অস্তিত্ব দৃঢ়ভাৱে ৰক্ষা কৰি চলিছিল। আনকি তাহানিখন চীদ্‌নি নামে ইংৰাজ সমালোচকে তেওঁৰ Apology of Poetry গ্ৰন্থত তেওঁৰ সমকালীন যিসকল নাট্যকাৰে নিজ নিজ নাটকত কাল আৰু স্থানৰ একতাক স্থিৰভাৱে ৰক্ষা কৰিবলৈ অসমৰ্থ হৈছিল তেওঁলোকক উপলুঙা কৰি মন্তব্য দিছে। সম্ভৱতঃ মহাকবি শ্বেক্সপীয়াৰে প্ৰথমে বৰ নিৰ্মমভাৱে

ত্যাহ্যনিখনবপৰা প্ৰবৰ্ত্তিত চিৰাচৰিত ৰীতি ভঙ্গ কৰিছে। যুৱতীৰ বিচিত্ৰ কাহিনীৰ ওপৰত ভেটি কৰি ৰচনা কৰা কোনোখন নাটকতে এই বিশ্বখ্যাত নাট্যকাৰ আৰু কবি গৰাকীয়ে স্থান আৰু কাল-ঐক্য ৰক্ষা কৰা নাই। তাৰভিতৰত Winter's Tale নামৰ নাটকখনিকে এই 'পবিত্ৰ' নিয়ম ভঙ্গা দোষত অতি দুষ্ট বুলিব পাৰি। তদুপৰি হাঁহি-কান্দোনৰ যোঁলোৰে সমাকুল ৰেক্সপীয়েৰে নাটকবিলাকে (গ্ৰীক কমেডী আৰু ট্ৰেজেডীৰ ধাৰা ব্যাহত কৰি) কাৰ্য্যঐক্যৰ ধাৰণাও ভাঙিছে। অৱশ্যে নিজৰ ৰীতি-নীতিৰ বশৱৰ্ত্তী হৈ প্ৰতিভাৱান লিখকৰ ৰচনাই সদায় পূৰ্ব্ব ৰীতি ভাঙি প্ৰতিষ্ঠা লাভ কৰে।

সংস্কৃত নাট্যাচাৰ্য্যসকলে অথবা নাট্যকাৰসকলে এই তিনি ঐক্যসম্বন্ধে অৱহিত নাছিল যেন লাগে, কিয়নো তেওঁলোকে ক'তো এইসম্বন্ধে কোনো উল্লেখ কৰা চকুত নপৰে। বিশেষতঃ স্থান আৰু কালৰ ঐক্যৰ ওপৰত তেওঁলোকে অকণো গুৰুত্ব আৰোপ কৰা নাই। অৱশ্যে পাঁচ প্ৰকাৰ অৰ্থপ্ৰকৃতি পাঁচবিধ অৱস্থা আৰু পাঁচ প্ৰকাৰ সন্ধিৰ নামৰ নাট্যকৌশলৰ সুপ্ৰয়োগৰ দ্বাৰা তেওঁলোকে কাৰ্য্য ঐক্য সুচাৰুৰূপে ৰক্ষা কৰিছিল। (এই সম্বন্ধে অন্যত্ৰ বিস্তৃত বিৱৰণ দিয়া হৈছে)। মূলকাহিনীৰ সৈতে পতাকা স্থানীয় গৌণ ঘটনা সংযোজন কৰা প্ৰায়ে দেখা যায়। তদুপৰি সংস্কৃত নাটকত হাঁহি কৌতুকৰ সৈতে দুঃখ-শোক মিহলি হৈ থকাটোও লক্ষণীয়। স্থান আৰু কালঐক্য কোনো নাটকতে অক্ষুণ্ণভাৱে মানি চলা দেখা নাযায়। অভিজ্ঞানশাকুন্তলম্‌ নাটকৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় অঙ্ক, আৰু ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকৰ ঘটনাখিনি কমেও এমাহ কাল পৰিব্যাপ্ত। বিষ্কম্ভক আৰু ৪ৰ্থ অঙ্কৰ ঘটনাৰ মাজত কেইবামাহো কালৰ ব্যৱধান হৈছে। সেইদৰে ৫ম আৰু ৬ষ্ঠ অঙ্কৰ মাজত প্ৰায় দুবছৰ কালৰ ব্যৱধান আছে। এইদৰে নাটকত কালৈক্য ৰক্ষা কৰা হোৱা নাই। স্থানৈক্যও একেদৰে ব্যাহত হৈছে। প্ৰথম, দ্বিতীয় তৃতীয় আৰু ৪ৰ্থ অঙ্ক মালিনী নদীৰ পাৰত অৱস্থিত কণ্বৰ আশ্ৰম আৰু তাৰ পাৰ্শ্ববৰ্ত্তী উদ্যান বা অৰণ্যত অনুষ্ঠিত হৈছে। ৫ম আৰু ৬ষ্ঠ অঙ্ক হস্তিনাপুৰ আৰু তাৰ ওচৰৰ ঠাইত সংঘটিত হৈছে। সপ্তম অঙ্ক আকাশ মাৰ্গ আৰু হেমকূট পৰ্ব্বতস্থিত মাৰীচৰ আশ্ৰমত ঘটিছে। এইদৰে নাটকৰ ঘটনা বাজি বিভিন্ন স্থানত অনুষ্ঠিত হোৱাত পাশ্চাত্যৰ লৌকিক নাটকত প্ৰচলিত স্থান আৰু কালৰ একতা আলোচ্য নাটকত ভঙ্গ কৰা হৈছে। অভিজ্ঞানশাকুন্তলম নাটকৰ ভিন্‌ভিন্‌ অঙ্ক গৰ্ভাঙ্ক (বা দৃশ্য) আৰু প্ৰৱেশক-বিষ্কম্ভক আদিৰ বিভিন্ন স্থান আৰু কালৰ বিশ্লেষণ তলত সম্যকভাৱে আগবঢ়োৱা হ'ল।

প্ৰথম অঙ্ক। নাটকৰ প্ৰস্তাৱনাত গ্ৰীষ্ম ঋতু সম্বন্ধে গোৱা গীতৰপৰা সহজে অনুমান কৰা যায় যে, নাটকৰ কাৰ্য্য আৰম্ভ হয় গ্ৰীষ্ম ঋতুৰ অন্তৰ্গত জ্যেষ্ঠ মাহত (ইংৰাজী পঞ্জিকা মতে মেই আৰু জুন মাহৰ অন্তৰ্বৰ্ত্তী কালত)। নাটকত সূত্ৰধাৰে কোৱা 'অচিৰ প্ৰবৃত্তং গ্ৰীষ্ম সময়মধিকৃত্য' ইত্যাদি বচনত এই কথাৰ প্ৰমাণ পোৱা যায়। তদুপৰি ২য় অঙ্ক বিদূষকে 'মধ্যাহ্নেঅ পি গ্ৰীষ্মবিৰলপাদপচ্ছায়াসু' ইত্যাদি বচনেৰে তাকে নিৰ্দ্দেশ কৰিছে। আকৌ ২য় অঙ্কতে কৰভকৰ কথাৰপৰা বট সাবিত্ৰীব্ৰতৰ উল্লেখ পোৱা যায়। এই ব্ৰত সাধাৰণতে জ্যেষ্ঠ

মাহৰ ১৫ তাৰিখে পৰে। তাৰ দুদিন আগতে তথা ত্ৰয়োদশীত ৰজাক এই ৰতন লাভ্যৰ খবৰ দিয়া হৈছে। ২য় অংকত বিদূষকে কোৱা 'ত্যঃ কিল— শকুন্তলা ধৰ্ষিতা— অদ্যাপি তাসেৰ চিৰয়তঃ অক্ষ্ণোঃ প্ৰভাতমাসীৎ' প্ৰভৃতি বাক্যবোৰৰ পৰা বুজা যায় যে ১ম অংকৰ ঘটনা ঘটে তথা ত্ৰয়োদশীত। সম্ভৱতঃ দিনটোৰ প্ৰথমভাগতে আদি-অংকৰ ঘটনা ঘটে। মৃগয়া সদায় ৰাতিপুৱা আৰম্ভ হয়। ২য় অংকত তাৰ নিৰ্দেশ আছে। বৈখানসে 'সমিদাহৰণায় প্ৰস্থিতা বয়ম্' বুলি ৰজাক কৈ এই কালৰ কথাকে সমৰ্থন কৰিছে। ৰাতিপুৱাই আশ্ৰমৰ কন্যাসকলে গছৰ গুৰিত পানী দিয়ে। চতুৰ্থ অংকত কণ্বই 'পাতুং ন প্ৰথমং ব্যৱস্যতি জলং যুষ্মাস্বপীতেষু যা' (৪/৯) ইত্যাদিৰে শকুন্তলাৰ কথাকে কৈছে। শকুন্তলাই সদায় গছৰ গুৰিত জলসিঞ্চন কৰিহে নিজ জলপান কৰে। দুষ্যন্তই মৃগয়া কৰি ৰাতিপুৱা বেলিয়ে কিছুদূৰ লহিওৱাত আঠ-ন বজাৰ পৰা এঘাৰ বজাৰ মধ্যৱৰ্তী কালত আশ্ৰমত প্ৰৱেশ কৰে। ৰ'দ টান হোৱাত দুষ্যন্তই ৰথৰ ঘোঁৰা কেইটাক গাধুৱাই জিৰণি দিবলৈ সূতক নিৰ্দেশ দি আশ্ৰমলৈ যায়। আশ্ৰমবাসী তাপসকন্যাসকলে তেতিয়া গছৰ গুৰিত পানী দি আছে। 'তেন হি অস্যাং প্ৰচ্ছায়শীতলায়াং সপ্তপৰ্ণবেদিকায়াং মুহূৰ্তমুপবিশ্য পৰিশ্ৰমবিনোদং কৰোতু আৰ্য্যঃ।' - এইদৰে প্ৰিয়ম্বদাই ৰজাক বহিবলৈ অনুৰোধ কৰা বচনৰ পৰাও ওলাই পৰে যে তেতিয়া ৰ'দৰ তাপ ক্ৰমশঃ প্ৰখৰ হৈ পৰিছে। কিন্তু আশ্ৰমবাসীসকলে গাধুই গছত আৰি থোৱা 'জলাৰ্দ্ৰ বল্কল'ৰ পানী নুতকোৱালৈ চাই ১ম অংকৰ সমাপ্তি দিনৰ প্ৰায় দহ এঘাৰ বজাত হয়।

১ম অংকত ৰজা দুষ্যন্তই আশ্ৰমৰ কেইমাইলমান আঁতৰৰ পৰা আশ্ৰমৰ ওচৰলৈ ৰথাহৰ গতিৰে মৃগ এটিক অনুসৰণ কৰে। তাৰ পাছত তেওঁ আশ্ৰমৰ দুৱাৰ দলিলৈ আহি তাতে সূতক অপেক্ষা কৰিবলৈ কৈ আশ্ৰমত প্ৰৱেশ কৰে। আশ্ৰমত গমনাগমনৰ বিশেষ নিৰ্দেশ পোৱা নাযায়। য'ত তেওঁলোকে (ৰজা আৰু কন্যাসকলে) বহি কথাবতৰা পাতিছিল তাৰ অনতিদূৰত আশ্ৰমৰ ষৰদুৱাৰ অৱস্থিত। সম্ভৱতঃ মালিনী নদী আশ্ৰমৰ বিপৰীত ফালেৰে প্ৰৱাহিত হৈছিল। ৰজাই কেইৰামাইল আঁতৰৰ পৰা ওখোৱা মোখোৰা ভূমিভাগৰ ওপৰেৰে ৰথাৰোহণ কৰি আশ্ৰমলৈ অহাৰ বাটত নৈ বা জুৰি পোৱা নাছিল। সেইবাবে আমি সহজে ধৰি ল'ব পাৰোঁ যে মালিনী নৈখন কণ্বৰ আশ্ৰমৰ পিছফালেৰে বৈ গৈছিল।

২য় অঙ্ক। কণ্বৰ তপোৱনৰ পৰা অদূৰত ৰজাৰ বাহৰৰ ওচৰতে দ্বিতীয় অংকৰ ঘটনা অনুষ্ঠিত হয়। প্ৰথমে বিদূষকে য'ত স্বগতোক্তিৰে এই অংকৰ কাৰ্য্যসূচি কৰিছিল, তাৰ পৰা অলপদূৰ পৰিক্ৰমণ কৰি গৈ গছৰ ডাঠ ছাঁত বহি পৰৱৰ্তী আলোচনাত প্ৰবৃত্ত হয়। বিদূষকৰ (পূৰ্বোক্ত) কথাৰ পৰা বুজা যায় যে ঘটনাৰ সময় ৰাতিপুৱা। এয়া সম্ভৱতঃ শুক্লা ত্ৰয়োদশী তিথিৰ দিনৰ ৮-১১ বজাৰ মাজৰ সময়। ৰ'দৰ তাপৰ পৰা ৰক্ষা পৰিবলৈ তেওঁলোকে গছৰ ছাঁত বহিছিল গৈ ('তস্মিন্ পাদপচ্ছায়া বিৰচিতা লতাবিতানসনাথে শিলাতলে উপবিশতু ভৱান্'- বিদূষকে কৈছে)।

৩য় অঙ্ক। আশ্ৰমৰ ভিতৰৰা কোনো ঠাইত বিষ্কম্ভকৰ কাৰ্য্য অনুষ্ঠিত হৈছে। কোনো এজন শিষ্যই শকুন্তলাৰ বাবে প্ৰিয়ম্বদাই উশীৰ লৈ যোৱা দেখিবলৈ পায়। শিষ্যজনে আশ্ৰমৰ ফুলনিবাৰীত দূৰ্ব্বা সংগ্ৰহ কৰিছিল। মূল অঙ্কৰ ঘটনাৰ পটভূমি হৈছে মালিনী তীৰৰ বেতসকুঞ্জ। ২য় আৰু ৩য় অঙ্কৰ কাৰ্য্যৰ মাজত কমেও ১৫ দিন অতিবাহিত হৈছে। প্ৰেমজ্বৰ বা কামজ্বৰৰ অৱস্থা পাবলৈ তেনে সময়ৰে আৱশ্যক। শকুন্তলা সম্বন্ধে কোৱা হৈছে "অনুদিৱসং পৰিহীয়সে অঙ্গৈঃ —" আৰু ৰজা সম্বন্ধেও 'ৰাজৰ্ষিঃ এতান্ দিৱসান্ প্ৰজাগৰকৃশ লক্ষ্যতে' বুলি কোৱা হৈছে। ইয়াৰ দ্বাৰা নায়ক-নায়িকাৰ মদন সন্তপ্ত অৱস্থাকে বুজাইছে। 'আতপলঙ্ঘন দিৱস ইৱাত্ৰশ্যামত্তপাত্যয়ে' আৰু 'যদি বিপাশে—' ইত্যাদিৰ গ্ৰীষ্মকাল তেতিয়াও চলি থকা কথাকে নিৰ্দ্দেশ কৰিছে। তৃতীয় অঙ্কৰ ঘটনাৱলিয়ে মুঠতে এদিনৰ সময় দাবী কৰে। 'আতপলঙ্ঘন', 'অনিৰ্ব্বাণ দিৱস' ঃ 'কথমাতপে গমিষ্যাসি' ইত্যাদি কথাৰপৰা বুজা যায় যে অঙ্কৰ আৰম্ভণি আবেলি ২ বজামানত হৈছে আৰু উপস্থিতা ৰজনী সাংযতনে সৱনকৰ্মণি ইত্যাদিৰপৰা অঙ্কটোৰ কাৰ্য্য গোধূলি বেলিকা শেষ হোৱাৰ সূচনা পোৱা যায়।

# নাটকীয় কাৰ্যৰ বিশ্লেষণ আৰু আলোচনা

১।প্ৰথম অঙ্ক। এই অঙ্ক দুটা দৃশ্যত বিভক্ত।

প্ৰথম দৃশ্যঃ মৃগয়া দৃশ্য। ৰজা আৰু সূতৰ মাজত কথোপকথন হয়। পিছত বৈখানস প্ৰভৃতি ঋষিবিলাকৰ লগত ৰজাৰ সাক্ষাৎ হয়। ৰজাই আশ্ৰমলৈ যায়।

দ্বিতীয় দৃশ্যঃ প্ৰিয়ম্বদা আৰু অনসূয়াৰে সৈতে শকুন্তলাই তপোবনৰ গছ-লতাৰ গুৰিত পানী দিয়ে। ৰজাই কিছু সময় তেওঁলোকৰ কাৰ্য আঁৰৰপৰা লক্ষ্য কৰি পিছত তেওঁলোকৰ সৈতে আলাপত প্ৰবৃত্ত হয়।

২ প্ৰথম দৃশ্যত ৰজা দুষ্যন্তই সূতে চলোৱা ৰথত উঠি ধনুৰ্বাণ হাতত লৈ সাৰঙ্গমৃগ অনুসৰণ কৰে। তপোধন কণ্বৰ তপোবনৰ অনতিদূৰত ৰজাই মৃগটিলৈ বাণ নিক্ষেপ কৰিবলৈ লওঁতেই তপস্বী বৈখানসে তেওঁক বাধা দিয়ে। বৈখানসৰ কথামতে বাণসংহাৰ কৰিলত বৈখানসে ৰজাক চক্ৰবৰ্তীগুণসম্পন্ন পুত্ৰ লাভ কৰিবলৈ বৰ দিয়ে। তেওঁৰ সঙ্গী ঋষি দুজনেও একে বৰ দিয়ে আৰু ৰজাই তাক শ্ৰদ্ধাৰে গ্ৰহণ কৰে। ঋষিসকলে ৰজাক আশ্ৰম দৰ্শনৰ বাবে আমন্ত্ৰণ জনায়। কুলপতি কণ্বই অতিথিসৎকাৰৰ ভাৰ দুহিতা শকুন্তলাৰ হাতত এৰি থৈ সোমতীৰ্থলৈ যোৱা কথাও বৈখানসে ৰজাক জানিবলৈ দিয়ে। ৰজাই সেই আমন্ত্ৰণো সাগ্ৰহে গ্ৰহণ কৰে। আশ্ৰমবাসীসকলে তেতিয়া সমিধ আহৰণ কৰিবলৈ যায়। ৰজাই আশ্ৰম অভিমুখে অলপ দূৰ গৈয়েই ৰথৰপৰা নামি ৰাজ-আভৰণ আদি এৰি থৈ অতি বিনীতবেশেৰে আশ্ৰমলৈ যায়। যাওঁতে তেওঁ ৰথৰ ঘোঁৰা কেইটাক গা ধুৱাবলৈ সূতক নিৰ্দেশ দিয়ে। তপোবনত প্ৰৱেশ কৰাৰ আগতে ৰজাৰ সোঁবাহুখন কঁপি এক শুভলাভসূচক নিমিত্ত সূচায়।

৩। দ্বিতীয় দৃশ্যত ৰজাই তপোবনত সোমায়েই তেওঁৰ সোঁহাতে আশ্ৰমবাসী কন্যাসকলৰ মাতকথা শুনিবলৈ পায়। ৰজাই সেইফালে আগুৱাই গৈ গছৰ আঁৰৰপৰা আশ্ৰমৰ সমান ৰূপ আৰু বয়সৰ তিনিজনী কন্যাই গছ-লতাৰ গুৰিত পানী দি থকা দেখিবলৈ পায়। কন্যাসকলৰ এজনীক কণ্বৰ জীয়ৰী বুলি তেওঁ চিনি পায়। তেওঁ ছোৱালীজনীৰ ৰূপত মুগ্ধ হয়। তেওঁৰ গছৰ আঁৰত গা লুকাই শকুন্তলা, প্ৰিয়ম্বদা আৰু অনসূয়াৰ কথা বতৰালৈ কাণ পাতে। শকুন্তলাৰ ৰূপৰ প্ৰশংসাই গাঢ়তৰ হৈ লাহে লাহে সি শকুন্তলাৰ প্ৰতি প্ৰেমৰ ৰূপ লয়। এনে সময়তে এটি ভোমোৰাই শকুন্তলাক আমনি দিয়াত সখীয়েকহঁতে তাৰপৰা ৰক্ষা কৰিবলৈ আৰ্তজনৰ তাৰক ৰজা দুষ্যন্তক মাতিবলৈ কোৱাৰ অৱসৰতে ৰজাই তেওঁলোকৰ সমুখত ওলায়। গছৰ ছাঁত বহি ৰজাই তেওঁলোকেৰে সৈতে আলাপ-আলোচনা কৰিবলৈ লয়। কথা-প্ৰসঙ্গত ৰজাই শকুন্তলাৰ সখী দুজনীৰ পৰা শকুন্তলাৰ জন্ম-বৃত্তান্ত শুনে। বিশ্বামিত্ৰৰ ঔৰসত আৰু মেনকাৰ গৰ্ভত শকুন্তলাৰ জন্ম হোৱা বুলি জানি তেওঁ বৰ আশ্বস্ত হয়। ক্ষত্ৰিয়জনৰ বিবাহৰ

যোগ্য বুলি জানি তেওঁ শকুন্তলাৰ প্ৰতি অধিক আকৰ্ষিত হয়। শকুন্তলায়ো ৰজাক দেখিবৰেপৰা আশ্ৰমৰ শমভাৱৰ বিৰোধীভাৱে তেওঁৰ অন্তৰত ঠাই পোৱা কথা অনুভৱ কৰে। প্ৰিয়ম্বদাৰ কথাৰ প্ৰতি দেখি দেখুওৱা কৃত্ৰিম অসহিষ্ণুতাৰ জৰিয়তে ৰজাৰ প্ৰতি জন্ম শকুন্তলাৰ প্ৰেমভাৱ প্ৰকটিত হয়। প্ৰিয়ম্বদা আৰু অনসূয়াই ৰজা আৰু শকুন্তলাৰ পাৰস্পৰিক প্ৰেমৰ লক্ষণ সহজে বুজি পায়। ঠিক এনে সময়তে আশ্ৰমত হাতীৰ উপদ্ৰৱৰ বতৰা এটি সদৰি হৈ পৰে আৰু কন্যাসকলে ভয় পাই ৰজাৰপৰা বিদায় লৈ লৰা-ঢপৰাকৈ ঢাপলি মেলে। শকুন্তলাই কুশৰ আগে ভৰিৰ তলুৱাত বিন্ধাৰ ছেলু লৈ ৰজালৈ উভতি চাই প্ৰণয়ৰ পূৰ্ব্বৰাগ প্ৰকাশ কৰে। ৰজাই আশ্ৰম ত্যাগ নকৰিবলৈ মন কৰি তপোবনৰ অদূৰত ঘাঁহৰ পাতি থাকিবলৈ সংকল্প কৰে।

৪। প্ৰথম অঙ্কটিয়ে কালিদাসৰ নাট্য ৰচনাৰ কলা কুশলতা আৰু নাটকীয় চৰিত্ৰ পৰিবেশনত নিপুণতা প্ৰকাশ কৰিছে।

(১) শকুন্তলা আৰু দুষ্যন্তৰ অন্তৰত পাৰস্পৰিক প্ৰেমাঙ্কুৰ জন্মোৱাটোৱে প্ৰথম অঙ্কৰ কেন্দ্ৰস্থ বস্তু। ইয়াৰ ক্ৰমবিকাশ লক্ষণীয় বিষয়। (২) চাতুৰ্যৰ বলেৰে কুলপতি কণ্বক কেইবামাহজোৱা দীঘলীয়া সময়ৰ বাবে আশ্ৰমৰ বাহিৰলৈ পঠিয়াই নাট্যকাৰে (ক) এহাতে প্ৰণয়ীযুগলৰ প্ৰণয়ব্যাপাৰ নিৰাপদে বিকশিত হোৱাত সহায় কৰিছে; (খ) আনহাতে শকুন্তলাৰ আসন্ন দুৰ্ভাগ্যৰ (সাম্ভাব্য অভিশাপ আৰু তাৰফলত ৰজাৰ দ্বাৰা প্ৰত্যাখ্যাতা হৈ বিৰহযাতনা ভোগৰ) কথাও ইঙ্গিত কৰা হৈছে। (তেনে এক সম্ভাৱনীয় দুৰ্ভাগ্য প্ৰতিশমনৰ বাবে কণ্ব সোমতীৰ্থলৈ যাওঁতেই ৰজাৰ সৈতে শকুন্তলাৰ প্ৰেম-পৰিণয় অনুষ্ঠিত হৈ যায় আৰু দুৰ্বাসাৰ দুৰ্বহ অভিশাপেও লগ দিয়ে)। অন্ততঃ ১ম অঙ্কৰ ১ম দৃশ্যত এই কথা প্ৰকাশ হোৱাৰ পিছৰেপৰা দৰ্শকে বা পাঠকে শকুন্তলাৰ আসন্ন দুৰ্দৈৱৰ প্ৰতি ৰৰ সন্দিহান হৈ পৰে। আনকি দুৰ্বাসাৰ অভিশাপৰ আগে আগে প্ৰিয়ম্বদা আৰু অনসূয়াই শকুন্তলাৰ ভাগ্য-দেৱতা অৰ্চনা কৰিবলৈ যো-জা কৰা চকুত পৰে। (৩) এই অঙ্কত শকুন্তলা কেনে শুদ্ধ, শান্ত-সমাহিত আৰু আৰণ্যক পৰিবেশত লালিত-পালিত হৈছে তাৰ উমান পোৱা যায়। সেইবাবে ৰজাক দেখি তেওঁৰ অন্তৰত ওপজা প্ৰেমৰ পূৰ্ব্বৰাগ তেওঁৰ বাবে তেনেই অচিনাকি, নতুন আৰু আশ্ৰমৰ শমভাৱৰ বিৰোধী (কিং নু খল্বিমং প্ৰেক্ষ্য তপোবন- বিৰোধিনো বিকাৰস্য গমনীয়াস্মি সংবৃত্তা)। ৰজাৰ প্ৰতি সেই প্ৰণয়ৰ ভাৱ তেওঁৰ অন্তৰত ওপজিলেও এই অঙ্কত অতিশয় লাজৰ বাবে সি আংশিকভাৱেহে প্ৰকাশ পাইছে। বিশেষতঃ ন যযৌ

ন তস্থৌ ভাৱ সখী দুজনীৰ প্ৰতি দেখুওৱা কৃত্ৰিম খঙৰ মাজেৰে ওলাই পৰিছে। সখীসকলৰ মাজত পোনতে শকুন্তলাৰ ন যৌৱনক লৈ কৰা ঠাট্টা-মস্কৰাই ৰজাক গছৰ আঁৰত থাকি তেওঁলোক কাৰ্য আৰু আলাপ-আলোচনা শুনিবলৈ বাধ্য কৰিছে। নহ'লে তেওঁলোকৰ মাজত চলি থকা স্বাভাৱিক আলাপৰ সৌন্দৰ্য হানি হ'লহেঁতেন। (৪) পলাই যোৱা মৃগটিৰ অনুসৰণত লাগি থকা যোঁৱাৰ বৰ্ণনা, আশ্ৰমৰ মৃগৰ প্ৰতি বৈখানসৰ অনুকম্পা, তপোবনৰ পৰিবেশৰ প্ৰাকৃতিক সৌন্দৰ্যৰাজিৰ বৰ্ণনাসমূহ তেনেই স্বাভাৱিক আৰু মনোহৰেই নহয়, প্ৰায়েই ৰোমাঞ্চকৰো হৈছে।

সদায় জনসঙ্কুল নগৰীয়া পৰিবেশত অভ্যস্ত ৰজা আৰু সাৰথিৰ চকুত এনেবোৰ দৃশ্য তেনেই নতুন আৰু ৰমণীয় হৈ ধৰা পৰিছে।

(৫) এই অঙ্কত চৰিত্ৰ পৰিবেশনতো নাট্যকাৰৰ অকৃত্ৰিম কলা-কৌশল আৰু চতুৰতা চকুত পৰে। মৃগয়াৰ ছলেৰে ৰজাৰ প্ৰবেশ, আশ্ৰমৰ মৃগক ৰক্ষা কৰাৰ ছলেৰে বৈখানস আৰু ঋষিসকলোপ্ৰবেশ অতিশয় নৈপুণ্যসূচক। বৈখানসে আশ্ৰমৰ মৃগটিৰ প্ৰাণৰ বিনিময়ত ৰজাক চক্ৰবৰ্তী গুণসম্পন্ন পুত্ৰলাভ কৰিবলৈ যিটি বৰ দান কৰিলে তাৰ ফল ফলিয়াবলৈহে যেন তেওঁ আশ্ৰমলৈ ৰজাক আমন্ত্ৰণ জনালে আৰু কুলপতি-শূন্য আশ্ৰমত শকুন্তলাৰ ওচৰত অতিথি হ'বলৈ প্ৰেৰণা দান কৰিলে। (৬) সেই আমন্ত্ৰণ গ্ৰহণ কৰি ৰজাই আশ্ৰমত প্ৰবেশ কৰিলে। তেওঁ গৈ সখীদ্বয়েৰেসৈতে শকুন্তলাই গছৰ গুৰিত পানী দি থকা দেখিলে। সখীগতভাৱে তিনিওজনী হোৱালীয়ে যি কথা-বতৰা পাতি হাঁহি ধেমালি কৰি আছিল অনাৱশ্যকভাৱে অসময়ত তাৰ ওৰ নেপেলাবলৈ বুলিয়ে তেওঁ গছৰ আঁৰ লৈ জিৰণি ল'লে। তেওঁলোকৰ সমুখত ওলাবলৈ সুযোগলৈ অপেক্ষা কৰিলে। ভোমোৰা এটিয়ে উৎপীড়ণ কৰাত সখীদ্বয়ে তাৰপৰা ৰক্ষা কৰিবলৈ দুষ্যন্তক মাতিবলৈ শকুন্তলাক দিয়া উপদেশৰ ছেলু লৈ ৰজা তেওঁলোকৰ সমুখত ওলাল। কিন্তু ৰজা এজনে ৰাজচিহ্ন আদিৰে জাতিষ্কাৰ হৈ তাত তেনেকৈ ওলোৱাহেতেন আশ্ৰমৰ কন্যাসকল বৰ অপ্ৰতিভ হৈ পৰিলেহেতেন; সেইবাবে নাট্যকাৰে ৰজাক সাধাৰণ বেশ-ভূষাৰে আশ্ৰমত প্ৰবেশ কৰাইছে। অৰণ্যে আশ্ৰমলৈ যোৱাৰ সময়ত যিকোনো ৰজাই বিনীত বেশ ধাৰণ কৰাটোৱেই প্ৰাচীন ৰীতি বুলি জনা যায়। ৰঘুবংশতো বশিষ্ঠৰ আশ্ৰমলৈ যাওঁতে ৰজা দিলীপে তেনে আচৰণ কৰিছে। নাটকত সেই বিনীত বেশ নাটকীয় উদ্দেশ্য সিদ্ধিত সহায়ক হৈছে। কিয়নো, দুষ্যন্তই সাধাৰণ সাজপাৰেৰে আশ্ৰমত প্ৰবেশ কৰি, নিজকে ৰজাৰ কৰ্মচাৰী বুলি পৰিচয় দিব পাৰিছে। তাৰ বাবে আশ্ৰম কন্যাইতে তেওঁৰেসৈতে সহজভাৱে কথা-বতৰা পাতিবলৈ পাৰিছে। (৭) তাপসকন্যাসকলেৰেসৈতে ৰজাৰ প্ৰয়োজনীয় কথা-বতৰা শেষ হোৱাৰ লগে লগে আশ্ৰমৰ ওচৰৰ হাবিত হাতী এটাই দল ভাগি ওলোৱা কথা তৰিৎবেগে প্ৰচাৰিত হোৱাত নাট্যকথাৰ অতিবিস্তৃতি ঘটাত বাধা পৰিছে। শকুন্তলাৰ জন্মবৃত্তান্ত জনাৰ আৱশ্যক হৈছিল; কিয়নো সেয়ে জানিলে নায়িকা ৰজাৰ বিবাহযোগ্যা হয় নে নহয় সেয়া বুজা যায়। তদুপৰি পালক কণ্বই শকুন্তলাক চিৰকাল আশ্ৰমত তাপসী কৰি চিৰকুমাৰী ৰূপে ৰাখিব নে বিয়া দিব সিও জ্ঞাতব্য বিষয় আছিল। এই দুটা কথা জনাটোৱে নাটকীয় কাৰ্যৰ প্ৰগতি অব্যাহত ৰখাত সহায় কৰিছে। তাতকৈ অধিক পৰ নায়ক-নায়িকাক ৰঙ্গমঞ্চত ৰাখিলে অনাৱশ্যকভাৱে কথা দীঘলীয়া হোৱাৰ সম্ভাৱনা আছিল। নাটকীয় কাৰ্যৰ অতিব্যাপ্তি ঘটাত বাধা দিবলৈকে নাট্যকাৰে হস্তিসম্ভ্ৰম বৃত্তান্ত উপস্থিত কৰিছে। তাৰে দুষ্যন্তৰ চৰিত্ৰত ক্ৰমেকলৈ মদ-মত্ততাৰ আবিৰ্ভাৱ হোৱাৰ সম্ভাৱনাকো ইঙ্গিত কৰা হ'ল।

৶৺

## দ্বিতীয় অঙ্ক

১। এই অঙ্কটো দুটা দৃশ্যত বিভক্ত।

**প্ৰথম দৃশ্যঃ** বিদূষকৰ স্বগতোক্তি। ৰজা আৰু বিদূষকৰ কথোপকথন হয়। মৃগয়া অভিযান বন্ধ ৰাখিবলৈ ৰজাই সেনাপতিক নিৰ্দেশ দিয়ে।

**দ্বিতীয় দৃশ্যঃ** অলপ দূৰ ৰজা আৰু বিদূষকে ঘূৰি ফুৰি দুয়ো গছৰ ছাঁত বহি শকুন্তলাৰ বিষয়ে কথা পাতে। ঋষিকুমাৰসকলে তালৈ আহি আশ্ৰমত যজ্ঞবিঘ্ন দূৰীকৰণৰ বাবে ৰজাক অনুৰোধ জনায়। কৰভকে ৰাজমাতৃৰপৰা বতৰা লৈ ৰজাক ভেটে। ৰজাই বিদূষকক সসৈন্যে ৰাজধানীলৈ ঘূৰাই পঠিয়ায়।

২। **প্ৰথম দৃশ্যঃ** প্ৰথম অঙ্কৰ শেষত কোৱাৰ দৰে ৰজাই তেওঁৰ চাকৰ-বাকৰ আৰু বিষয়ববীয়াসকলেৰে সৈতে থাকিবলৈ ল'লে। প্ৰথমদিনত হোৱা মৃগয়া বিহাৰত ৰজাৰ বয়স্য বিদূষকেও যোগ দিছিল। পিছদিনাখন ৰাতিপুৱা শোৱা-পাটি এৰি (২য় অঙ্কৰ ১ম দৃশ্য) বিদূষকে নিজৰ দুখ-ভাগৰৰ এটি বিৱৰণ দাঙি ধৰি আগদিনাৰ চিকাৰৰ অভিজ্ঞতাৰ উদাহৰণো দিবলৈ নাপাহৰিলে। তেওঁ যথাশীঘ্ৰে ৰাজধানীলৈ উভতি যাবলৈ ইচ্ছা কৰে যদিও সম্প্ৰতি আন এটা কাৰণত ৰজাই আশ্ৰম এৰিবলৈ যে অনিচ্ছুক তাকো বিদূষকে মুকলিকৈ ক'লে। আগদিনাখন হেনো ৰজাই বিদূষক মাধৱ্যক লগত নোলোৱাকৈয়ে অকলে আশ্ৰমলৈ গৈছিল আৰু তাত কুলপতি কণ্বৰ দুহিতাক দেখি তেওঁৰ ৰূপত মুগ্ধ হৈ পৰে। যোৱা নিশা তাকে ভাবি-গুনিয়ে ৰজাৰ চকুলৈ টোপনি নাহিল। এতিয়া ৰজাই ৰাজধানীলৈ উভতি যোৱাৰ নামকে ল'ব নোখোজে। অন্ততঃ ৰজাক মৃগয়াৰপৰা বিৰত ৰাখি এদিনলৈ জিৰণি ল'বলৈ পাৰিলেও বিদূষকজন ৰক্ষা পৰিলহেতেন। সেইবাবে, তেওঁ ৰজাক দূৰণিতে দেখি নিজৰ অঙ্গবিকলতা দেখুৱাই হ'লেও মৃগয়াকাৰ্য বন্ধ ৰাখিবলৈ বুধি পাঙিলে আৰু থৰ হৈ ৰ'ল।

সহচৰ-সহচৰীসকলেৰে সৈতে ৰজাই আহি বিদূষকেৰে শুভেচ্ছা বিনিময় কৰিলে। ৰজাই নিজেও আন্তৰিকভাৱে এতিয়া মৃগয়া চলাই যাবলৈ ইচ্ছুক নহয়। ইতিমধ্যে তেওঁ শকুন্তলাৰ প্ৰেমত নিমজ্জিত হৈছে আৰু তেওঁক লগ পাবলৈ ৰজাৰ মন-প্ৰাণ তেনেই উৎকণ্ঠিত হৈ পৰিছে। বিদূষকৰ অনুৰোধ অনুসৰি ৰজাই সেনাপতিক মৃগয়া বন্ধ ৰাখিবলৈ আদেশ কৰিলে। তাৰ পাছত বিদূষকৰ বাহিৰে আন সকলকো ৰজাই বিদায় দিলে।

২য় দৃশ্যত বিদূষকৰ ওচৰত ৰজাই শকুন্তলাৰ প্ৰতি ওপজা প্ৰেম-প্ৰীতিৰ ভাৱ প্ৰকাশ কৰে। বিশেষকৈ আগদিনাখন আশ্ৰমত শকুন্তলাৰে সৈতে হোৱা সাক্ষাতৰ সময়ত হোৱা তেওঁৰ নিজৰ আৰু শকুন্তলাৰ মনোভাৱৰ পৰিচয়ো দিলে আৰু কেনেকৈ আকৌ আশ্ৰমলৈ যাবলৈ পাৰিব তাৰে কৌশল এটি উলিয়াবলৈ তেওঁ বিদূষকক ক'লে।

এনে সময়তে আশ্ৰমৰপৰা দুজন ঋষিকুমাৰ আহি ৰজাৰ ওচৰত উপস্থিত হ'ল। কুলপতি কণ্ব আশ্ৰমৰপৰা আঁতৰি থকা বাবে ৰাক্ষসইতে ইষ্টিসম্পাদনত বিঘিনি ঘটাইছে। সেই বিঘিনি দূৰ কৰি যজ্ঞ সম্পন্ন কৰাত সহায়ক হ'বলৈ

ঋষিসকলে ৰজাক অনুৰোধ কৰা বুলি জনালে। যজ্ঞকাৰ্য নিৰ্বিঘ্নে শেষ নোহোৱালৈকে সাৰথি সহ বাণাসন হাতত লৈ আশ্ৰমত কেইদিনমান থাকিবলৈ কৰা অনুৰোধ ৰজাই গ্ৰহণ কৰাত ঋষিকুমাৰ দুজনে বিদায় ল'লে। ৰজাই ৰথ সাজু কৰিবলৈ সাৰথিক আদেশ কৰোঁতেই ৰাজধানীৰপৰা কৰভক নামে দূত এজনে ৰাজমাওৰ বতৰা লৈ ৰজাক সাক্ষাৎ কৰিলে। তেওঁ ৰজাক জনালে যে 'আগামিনি চতুৰ্থদিৱসে প্ৰবৃত্তপাৰণা মে উপবাসো ভৱিষ্যতি। তত্ৰ দীৰ্ঘায়ুষৱশ্যং সম্ভাৱনীয়ঃ।' এইবুলি ৰাজমায়ে ৰজাক মাতি পঠিওৱা কথা দূতে ক'লে। এই বতৰা পাই ৰজাৰ দুই নাৱত দুই ভৰি যেন অৱস্থা হ'ল। তেওঁ ইতিপূৰ্বে ঋষিসকলৰ আমন্ত্ৰণ গ্ৰহণ কৰিছে। এতিয়া আকৌ গুৰুজনৰ আদেশ। তেওঁ নিজে আশ্ৰমতে থাকিবলৈ সংকল্প লৈ তেওঁৰ প্ৰতিনিধিৰূপে ৰাজমাওৰ ওচৰলৈ বিদূষককে পঠিয়াবলৈ সিদ্ধান্ত ল'লে। বিদূষকক বিদায় দিয়াৰ আগতে ৰজাৰ মনত খেলালে, 'চপলোঽয়ং বটুঃ। কদাচিৎ অস্মৎ প্ৰাৰ্থনামন্তঃপুৰেভ্যঃ কথয়েৎ। ভৱতু, এনমেৱনৱক্ষে।'- এইদৰে মনতে আলচি ৰজাই বিদূষকৰ হাতত ধৰি ক'লে, 'বয়স্য ঋষি গৌৰৱাদ্ আশ্ৰমং গচ্ছামি। ন খলু সত্যমেৱ তাপসকন্যকায়াং মমাভিলাষঃ।'

৩। প্ৰথম অঙ্কত ৰজা দুষ্যন্তই যেতিয়া মৃগয়া কৰিবলৈ ওলাই আহে তেতিয়া তাৰ মাজত লুকাই থকা আন উদ্দেশ্য কাৰো চকুত পৰা নাছিল। বৈখানসৰ কথামতে আশ্ৰমত প্ৰৱেশ কৰাৰ পূৰ্বে ৰজাৰ নিমিত্ত দৰ্শনে মাথোন তেওঁৰ পত্নী-লাভ বা প্ৰিয়সংযোগ সূচনা কৰে। ১ম অঙ্কৰ অন্তত ৰজা আৰু শকুন্তলাৰ পাৰস্পৰিক প্ৰেমৰ উদ্ৰেক হোৱাত ৰজাই নিমিত্ত দৰ্শন কৰাৰ ফল ফলিওৱাৰ আশা দেখা গ'ল। প্ৰথম দৰ্শনতে প্ৰণয়ীসকলৰ প্ৰেমে সাৰ্থকতা লাভ নকৰে, নাইবা সি চৰিতাৰ্থও নহয়। (অৱশ্যে মহাভাৰতত তেনে দৃষ্টান্ত অবিৰল নহয়, কিন্তু কালিদাসৰ কালত সি অভাৱনীয় হৈ পৰে।) তাৰ পৰৱৰ্তী যোগাযোগতহে সেই প্ৰেমে গা কৰি উঠে আৰু শেষত পৰিণতি লাভ কৰে। গতিকে ৰজা আৰু শকুন্তলাৰ মাজত প্ৰথম দৰ্শনতে যি প্ৰেমৰ বীজ সিচা হ'ল তাৰ পৰিপুষ্টি আৰু পৰিণতিৰ বাবে (১) ৰজাৰ আশ্ৰমত দীৰ্ঘকাল বাস, (২) মৃগয়াৰ নিবৃত্তি আৰু (৩) আকৌ ৰজাৰ আশ্ৰমত প্ৰৱেশ কৰিবলৈ এটি 'ছেলু'ৰ আৱশ্যক হ'লগৈ।

৪। ৰজা দুষ্যন্তই কেনেদৰে মৃগয়া বন্ধ কৰিলে কালিদাসে সেয়া ২য় অঙ্কৰ ১ম দৃশ্যতে অঙ্কণ কৰিছে। ২য় অঙ্কত বিদূষকৰ উপস্থিতিৰ আৱশ্যকতা সম্বন্ধে গজেন্দ্ৰ গড়কাৰে[১] অন্ততঃ তিনিটা কাৰণ দাঙি ধৰিছে। (১) শকুন্তলাৰে সৈতে ৰজাই যেনে-তেনে আকৌ সাক্ষাৎ কৰিবলৈ বিচাৰি মৃগয়া কাৰ্য স্থগিত ৰখাটো একান্তভাৱে প্ৰয়োজনীয় বুলি বিবেচনা কৰিছে। কিন্তু গোনতে নিজে মৃগয়ালৈ যাত্ৰা কৰি এতিয়া আপাততঃ বিনা কাৰণে(?) হঠাতে মৃগয়া স্থগিত ৰাখিলে সেনাপতি প্ৰভৃতি ৰাজবিষয়াসকলে তাক কেনেদৰে গ্ৰহণ কৰে সেয়া সংশয়ৰ কথা। অকল আশ্ৰমপীড়াৰ দোহাই দিও সেইটো কৰিব পৰা নাযায়। কিয়নো মৃগয়া যাত্ৰা কৰাৰ আগৰেপৰা সেই অৰণ্যত কণ্বৰ তপোৱনৰ অৱস্থিতিৰ কথা ৰজাই ভালদৰে জানে। এতেকে বিদূষকৰ আৱশ্যক। মাধব্যৰ দৰে প্ৰিয় বয়স্যৰ

১। অভি.শ. পৃষ্ঠা, ৩২৬।

শাৰীৰিক অসুস্থতাৰ বাবে আৰু আশ্ৰমৰ শান্ত পৰিবেশত যাতে ব্যাঘাত নোপজে তাৰ বাবে ৰজাই মৃগয়া বন্ধ ৰখাবলৈ আদেশ কৰিলে। বিদূষকে মৃগয়া বন্ধৰ বাবে জনোৱা আবেদনেহে যেন ৰজাক মৃগয়া স্থগিত কৰাত ইন্ধন 'যোগালে দৃশ্যতঃ সেয়া প্ৰতিপন্ন হ'লগৈ।

(২) প্ৰথম তিনিটা অঙ্ক মাইকৈ শৃঙ্গাৰৰস প্ৰধান। সহৃদয় দৰ্শকসকলৰ মনত ৰসৰ বৈচিত্ৰ সৃষ্টিৰ- অন্ততঃ এসুৰীয়া ভাব গুচাবলৈ শৃঙ্গাৰৰ লগত খাপ খাই পৰা হাস্যৰ সংযোগ কৰিবলৈ বিদূষকৰ চৰিত্ৰৰ অৱতাৰণা একান্ত আৱশ্যক।

(৩) শকুন্তলাক দেখাৰ পাছত ৰজাৰ মনত কেনে প্ৰতিক্ৰিয়া হৈছে তাক বুজিবলৈ বিদূষকৰ স্বগতোক্তিয়ে দৰ্শকক সঁকিয়াই দিয়ে। কিয়নো, বিদূষকৰ স্বগতোক্তিৰ পাছতে ৰজাই শকুন্তলাৰ প্ৰতি অনুৰক্তি প্ৰকাশ কৰাৰ অৱকাশ পাইছে।

৫। সেনাপতিৰ উপস্থিতিয়ে কাৰো কাৰো মনত সন্দেহৰ সৃষ্টি কৰিছে যে নাট্যকাৰে এই চৰিত্ৰটিৰ অৱতাৰণা নকৰাকৈয়ে অথবা মৃগয়াৰ গুণাগুণ সেনাপতিৰ মুখেৰে প্ৰকাশ নকৰাকৈয়ে, মৃগয়া স্থগিত ৰখাৰ আদেশ জাৰি কৰিব পাৰিলেহেঁতেন। অৱশ্যে সেনাপতিৰ চৰিত্ৰ সমাবেশৰ সমৰ্থনতো কেতবোৰ যুক্তি নোহোৱা নহয়। (১) সেনাপতিৰ চৰিত্ৰ সৃষ্টিৰ মাজেৰে কৰিয়ে তদানীন্তন কালৰ ৰাজভক্ত বিষয়াৰ অৱস্থিতি সম্বন্ধে দৰ্শকৰ মনোযোগ আকৰ্ষণ কৰিছে। (২) সেনাপতিয়ে মৃগয়াৰ সজগুণবোৰে ৰজাৰ চাৰিত্ৰিক উৎকৰ্ষ সাধনত কেনেদৰে সহায় কৰিছে তাকো উদঙাই কৈছে। অন্যথাই ৰজাই অকল বা সনাসক্ত' বুলি অপবাদ পালেহেঁতেন। (৩) যিহেতু সেনাপতি মৃগয়া বিষয়ক কাৰ্যৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰী, তেওঁক মাতি আনি ৰজাই প্ৰত্যক্ষভাবে মৃগয়া নিষেধৰ আজ্ঞা দি তপোবনৰ পীড়া নিবৃত্তিত নিশ্চিত আৰু নিশ্চিন্ত্য হৈছে।

৬। প্ৰথম সাক্ষাতৰপৰাই শকুন্তলাৰ প্ৰতি পোষণ কৰা প্ৰণয়ভাৱৰ বাবে ৰজাই আকৌ আশ্ৰমলৈ যাবলৈ উৎকণ্ঠিত হৈ আছিল যদিও তেওঁ তাৰ যথোচিত উপায় বিচাৰি পোৱা নাছিল। ১ম সাক্ষাতৰ সময়ত (১ম অঙ্কত) অনসূয়া আৰু প্ৰিয়ম্বদাই তেওঁক আশ্ৰমলৈ আকৌ যাবলৈ আমন্ত্ৰণ জনাই থৈছে যদিও তাৰ ছেলু লৈ তপোৱনত আকৌ প্ৰৱেশ কৰাটো ৰজাৰ মৰ্য্যাদাৰ অনুৰূপ হ'ব নোৱাৰে। আশ্ৰমৰ কোনো কোনো ঋষিয়ে এতিয়া তেওঁক চিনি পায়। এনে অৱস্থাত কৰিয়ে ৰজাক যেনেতেনে প্ৰকাৰে আশ্ৰমলৈ পঠিওৱাটো উচিত নহ'ব বুলি বুজিছিল। কিন্তু নাটকীয় ঘটনাৰ উত্তৰোত্তৰ বিকাশৰ বাবে ৰজাৰ পুনঃচৰাৰ আশ্ৰম প্ৰৱেশ নিতান্ত আৱশ্যকীয়। বিদূষকৰ সমুখত ৰজাই আশ্ৰমলৈ আকৌ যোৱাৰ ইচ্ছা প্ৰকাশ কৰি কৈছে, 'চিন্তয় তাৱৎ কেনাপদেশেন পুনৰাশ্ৰমপদং গচ্ছামঃ।' তাৰ উত্তৰত বিদূষকে ক'লে, 'কোঅপৰোঅপদেশো যুষ্মাকং ৰাজাম্। নীৱাৰষষ্ঠভাগমস্মাকমুপহৰন্তু ইতি।' তেতিয়া ৰজাই ক'লে, 'তপঃ ষড্ভাগমক্ষয্যং দদাতি আৰণ্যকো হি নঃ।' গতিকে এনে কাৰণত তেওঁ আকৌ আশ্ৰমলৈ যাব নোৱাৰে। সেইবাবে নাট্যকাৰে ৰজাক আকৌ এবাৰ আশ্ৰমলৈ পঠাবলৈ অতি অভিনৱ অথচ যুক্তিসম্মত আৰু ৰজাৰ কাৰণে কৰ্তব্যস্বৰূপ উপায় এটিৰ উদ্ভাৱন

কৰিছে। অৱশ্যে নাট্যকাৰে তাৰ পথ আগতেই মুকলি কৰিয়েই থৈছিল, যদিও সি দৰ্শকৰ চকুত ফৰিংফুটা হৈ পৰা নাছিল। ১ম অঙ্কতে বৈখানসে ৰজাক আশ্ৰম দৰ্শনৰ বাবে আমন্ত্ৰণ কৰোঁতে ৰজাই ঋষিক সুধিছে, অপি সন্নিহিতোঽত্ৰ কুলপতিঃ? উত্তৰত ঋষিয়ে কৈছে, 'ইদানীমেৱ দুহিতৰং শকুন্তলামতিথিসৎকাৰায় নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থংগতঃ।' এই বাক্যৰ দুমুখীয়া তাৎপৰ্য সম্বন্ধে ওপৰত আলোচনা কৰি অহা হৈছে। এতিয়া ইয়াৰ মৰ্ম আমি এইখিনিলে উপলব্ধি কৰিলেই যথেষ্ট যে ৰজাই আশ্ৰমৰ ওচৰত মৃগয়াৰ বাবে অৱস্থান কৰা সময়ত কুলপতি কণ্ব সোমতীৰ্থলৈ গৈছিল। সেইসময়তে আশ্ৰমত অনুষ্ঠিত হ'বলগীয়া ইষ্টি পৰিসমাপ্তিত ৰাক্ষসসকলে বিঘিনি ঘটাইছিল। এতেকে কুলপতিৰ অবৰ্তমানত সেই বিঘিনি আঁতৰাবলৈ ঋষিসকলে ৰজাৰ ওচৰত আবেদন জনালেহি। একে সময়তে ইয়াৰদ্বাৰা ৰজাৰ অভীষ্টসিদ্ধি আৰু ঋষিসকলৰ ইষ্টিসিদ্ধিৰ উপায় ওলাল। গতিকে ১ম অঙ্কতে আশ্ৰমত কণ্বৰ অনুপস্থিতি ঘোষণা কৰাৰ অন্তৰালত কালিদাসৰ নাট্য-পৰিকল্পনাৰ চাতুৰ্য দেখা পোৱা যায়। আশ্ৰমৰ অনতিদূৰত ৰজাই ঘাঁহৰ পাতি থকা কথা বৈখানস প্ৰভৃতিয়ে জানিছিল। সেইবাবে যজ্ঞবিঘ্ন নাশৰ কাৰণে ঋষিসকলে ৰজাক আশ্ৰমত দিনদিয়েকলৈ থাকিবলৈ অনুৰোধ কৰাটো তেনেই স্বাভাৱিক আৰু উজু হৈছে।

৭। ৰজাই আশ্ৰমলৈ যোৱাৰ উপায় পালে আৰু এই বিদূষককো আশ্ৰমলৈ লগত নিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। শকুন্তলাৰ ৰূপ দৰ্শন কৰি দৃষ্টিশক্তি সাৰ্থক কৰাৰ অভিলাষ বিদূষকৰো আছিল। পাছে যেনিবা ৰাক্ষসৰ নাম শুনি তেওঁৰ সেই হেপাহ কলিতে মৰহি যোৱাৰ উপক্ৰম হ'ল। এনে সময়তে ৰজাৰ আশ্ৰম যাত্ৰাৰ পথত আন এটা বাধা আহি পৰিল। ৰাজধানীৰপৰা ৰাজমাৰে কৰভক নামে দূতৰ মুখেৰে সিদিনাৰপৰা ৪ৰ্থ দিনত কৰিবলগীয়া উপবাসৰ পাৰণৰ দিনৰ ৰজাৰ উপস্থিতি কামনা কৰি পঠিওৱা বতৰা এটি ৰজাই পালে। এতিয়া ৰজাই মাতৃৰ আদেশ পালন কৰি ৰাজধানীলৈ উভতিযাবলগীয়া পৰিস্থিতি হ'লহি। আনফালে তেওঁ ঋষিসকলৰ আমন্ত্ৰণ গ্ৰহণ কৰি আশ্ৰমলৈ যাব বুলি ঋষিকুমাৰ দুজনক কৈ পঠিয়ালে। ৰজাক উভয় সঙ্কটত পৰা যেন দেখা গ'ল। এইখিনিতে নাট্যকাৰৰ নাট্য-পৰিকল্পনাৰ এক চাতুৰ্য আকৌ প্ৰকাশ পাইছে।

ৰজাই ঋষিসকলৰ আমন্ত্ৰণকে আগঠাই দিলে। তেওঁ বিদূষকক মাকৰ ওচৰলৈ সসৈন্যে পঠিয়াই দিলে আৰু নিজে দাৰুণ ইষ্টিবিঘ্ন দূৰ কৰিবলৈ আশ্ৰমত থাকিবলৈ সিদ্ধান্ত ল'লে। এই সিদ্ধান্তৰদ্বাৰা কৱিয়ে কেইবাটিও নাটকীয় উদ্দেশ্য সাধন কৰিলে ঃ (১) আপাততঃ ৰজাই আশ্ৰমত থাকিবলৈ সংকল্প লৈ ঘৰুৱা বা ব্যক্তিগত কাৰ্য সাধনৰ চিন্তা কৰাতকৈ ৰাজহুৱা কাৰ্যৰ চিন্তাক আগ ঠাই দিলে। ৰাজমাওৰ ব্ৰতৰ পাৰণাত ৰজাৰ উপস্থিতি নিতান্ত এক ঘৰুৱাহি কথা। কিন্তু ঋষিসকলৰ ইষ্টিবিঘ্ন নিবাৰণ এটি ৰাজহুৱা দায়িত্ব বা কৰ্তব্য। প্ৰজাৰঞ্জক ৰজাই সেই বাবে পিছৰটিক অগ্ৰাধিকাৰ দিয়াই স্বাভাৱিক। (২) প্ৰকৃততে শকুন্তলা-দুষ্যন্তৰ প্ৰণয় পৰিণত অৱস্থা পাবলৈ আশ্ৰমত ৰজাৰ উপস্থিতি একান্ত বাঞ্ছনীয়। যজ্ঞবিঘ্ন দূৰ কৰা সময়তে শকুন্তলাৰেসৈতে ৰজাই পুনঃ পুনঃ সাক্ষাৎ কৰিবলৈ অৱসৰ পোৱা সম্ভৱ। (৩) নাটকীয় কাহিনীৰ প্ৰয়োজনত পিছৰটোৱে মুখ্যস্থান পোৱা উচিত

যদিও তাক সম্প্রতি গৌণৰূপত দেখুৱাৰ অৰ্থ হৈছে এয়ে যে ৰাজ্যৰ ৰজা এজনে ৰাজকাৰ্য ত্যাগ কৰি প্ৰণয় ব্যাপাৰত অধিক ব্যস্ত হৈ পৰাটো শাস্ত্ৰ আৰু প্ৰজাৰ চকুত দোষণীয় হোৱাৰ সম্ভাৱনা থাকে। এতেকে এটি যুক্তিসঙ্গত ৰাজগুৱা কাৰণত আশ্ৰমত থাকি তাৰ লগে লগে ব্যক্তিগতভাৱে প্ৰণয়-পৰিণয়ত ব্যাপৃত হ'লে ৰজাৰ চৰিত্ৰ অম্লান হৈ থোৱা স্বাভাৱিক।

বিদূষকক ৰাজধানীলৈ ঘূৰাই পঠিওৱাৰ মাজতো নাট্য উদ্দেশ্য আৰু কৌশল লুকাই আছে। (১) আপাততঃ ৰজাই মাতৃৰ দৰে গুৰুজনৰ আদেশ অমান্য কৰিব নোৱাৰে। যজ্ঞবিঘ্ন দূৰ কৰিবলৈ ঋষিসকলৰপৰা কোনো আমন্ত্ৰণ নোপোৱাকৈ অকল মৃগয়াতে ব্যস্ত থকা হ'লে, শকুন্তলাৰ প্ৰতি ওপজা প্ৰেমক সিমানতে জলাঞ্জলি দি ৰজাই মাতৃৰ আদেশ মানি ৰাজধানীলৈ উভতি যাব লাগিলহেঁতেন। অন্যথাই ৰজাক অতিশয় প্ৰণয়াসক্ত আৰু গুৰুৰ বাক্য লঙ্ঘনকাৰী বুলি দোষ দিব পৰা গ'লহেঁতেন। কিন্তু মাতৃৰ ব্ৰতৰ পাৰণতকৈ ঋষিসকলৰ যজ্ঞক্ৰিয়া আৰু তাক সুৰক্ষা দিয়াটো অধিক গুৰুত্বপূৰ্ণ কথা। গতিকে তাৰ বাবে ৰজা আশ্ৰমত থকাটো নিতান্ত উচিত হৈছে। তাৰদ্বাৰা অৰণ্যে নাট্যকাৰে ১ম ঙ্কত অঙ্কুৰিত হোৱা প্ৰেমৰ উত্তৰোত্তৰ বিকাশ ঘটোৱাত সুযোগ পাইছে। (আচলতে নাট্য-প্ৰয়োজনতে নাট্যকাৰে দুষ্যন্তক নাট্যকাৰে আশ্ৰমত ৰাখিছে। যজ্ঞবিঘ্নত নাটকীয় প্ৰয়োজন সাপেক্ষ কথা। এনে প্ৰয়োজন সৃষ্টিতে নাট্যকাৰৰ কুশলতা দেখা গৈছে)।

(২) মাতৃৰ ওচৰলৈ ৰজাৰ তেওঁৰ প্ৰিয়বন্ধু পঠাবলৈ মনস্থ কৰি ক'লে, 'সখে ত্বমপ্যম্বয়া পুত্ৰ ইতি প্ৰতিগৃহীতঃ। অতো ভৱানিতঃ প্ৰতিনিবৃত্ত্য তপস্বিকাৰ্যব্যগ্ৰমানসং মামবেদ্য তত্ৰভৱতীনাং পুত্ৰকৃত্যমনুষ্ঠাতুমৰ্হতি।' এইদৰে কৈ বিদূষকক ৰাজধানীলৈ পঠোৱা হ'ল। অন্যথাই বিদূষক দুষ্যন্ত-শকুন্তলাৰ পৰৱৰ্তী মিলনৰ সাক্ষী হৈ থোৱাৰ সম্ভাৱনা আছিল। বিদূষকে শকুন্তলাৰ নামমাত্ৰ জনাতকৈ অধিক কথা ৰজা আৰু শকুন্তলাৰ প্ৰেম-পৰিণয়ৰ অধিক কথা- জনা হ'লে ভৱিষ্যতে নাটকীয় কাহিনীৰ বিকাশত জটিলতা সৃষ্টি হোৱাৰ সম্ভাৱনা আছিল। সেয়ে হ'লে অভিশাপ আৰু অভিজ্ঞানৰ সৌন্দৰ্যও হানি হ'লহেঁতেন। কিয়নো, বিদূষকে ৰজাক স্মৰণ কৰাই দি নাট্য-কুতূহল নষ্ট কৰি দিলেহেঁতেন। (৩) আকৌ বিদূষকে ৰজাৰপৰা বিদায় লোৱা সময়ত ৰজাই 'ন খলু সত্যমেৱ তাপসকন্যায়াং মমাভিলাষঃ' বুলি কৈ শকুন্তলাৰ কথা চৰ্চা কৰাৰপৰা বিদূষকক সম্পূৰ্ণ অব্যাহতি দি থৈছে। অন্যথাই বিদূষকে অন্তঃপুৰত শকুন্তলাৰ কথা কৈ ফুৰি সকলোকে সজাগ কৰি ৰাখি শকুন্তলাক ৫ম অঙ্কত প্ৰত্যাখ্যান কৰা অসম্ভৱ কৰি তুলিহেঁতেন। ফলত, ৫ম অঙ্কতে নাটকৰ যৱনিকা পৰিলহেঁতেন। (৪) বিদূষকেৰে সৈতে সৈন্যবাহিনীটিও ৰজাই ঘূৰাই পঠিয়াইছে, যাতে আশ্ৰমৰ শান্ত পৰিবেশ ক্ষুণ্ণ নহয়। তাৰ ফলত ৰজাই যজ্ঞৰক্ষা কৰা সময়ত বাহিৰে মুকলিমুৰীয়াকৈ প্ৰণয় ব্যাপাৰৰ বাবে সুযোগ-সুবিধা পালে। তাৰ সাক্ষ্য দিবলৈ ৰজাৰ পক্ষত কোনো বাকীও নৰ'লগে। (৫) কৰভকৰ দৌত্যৰ মাজেৰে ৰাজমাতৃৰ পুত্ৰপিণ্ডব্ৰতৰ কথা দোহাৰি ৰজাৰ অনপত্যতাৰ প্ৰতি দৰ্শকৰ মনোযোগ আকৰ্ষণ কৰি তেওঁৰেসৈতে ভৱিষ্যতে শকুন্তলাৰ মিলনত সহানুভূতি সৃষ্টি কৰা হ'ল।

৮। দ্বিতীয় অঙ্কত শকুন্তলাৰ পৰোক্ষ ৰূপ বৰ্ণনাৰে কৱিয়ে নিজৰ বৰ্ণনা প্ৰতিভাৰ পৰিচয় দিছে। সাৱলিল শব্দ আৰু অলঙ্কাৰৰ সুপ্ৰয়োগ কৰি বিবিধ ছন্দত ৰচনা কৰা শ্লোকসমূহ ১ম অঙ্কত পোৱা দৰে সঙ্গীতময় আৰু অৰ্থপূৰ্ণ। মৃগয়াৰ বৰ্ণনা কৰা শ্লোক দুটিও মধুৰ।

৯। এই অঙ্কত নাট্যকাৰে চৰিত্ৰ চিত্ৰণ আৰু পৰিৱেশনতো স্বকীয় দক্ষতাৰ পৰিচয় দিছে। বিদূষকৰ হাস্য-মধুৰ চৰিত্ৰটিয়ে দৰ্শকৰ অন্তৰ স্পৰ্শ কৰিছে। সেনাপতিৰ নাতিদীৰ্ঘ মৃগয়াবিষয়ক উদাত্ত ভাষণ বিদ্যুতলেখাৰ দৰে চমকপ্ৰদ আৰু শোভনীয়। সেনাপতিৰ ৰাজভক্তি আৰু কৰ্তব্যনিষ্ঠাও মনলাগিবলগীয়া। ঋষিকুমাৰ দুজনৰ বিনয়-বাক্য সমন্বিত মধুৰ আলাপো মৰ্মস্পৰ্শী হৈছে। এই অঙ্কটিৰ ঘটনাৰ গতিবেগ ১ম অঙ্কৰ তুলনাত ক্ষিপ্ৰতৰ হৈছে। চৰিত্ৰবিলাকৰ সঘন যাতায়াত আৰু মিতভাষিতাৰ মাজত কৱিগুৰুৰ নাটকীয় বস্তু বৰ্ণনাত সংযমীশীলতা গতিময়তা লক্ষ্য কৰা যায়। ক'তো অকণো স্থবিৰতা বা অনৰ্থক বাগাড়ম্বৰৰ চাপ পৰা নাই। সকলো নিয়মিত আৰু নীতিনিষ্ঠ হৈছে। ২য় অঙ্কত প্ৰয়োজিত নাট্য-পৰিকল্পনাই সমগ্ৰ নাটকৰ ওপৰতে সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিছে।

এই অঙ্কৰ অন্তত ৰজাই বিদূষকক সতৰ্ক কৰি দি 'ক্ব বয়ং ক্ব পৰোক্ষমন্মথ মৃগশাৱৈঃ সমমেধিতো জনঃ। পৰিহাসবিজল্পিতং সখে পৰমাৰ্থেন ন গৃহ্যতাং বচঃ।' বুলি ক'লেও দৰ্শকৰ অন্তৰত ইয়াৰ ওলোটা ৰূপটোহে প্ৰতিফলিত হয়গৈ। সেইদৰে ৰজাই ঋষি গৌৰৱহেতু আশ্ৰমলৈ গ'লেও আৰু তাপস কন্যাত তেওঁৰ অভিলাষ লুকালেও দৰ্শকৰ মনত ১ম অঙ্কত দেখি অহা নায়ক-নায়িকাৰ সাক্ষাতৰ স্মৃতি সজীৱ হৈ থকাত পৰৱৰ্তী অঙ্কত তেওঁলোকৰ পুনৰ্মিলনৰ আকাঙ্খ্যা অধিক হয়। সেয়ে দৰ্শকে ৩য় অঙ্কত যজ্ঞকাৰ্য দেখাতকৈ নায়ক-নায়িকাৰ ২য় সাক্ষাৎ পুনশ্চ দেখিবলৈ অপলকনেত্ৰেৰে মঞ্চলৈ দৃষ্টিপাত কৰা স্বাভাৱিক। হয়তোবা, কালিদাস নহৈ আন নাট্যকাৰ হোৱাহেতেন নায়ক-নায়িকাক নেদেখুৱাই ৩য় অঙ্কত যজ্ঞকাৰ্য দেখুৱাৰ প্ৰয়াস পালেহেতেন।

## ৩য় অঙ্ক

১। এই অঙ্কৰ আদিত এটি বিষ্কম্ভক আছে। মূল অঙ্কটি দুটা দৃশ্যত বিভক্ত।

**বিষ্কম্ভক ঃ-** এজন শিষ্যাই ৰাতিপুৱা যজ্ঞৰ বাবে কুশ সংগ্ৰহ কৰে। তেওঁ আশ্ৰমত দুষ্যন্তৰ প্ৰভাৱৰ কথা সোঁৱৰে আৰু শকুন্তলাৰ অসুস্থতাৰ কথা কয়।

**১ম দৃশ্য ঃ** বিৰহবিধুৰ দুষ্যন্তই মালিনীৰ তীৰলৈ শকুন্তলাক বিচাৰি যায়।

**২য় দৃশ্য ঃ** মাধৱী কুঞ্জত বিচৰণ কৰা শকুন্তলাক সখীয়েকসকলে শুশ্ৰূষা কৰি থকা অৱস্থাত ৰজাই দেখা পালে। শকুন্তলাই ৰজালৈ প্ৰেম-পত্ৰ লিখে। ৰজা আৰু প্ৰিয়ম্বদা-অনসূয়াৰ মাজত শকুন্তলাৰ বিষয়ে কথা-বতৰা অনুষ্ঠিত হয়। ৰজাই শকুন্তলাৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিয়ে। গৌতমীৰ আগমনত প্ৰণয়ী যুগলৰ প্ৰেমালাপাত বাধা পৰে। শকুন্তলা কুটীৰলৈ যায়।

২। বিষ্কম্ভকত কোনো এজন শিষ্যাই যজ্ঞৰ কাৰণে কুশ আহৰণ কৰি স্বগতোক্তিৰ জৰিয়তে আশ্ৰমত দুষ্যন্তৰ প্ৰভাৱপূৰ্ণ অৱস্থিতিৰ কথা কয়। দুষ্যন্তই আশ্ৰমত

প্ৰৱেশ কৰা মাত্ৰেই ৰাক্ষসসকলৰ উপদ্ৰৱ নোহোৱা হয়। ধনুত শৰ জুৰিবলৈ আৱশ্যক নহ'ল, ধনুষ্টঙ্কাৰ শুনিয়েই যজ্ঞৰ বিঘিনি আঁতৰ হ'ল।

এনেতে প্ৰিয়ম্বদাই উশীৰ অনুলেপন আৰু মৃণালৰসৈতে পদুমৰ পাত নিয়া দেখা পাই কৌতূহলবশতঃ শিষ্যজনে সেইবোৰ নিয়াৰ কাৰণ সুধি উত্তৰত প্ৰিয়ম্বদাৰপৰা শুনিবলৈ পালে যে ৰ'দৰ তাপত শকুন্তলা অসুস্থ হৈছে আৰু তেওঁৰ শৰীৰ জুৰাবলৈ সেই উপাদানবোৰৰ আৱশ্যক হৈছে। শিষ্যজনে কণ্বৰ জীৱনৰ সৰ্বস্বস্বৰূপ শকুন্তলাৰ ভাল যত্ন লবলৈ কয় আৰু গৌতমীৰ হাতত যজ্ঞৰ শান্তিজল পঠিয়াই দিব বুলি জনায়।

৩। প্ৰথম দৃশ্যৰ ৰজা দুষ্যন্তই আশ্ৰমত যজ্ঞবিঘ্ন দূৰ কৰি অৱসৰ সময়ত শকুন্তলাক এটিবাৰ চাই বিৰহত জৰ্জৰিত অন্তৰত সান্ত্বনা লভিবলৈ মালিনীৰ তীৰত থকা বেতসকুঞ্জলৈ যায়। ৰজাই গছৰ আঁৰৰপৰা পুষ্পশয্যাত শুই থকা অসুস্থ শকুন্তলাক দুই সখীয়েকে শুশ্ৰূষা কৰি থকা দেখা পায়। প্ৰথম অঙ্কৰ দৰে গছৰ আঁৰত থাকিয়েই তেওঁ তেওঁলোকৰ মাজত হোৱা কথা-বতৰা শুনে। অনসূয়া আৰু প্ৰিয়ম্বদাই শকুন্তলাৰ মানসিক দুৰৱস্থাৰ কাৰণ বাৰে বাৰে সুধিলত অৱশেষত শকুন্তলাই নিজৰ মনৰ কথা ব্যক্ত কৰে। ৰজাক দেখিবৰেপৰা, তেওঁৰ কথা চিন্তা কৰি শকুন্তলা অসুস্থা হোৱা বুলি জানিবলৈ পাই দুই সখীয়েকে ৰজাক সেই বিষয়ে জনাবলৈ নখেৰে পদুমৰ পাতত এখন প্ৰেমপত্ৰ ৰচনা কৰিবলৈ শকুন্তলাক কয়। পত্ৰ লিখি উঠি শকুন্তলাই সখীয়েকহঁতক পঢ়ি শুনিবলৈ লওঁতেই সকলো কথা শুনি থকা ৰজাই আত্মপ্ৰকাশ কৰি নিজৰ বিৰহ অৱস্থাৰ কথা তাপসকন্যাসকলক জানিবলৈ দিয়ে। তেতিয়া প্ৰিয়ম্বদাই শকুন্তলাৰ জীৱন ৰক্ষা কৰিবলৈ ৰজাক অনুৰোধ কৰে। অনসূয়াই শকুন্তলাক মৰ্যাদাৰ পদত থাপিবলৈ ৰজাক অনুৰোধ কৰে। তাৰ উত্তৰত ৰজাই শকুন্তলাক পত্নীসকলৰ মাজত প্ৰধান মহিষীৰ আসনত প্ৰতিষ্ঠা কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে (পৰিগ্ৰহবহুত্বেৎ পি— ৩/১৮)। তেতিয়া দুয়ো সখীয়েকে মৃগ পোৱালি এটিৰ মাকক বিচৰাৰ ছলেৰে শকুন্তলাক ৰজাৰ ওচৰত এৰি থৈ যায়। এই অৱসৰতে ৰজাই শকুন্তলাক তেওঁৰেসৈতে গান্ধৰ্ববিৱাহত সোমাবলৈ সন্মত কৰাবলৈ যত্ন কৰে। শকুন্তলাই নিজক পৰাধীন বুলি কয়। অন্ততঃ সখী দুজনীক সুধিহে গান্ধৰ্ব বিয়াত সন্মতি জনাব পাৰিব বুলি কয়। ৰজাই আঁতৰি যাব খোজা শকুন্তলাক হাতত ধৰি ৰাখিবলৈ যত্ন কৰাত শকুন্তলাই ৰজাক সাৱধান কৰি দিয়ে। ৰজাই শকুন্তলাৰ অধৰপানৰ বাবে চেষ্টা কৰোঁতেই নেপথ্যত সখীয়েকহঁতে গৌতমীৰ আগমনৰ সঙ্কেত দিয়ে। গৌতমীয়ে দুৰ্বা আৰু যজ্ঞৰ শান্তিজল লৈ তাত ওলায় আৰু শকুন্তলাক কুটীৰলৈ লৈ যায়। শকুন্তলাই সঙ্কেতেৰে ৰজাক আকৌ আমন্ত্ৰণ কৰি বিদায় লয়। মিলনত বাধা পাই ক্ষন্তেকলৈ শকুন্তলাৰ কথা ভাবি থকা ৰজাই যজ্ঞভূমিত তৃতীয় সৱনৰ সময়ত পিশাচ আদিৰ আৱিৰ্ভাৱ হোৱা কথা নেপথ্যত শুনিবলৈ পায়। তেওঁ ততালিকে যজ্ঞশালালৈ যায়।

৪। বিষ্কম্ভকত একমাত্ৰ শিষ্যৰ স্বগতোক্তি আৰু প্ৰিয়ম্বদাৰ প্ৰত্যুত্তৰে নাটকীয় কাহিনীৰ বিকাশত দুই প্ৰকাৰে সহায় কৰিছে। (১) দুষ্যন্তই ঋষিসকলৰ আমন্ত্ৰণক্ৰমে

আশ্রমত উপস্থিত হোৱাত ৰজাৰ বিধিনিষেধ স্বাভাৱিকভাৱে আঁতৰি যায়। তাৰ বাবে কোনো বিশেষ যত্নৰ আৱশ্যক নহ'ল। (২) শকুন্তলাৰ অসুখৰ প্ৰতিকাৰ কৰিবলৈ 'প্ৰিয়ম্বদাই উশীৰ অনুলেপন, মৃণালৰ ঠাৰি আৰু পদুমৰ পাত আহৰণ কৰে। ৰ'দৰ তাপত শকুন্তলা অসুস্থ হোৱা বুলি প্ৰিয়ম্বদাই ক'লেও দৰ্শকে সেয়া নায়িকাৰ প্ৰণয়পীড়া বুলি বুজিবলৈ অসুবিধা নহয়। (৩) গতিকে এই কথাংশই দৰ্শকক পিছৰ ঘটনাৰাজিলৈ সাজু হ'বলৈ উদগায়।

৫। প্ৰথম অঙ্কত নায়ক-নায়িকাৰ অন্তৰত যি প্ৰেমৰ বীজ অঙ্কুৰিত হৈছিল সি দ্বিতীয় অঙ্কত দুয়োৰে অন্তৰত নিভৃতে প্ৰসাৰতা লাভ কৰিবলৈ ধৰে। এতিয়া ৩য় অঙ্কত সেই প্ৰেম সাৰ্থকতা লাভ কৰাৰ পথত। প্ৰিয়ম্বদা আৰু অনসূয়াই সখীয়েকৰ স্বাৰ্থৰক্ষাৰ প্ৰতিশ্ৰুতি ৰজাৰপৰা আদায় কৰাৰ পাছত তেওঁলোকৰ সম্মতিক্ৰমে শকুন্তলাই ৰজাৰ হাতত সৰ্বস্ব দান কৰিবলৈ অগ্ৰসৰ হ'ল। এই অঙ্কত প্ৰণয়ীযুগলে কামজ প্ৰেম চৰিতাৰ্থ কৰিবলৈ লওঁতে গৌতমীৰ উপস্থিতিয়ে তাত বাধাৰ সৃষ্টি কৰে। ইয়াৰ পিছত যে তেওঁলোকৰ মাজত গান্ধৰ্ববিবাহ অনুষ্ঠিত হৈছে আৰু মিলন সম্ভৱপৰ হৈছে তাত সন্দেহ নাই।

৬। এই অঙ্কত দুষ্যন্তই মাজে মাজে ভাবাৰ মাজেৰে আৱেগিক ভাব প্ৰকাশ কৰি গ'লেও সংযমৰ বান্ধ প্ৰায় অটুট আছে। শকুন্তলাৰ অধৰ পানৰ বাবে কৰা ৰজাৰ চেষ্টাকো সংযত কৰিবলৈহে নাট্যকাৰে গৌতমীক উপস্থিত কৰিছে। প্ৰণয়ী যুগলৰ কামনা চৰিতাৰ্থৰ বাটত শকুন্তলাৰ কন্যাসুলভ লজ্জাৰ কথাও উল্লেখযোগ্য। সি যি হওক দুই প্ৰণয়ী বহু আকাঙ্ক্ষিত মিলনৰ বাবে ৩য় অঙ্কত এটি বুজা পৰা হোৱাটো লক্ষণীয় বিষয়। শকুন্তলা স্বাধীন নহয় বুলি কোৱাত ৰজাই গুৰুজনৰ ভয় আঁতৰাবলৈ ইতিপূৰ্বে গান্ধৰ্ব প্ৰথাৰে প্ৰণয়ী যুগলৰ মাজত অনুষ্ঠিত ভালেমান বিয়া পিতৃ-মাতৃ বা গুৰুজনৰ অনুমোদিত হোৱাৰ দৃষ্টান্ত দাঙি ধৰে। তথাপি শকুন্তলাই তাৰ বাবেও প্ৰিয়ম্বদা আৰু অনসূয়াৰ পৰামৰ্শ বিচাৰিব বুলি কয়।

৭। ৩য় অঙ্কত প্ৰিয়ম্বদা আৰু অনসূয়াৰ চৰিত্ৰয়ো নায়ক-নায়িকাৰ সৈতে বিকশিত হৈছে। শকুন্তলাৰ প্ৰতি দুই সখীয়েকৰ স্নেহৰ পৰাকাষ্ঠা এই অঙ্কত বহু পৰিমাণে প্ৰকাশ পাইছে। ৰজাৰ প্ৰতি শকুন্তলাৰ হৃদয়ত অঙ্কুৰিত হোৱা প্ৰণয়ৰ ভাব উদ্‌ঘাটন কৰিবলৈ দুই সখীয়ে পৰম যত্ন কৰিছে; কাৰণ ৰোগ নিৰ্ণয় হ'লেহে চিকিৎসাৰ ব্যৱস্থা কৰিবলৈ সুচল হয় (বিকাৰংখলু পৰমাৰ্থতোঽজ্ঞাত্বাঽনাৰম্ভ প্ৰতীকাৰস্য)। যি মুহূৰ্ততে ৰোগিনীয়ে নিজৰ ৰোগৰ লক্ষণ শুশ্ৰূষাকাৰিণী সখীসকলৰ সমুখত ব্যক্ত কৰিছে, তেওঁলোকে সেই মুহূৰ্ততে ৰোগ উপশমৰ কাৰ্যকৰী ব্যৱস্থা হাতত লৈছে। প্ৰিয়ম্বদাই শকুন্তলাৰ অৱস্থা দেখি কৈছে, 'অনসূয়ে দূৰগত মন্মথা অক্ষমেয়ং কালহৰণস্য।' শকুন্তলাই যিহেতু দুষ্যন্তৰ দৰে ৰজা এজনৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বিচাৰিছে তাত বাধা দিবলৈও সখীসকলৰ একো নাই। বৰঞ্চ সখীয়েকৰ এই সিদ্ধান্ত অভিনন্দনৰ যোগ্য বুলি। বিবেচিত হ'ল (সাগৰ মুক্তিত্বা কুত্ৰ বা মহানদ্য-ৱতৰিত। ক ইদানীং সহকাৰমন্তৰেণাতিমুক্তলতাং পল্লৱিতাং সহতে)।' তেওঁলোকে শকুন্তলাৰ প্ৰিয়সংযোগৰ বাবে এনে এক উপায় বিচাৰিছে যি হ'ব গোপনীয়, ক্ষিপ্ৰ আৰু সহজ সাধ্য (নিভৃতমিতি চিন্তনীয়ং ভৱেৎ। শীঘ্ৰম্ ইতি সুকৰম্)। সেয়েহে তেওঁলোকে শকুন্তলাৰ হতুৱাই ৰজালৈ প্ৰেমপত্ৰ লিখি

পঠোৱাকে উৎকৃষ্ট উপায় বুলি ভাবিলে। পত্ৰৰ মৰ্ম বুজি ৰজা তাত ওলোৱাত প্ৰিয়ম্বদাই ৰজাক কৈছে, 'তেন হীয়মাৱয়োঃ প্ৰিয়সখী ত্বামুদ্দিশ্য ইদমৱস্থান্তৰং ভগৱতা মদনেন আৰোপিতা। তদৰ্হস্যভ্যুপপত্যা জীৱিতমস্যালম্বিতুম্।'অনসূয়াই ৰজাক কৈছে, 'বয়স্য বহুবল্লভা ৰাজানেঃ শ্ৰূয়ন্তে। যথা নৌ প্ৰিয়সখী বন্ধুজনশোচনীয়া ন ভৱতি তথা নিৰ্বাহয়।' দুয়ো শকুন্তলাক ৰজাৰ ওচৰত এৰি থৈ যোৱাত শকুন্তলাই 'হলা অশৰণাস্মি' বুলি কোৱাত দুয়োসখীয়ে উত্তৰ দিছে, 'পৃথিব্যাঃ যঃ শৰণং স তৱ সমীপে বৰ্ততে।'

নিজৰ শাৰীৰিক দুৰৱস্থা স্বত্বেও শকুন্তলাই স্ত্ৰীসুলভ লজ্জা ত্যাগ কৰা নাই। প্ৰিয়ম্বদাই ৰজাৰ আগত শকুন্তলাৰ অৱস্থান্তৰ প্ৰাপ্তিৰ কথা প্ৰকাশ কৰোঁতে ৰজাই 'সাধাৰণোঽয়ং প্ৰণয়ঃ' বুলি কোৱাত শকুন্তলাই কৈছে, 'হলা, কিমন্তঃপুৰবিৰহ পৰ্যুৎসুকস্য ৰাজৰ্ষেৰুপৰোধেন।' এই কথাই ৰজাক আঘাত কৰিছেগৈ। শকুন্তলাই গুৰুজনৰ প্ৰতি শ্ৰদ্ধা ত্যাগ কৰি ৰজাৰ ওচৰত প্ৰেম নিবেদন কৰা নাই। ৰজাই তেওঁৰ শুশ্ৰূষা কৰিব খোজাত তেওঁ 'ন মাননীয়েৰাত্মানম্ অপৰাধয়িষ্যে' বুলি কৈছে। ৰজাই তেওঁৰ হাতত ধৰি থমাওঁতেও 'পৌৰৱ ৰক্ষ বিনয়ম্। মদনসন্তপ্তাপি ন খল্বাত্মানঃ প্ৰভৱামি'। ৰজাই গান্ধৰ্ববিয়াৰ প্ৰস্তাৱ দিওঁতেও কৈছে, ভূয়োঽপি সখীজনমনুমানয়িষ্যে।' এনেবোৰ উক্তিয়ে শকুন্তলাৰ অন্তৰত গুৰুজন, আৰু সখীসকলৰ প্ৰতি থকা শ্ৰদ্ধাকেই অকলে প্ৰকাশ নকৰে, বৰঞ্চ তেওঁৰ আত্মসংযম, লজ্জা আৰু শ্লীলতাও দেখুৱাইছে। এই অঙ্কত তিনিওজনী তাপস কন্যাৰ মানৱীয় গুণৰাজ্যিৰ বিকাশ সাধনত কৱিজন ৰাকৈকে সফলকাম হৈছে। প্ৰতিটো চৰিত্ৰ ভাৰতীয় আদৰ্শৰ প্ৰতিমাৰূপে উপস্থাপিত হৈছে।

৮। এই অঙ্কত কালিদাসে আশ্ৰমত দুটি পৰস্পৰ বিৰোধী ভাৱক এক ঠাই কৰিছে। আশ্ৰম চিৰদিন ধৰ্মভূমি, শম তাৰ মূল ভাৱ আৰু(৯ ম ৰস)শান্তৰস তাত সদায় বিৰাজমান। হৃদয়ৰ দুৰ্বলতা আৰু সুকুমাৰ ভাৱৰ স্থান তাত নাই। মহাকৱি কালিদাসে আশ্ৰমৰ এই স্থায়ীভাৱ আৰু তপস্বীসকলৰ স্বভাৱ আদি সম্বন্ধেও ৰজাৰ মুখেৰেই যথেষ্ট তথ্য প্ৰকাশ কৰিছে। ১ম অঙ্কত 'শান্তমিদমাশ্ৰমপদং (১/১৫) ইত্যাদিত নিজৰ বাহু-স্ফুৰণ ৰূপ প্ৰিয়সমাগম সূচক নিমিত্ত দৰ্শন কৰি 'কুতঃ ফলমিহাস্য' বুলি ৰজা সন্দিগ্ধ হৈছে। শকুন্তলায়ো প্ৰথমবাৰ ৰজাক দেখি নিজৰ অন্তৰত দেখা দিয়া আবেগ-অনুভূতিক 'তপোবন বিৰোধী বিকাৰ' বুলি কৈছে। দ্বিতীয় অঙ্কত ৰজাই তপোবনৰ ওচৰত মৃগয়া নিষেধ কৰি কৈছেঃ-

শমপ্ৰধানেষু তপোধনেষু গূঢ়ংহি দাহাত্মকমস্তি তেজঃ।
স্পৰ্শানুকূলা ইৱ সূৰ্যকান্তস্তদন্যতেজোঽভিভৱাদ্বমন্তি॥

তাৰোপৰি ৩য় অঙ্কত ৰজাই আশ্ৰমত অনুষ্ঠিত হৈ থকা যজ্ঞৰ বিঘিনি দূৰ কৰিবলৈ নিযুক্ত হৈ তাত আছে। বিদূষকক শিষ্যজনৰ উক্তিৰ উপৰিও ৰজাই নিজে কৈছে, 'ক্ব নু খলু সংস্থিতে কৰ্মাণি সদস্যৈৰনুজ্ঞাতঃ খিন্নমাত্মানং বিনোদয়ামি।' অঙ্ক সমাপ্তিত তেওঁ আকৌ 'সাংযতনে সৱনকৰ্মণি সংপ্ৰবৃত্তে বেদিং হুতাশনৱতীং পৰিতঃ প্ৰশস্তাঃ' আদিৰে আশ্ৰমৰ শমভাৱ প্ৰাধান্যৰ কথাকে ঘোষণা কৰিছে। এতেকে আশ্ৰম হৈছে ভোগভূমিৰ বিপৰীত ধৰ্মভূমি। কিন্তু দুষ্যন্তৰ উপস্থিতিয়ে

সেই ধৰ্মভূমিক ভোগভূমিত ৰূপান্তৰিত কৰিলে। প্ৰথম আৰু তৃতীয় অঙ্কত আশ্ৰমৰ চিৰবিৰাজমান শমভাৱ ভঙ্গ পৰিছে। আনকথাত শৃঙ্গাৰৰসে শান্তৰসক গিলি পেলাই স্বকীয় প্ৰাধান্য বিস্তাৰ কৰিছে। ২য় অঙ্কত বিপ্ৰলম্ভ শৃঙ্গাৰৰ সৈতে হাস্য-বীৰাদি ৰসে গা কৰিছে। ৩য় অঙ্কত বৰ্ণিত সম্ভোগ শৃঙ্গাৰে আশ্ৰমৰ শমভাৱৰ বাৰুকৈয়ে বিপৰ্যাশয় কৰিছে বুলিব পাৰি। সেইবাবেই ৩য় অঙ্ক দুই পৰস্পৰ বিৰোধী ভাৱৰ সংঘাত ভূমিত পৰিণত হোৱা বুলি ক'লে অত্যুক্তি কৰা নহয়। সম্ভৱতঃ এনেবোৰ কাৰণৰ ভেটিতে এই অঙ্কৰ শেষত আহি পৰা অভিশাপৰ তাৎপৰ্যও বিচাৰ কৰি চাব পৰা যাব।

১। চৰিত্ৰসকলৰ প্ৰৱেশ আৰু প্ৰস্থানৰ ক্ষেত্ৰত নাট্যকাৰৰ কলাসুলভ নৈপুণ্য ৩য় অঙ্কটো প্ৰকাশ পাইছে। ৰজাই শকুন্তলা আৰু সখীয়েকসকলক বেতসকুঞ্জত দেখা মাত্ৰেই তাত উপস্থিত নহৈ তেওঁলোকৰ মুখত (বিশ্ৰম্ভ) আলাপ শুনিবলৈ গছৰ আঁৰত অপেক্ষা কৰিছে। শকুন্তলাৰ মুখৰপৰা ৰজাৰ প্ৰতি থকা প্ৰেমভাৱৰ কথা শুনিও তেওঁ ওলোৱা নাই। প্ৰেমপত্ৰখন মাতি শুনোৱাতহে তেওঁ অতি আবেগপূৰ্ণ অৱস্থাত আত্মপ্ৰকাশ কৰিছে, যাতে সেই চিঠি বহন কৰিবলৈ প্ৰিয়ম্বদাই কোনো কষ্ট কৰিবলৈ নেলাগে। তেনেদৰে সখী দুজনীয়ে বৰ চতুৰতাৰে শকুন্তলাক ৰজাৰ ওচৰত এৰি থৈ গৈছে। গৌতমীৰ উপস্থিতিৰ তাৎপৰ্য আৰু অধিক অৰ্থপূৰ্ণ। ৰজাই শকুন্তলাৰ অধৰপান কৰিবলৈ চেষ্টা কৰোঁতেই অথবা অধৰপান কৰিবলৈ নৌপাওঁতেই সখীসকলে ইঙ্গিতেৰে গৌতমীৰ আগমনৰ সম্ভেদ দি কৈছে, 'চক্ৰবাক্ৰবধূকে আমন্ত্ৰয়স্ব সহচৰম্। উপস্থিতা ৰজনী।' সেই সূচনা অনুসৰি শকুন্তলাই গৌতমীৰ উপস্থিতিৰ কথা ৰজাক জনাইছে, 'পৌৰৱ অসংশয়ং মম শৰীৰ বৃত্তান্তোপলম্ভায়াৰ্যা গৌতমীত এৱাগচ্ছতি। তদ্বিতপান্তৰিতো ভৱ।' এনে এক সংকীৰ্ণ মুহূৰ্তত গৌতমীৰ উপস্থিতিয়ে নাটকীয় প্ৰয়োজন পূৰাইছে। কিয়নো, নাট্যাচাৰ্যসকলৰ মতে অধৰ-পানাদি নাটকত দেখুৱা নিষিদ্ধ। (সাঃ দঃ ৬/১৭ আৰু দঃ ৰূঃ ৩/৩৯ দ্ৰষ্টব্য)। এই নাট্যবিধি মানি কৰিয়ে গৌতমীৰ সময়োচিত উপস্থিতিৰে ৰজাক ৰঙ্গমঞ্চৰ মাজজিয়াত অধৰ-পানৰপৰা বিৰত কৰিছে। 'চক্ৰবাকবধূকে' ইত্যাদিৰে শকুন্তলা আৰু ৰজাক নিশাটোৰ বাবে পৃথক হৈ থকাৰ ইঙ্গিত দিছে। [ ইয়াত চক্ৰবাক বধূশব্দে শকুন্তলাক, প্ৰিয়সহচৰ পদে ৰজাক আৰু ৰজনী পদে গৌতমীক নিৰ্দেশ কৰিছে আৰু গৌতমীয়ে ৰজাৰ উদ্দেশ্য চৰিতাৰ্থত বিঘ্ন হৈ দেখা দিছে।] হয়তো ইয়াৰ জৰিয়তে তেওঁলোকক গান্ধৰ্বীবিয়া হোৱালৈকে অপেক্ষা কৰিবলৈ কোৱা হৈছে। এনে সময়তে 'সৱন কৰ্মত' ভূতপ্ৰেতে জমোৱা বিঘিনিৰ উল্লেখ কৰি ৰজাক নিজ নিয়োগলৈ উভতি যোৱাৰ প্ৰেৰণা দি অভিনয় বিষয়ত মিতাচাৰ ৰক্ষা কৰা হৈছে। অন্যথাই ৰজাক অকলে ৰঙ্গমঞ্চত ৰাখিলে বাক্‌বাহুল্যৰ সম্ভাৱনা আছিল।

## চতুৰ্থ অঙ্ক

১। অঙ্কৰ আদিতে থকা বিষ্কম্ভকত প্ৰিয়ম্বদা আৰু অনসূয়াই উদ্যানত ফুল চিঙে। নৈপথ্যত পতিৰ চিন্তাত শকুন্তলা নিমগ্ন হৈ অতিথি দুৰ্বাসাক সংকাৰ কৰাত ব্যৰ্থ হয়। দুৰ্বাসাই অভিশাপ দিয়ে। প্ৰিয়ম্বদাই শাপ নিবৃত্তিৰ উপায় বিচাৰি

পৰা আদায় কৰে। মূল অঙ্কটো ৪টা দৃশ্যত বিভক্ত ঃ

(ক) ঋষিশিষ্যৰ প্ৰভাত দৰ্শন।

(খ) শকুন্তলাৰ বিদায়ৰ বাতৰি শুনি প্ৰিয়ম্বদা অনসূয়াই সখীৰ বাবে দ্ৰব্য সংগ্ৰহ কৰে।

(গ) তাপসীসকলে শকুন্তলাক আশীৰ্বাদ দিয়ে আৰু সখীহঁতে তেওঁক আভৰণ পিন্ধায়।

(ঘ) বিদায়ৰ দৃশ্য।

২। ইতিমধ্যে দুষ্যন্ত আৰু শকুন্তলাৰ মাজত গান্ধৰ্ব প্ৰথাৰে বিয়া হৈ গৈছে। ইষ্টি সমাপ্ত হোৱাৰ লগে লগে ঋষিসকলে ৰজা দুষ্যন্তক ইষ্টি সংৰক্ষণ কাৰ্যৰ পৰা অব্যাহতি দি বিদায় দিছে। ৰজাই আশ্ৰমবাসীসকলৰ লগতে শকুন্তলাৰপৰাও বিদায় লৈ ৰাজধানীলৈ উভতি গৈছে। তাৰপাছত এদিন শকুন্তলাৰ প্ৰিয়সখী অনসূয়া আৰু প্ৰিয়ম্বদাই সখীয়েকৰ সৌভাগ্য দেৱতাক পূজিবলৈ আশ্ৰমৰ কাননত ফুল তুলিবলৈ যায়। দুয়োজনী সখী শকুন্তলাৰ ভৱিষ্যৎ জীৱনৰ চিন্তাৰ উৎকণ্ঠিতা। দুয়ো দুধৰণে সেই উৎসকণ্ঠাৰ পৰিচয় দিছে। অনসূয়াই কৈছে যে যদিও ৰজা দুষ্যন্তৰ দৰে উপযুক্ত পাত্ৰেৰেসৈতে শকুন্তলা বিবাহ পাশত আৱদ্ধ হোৱাত তেওঁ সন্তোষ পাইছে, তথাপি সম্প্ৰতি ৰজা নগৰলৈ গৈ শকুন্তলাৰ কথা মনত কৰে নে নাই এই চিন্তাই তেওঁক (অনসূয়াক) বৰ ব্যতিব্যস্ত কৰিছে। কিন্তু প্ৰিয়ম্বদাই তেনে এজন সুন্দৰ আকৃতিমন্ত লোকৰ কথাত কিবা সন্দেহ কৰিবলগীয়া আছে বুলি নাভাবে। বৰঞ্চ তেওঁ দেউতা কণ্ব তীৰ্থৰপৰা উভতি আহি এই বিয়া অনুমোদন কৰে নে নাই তাতহে সন্দেহ প্ৰকাশ কৰে। অনসূয়াই তেতিয়া আওঁলিয়াই' দিয়ে যে 'পূৰ্বৰেপৰা যিহেতু দেউতাই উপযুক্ত দৰালৈ শকুন্তলাক বিয়া দিবলৈ সংকল্প কৰি থৈছে, এই মিলন তেওঁৰ মনঃপূত হ'ব।' দুয়ো এইদৰে কথা-বতৰা হৈ শকুন্তলাৰ সৌভাগ্য দেৱতাক পূজা কৰিবলৈ ফুল চিঙে। এনে সময়তে আশ্ৰমৰ কুটীৰৰ পদূলিমুখত কোনো এক অতিথিৰ কণ্ঠস্বৰ শুনিবলৈ পায়। কুটীৰত থকা শকুন্তলাই অতিথিৰ সোধ-পোচ কৰিব বুলি নিশ্চিত হৈ দুয়ো ফুল চিঙি থ'ল। কিন্তু অচিৰে তেওঁলোকে অতিথিজনে অসন্তুষ্ট হৈ শকুন্তলাক অভিশাপ দিয়া শুনিবলৈ পালে "যাৰ কথা ভাবি তই মোৰ দৰে তপস্বীজনক অবজ্ঞা কৰিছে, বাৰে বাৰে মনত কৰি দিলেও মদাহী লোকৰ দৰে সিজনে তোৰ কথা সময়ত মনত পেলাবলৈ নোৱাৰিব।" এই কথা শুনি দুয়ো সখীয়ে নিজক ধিক্কাৰ দিলে। দূৰৈৰপৰা তেওঁলোকে দেখিলে অভিশাপ দি দুৰ্বাসা মুনিয়ে বেগাবেগিকৈ খোজ লৈছে। অনসূয়াৰ পৰামৰ্শ মতে প্ৰিয়ম্বদাই ঋষিক ওভোতাই আনিবলৈ ঢপলিয়াই গ'ল। এনেতে অনসূয়াৰ হাতৰপৰা ফুলৰ কুকিটো পৰি পৰাত ফুলবোৰ মাটিত সিঁচৰিত হৈ পৰিল। সেইবোৰ আকৌ বুটলি থাকোঁতে প্ৰিয়ম্বদাই উভতি আহি জনালেহি যে খঙৰ ভমকত ঋষিজন উলতিবলৈ সৈমান নহ'ল। মাথোন শকুন্তলাৰ এই প্ৰথম দোষটি ক্ষমা কৰিব লাগে বুলি প্ৰিয়ম্বদাই ঋষিৰ ভৰিত পৰি ক্ষমা খোজাত কোনো এক অভিজ্ঞান আভৰণ দৰ্শনৰদ্বাৰা শাপ নিবৰ্তিত হ'ব বুলি কৈ দুৰ্বাসা ঋষি অন্তৰ্ধান হ'ল। ৰজাই আশ্ৰম এৰি যোৱাৰ সময়ত শকুন্তলাক পিন্ধাই দি থৈ যোৱা আঙঠিটি এতিয়াও শকুন্তলাৰ

হাততে আছে বুলিয়েই দুয়ো সখীৰ মুখলৈ পানী আহিল। এতিয়া দুয়োজনীয়ে আশ্ৰমলৈ আহি তেতিয়াও চিন্তাৰ সাগৰত বুৰ গৈ থকা প্ৰকৃতি পোৱা শকুন্তলাক দেখি অভিশাপৰ কথা আন কাকোয়েই নক'বলৈ ঠিৰাং কৰিলে। কোনেনো বাৰু নৱমালিকা ফুলৰ শুৰিত গৰমপানী ঢালিব?

৪ৰ্থ অঙ্কৰ ১ম দৃশ্যত কুলপতি কণ্ব আশ্ৰমলৈ উভতি অহাৰ সম্ভেদ পোৱা যায়। তাৰ পৰৱৰ্তী দৃশ্যত নিজ তপস্যাৰ বলত গান্ধৰ্ব বিবাহৰ ফলত অন্তঃসত্ত্বা হোৱা কথা অৱগত হয়। অচিৰে ঋষিয়ে শকুন্তলাক ৰজাৰ ওচৰলৈ পঠাবলৈ আয়োজন কৰে। বৰ ততাতয়াকৈ শকুন্তলাক ৰজাৰ ওচৰলৈ পঠাবলগীয়া হোৱা বাবে অনসূয়া আৰু প্ৰিয়ম্বদাই আন্তৰিক দুখ পালেও সখীয়েকৰ বিদায়ৰ বাবে প্ৰয়োজনীয় দ্ৰব্য আহৰণ কৰিবলৈ ধৰিলে। বয়বস্তু গোটাই লৈ তেওঁলোক শকুন্তলাৰ ওচৰ পালেগৈ।

পৰৱৰ্তী দৃশ্যত তাপসীসকলে শকুন্তলাক অভিনন্দন জনাই বিবিধ আশীৰ্বচন জনাই থকা সময়তে অনসূয়া আৰু প্ৰিয়ম্বদা সখীয়েকৰ কাষ চাপিল। ইতিমধ্যে স্নান কৰি শুদ্ধাশীলা হৈ থকা সখীয়েকক যথাযোগ্য সাজ-পাৰ আৰু আভূষণেৰে সজাই-পৰাই তুলিবলৈ ধৰিলে। এনেতে দুজন ঋষিকুমাৰে বনদেৱতাসকলে শকুন্তলালৈ উপহাৰ দিয়া পাটিকাপোৰ, লাক্ষাৰস আদি আ-অলঙ্কাৰ লৈ আহে।

তাৰ পিছৰ দৃশ্যটিত বিদায়ৰ কৰুণতাই সকলোৰে অন্তৰ স্পৰ্শ কৰে। শকুন্তলাই আশ্ৰমৰপৰা বিদায় লোৱাৰ সময়ত অকল সখীসকলেই নহয় তাত কাশ্যপো দুঃখে শোকে ম্ৰিয়মান হৈ পৰিল। তেওঁৰ দুচকু বাষ্পাকুল হ'ল, মাত থোকাথুকি হৈ পৰিল আৰু অন্তৰ উৎকণ্ঠাৰে ভৰি পৰিল। কঠোৰ তপস্বীজনে নিজৰ এই বিকলতা দেখি বিস্ময়ান্বিত হৈ পৰিল। অকল সেয়ে নহয়; আশ্ৰমৰ তৰু-তৃণ, গছ-লতা, চৰাই-চিৰিকটি সকলো শকুন্তলাৰ বিদায়ত জঁয় পৰি গ'ল। মুনিবৰ কণ্বই জীয়েকক লৌকিক উপদেশ বাণী শুনালে আৰু অন্তৰ উজাৰি আশীৰ্বাদ দিলে। শকুন্তলাই বাৰে বাৰে দেউতাকৰ ওচৰত বিদায় কালীন কাতৰতা প্ৰকাশ কৰিলে। ঋষিৰ আদেশমতে শকুন্তলাৰ সৈতে যাবলৈ ওলাল শাৰ্ঙ্গৰৱ, শাৰদ্বত আৰু গৌতমী। আশ্ৰমৰ কোলা আৰু তাত কাশ্যপ, সখীসকল সমন্বিতে আশ্ৰমবাসী অন্তৰ শুদা কৰি শকুন্তলাই আশ্ৰমৰ পৰা বিদায় ল'লে। গছ, লতা, ফুল-বিতপ আৰু সেই পুত্ৰকৃতক মৃগশাৱকটিয়েও যেন নিঠৰুৱা অনুভৱ কৰিলে।

(৩) ৩য় অঙ্কৰ শেষত আশা কৰাৰ দৰেই দুষ্যন্ত আৰু শকুন্তলাৰ মাজত গান্ধৰ্বপ্ৰথাৰে বিয়া হৈ গৈছে। তাৰ পিছতো ৰজাই ইষ্টি সমাপ্তি পৰ্যন্ত আশ্ৰমত থাকিবলগীয়া হৈছে। ইষ্টি সমাপনৰ লগে লগে ঋষিসকলে ৰজাক বিদায় দিয়াত ৰজাই আশ্ৰম এৰি নিজ ৰাজধানীলৈ যায়গৈ। ৰজা এনেদৰে ৰাজধানীলৈ যোৱা

---

২। অভিঃ শাঃ ৪।১ পঠনীয়

বিচিন্তয়ন্তী যমনন্যমানসা
তপোধনং বেৎসি ন মামুপস্থিতম্।
স্মৰিষ্যতি ত্বাং ন স বোধিতোঽপি সন্
কথাং প্ৰমত্তঃ প্ৰথমং কৃতামিৱ॥

কথা বিষ্কম্ভকত পোৱা যায় এই বিষ্কম্ভকটি যথেষ্ট বৰ্ণনাবহুল আৰু নাটকীয় ঘটনাৰ ওপৰতো ই সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাইছে। ইয়াৰপৰাই নাটকীয় ঘটনাই স্বাভাৱিক সোঁত এৰি অন্য পথে গতি কৰে। সূক্ষ্মভাৱে বিচাৰ কৰিলে তলৰ তাৎপৰ্যসমূহ ওলাই পৰে। যেনেঃ- (১) দুষ্যন্ত আৰু শকুন্তলাৰ মাজত গান্ধৰ্ববিয়া হৈছে আৰু তাৰ পাছত ইষ্টিসম্পন্ন হোৱাৰ লগে লগে ৰজাই আশ্ৰমবাসীৰপৰা বিদায় লৈছে। (২) ৰজাই আশ্ৰম ত্যাগ কৰাৰ লগে লগে শকুন্তলা বিৰহত কাতৰ হৈ পৰে। তাৰ ফলত তেওঁ আত্মবিস্মৃত হৈ আশ্ৰমৰ ঘৰত চিন্তাত মগ্ন হয়। (৩) প্ৰিয়ম্বদা আৰু অনসূয়াই আশ্ৰমৰ পুষ্পকাননত প্ৰৱেশ কৰি শকুন্তলাৰ ভাগ্যদেৱতা পূজা কৰিবলৈ ফুল তুলিবলৈ যায়। (৪) এনে সময়তে ৰজাই ৰাজধানীলৈ গৈ শকুন্তলাক মনত কৰিব নে নাই সেই বিষয়ে অনসূয়াই সন্দেহ প্ৰকাশ কৰে আৰু কাশ্যপে তীৰ্থৰপৰা উভতি আহি শকুন্তলা আৰু ৰজাৰ বিয়াত অনুমোদন কৰিবনে নাই তাৰ ওপৰত প্ৰিয়ম্বদা সন্দিগ্ধ হয়। (৫) এনে সময়তে সুলভকোপ মহৰ্ষি দুৰ্বাসা আশ্ৰমত উপস্থিত হৈ প্ৰিয়তমৰ চিন্তাত নিমগ্না শকুন্তলাৰ পৰা আতিথ্য সৎকাৰ নেপাই অভিশাপ দিয়ে। (৬) অভিশাপ বাণী শুনি প্ৰিয়ম্বদাই শকুন্তলাক ক্ষমা কৰিবলৈ কাবৌকোকালি কৰিলত ঋষিয়ে অভিজ্ঞান দৰ্শন কৰিলে শাপ নিবৰ্তিত হ'ব বুলি কয়। (৭) বিদায়ৰ সময়ত ৰজাই শকুন্তলাক আঙঠি এটা পিন্ধাই থৈ যোৱা কথা স্মৰণ কৰি দুয়ো সখী আশ্বস্ত হয়। (৮) সৌভাগ্য দেৱতাক পূজা কৰিবলৈ তোলা ফুলৰ শৰাইটো মাটিত পৰি অমঙ্গল সূচায়। (৯) অভিশাপৰ কথা শকুন্তলাক নজনাবলৈ অনসূয়া প্ৰিয়ম্বদাই মন ঠিৰ কৰে।

ওপৰৰ কথাকেইটা আনুক্ৰমিকভাৱে ইটোৱে সৈতে সিটো জড়িত হৈ আছে। ইয়াৰ ভিতৰত দুৰ্বাসাৰ অভিশাপ উচ্চাৰণ, অভিশাপৰ প্ৰতিকাৰৰূপে অভিজ্ঞানৰূপ আঙঠিৰ অৱস্থান আৰু অনসূয়া আৰু প্ৰিয়ম্বদাৰ বাহিৰে আনে (শকুন্তলা আদিয়ে) অভিশাপৰ বিষয়ে অজ্ঞ হৈ থকাটো- এই কথা কেইটাই নাটকীয় কাহিনীৰ গঠন, বিকাশ আৰু পৰিণতিত সৈদ্ধান্তিক ভূমিকা লৈছে বুলিব পাৰি।

৪। প্ৰথম অঙ্কত কণ্বমুনিয়ে শকুন্তলাৰ প্ৰতিকূল দৈৱৰ উপশমনৰ বাবে সোমতীৰ্থলৈ গৈছে। ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকতো অনসূয়াই সৌভাগ্যদেৱতাৰ অৰ্চনাৰ কথা উল্লেখ কৰি কৈছেঃ 'ননু প্ৰিয়সখ্যাঃ শকুন্তলায়াঃ সৌভাগ্য দেৱতা অৰ্চনীয়া।' সম্ভৱতঃ ঋষিয়ে যিদৰে শকুন্তলাৰ আসন্ন দুৰ্ভাগ্যৰ বিষয়ে সচেতন হৈয়েই তাৰ প্ৰতিশমনৰ বাবে সোমতীৰ্থলৈ গৈছিল; সেইদৰে সখীসকলেও মাজে সময়ে একে উদ্দেশ্যেৰে সৌভাগ্যদেৱতাৰ অৰ্চনা কৰিবলৈ লৈছিল। হয়তোবা ঋষিৰ উপদেশ অনুসৰি তেওঁলোকে তাক নিষ্ঠাৰে কৰিছিল।

ভাৰতীয় সংস্কৃতিত দৈৱ, কৰ্মফল, ভাগ্য আদি সম্বন্ধে বহু প্ৰাচীন কালৰে পৰা কেতবোৰ ধাৰণা প্ৰচলিত আছে। গ্ৰহ-নক্ষত্ৰাদিৰ অশুভ যোগত দৈৱ প্ৰতিকূল হোৱাৰ ধাৰণা কৰা হয়। এইদৰে দৈৱ প্ৰতিকূল হ'লে তাৰ ভোগকাল এচোৱা থাকে। এনে সময়ত দৈৱ স্তুতি, গ্ৰহ অৰ্চনা, সৌভাগ্য দেৱতাৰ অৰ্চনা বিধেয়। এইবোৰ কৰিলেও দৈৱৰ প্ৰতিকূলতা সহজে শাম নেকাটে। অৱশ্যে পূজা-অৰ্চনা আদিৰ বলত প্ৰতিকূল দৈৱৰপৰা হ'ব পৰা ক্ষতিৰ মাত্ৰা হ্ৰাস হোৱাৰ সম্ভাৱনা

থকা কথা বিশ্বাস কৰা হয়। এনে আশাৰেই ত্ৰিকালজ্ঞ মুনিৰ তীৰ্থযাত্ৰা বিবেচনা কৰিব পৰা যায়। কিন্তু সেই পূজা বা তীৰ্থযাত্ৰাই দুহিতৃৰ দৈৱৰ প্ৰতিকূলতা উপশম কৰিব পৰা নাই। বৰঞ্চ তাৰ মাজতে অভিশাপ আহি পৰিছে। আনকি সময়োচিত ভাৱে একে উদ্দেশ্যৰে পুষ্পচয়ন কৰা অনসূয়াৰ হাতৰপৰা ফুলৰ কৰণি পৰি ফুলবোৰ সিঁচৰিত হোৱাটোৱেও দৈৱৰ প্ৰতিকূলতা নুগুচাটোকে বুজাইছে। ইয়াৰ মাজেৰে কৰিয়ে সেই কালৰ জনবিশ্বাস আৰু পূজা-অৰ্চনাৰ আভাস দিছে।

৫। শকুন্তলাৰ দুৰ্দৈৱই ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকত মূৰ্তিমন্ত হৈ দুৰ্বাসাৰ অভিশাপ ৰূপে উপস্থিত হৈছে। ৰজা দুষ্যন্ত, শকুন্তলা, কণ্ব প্ৰভৃতি ব্যক্তিবৰ্গ যিদৰে চৰিত্ৰৰূপে নাটকত অৱতীৰ্ণ হৈছে, সেইদৰে অভিজ্ঞানশাকুন্তলম্ নাটকত অভিশাপ, আঙঠি আৰু নায়িকাৰ সহজ প্ৰকৃতিয়েও মূৰ্তিমন্ত বিগ্ৰহৰ ৰূপত একোটি চৰিত্ৰৰ ভূমিকা গ্ৰহণ কৰিছে। সম্ভৱতঃ ৰজা দুষ্যন্ত আৰু শকুন্তলাই ধৰ্মভূমি আশ্ৰমত আশ্ৰমবিৰোধী কামজ আচৰণত লিপ্ত হোৱাৰ ফলতেই পাপগ্ৰহবিশেষে অথবা দুৰ্দৈৱই অভিশাপ ৰূপ পৰিগ্ৰহ কৰিছে। কণ্বৰ আশ্ৰমত থাকি ৰজাই এহাতে ইষ্টিবিঘ্ন দূৰ কৰি ঋষিসকলক সহায় কৰিছে আনহাতে শকুন্তলাৰ প্ৰতি মোহত আচ্ছন্ন হৈছে। ৰজাই শকুন্তলাক পুনঃ লগ পাবলৈ আশ্ৰমত প্ৰৱেশ কৰিবলৈ 'ছল' বিচাৰৰ সময়তে (২য় অঙ্কত) তেওঁ যজ্ঞবিঘ্ন আঁতৰাবলৈ ঋষিসকলৰ আমন্ত্ৰণ পাইছে, সেইয়া পূৰ্বে কৈ অহা হৈছে। ৰজাই ঋষিসকলৰ সেই আমন্ত্ৰণ ততালিকে গ্ৰহণ কৰিছে। ইয়াৰ মাজত ৰজাৰ ঋষি-ভক্তি বা ধৰ্মসংৰক্ষণৰ চিন্তাই অকলে

ক্ৰিয়া কৰা নাই, তাৰ লগতে শকুন্তলাপ্ৰীতিয়েও ক্ৰিয়া কৰিছে। প্ৰকৃততে পিছৰটোৱে তেওঁক আশ্ৰমলৈ যোৱাত অধিক প্ৰেৰণা দিছে। এতেকে ৰজাৰ আশ্ৰমত অৱস্থান দেখাত যিমানেই সজ নহওক লাগিলে, তেওঁৰ অন্তৰত হ'লে দেহজ কামনা চৰিতাৰ্থ কৰাৰ এক অদমনীয় স্পৃহা লুকাই আছিল। আশ্ৰমৰ দৰে পুণ্যভূমিক ভোগভূমিলৈ অৱনমিত কৰাৰ বাবে অভিশাপ অনিবাৰ্য দণ্ডৰূপে নায়ক-নায়িকাৰ শিৰত পৰিছেহি। তাৰ ফলত ৫ম অঙ্কত শকুন্তলা ৰজাৰ হাতত লাঞ্ছিতা হৈছে আৰু ৬ষ্ঠ অঙ্কত ৰজাৰ মনত তাৰ গভীৰ প্ৰভাৱ পৰিছে আৰু চৰম দুৰৱস্থা হৈছে।

৬। অভিশাপ মোচনৰ বাবে ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকতে আঙঠিৰ ভূমিকা নিৰ্দিষ্ট হৈছে। অভিজ্ঞান আভৰণ ৰূপে আঙঠিটোৱে মাথোন ৰজাক শকুন্তলাৰ চিনাকি দিব পৰাকৈ নায়িকাই হাতেৰে ঢুকি পোৱা একমাত্ৰ সম্বল হৈ আছিল। কিয়নো বিদায় কালত ৰজাই নিজৰ নামাঙ্কিত সেই আঙঠিটো শকুন্তলাৰ আঙুলিত পিন্ধাই দি গৈছিল। ঋষিৰ কথামতে প্ৰথমবাৰলৈ প্ৰিয়ম্বদা আৰু অনসূয়াই এই 'নগণ্য' আভৰণটিৰ ওপৰত অধিক গুৰুত্ব আৰু আস্থা স্থাপন কৰিছে। আকৌ দুৰ্বাসাৰ শাপৰ প্ৰতিবিধানমতে তাৰ দৰ্শনত অভিশাপ মোচন হ'ব বুলি সন্দেহাতীতভাৱে বিশ্বাস স্থাপন কৰিছে। সেইমতে অভিশাপৰ কথা তেওঁলোকে কোনো তৃতীয় ব্যক্তিক নজনালে। ইয়াৰ ফলত নাটকীয় অন্তৰ্দ্বন্দ্ব ঘণীভূত হৈছে আৰু নাটকৰ কাহিনীগত সৌন্দৰ্যও বাঢ়িছে। এইবিলাক খুটি-নাটিৰ মাজতে কালিদাসৰ নাট্য-কৌশল আৰু চতুৰতাৰ প্ৰমাণ পোৱা যায়।

৭। ৩য় অঙ্কৰ দৰে এই অঙ্কটো অনসূয়া আৰু প্ৰিয়ম্বদাৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু তেওঁলোকৰ কৰ্মকুশলতা প্ৰকাশিত হৈছে। ৩য় অঙ্কত অনসূয়াই কৈছে, ৰজাসকল বহুপত্নীক। তাৰ মাজত শকুন্তলাই যাতে শোচনীয় অৱস্থাপ্ৰাপ্ত নহয়, তাৰ বাবে ৰজাই চকু দিব লাগে। ৪ৰ্থ অঙ্কতো অনসূয়াই কৈছে, 'অদ্য স ৰাজৰ্ষিঃ—— আত্মনো নগৰং প্ৰৱিশ্যান্তঃপুৰসমাগত্য ইতোগতং বৃত্তান্তং স্মৰতি বা ন বা।' এনেতে দুৰ্বাসাৰ অভিশাপ আহি পৰিছে। এতিয়া ৰজাই শকুন্তলাক পাহৰি যোৱাৰ ২য় হেতুৰেও লগ দিছে। অনসূয়াই দূৰদৰ্শিতাৰে সাম্ভাব্য পৰিস্থিতিলৈ প্ৰিয়ম্বদাৰ দৃষ্টি আকৰ্ষণ কৰিছে। কিন্তু প্ৰিয়ম্বদাই ওপৰে ওপৰে চাইছে। ৰজাৰ আকৃতি চায়েই তেওঁ সিজনৰ স্বভাৱ বা আচৰণ নিৰূপণ কৰিবলৈ গৈছে। সেউতা কাশ্যপৰেসৈতে বহুকাল থাকিও ঋষিজনৰ মনৰ সংকল্প প্ৰিয়ম্বদাই বুজিব পৰা নাই। অনসূয়াই পিতা কাশ্যপৰ মনৰ কথা জানে আৰু সেয়ে কৈছে, 'গুণৱতে কন্যকা প্ৰতিপাদনীয়েত্যয়ং তাৱৎপ্ৰথমঃ সংকল্পঃ। তৎ যদি দৈৱমেৱ সম্পাদয়তি নন্বপ্ৰয়াসেন কৃতাৰ্থো গুৰুজনঃ।' তাৰেসৈতে মূল অঙ্কত কাশ্যপে ব্যক্ত কৰা 'সংকল্পিতং প্ৰথমমেৱ ময়া তৱাৰ্থে ভৰ্তাৰমাত্মসদৃশং সুকৃতৈৰ্গতাস্বম্' আদি কথা খাপ খাই পৰিছে।

৮। পৰম্পৰাক্ৰমে অভিজ্ঞান শাকুন্তলম্ নাটকৰ ৪ৰ্থ অঙ্কটিক শ্ৰেষ্ঠ আৰু সবাতোকৈ ৰম্য অঙ্ক বুলি বিবেচনা কৰি অহা হৈছে। কোনো এজন অজ্ঞাতনামা কৱিয়ে ৰচনা কৰা এটি শ্লোক আজিও কালিদাসৰ গুণগ্ৰাহী পাঠকৰ মুখে মুখে শুনা যায় ঃ

কাব্যেষু নাটকং ৰম্যং তত্ৰ ৰম্যা শকুন্তলা।
তত্ৰাপি চ চতুৰ্থাঙ্কস্তত্ৰ শ্লোক চতুষ্টয়ম্ ।।

অৰ্থাৎ সকলো শ্ৰেণীৰ দৃশ্য-শ্ৰব্য, গদ্য, পদ্য, মিশ্ৰ- মহাকাব্য, খণ্ডকাব্য, ৰূপকাদিৰ ভিতৰত নাটক আটাইতকৈ মনোগ্ৰাহী; নাটকবিলাকৰ ভিতৰত অভিজ্ঞান শাকুন্তলম্ নাটক সবাতোকৈ মনোৰম; সেই নাটকখনৰ ভিতৰত আকৌ ৪ৰ্থ অঙ্কটো অতিশয় মনোমোহা আৰু সেই অঙ্কৰ শ্লোকবিলাকৰ মাজত পুনৰপি চাৰিটা শ্লোক অতি হৃদয়গ্ৰাহী। এই চাৰিটা শ্লোক লৈ পণ্ডিতসকলৰ মতভেদ হোৱা দেখা যায়। তথাপি প্ৰায়েই ৬, ১৮, ১৯ আৰু ২২ (গজেন্দ্ৰগডকাৰৰ সংস্কৰণ) শ্লোককেইটাই সেই বাচনিত উঠে। প্ৰশ্ন হয় চতুৰ্থ অঙ্কটিক নাটকৰ শ্ৰেষ্ঠ বা সৰ্বোৎকৃষ্ট অঙ্ক কিয় বোলা হয়? ইয়াৰ উত্তৰ বিচাৰি গৈ পাঠকে দেখা পাব যে এই অঙ্কটিৰ মাজত দৈনন্দিন জীৱনৰ সজীৱ চিত্ৰ কৰি কালিদাসে অমৰ তুলিকাৰে এনে হুবহুকৈ অথচ কলাসুলভ নৈপুণ্যৰে অঙ্কণ কৰিছে যে সি দৰ্শক, পাঠক, শ্ৰোতা নিৰ্বিশেষে সকলোৰে অন্তৰ সহজে স্পৰ্শ কৰে আৰু তাৰ বৈচিত্ৰময় ব্যঞ্জনাই তেওঁলোকৰ হৃদয়ত গভীৰ আৰু চিৰকলীয়া সাঁচ বহুৱায়।

কোৱা হয় যে ৫ম আৰু ৬ষ্ঠ অঙ্কৰ মাজতো কৱিয়ে এই অঙ্কতকৈ কোনোগুণে কম নিপুণতা প্ৰদৰ্শন কৰা নাই। অথবা, এই দুই অঙ্কয়ো দৰ্শক, শ্ৰোতা বা পাঠকৰ অন্তৰত কোনোগুণে কমকৈ চাপ নবহুৱায়। তথাপি তুলনামূলক অধ্যয়নে এইটো পৰিষ্কাৰ কৰি দেখুৱাই দিয়ে যে ৫ম আৰু ৬ষ্ঠ অঙ্কৰ ঘটনা সমাজৰ শ্ৰেণী নিৰ্বিশেষে সকলোৰে জীৱনত নঘটে। দুৰ্বাসাৰ অভিশাপৰ ফলত ৰজাই শকুন্তলাৰ

চিনাকি হেৰুৱাত দুষ্যন্ত আৰু শাৰ্ঙ্গৰৱে -এই দুই ধৰ্মবীৰে তৰ্কযুদ্ধত প্ৰবৃত্ত হৈছে। দুয়োজন সত্যবাদী, দুয়ো ধৰ্মভীৰু আৰু কোনেও সত্যৰপৰা চুলি এডালৰ মানো পিছলিব নোখোজে। তাৰ ফলত বিচাৰৰ কাঠগড়াত থিয় দিয়া বিচাৰাধীন ব্যক্তিৰ দৰে শকুন্তলাই এই ঘটনাখিনি নিজে প্ৰত্যক্ষ কৰাৰ ফলত তেওঁৰ অন্তৰত সৃষ্টি হোৱা ধুমুহাৰ তাণ্ডৱ লীলাও কম বৈচিত্ৰপূৰ্ণ হোৱা নাই। তথাপি এনেবোৰ ঘটনা জনজীৱনত নিতৌ প্ৰতিফলিত হয় বুলি কবলৈ নোৱাৰি। সেইদৰে ষষ্ঠ অঙ্কত আঙঠি দেখি শকুন্তলাক স্মৰণ কৰি তেওঁৰ বিৰহত কাতৰ হোৱা দুষ্যন্তৰ মানসিক বিকাৰসমূহৰ যি বিচিত্ৰ চিত্ৰ মহাকৱিয়ে অঙ্কন কৰিছে সিও অনন্য সাধাৰণ। তথাপিও তাক সকলোৰে জীৱনৰ প্ৰতিচ্ছবি বুলিবলৈ নোৱাৰি। কিন্তু চতুৰ্থ অঙ্কত মহাকৱিজনে যিখিনি চিত্ৰ তেওঁৰ অমৃতময় তুলিকাৰে প্ৰকৃতিৰ পটভূমিত বিচিত্ৰ ৰঙৰ ব্যঞ্জনাৰে অঙ্কন কৰিছে সি সাৰ্বজনীন হৈও অসাধাৰণ। বিদায়বেলাৰ সেই পিতা-পুত্ৰীৰ কৰুণ-মধুৰ চিত্ৰ যেন প্ৰতিদিন ভাৰতবৰ্ষৰ প্ৰতিটো লোকালয়ত পুনঃ পুনঃ ঘটি থকা ঘটনাৰ হে চিত্ৰ। শ্বশুৰগৃহগামিনী প্ৰিয় সখীৰ বেদনাবিধুৰ বিদায় দৃশ্যটি বিশাল ভাৰতবৰ্ষৰ বুকুত অনাদি কালৰেপৰা ঘৰে ঘৰে অনন্তকাললৈ ঘটিয়েই থাকিব। ক'তজনী শকুন্তলাই ক'তজনী অনসূয়া-প্ৰিয়ম্বদাৰ ডিঙিত সাৱটি ধৰি বিদায় লবলৈ গৈ কপাঁ কপাঁ অধৰেৰে, অশ্ৰুসিক্ত নয়নেৰে বাক্‌ৰুদ্ধ হৈ অন্তৰৰ পঞ্জীভূত দুঃখ মুখেৰে ব্যক্ত নকৰাকৈয়ে গুচি গৈছে তাৰ লেখ-জোখ কোনে দিব বাৰু? চতুৰ্থ অঙ্কত নাট্যকাৰে এনেবোৰ শাশ্বত ভাৰতীয় চিত্ৰ অঙ্কন কৰি গৈছে বাবেই তাৰ মূল্যমান সৰ্বাধিক বুলি বিবেচিত হৈছে। চতুৰ্থ অঙ্কৰ প্ৰতিটো শব্দ, প্ৰতিটো পদ আৰু প্ৰতিটো বাক্যই ভাৰতীয় জনমানসৰ বিচিত্ৰ অভিজ্ঞতা, জ্ঞান, কৰ্ম আৰু কৰ্তব্যৰ কথা সমস্বৰে ঘোষণা কৰে। কাশ্যপ কণ্ব ভাৰতীয় কন্যাদায়ী পিতৃৰ প্ৰতিমূৰ্ত্তি বিশেষ, শকুন্তলা স্নেহশীল পিতৃৰ আলাসৰ লাৰু, আদৰৰ কন্যা, প্ৰিয়ম্বদা আৰু অনাসূয়া সমবয়সী দুগৰাকী কন্যা-প্ৰতিনিধি। ব্যক্তি হৈও তেওঁলোকে সমাজক প্ৰতিনিধিত্ব কৰে, সমাজৰ ছবি এই ব্যক্তি-দাপোনসমূহত প্ৰতিফলিত হৈছে। এওঁলোক শাশ্বত সমাজৰ শাশ্বত প্ৰতিনিধি। সকলোৱে কালোত্তীৰ্ণ।

আকৌ সেই প্ৰকৃতিৰ ৰাজ্যখনটো আছেই। য'ত আছে বিদায়ী কন্যাৰ চিৰপৰিচিত, লতা-বৃক্ষ, পত্ৰ-পল্লৱ, পুত্ৰকৃতক মৃগপোটক, য'ত আছে (ঘৰৰ দাঁতিত গজা) নীবাৰ ধান্যৰ লানি- এয়া জানো মুহূৰ্ততে এৰি যাব পৰা বস্তু? সময় হ'লে প্ৰকৃতিও সজীৱ হয়, মুখৰিত হয়; জড়জগৎ সচেতন হৈ পৰে। 'বিদায়' শব্দৰ মাজত যিখিনি কাৰুণ্য নিহিত আছে, যিখিনি দুখ-বেদনাৰ চিত্ৰ তাৰ মাজত সন্নিবিষ্ট হৈ ৰৈছে, সিয়েই বিদায়ীজনক আৰু বিদায় দিওঁতাজনক সমানে সন্তপ্ত কৰে। তাৰ যথাৰ্থ চিত্ৰ শব্দেৰে বা আন কিহবাৰে চিত্ৰিত কৰা সহজসাধ্য নহয়। তাক উপলব্ধি কৰিবলৈ লাগে সম্বেদনশীল এখনি হৃদয়, সহানুভূতিশীল চিত্তবৃত্তি। সম্ভৱতঃ একমাত্ৰ কালিদাসহে সেইজন হৃদয়ৱান ব্যক্তি!!

৯। কাব্য বিচাৰৰ দৃষ্টিভঙ্গিৰে চোৱা হওক বা সাংস্কৃতিক, সামাজিক অথবা লৌকিক ব্যৱহাৰ আদিৰ বিচাৰ বুদ্ধিৰেই চোৱা যাওক সকলো ফালৰপৰাই চতুৰ্থ

অঙ্কৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন হয়। এই চতুৰ্থাঙ্কৰ মাজতে কৰি কালিদাসে ভাৰতীয় লৌকিক আৰু আধ্যাত্মিক জীৱনৰ বৈষম্য দূৰ কৰি এক সুসমন্বয়ৰ সৃষ্টি কৰিছে। ইয়াত আধ্যাত্মিক জীৱন মাননীয় সংবেদন বা আবেগ-অনুভূতি বিবৰ্জিত নহয়। সি সামাজিক মৰ্যাদা বা লোক পৰম্পৰাৰ ওপৰতো নিৰ্ভৰশীল নোহোৱা নহয়। ইয়াত এনে দেখা যায় যেন বৈষম্য আৰু কটুত্বৰ ওপৰত অমৃতৰ পৰশ লাগিছে জীৱনৰ সুষমা আৰু মাধুৰ্য বাঢ়িছে। কাৰুণ্য অকল লৌকিক জীৱনৰ অনুভূতি হৈ থকা নাই, ই অধ্যাত্মৰ ওপৰতো প্ৰভুত্ব দাবী কৰিছে। আধ্যাত্মিক জীৱনৰ কৰুণা লোকিক জীৱনৰ কৰুণাতকৈ যেন অধিক আৰ্দ্ৰ, অধিক বিবেকশীল আৰু সক্ষমতাৰে স্বাক্ষৰিত। সেই কাৰণে ভৱভূতিৰ উত্তৰৰামচৰিতৰ ৩য় অঙ্কৰ দৰে অভিজ্ঞান শাকুন্তলম্ নাটকৰ ৪ৰ্থ অঙ্কতো 'শোকঃ শ্লোকত্বমাগতঃ' বোলা কথাষাৰৰ তাৎপৰ্য উপলব্ধি কৰা যায়।

কলা আৰু জীৱনৰ অদ্ভুত সমন্বয় এই ৪ৰ্থ অঙ্কতে চকুত পৰে। জীৱনক যদি কলা বোলা হয়, জীয়াই থকাৰ বাবে তেনে কলাৰ উৎকৰ্ষ সাধনৰ আৱশ্যকতাও আছে। চতুৰ্থ অঙ্কৰ মাজত কালিদাসে তেনে এক কলাত্মক জীবনৰ চিত্ৰকে অঙ্কন কৰিছে।

চতুৰ্থ অঙ্কৰ মাজত মিলনৰ অপূৰ্ণ আশা আৰু বিচ্ছেদৰে পূৰ্ণ শোকৰ দুই বিপৰীতমুখী ভাৱধাৰাৰ সমন্বয় ঘটিছে। অথবা নাট্যকাৰে দুয়োটিকে সামঞ্জস্যপূৰ্ণভাৱে দেখুৱাত কৃতকাৰ্য হৈছে। গান্ধৰ্বপ্ৰথা অনুসৰি বিয়া কৰাই বিৰহৰ তুঁহ জুই প্ৰিয়াৰ অন্তৰ্বেদীত জ্বলাই থৈ প্ৰিয়জন (দুষ্যন্ত) আঁতৰি গ'ল। প্ৰিয়জনৰ মনৰপৰা অভিশাপৰূপ বহিঃপ্ৰভাৱে প্ৰিয়াৰ স্মৃতিকণাটিকো মচি পেলালে। সখীসকলে শকুন্তলা প্ৰতি ৰজাই দি যোৱা প্ৰতিশ্ৰুতিৰ মৰ্যাদা অটুট ৰাখে নে নাৰাখে তাকো সন্দেহৰ চকুৰে চাইছে। পিতৃ অনুপস্থিতিত হোৱা দুহিতাৰ প্ৰণয় আৰু গান্ধৰ্ব-বিৱাহ বিদেশৰপৰা প্ৰত্যাবৰ্তন কৰা পিতৃ কণ্বৰ অনুমোদন যোগ্য হ'ব নে নহয় সিও সখীসকলৰ বাবে সংশয়ৰ ধূলিৰে ধূসৰ। যিমানেই দিন গৈছে সিমানেই এই চিন্তা আৰু সংশয়ৰ তুঁহ জুয়ে সখীসকলক পুৰি মাৰিবলৈ ধৰিছে। এনে সংশয়পূৰ্ণ অৱস্থাতে এদিনাখন পিতা কণ্ব তীৰ্থ পৰ্যটন কৰি আশ্ৰমত উপস্থিত হৈ নিজৰ তপস্যাৰ প্ৰভাৱত দুহিতাৰ অৱস্থা সম্যকভাৱে উপলব্ধি কৰিলে আৰু তাক অভাৱনীয়ৰূপে স্বীকাৰ কৰি ল'লে। পিতৃ কণ্বই বিনা দ্বিধাই জীয়েকক অভিনন্দন জনালে। ঋষিৰ আনন্দ এয়ে যে তেওঁৰ জীয়েকে নিচিনিও যিজনৰ ভিতিত জয়মাল্য অৰ্পণ কৰিছে তেওঁ যোগ্যা দুহিতাৰ সুযোগ্য বৰ আৰু ভাবীকালৰ চক্ৰৱৰ্তী ৰজাৰ পিতৃত্বৰ গৰাকী। অতএৱ সেই বিৱাহ অনুমোদনীয়েই নহয় শ্লাঘনীয়ও।

কিন্তু যি মুহূৰ্ততে পিতৃ কণ্বই দুহিতা শকুন্তলাক আসন্নসত্বা বুলি বুজি পালে নিজৰ তেনে অৱস্থাৰে জীয়াৰী এজনীক ঘৰত বা আশ্ৰমৰ চাৰিবেৰৰ ভিতৰত অধিককাল ৰাখি অপযশৰ গ্লানি মূৰ পাতি লোৱাৰ ইচ্ছা তেওঁৰ নহ'ল। সেইবাবে লৰাধপৰা কৰি জীয়েকক আশ্ৰমৰপৰা ৰজাৰ অন্তঃপুৰলৈ পঠাবলৈ ঠিৰাং কৰিলে। বিদায়ৰ মুহূৰ্তত আকৌ শকুন্তলাৰ অন্তৰত দ্বন্দ্বাত্মক পৰিস্থিতিৰ উদ্ভৱ

হ'ল। এফালে প্ৰিয় সমাগমৰ ইচ্ছা, আনফালে পিতৃ প্ৰভৃতি গুৰুজন আৰু প্ৰিয় সহচৰীসকলকে ধৰি চিৰপৰিচিতসকলৰপৰা বিয়োগৰ চিন্তাই শকুন্তলাৰ অন্তৰখন দুভাগ কৰি পেলালে। পিতা কণ্বৰ অন্তৰো দ্বিধাভিন্ন হ'ল। এহাতে তেওঁ জীয়েকক পতিগৃহলৈ পঠিয়াই এক গধুৰ দায়িত্ব পালন কৰিবলৈ ওলাইছে, আনহাতে তাপসৰ কঠোৰ হৃদয়ত শুই থকা গৃহীজনৰ উৎকণ্ঠাই সাৰ পাই উঠি ক্ষণিকতে তোলপাৰ লগাইছে। 'শকুন্তলা আজি যাব' ('যাস্যত্যদ্য শকুন্তলেতি') এই কথা ভাবিয়েই তপস্বী কণ্বৰ চকু বাষ্পকুল হৈছে, কণ্ঠৰোধ হৈছে, চিত্ত জঁয় পৰি গৈছে। গৃহীজনৰ বেলিকানো এইবোৰ অনুভূতি সহিবলৈ মনোবল থাকে- নে বাৰু?

পতিগৃহগামিনী শকুন্তলাই চিৰপৰিচিত পশু-পক্ষী, লতা-বিতপ আৰু প্ৰিয়জনসকলক এৰি যাবলৈ টান পাইছে।

মহাকবি কালিদাসে নাটকৰ এই ৪ৰ্থ অঙ্কত মানুহ আৰু প্ৰকৃতিৰ নীবিড় সম্পৰ্কৰ কথাই অঙ্কিত কৰা নাই, মানুহৰ প্ৰতি প্ৰকৃতিৰ স্বাভাৱিক সহানুভূতিৰ চিত্ৰও অঙ্কন কৰিছে। সেইবাবে বনদেৱতাসকলে শকুন্তলাৰ বাবে পাট কাপোৰ, লাক্ষাৰস, আভৰণ আদি যোগান ধৰোঁতে প্ৰতিদ্বন্দ্বিতাৰ পৰিচয় দিছে। ৰবি ঠাকুৰে কোৱাৰ দৰে 'প্ৰকৃতিও শকুন্তলা নাটকত মানুহৰ দৰে এক বিচিত্ৰৰূপত ঠিয় দিছে।'[৩]

## পঞ্চম অঙ্ক

১। এই অঙ্কটো দুটা দৃশ্যত বিভক্ত-

**প্ৰথম দৃশ্যঃ** হংসপদিকাৰ গীত। তেওঁক সান্ত্বনা দিবলৈ ৰজাই বিদূষকক পঠিয়ায়। কঞ্চুকীয়ে আশ্ৰমবাসীসকলৰ আগমনৰ বাতৰি ৰজাক জনায়। ৰজাই অগ্নিশৰণ গৃহলৈ যায়।

**দ্বিতীয় দৃশ্য ঃ** ৰজাই শকুন্তলাক অস্বীকাৰ কৰে। শকুন্তলাৰ অদ্ভুত অন্তৰ্ধান।

২। ৰজা দুষ্যন্তই ৰাজসভাৰ ন্যায়াধিকাৰ আসনৰপৰা উঠি আহি বিদূষকেৰে সৈতে প্ৰাসাদৰ অভ্যন্তৰৰ এটি কক্ষত বিচৰণ কৰি থকা অৱস্থাত ৰজাৰ কাণত সুমধুৰ গীতধ্বনি পৰেহি। গায়িকা ৰাণী হংসপদিকাই সেই গীতৰ মাজেৰে (ৰজাৰ) পূৰ্বৰ প্ৰেমিকালৈ ৰজাৰ মনোযোগ আকৰ্ষণ কৰে। হংসপদিকাক সান্ত্বনা দিবলৈ ৰজাই বিদূষকক সঙ্গীতশালালৈ পঠিয়ায়। সেই সুললিত গীতৰ সুৰে ৰজাক বৰ উৎকণ্ঠিত কৰি তোলে। এনে অৱস্থাতে কঞ্চুকীয়ে আহি ৰজাক জনায়হি যে কণ্বৰ আশ্ৰমৰপৰা অহা ঋষিসকলে তেওঁক সাক্ষাৎ কৰিব খোজে।

অগ্নিশৰণ গৃহত ৰজাই কুলপতি কণ্বৰ প্ৰতিনিধিসকলেৰে সৈতে দেখা কৰে। ৰজাই শকুন্তলাৰ পৰিচয় পাহৰি গৈছে। তেওঁ শকুন্তলাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰাত শাৰ্ঙ্গৰৱেৰে সৈতে ৰজাৰ তৰ্কদ্বন্দ্ব আৰম্ভ হয়। গৌতমীয়ে ৰজাক মনত কৰি দিবলৈ যত্ন কৰে। অৱশেষত শকুন্তলাৰ অৱগুণ্ঠন অপনয়ন কৰিও ৰজাৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল। একোতে ৰজাই শকুন্তলাৰ স্মৃতি ঘূৰাই নাপালে। শকুন্তলাই ৰজাক আঙুঠি দেখুৱাবলৈ গৈ তেওঁ সিটি হাতৰ আঙুলিত বিচাৰি নাপালে। 'শচীতীৰ্থত সম্ভৱতঃ হেৰাল' এইদৰে ক'বলৈ গৈ গৌতমীয়ে ৰজাৰ ভৰ্ৎসনাৰ পাত্ৰীহে হ'লগৈ।

৩। প্ৰাচীন সাহিত্য, পৃঃ ৪২।

আশ্রমবাসীসকলে ৰজাৰ ওচৰত শকুন্তলাক এৰি থৈ যাবলৈ উদ্যত হ'ল। পুৰোহিতে মধ্যস্থতা কৰি প্ৰসৱৰ সময়লৈকে শকুন্তলাক নিজৰ ঘৰত ৰাখিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। 'যদি জ্যোতিষীসকলৰ ভৱিষ্যদ্‌বাণী অনুসৰি শকুন্তলাই চক্ৰৱৰ্তী গুণসম্পন্ন পুত্ৰসন্তান প্ৰসৱ কৰে তেনেহ'লে' ৰজাই শকুন্তলাক পত্নী হিচাপে স্বীকাৰ কৰিব'। এইদৰে কৈ পুৰোহিত শকুন্তলাক নিজৰ বাসভৱনলৈ আগবঢ়াই লৈ যাবলৈ ধৰোঁতে ৰাজপদূলিতে এক জ্যোতিয়ে হঠাতে শকুন্তলাক লৈ অন্তৰ্হিত হ'ল। সেই ঘটনাৰ বিৱৰণ শুনি সকলোলোকে বিস্ময়ান্বিত হ'ল। ৰজাই তাৰপৰা পোনে পোনে শয়নগৃহলৈ খোজ ল'লে।

৩। পঞ্চম অঙ্কৰ আৰম্ভণিতে হংসপদিকাৰ 'কলবিশুদ্ধায়াঃ গীতেঃ স্বৰসংযোগঃ' শুনিবলৈ পোৱা যায়। এই গীতৰ তাৎপৰ্য সম্বন্ধে আলোচনা কৰিবলৈ গৈ গজেন্দ্ৰ গডকাৰে[8] তাৰ মাজত তিনিটা উদ্দেশ্য আৱিষ্কাৰ কৰিছেঃ

(১) চতুৰ্থ অঙ্কৰ শেষৰফালে শকুন্তলাই আশ্ৰমৰপৰা বিদায় লৈ ঋষিসকলেৰে সৈতে পতিগৃহলৈ শুভযাত্ৰা কৰাৰ পাছত সহৃদয় দৰ্শক-পাঠকে সাধাৰণতে ৫ম অঙ্কত শকুন্তলাৰ ওপৰতে অধিক দৃষ্টি ৰখাটো স্বাভাৱিক। বিশেষতঃ ৰাজধানীত শকুন্তলাৰ বাবে কেনে অভ্যৰ্থনাই অপেক্ষা কৰিব পাৰে সেয়া দৰ্শক-পাঠকৰ উৎকণ্ঠাৰ কথা। হয়তো দুৰ্বাসাৰ অভিশাপৰ ওপৰতো সিমান গুৰুত্ব আৰোপ কৰা নাযাব; কাৰণ, অনসূয়াহ পূৰ্বতে কোৱাৰ দৰে ৰজাহ দিয়া আঙঠিটো শকুন্তলাৰ হাতত তেতিয়াও আছে ('স্বাধীনোপায়া শকুন্তলা')। কিন্তু ৫ম অঙ্কত নাটকে প্ৰৱেশ কৰাৰ ল'গে ল'গে তাৰ আৱহাৱাৰ তাৰতম্য অনুভূত হয়। ৰৱি ঠাকুৰে[৫] কোৱাৰ দৰে '৪র্থ অঙ্কৰপৰা ৫ম অঙ্কত আমি হঠাৎ আন এক ৰতাহত আহি পৰিলোঁ'। ইয়াতে পোনতে হংসপদিকাৰ গীত শুনা যায়। ইয়াত পোৱা চুতমঞ্জৰী, মধুকৰ আৰু কমলবসতিৰ উল্লেখে দৰ্শক-পাঠকক সহজে যথাক্ৰমে শকুন্তলা, দুষ্মন্ত আৰু ৰজাৰ কাৰেঙলৈ মনত পেলাই দিয়ে। যদিও ৰজাই সেয়া 'সকৃৎকৃত প্ৰণয়োঽয়ং জনঃ। তদস্যা দেৱীং বসুমতীমন্তৰেণ মহদুপালম্ভম্ গতোঽস্মি. নিপুণমুপালব্ধোঽস্মি' ইতি বুলি কৈছে। কৰিয়ে প্ৰকৃততে ইয়াৰ মাজেৰে ৰজাৰ স্মৃতি-জড়তাৰ প্ৰতিহে দৰ্শক-পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে। গীতাৰ্থৰদ্বাৰা ৰজাই অকলে হংসপদিকাকে স্মৰণ নকৰি শকুন্তলাৰ দৰে সদ্যবিৰহিতা প্ৰণয়িনীৰ কথাও মনত কৰিব লাগিছিল। বিদূষক যোৱাৰ পাছত ৰজাৰ মানসিক উৎকণ্ঠা বৃদ্ধি পায়। 'ইষ্টজনবিৰহাদৃতে অপি' ইত্যাদি বাক্যৰে ৰজাই প্ৰিয়া বিৰহ অস্বীকাৰ কৰি শকুন্তলাক অচিৰে অস্বীকাৰ কৰাৰ পূৰ্বাভাষ দিছে। প্ৰকৃততে ৰজাই 'ইষ্টজনবিৰহ'ৰ প্ৰতি সচেতন হৈছে যদিও কোন 'ইষ্টজন'ৰ বিৰহত তেওঁৰ মানসিক অৱস্থা পৰ্যাকুল হৈছে তাক স্মৰণ কৰিবলৈ সক্ষম হোৱা নাই। এয়া যে দুৰ্বাসাৰ অভিশাপৰ প্ৰভাৱ তাক দৰ্শক-পাঠকে এই পৰ্যন্ত উপলব্ধি কৰিব পৰা নাই। কাৰণ, এতিয়াও শকুন্তলাৰ নাম তাৰেসৈতে সংশ্লিষ্ট হোৱা নাই। প্ৰকৃতাৰ্থত হংসপদিকাৰ গীতে ৰজাৰ চিত্তবৃত্তি এনে এক পৰ্যায়ত তুলি ৰাখে যে

৪। অভিজ্ঞঃ পৃঃ ৪৪২-৪৪৩। ৫। প্ৰাচীন সাহিত্য, পৃঃ ৪৬।

পাঠকৰ বাবে সমস্ত পঞ্চম অঙ্কত ৰজাৰ চৰিত্ৰ এক লক্ষণীয় বিষয়ৰূপে প্ৰতিভাত হয়। ৰজাই অতিশয় মানসিক উৎকণ্ঠাৰ মাজত অতীষ্ঠ হৈ থকা সময়তে কুঞ্চকীয়ে আশ্ৰমবাসীৰ উপস্থিতিৰ কথা ৰজাৰ ওচৰত নিবেদন কৰে।

(২) হংসপদিকাৰ গীতে আন এটি নাটকীয় উদ্দেশ্য সাধন কৰিছে। ২য় অঙ্কত ৰজাই বিদূষক মাধব্যৰ সমুখত শকুন্তলা সম্বন্ধীয় কথা প্ৰকাশ কৰিছিল। কিন্তু সেই অঙ্কৰ অন্তত বিদূষকক ৰাজধানীলৈ ঘূৰাই পঠোৱা সময়ত শকুন্তলাৰ প্ৰতি ৰজাৰ কোনো প্ৰকাৰৰ আকাঙ্খা নাই বুলি কোৱা হৈছে। বিদূষকে ৰজাৰ কথাত পতিয়ন গৈছে আৰু শকুন্তলাৰ বিষয়ে পিছলৈ (অন্ততঃ ৫ম অঙ্কত য'ত ৰজাৰেসৈতে বিদূষকক ২য়বাৰ দেখা গৈছে) ৰজাক বিদূষকে প্ৰশ্ন কৰা নাই। এতিয়া ৫ম অঙ্কত আশ্ৰমবাসীসকল আহি ৰজাৰেসৈতে দেখা-সাক্ষাৎ কৰি শকুন্তলাক অন্তঃপুৰত স্থান দিবলৈ ৰজাক অনুৰোধ জনোৱা সময়তো বিদূষকৰ উপস্থিতি নাট্য দৃষ্টিৰ ফালৰপৰা নাট্যকাৰে অবাঞ্ছনীয় বুলি বিবেচনা কৰিছে। এই সময়ত বিদূষকৰ দৰে অপেণত বুদ্ধিৰ লোকে ৰজাক বিপাঙত পেলালেহেঁতেন। দুৰ্বাসাৰ অভিশাপে একমাত্ৰ ৰজাৰ ওপৰতহে প্ৰভাৱ পেলাইছে, বিদূষক আদি চৰিত্ৰৰ ওপৰত তাৰ প্ৰভাৱ পৰা নাই। গতিকে ৰজাই অভিশাপৰ বশীভূত হৈ শকুন্তলাক অস্বীকাৰ কৰিব আৰু আনহাতে বিদূষকেও সেই একে প্ৰশ্ন তুলি ৰজাক শলঠেকত পেলাব। তাৰে নাটকীয় শোভা বিনষ্ট হোৱাটো নাট্যকাৰে নিবিচাৰে। সেইবাবে হংসপদিকাক সান্ত্বনা দিয়াৰ ছলেৰে অবাঞ্ছিত নাট্যচৰিত্ৰ বিদূষকক আঁতৰাই পঠিয়াই এই অৱসৰতে শাৰ্ঙ্গৰৱ প্ৰভৃতি আশ্ৰমবাসীসকলক উপনীত কৰোৱাই নাট্যকাৰে নাট্যকুশলতাৰ পৰিচয় দিছে। বিদূষকে হংসপদিকাক সান্ত্বনা জনাই ৰজাৰ ওচৰলৈ উভতি নৌআহোঁতেই ৰজাই বেত্ৰবতীৰেসৈতে লৰালৰিকৈ অগ্নিশৰণগৃহলৈ গ'লগৈ। ফলত বিদূষকে ৰজা আৰু শকুন্তলাৰ মাজৰ সম্বন্ধত হস্তক্ষেপ কৰাৰ শংকা লেশমানো নৰ'লগৈ।

(৩) হংসপদিকাৰ গীতে ৰজাক এজন প্ৰেমিকৰূপে বুজাত সহায় কৰে। মধুকৰে বিভিন্ন ফুলত ক্ষন্তেকলৈ পৰি মৌ আহৰণ কৰাৰ দৰে দুষ্যন্তয়ো নিতে নতুন প্ৰেমিকাৰ সমাগম আশা কৰে। নিতৌ নতুন প্ৰিয়াৰ সঙ্গ লাভৰ ইচ্ছা প্ৰাচীন ভাৰতীয় ৰজাসকলৰ চাৰিত্ৰিক বৈশিষ্ট্য বুলি বুজাত হংসপদিকাৰ গীতে প্ৰভূত সহায় কৰিছে। হংসপদিকাৰ গীতাৰ্থই যদিও ৰজাক উপালম্ভন (বিদ্ৰূপ?) কৰিছে, তথাপি ৰজাই এই প্ৰেমিকাজনীলৈ বৰ ঔৎসুক্য দেখুৱা নাই। এনে প্ৰেম আৰু বিৰহৰ মাধুকৰী খেলা যেন ৰজাৰ জীৱনত নিতৌ ঘটি থাকে। অৰ্থাৎ একোজন ৰজাৰ কাৰণেও এনে বহুত হংসপদিকাৰে পৰিপূৰ্ণ। দুষ্যন্তৰ কাৰণেও তাৰেই এটা উদাহৰণ।

(৪) ইয়াৰ উপৰিও হংসপদিকাৰ গীতে দৰ্শকক পৰৱৰ্তী নাটকীয় ঘটনাৰ বাবে সাজু কৰিছে। চতুৰ্থ অঙ্কৰ শেষত আশ্ৰমবাসীসকলৰ শুভেচ্ছা, পিতৃৰ আশীৰ্বাদ আৰু প্ৰিয় মিলনৰ অপৰিসীম বাসনা অন্তৰত লৈ শকুন্তলাই আশ্ৰমৰপৰা বিদায় লৈ ৰাজধানীলৈ যাত্ৰা কৰে। পঞ্চম অঙ্কৰ পাতনিতে হংসপদিকাৰ গীতে দৰ্শকক প্ৰথমবাৰলৈ প্ৰেমিকাৰ (ভূতপূৰ্ব প্ৰেমিকাৰ) প্ৰতি ৰজাৰ উদাসীন মনোভাৱলৈ

আঙুলিয়াই দিয়ে। ৰজাৰ এনে পৰ্যাকুল মানসিক অৱস্থা শকুন্তলাৰ ভাগ্যৰ পৰিপন্থী হ'ব পাৰে এনে এক আশঙ্কাৰ ভাৰবে দৰ্শকৰ মনাকাশ ধীৰে ধীৰে আচ্ছন্ন কৰে। গতিকে ইয়াৰ পিছত ৰজাই শকুন্তলাক অস্বীকাৰ কৰিলেও কোনেও আচৰিত হ'ব নেলাগে। ৰবীন্দ্ৰ নাথ ঠাকুৰে এই বিষয়ে মন্তব্য কৰি কৈছে, 'পঞ্চম অঙ্কৰ আৰম্ভত কৰিয়ে নানাপ্ৰকাৰ আভাসেৰে আমাক এনেভাবে প্ৰস্তুত কৰি ৰাখিলে যাতে শকুন্তলাৰ প্ৰত্যাখ্যান কাৰ্যই অকস্মাৎ অতিশয় আঘাত নকৰে। হংসপদিকাৰ সৰল কৰুণগীত এই ক্ৰূৰকাণ্ডৰ ভূমিকা হৈ ৰ'ল'

৪। চতুৰ্থ অঙ্ক আৰু পঞ্চম অঙ্কৰ অৱস্থান্তৰ লক্ষ্য কৰি কৱিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰে লিখিছেঃ 'চতুৰ্থ অঙ্কৰপৰা পঞ্চম অঙ্কত আমি হঠাতে আৰু এক বতাহত আহি পৰিলোঁ। ইমানখিনিলৈ আমি যেন এটি মানসলোকত আছিলোঁ; তাৰ যি নিয়ম আছিল সি ইয়াৰ নিয়ম নহয়। সেই তপোবনৰ সুৰ ইয়াৰ সুৰৰে সৈতে কেনেকৈ ৰক্ষিতা খাব! তাত যি কাৰ্য সহজ সুন্দৰভাবে অনায়াসে ঘটিছিল ইয়াত তাৰ দশা কি হ'ব তাক চিন্তা কৰিলে আশঙ্কা জন্মে। সেয়েহে পঞ্চম অঙ্কৰ প্ৰথমতে নাগৰিক বৃত্তিৰ মাজত যেতিয়া দেখিলোঁ যে ইয়াত হৃদয় বৰ কঠোৰ, প্ৰণয়ধৰ্ম কুটিল আৰু মিলনৰ পথ সহজ নহয়, তেতিয়া আমাৰ সেই বনৰ সৌন্দৰ্যস্বপ্ন ভাঙো ভাঙো যেন হ'ল। ঋষি-শিষ্য শাৰ্ঙ্গৰৱে ৰাজভৱনত প্ৰৱেশ কৰিয়েই ক'লে, 'যেন অগ্নিবেষ্টিত গৃহৰ মাজত হে সোমাই পৰিলোঁ'। শাৰদ্বতে ক'লে, 'তৈলাক্তক দেখি স্নান কৰোঁতাৰ অশুচিক দেখি শুচি ব্যক্তিৰ, সুপ্তক দেখি জাগ্ৰতৰ আৰু বন্দীজনক দেখা পাই স্বাধীন পুৰুষৰ যেনে ভাৱ হয়, এই বিষয়ী লোকসকলক দেখি মোৰ মনত তেনে ভাৱ হৈছে এটা যে সম্পূৰ্ণ স্বতন্ত্ৰ লোকৰ মাজত আহি পৰিছে ঋষিকুমাৰসকলে তাক সহজে অনুভব কৰিব পাৰিছে'। এইদৰে কবিয়ে দৰ্শকৰ চিত্তবৃত্তিক নিজৰ বৰ্ণনানুযায়ী কৰাৰ প্ৰয়াস কৰিছে।

৫। (ক) পঞ্চম অঙ্কক বহুতে শ্ৰেষ্ঠত্ব দান কৰিছে। ইয়াত দুটি মহান আত্মাৰ মাজত সংগ্ৰাম চলিছে। দুটি বিপৰীতমুখী সত্যাই সমন্বয় বিচাৰি গৈ পৰস্পৰ দ্বন্দ্বত সংযুক্ত হৈ পৰিছে। দুষ্যন্ত আৰু শকুন্তলা দুয়ো ন্যায্য দাবী কৰি বিশ্বৰ দৰবাৰত থিয় দিছে। ইয়াত কোনো পক্ষতে জয়ৰ দাবী কৰা অসম্ভৱ। ন্যায়ৰ ভাৰসাম্য আৰু জয়ৰ অখণ্ডতাই এই অঙ্কৰ ঘটনাসমূহ অধিক মনোগ্ৰাহী কৰি তুলিছে। (খ) প্ৰথম, তৃতীয় আৰু চতুৰ্থ অঙ্কত শকুন্তলাই যি প্ৰাধান্য বিস্তাৰ কৰি আছিল, ৫ ম. অঙ্কত সেই প্ৰাধান্য ৰজাৰ ফাললৈ ঢাল খাইছে। ১ ম আৰু ৩ য় অঙ্কত বিশেষতঃ য'ত ৰজা আৰু শকুন্তলাৰ সহাৱস্থান ঘটিছে, তাত শকুন্তলাৰ ৰূপ-লাৱণ্য আৰু চাৰিত্ৰিক বৈশিষ্ট্যই সকলোৰে চকুত চমক লগাইছে। এতিয়া যদিও ৫ ম অঙ্কত পোনে পোনে হংসপদিকাই ৰজাক মধুকৰ সদৃশ ৰসিক-প্ৰেমিকৰ আখ্যা দিছে, তথাপি এই অঙ্কৰ মাজৰপৰা অন্তলৈকে ৰজাই নিজৰ ন্যায়পৰায়ণতা, ধৰ্মভীৰুতা আৰু তাতোকৈ নিজৰ চৰিত্ৰক উচ্চৰপৰা উচ্চতৰ স্তৰলৈ উন্নীত কৰিছে। ৰজাৰ মানসিক অন্তৰ্দ্বন্দ্বৰ প্ৰতিচ্ছৱি অতি স্পষ্টকৈ ইয়াত অঙ্কন কৰা

---

প্ৰাঃ সাঃ পৃঃ ৪৭। ঐ অভিঃ শাঃ ৫। ১১ শ্লোঃ।

হৈছে। যি স্বৰ্গীয় ৰূপচ্ছতা লৈ আশ্ৰমবাসী এগৰাকীয়ে অন্তঃপুৰত প্ৰৱেশ পথ বিচাৰিছে দুষ্যন্ত নহৈ আন কোনো অৰ্ধসংস্কৃত লোক হোৱা হ'লে ততালিকে শকুন্তলাক স্বীকাৰ কৰি ল'লেহেতেন। ভাসৰ স্বপ্নবাসৱদত্তা নাটকৰ ষষ্ঠ অঙ্কত ৰজা উদয়নে বাসৱদত্তাৰ অৱগুণ্ঠন আঁতৰোৱাত ধাত্ৰীয়ে 'এইজনী বাসৱদত্তা' বুলি কোৱা মাত্ৰকে নিজৰ অন্তঃপুৰলৈ লৈ যাবলৈ কৈছে। যৌগন্ধৰায়নে ৰজাৰ এই আচৰণৰ প্ৰতিবাদ কৰিছে। তালৈ চাই নিঃসন্দেহে ক'ব পাৰি যে ভাসৰ উদয়নতকৈ কালিদাসৰ দুষ্যন্ত অধিক চৰিত্ৰশীল আৰু সংস্কৃতিৱান। (গ) ৰজাৰ হাতত প্ৰত্যাখ্যাতা হৈ আৰু নিজৰ চিৰপৰিচিত পিতৃসম ঋষিসকলৰদ্বাৰা আশ্ৰমলৈ প্ৰত্যাবৰ্তন কৰাত বাধাপ্ৰাপ্ত হৈ শকুন্তলা যিদৰে চৰম বিপৰ্যয়ত মুখত বিপন্না হৈছে তেনে অৱস্থাত নাৰী এজনীয়ে 'হে বসুমতী দেহি মে বিৱৰম্' বুলি নকৈ নোৱাৰে। এনে এক চৰম মুহূৰ্তত পুনশ্চ দৈৱশক্তিৰ হস্তক্ষেপ অপৰিহাৰ্য। গৰ্ভাৱস্থাত ৰামে সীতাক বিসৰ্জন দিয়া আৰু দুষ্যন্তই আসন্নাসত্ত্বা শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ মাজত ভেদ ইমানেই যে ৰামে জানি-বুজিও অকল লোকনিন্দাৰ ভয়ত নিজৰ বিবেকৰ প্ৰতিকূলে তেনে ক্ৰূৰ কাৰ্যত ব্ৰতী হৈছিল আৰু দুষ্যন্তই দুৰ্বাসাৰ অভিশাপৰ বশত শকুন্তলাৰ স্মৃতি বিসৰ্জন দি কান্তাক প্ৰত্যাখ্যান কৰিছিল। দুয়ো ক্ষেত্ৰতে দৈৱই বিপন্না নায়িকা দুজনীক হাত পাতি ধৰিছে। দুষ্যন্তই শকুন্তলাক প্ৰত্যাখ্যান কৰোঁতে পুৰোহিতৰ আশ্ৰয় লাভ কৰাতেই ন্যায়ৰ পৰাকাষ্ঠা ওলাই নপৰে। কিয়নো পুৰোহিতৰ প্ৰস্তাৱটিও শকুন্তলাৰ মৰ্যাদাৰ প্ৰতি প্ৰত্যাহ্বান স্বৰূপ হৈ পৰিছিল। এনেস্থলত হস্তিনাপুৰত ৰাজপুৰীৰ অদূৰত জীৱন-যাপন কৰাৰ সলনি পতিগৃহৰপৰা সুদূৰত থাকি পতিৰ চৰণ-চিন্তা-ব্ৰত কৰি থকাটো শকুন্তলাৰ বাবে শ্ৰেয়স্কৰ হ'ব- কৱিজনে এনে চিন্তা কৰাটোৱে যুক্তিসঙ্গত হৈছে।

## ষষ্ঠ অঙ্ক

১। এই অঙ্কৰ আদিতে প্ৰৱেশক আছে আৰু মূল অঙ্কটিও দুটা দৃশ্যত বিভক্ত।

প্ৰৱেশক ঃ মাছমৰীয়া আৰু শান্তিৰক্ষকসকলৰ কথোপকথন।

১ ম দৃশ্য ঃ শকুন্তলাৰ প্ৰতি ৰজাৰ মনোভাৱ বুজিবলৈ সানুমতীয়ে ৰাজোদ্যানলৈ আহে। কঞ্চুকীয়ে বসন্তোৎসৱ নিষেধৰ আদেশ জাৰি কৰে।

২ য় দৃশ্য ঃ বিদূষক আৰু ৰজাৰ কথোপকথন। চতুৰিকাই শকুন্তলাৰ চিত্ৰ আনে। বেত্ৰৱতীয়ে ধনমিত্ৰৰ মৃত্যু সংবাদ আনে। দুষ্যন্তৰ মোহাৱস্থা। মাতলিৰ আগমন। ৰজাৰ স্বৰ্গলৈ গমন।

২। (১) প্ৰৱেশকত ৰাজশ্যালই আৰু তেওঁৰ নিম্নপদস্থ সহযোগী দুজনে শক্ৰাৱতাৰৰপৰা নগৰত আঙঠি বেচিবলৈ অহা মাছুৱৈ এজনক বন্দী কৰি আনে। বেতেৰে টঙনিয়াই সোধোঁতে সত্যবাদী ধীৱৰে তেওঁলোকক কয় যে এটা মাছ কাটোঁতে তাৰ পেটত সি এই আঙঠিটো পাই নগৰত বিক্ৰি কৰিবলৈ আহি এনে পৰিস্থিতিত পৰিছে। ৰাজশ্যালই আঙঠিটো ৰজাক দি উভতি আহি জনায়হি যে ৰজাই আঙঠিটো দেখিলতে তেওঁৰ অতীতৰ কোনো প্ৰিয়া সমাগমৰ কথা স্মৰণ হৈছে। সেইবাবে ধীৱৰক আঙঠিৰ মূল্যৰ সমান পুৰস্কাৰ দি পঠিয়াইছে। এতিয়া

এই কর্মচাৰী কেইজনে কাদম্বৰী সাক্ষী কৰি বন্ধুত্ব পাতিবলৈ সুৰাৰ দোকানলৈ খোজ ল'লে।

(২) ষষ্ঠ অঙ্কৰ পহিলা দৃশ্যত অপ্সৰা তীৰ্থলৈ অহা মেনকাৰ দূতী সানুমতীয়ে ৰজাৰ অৱস্থাৰ বুজ ল'বলৈ আহে। তেওঁ ৰাজউদ্যানত প্ৰৱেশ কৰি দুজনী পৰিচাৰিকাৰ কথা-বতৰাৰপৰা বসন্তোৎসৱৰ আয়োজনৰ কথা শুনে। এনেতে ৰজাৰ কঞ্চুকীয়ে প্ৰৱেশ কৰি তেওঁলোকক বসন্তোৎসৱ পালনৰপৰা বিৰত কৰে আৰু আঙঠি এটি পোৱাৰ পাছত ৰজাই শকুন্তলাৰ স্মৃতি ঘূৰাই পোৱাত তেওঁৰ মনোবিকাৰ উপস্থিত হোৱা বাবে উৎসৱ নিষেধ কৰা বুলি কয়। সানুমতীয়ে এই সংবাদ শুনি নীৰৱে উল্লাসিত হয়।

পৰৱৰ্তী দৃশ্যত ৰজাই বিদূষক আৰু প্ৰতিহাৰীক লগত লৈ উদ্যানলৈ আহে। তেওঁ এতিয়া শকুন্তলাক প্ৰত্যাখ্যান কৰা বাবে অতিশয় অনুতপ্ত। শকুন্তলাৰ কথা লৈ অনুশোচনা কৰি তেওঁ (শুকাই-খীনাই) জীৰ্ণ-শীৰ্ণ অৱস্থা পাইছে। ৰজাই বেত্ৰৱতীক মন্ত্ৰীৰ ওচৰলৈ যাবলৈ দি কঞ্চুকীকো বিদায় দিয়ে। তাৰ পিছত বিদূষকৰ প্ৰশ্নোত্তৰত শকুন্তলাৰ কথা বিৱৰি কয়। বিদায়ৰ সময়ত ৰজাই শকুন্তলাক নিজৰ নামাঙ্কিত আঙঠি দি প্ৰতিদিন এটাকৈ আখৰ গণনা কৰি শেষ কৰা দিনত ৰজাৰ কৰ্মচাৰীয়ে শকুন্তলাক ৰাজধানীলৈ নিবহি বুলি কোৱা কথা স্বীকাৰ কৰে। এইদৰে নানা কথা কৈ ৰজাই অনুশোচনা কৰাত বিদূষকে ৰজাক সান্ত্বনা দিয়ে। এনে পৰিস্থিতিৰ মাজত চতুৰিকাই শকুন্তলাৰ চিত্ৰ এখনি আনি ৰজাৰ হাতত দিয়েহি। আকৌ ৰজাই প্ৰিয়াৰ কথাত নিমগ্ন হয়। তুলিকা আৰু চিত্ৰফলক আনিবলৈ গৈ বসুমতী নামে মহিষীৰ হাতৰপৰা কথমপি চতুৰিকা সাৰি আহি ৰজাক সতৰ্ক কৰি দিয়ে। এনেতে প্ৰতিহাৰীয়ে অপুত্ৰক অৱস্থাতে বণিক ধনমিত্ৰৰ মৃত্যু হোৱা সংবাদ আনে। ধনমিত্ৰৰ অকাল বিয়োগ আৰু অনপত্যতাই (?) ৰজাক নিজৰ অনপত্য অৱস্থালৈ মনত পেলাই দিয়াত তেওঁৰ অন্তৰত গৰ্ভৱতী অৱস্থাত শকুন্তলাক প্ৰত্যাখ্যান কৰা কথাই অধিক দুখ দিয়ে। তেওঁ মোহগ্ৰস্ত হয়। সানুমতীয়ে এনে পৰিস্থিতিত হেমকূট পৰ্বতত থকা শকুন্তলাৰ সংবাদ ৰজাক জনাবলৈ ইচ্ছা কৰে। কিন্তু ইন্দ্ৰৰ মাতৃ-অদিতিয়ে অচিৰে দেৱতাসকলৰদ্বাৰা দুষ্যন্ত-শকুন্তলাৰ মিলন অনুষ্ঠিত হ'ব বুলি সানুমতীক জনাই থৈছে যেতিয়া তেওঁ উপযুক্ত সময়লৈ অপেক্ষা কৰিবলৈ সংকল্প কৰি তাৰপৰা অন্তৰ্ধান হয়। এনে সময়তে মাতলিয়ে বিদূষকক আক্ৰমণ কৰি ৰজাৰ বীৰত্ব জগাই তোলে। বীৰত্বৰ পৰিস্ফূৰণ হোৱাত ৰজাক মাতলিয়ে ইন্দ্ৰৰ বতৰা জনায়। তেওঁ ৰজাক কয় যে কালনেমি নামে দানৱৰ পুত্ৰ দুৰ্জয় দানৱক যুদ্ধত নিহত কৰি ইন্দ্ৰৰ হিতসাধন কৰিবলৈ দেৱৰাজে দুষ্যন্তক নিবলৈ নিজৰ ৰথ পঠিয়াইছে। সেয়েহে অস্ত্ৰ-শস্ত্ৰ লৈ ৰথত আৰোহণ কৰিবলৈ ৰজাক মাতলিয়ে অনুৰোধ কৰে। বিদূষকৰ ওচৰত মন্ত্ৰী পিশুনলৈ এটি বতৰা এৰি থৈ ৰজাই মাতলিৰেসৈতে ইন্দ্ৰৰ পুৰীলৈ যাত্ৰা কৰিলে।

৩।(ক) পঞ্চম অঙ্কৰ শেষত শকুন্তলাক দুষ্যন্তই অস্বীকাৰ কৰাৰ পাছতে অপ্সৰাতীৰ্থৰ ফালৰপৰা এক নাৰীমূৰ্তিৰ নিচিনা জ্যোতিয়ে শকুন্তলাক ৰাজপদূলিৰপৰা

লৈ যোৱা কথা ৰাজপুৰোহিতৰ মুখত শুনিবলৈ পোৱা যায়। এয়া শকুন্তলাৰ মাতৃ মেনকাৰ কাৰ্য বুলি ভাবিবৰ যুক্তি আছে। এনে এক বিপন্ন অৱস্থাত আই বসুমতীয়ে তেওঁৰ পুত্ৰী সীতাক উদ্ধাৰ কৰিছিল বুলি জনা যায়। অৱশ্যে হ'লেও মেনকাই আলেঙে আলেঙে থাকি জীয়েক শকুন্তলাৰ সুখ-দুঃখৰ আলেখ-লেখ লৈ আছিল। তাক ষষ্ঠ অঙ্কত সানুমতীৰ উক্তিয়ে প্ৰমাণ কৰে। সি যি হওক, বৰ্তমান প্ৰশ্ন হৈছে 'শকুন্তলা আৰু দুষ্যন্তৰ পুনৰ্মিলন হ'ব নে নাই? যদি হয় কেতিয়া? তাৰ পথ কি?' (২) দুষ্যন্ত আৰু শকুন্তলাৰ পুনৰ্মিলনৰ পথত একমাত্ৰ বাধাৰ প্ৰাচীৰ হৈ ৰৈছে ক্ৰুৰমতি দুৰ্বাসাৰ অভিশাপ। মিলনৰ বাধা অভিশাপ মোচন একান্ত অপৰিহাৰ্য। তাৰ বাবে ৰজাই অভিজ্ঞান আভৰণ দেখা অত্যাৱশ্যক। এই অভিজ্ঞান আভৰণ ৰূপ আঙঠি শক্ৰাৱতাৰৰ শচীতীৰ্থত শকুন্তলাই স্নান কৰোঁতে হেৰোৱা বুলি ৫ম অঙ্কত গৌতমীৰ বাক্যৰপৰাই জনা যায় (নূনং তে শক্ৰাৱতাৰাভ্যন্তৰে শচীতীৰ্থে সলিলং বন্দমানায়াঃ প্ৰভ্ৰষ্টমঙ্গুলীয়কম্)। এই আঙঠিটো শচীতীৰ্থৰ পানীৰ অতল গৰ্ভৰপৰা তুলি আনি কোনে ৰজাক দেখুৱাই তেওঁৰ স্খলিত শকুন্তলাস্মৃতি আকৌ জগাই দিব? (৩) ৬ষ্ঠ অঙ্কৰ আদিত পঠিত আলোচ্যমান প্ৰৱেশকৰপৰা জনা যায় যে আঙঠিটো জলমগ্ন হোৱাৰপৰা ধীৱৰৰ হাতত পৰালৈকে ছবছৰ কাল প্যাৰ হৈ গৈছে আৰু এই সময়ছোৱা সি ৰোহিত মাছৰ পেটতে 'অজীৰ্নপাতকী' হৈ ৰৈ আছে। শক্ৰাৱতাৰৰ মাছৰৈৰ হাতত দৈৱক্ৰমেহে সেই আঙঠি গৰ্ভস্থ কৰা মাছ ধৰা পৰে। মাছুৰৈয়ে সেই মাছ কাটিবলৈ লওঁতেই তাৰ পেটৰপৰা ওলাই পৰিল 'ৰত্নভাসুৰমঙ্গুৰীয়কম্'। 'ৰত্নভাসুৰ' এই আঙঠি ৰাখি নিজৰ ঘৰ পোহৰাই ৰখাৰ মোহ মাছুৰৈৰ হ'লে নাই। সি পেটে ভাতে খোৱা নীচলা মানুহ। গতিকে আঙঠিটো বিক্ৰি কৰি চাউল একঠাৰ দামকণ উলিয়াবলৈ সি নগৰৰ উপকণ্ঠত উপস্থিত হওঁতেই শেনচকুৱা নগৰৰক্ষক ৰাজকৰ্মচাৰীৰ হাতত পৰিলগৈ। সি বন্দী হ'ল আৰু শান্তিৰক্ষকৰ বেত্ৰাঘাতৰ চিকাৰো হ'ল। জীৱিকাত বিশুদ্ধ ন'হলেও সি চৰিত্ৰত নিকা আৰু সত্যশীল। গতিকে ক'ত, কেনেকৈ আঙঠিটো সি পালে তাক সৰলভাৱে প্ৰকাশ কৰিলে। ৰাজশ্যালকে আঙঠিটো হাতত হৈ ৰজাক ভেটিলেগৈ। সেই আঙঠিৰ যাদুকৰী দৰ্শনত ৰজাই ক্ষণিকতে শাপমুক্ত হ'ল আৰু শকুন্তলা বিষয়ক স্মৃতিয়ে তেওঁৰ অৱচেতন মনৰ ধূলি-ধূসৰ বিসৰ্জন দি চেতনাৰ পৰ্দাত উদ্ভাসিত হৈ পৰিল। তাৰ লগে লগে তেওঁ শকুন্তলাক প্ৰত্যাখ্যান কৰা বাবে অনুশোচনাৰ জুইত দগ্ধ হ'বলৈ ধৰিলে। (৪) গতিকে এনে এটা দৈৱসংযুক্ত ঘটনাৰ আধাৰভূমি হিচাপে কালিদাসে ৬ষ্ঠ অঙ্কৰ আদিতে এই প্ৰৱেশকটি সংযোজন কৰিছে। ইয়ে দুষ্যন্ত-শকুন্তলাৰ মিলনৰ সেতু ৰচনা কৰিছে আৰু পৰৱৰ্তী ঘটনাৰ প্ৰতি দৰ্শকক উৎকৰ্ণ হৈ থাকিবলৈ উদ্গনি যোগাইছে। (৫) প্ৰৱেশকৰ ঘটনা আৰু চৰিত্ৰ কেইটাই তদানীন্তন কালত শান্তিৰক্ষক আৰক্ষক (Police) বিষয়াৰ স্বৰূপ উদ্ঘাটন কৰিছে। দোষী-নিৰ্দোষী নিৰ্বিশেষে বেত্ৰাঘাত কৰা আৰু ধনৰিত আৰু সুৰা-সেৱাৰ প্ৰতি লোলুপতা সেইসকলৰ চাৰিত্ৰিক বৈশিষ্ট্য আছিল।

৪। ধীৱৰৰ হাতৰপৰা আঙঠি পোৱাৰ পাছৰপৰাই ৰজা দুষ্যন্তৰ মনত শকুন্তলাক

ইতিমধ্যে প্ৰত্যাখ্যান কৰা বাবে তীব্ৰ অনুশোচনা হ'বলৈ ধৰিলে। প্ৰকৃততে এই অনুশোচনাই ৰজাৰ অন্তৰাত্মাক তুঁহ জুইৰ দৰে দগ্ধ কৰিবলৈ ধৰিলে। ষষ্ঠ অঙ্কৰ আদিতে সমাগত বসন্তোৎসৱ পৰিহাৰ কৰাটোৱে বুজায় যে ৰাজ্যৰ ৰজাৰ উৎসৱ বিৰোধীভাৱৰ মহৎ কাৰণ আছে। কঞ্চুকীয়ে উৎসৱ বাৰণ কৰা কথা শুনি সানুমতীয়ে মন্তব্য কৰিছে 'উৎসৱপ্ৰিয়াঃ খলু মনুষ্যাঃ। গুৰুণা কাৰণেন ভৱিতব্যম্।' চেটীসকলৰ মনতো উৎসৱ বাৰণৰ কাৰণ জানিবলৈ কৌতূহল উপজিছে। 'শকুন্তলাপ্ৰত্যাদেশকৌলিনম্' সম্বন্ধে কঞ্চুকীয়ে কৈছে 'যদৈৱ খলু স্বাঙ্গুলীয়কদৰ্শনাদনুস্মৃতং দেৱেন সত্যমূঢ়পূৰ্ৱা মে তত্ৰভৱতী ৰহসি শকুন্তলামোহাঅপ্ৰত্যাদিষ্টেতি তদঃপ্ৰভৃত্যেৱ পশ্চাত্তাপমুপগতো দেৱঃ।' তাৰবাবে সম্প্ৰতি ৰজাৰ স্বভাৱত দেখা দিয়া বিকাৰসমূহ ৬/৫ শ্লোকত বৰ্ণিত হৈছে। (১) ৰজাই এতিয়া ৰম্য-বস্তুক বেয়া পায়; (২) আগৰ দৰে মন্ত্ৰীসকলেৰেসৈতে আলোচনাত নবহে; (৩) শয্যাপ্ৰান্তত যাতায়াত কৰি বিনিদ্ৰ ৰজনি কটায়; (৪) অন্যান্য ৰাণীসকলৰ কথাৰ উত্তৰ মাথোন সৌজন্যৰ খাতিৰতহে দিয়ে; (৫) তেওঁ অন্তঃপুৰবাসীৰ নাম ধৰি মাতোঁতে ভুল কৰে আৰু (৬) তাৰ বাবে তেওঁ লজ্জাও প্ৰকাশ কৰে। ইয়াৰ উপৰিও ৰজাই (৭) মণ্ডন-আভৰণ আদি ত্যাগ কৰিছে; (৮) বাওহাতৰ প্ৰকোষ্ঠত এপাত বলয় পৰিধান কৰে; (৯) তেওঁৰ উষ্ম প্ৰশ্বাসৰ বাবে ওঠদুটি শুকান আৰু ৰঙা; (১০) ৰাতি উজাগৰে কটায় বাবে চকু ধুলধুলীয়া-ঈষৎ ৰক্তিম্; (১১) শৰীৰৰ কান্তি অটুত আছে যদিও তেওঁৰ অঙ্গযষ্টি শুকাই-খীনাই গৈছে। এইদৰে ৰজাৰ শৰীৰত দেখা দিয়া পৰিবৰ্তন আৰু শাৰীৰিক ভিন্নাৱস্থাৰ পৰিচয় কঞ্চুকীৰ মুখেৰে ব্যক্ত কৰি কৰিয়ে পৰৱৰ্তী মুহূৰ্তত সমাগত ৰজাৰ শাৰীৰিক আৰু মানসিক অৱস্থা বুজাত সহায় কৰিছে।

৫। ভাৰতীয় দৰ্শনে কৰ্মবাদত বিশ্বাস কৰে। সুখ আৰু দুঃখ দিন আৰু ৰাতিৰ দৰে পৰিৱৰ্তনশীল। তাৰেসৈতে জড়িত হৈ আছে অখণ্ডনীয় ভাগ্যবিশ্বাস। দৈৱ বা ভাগ্যৰ পৰিহাস কোনেও এৰাব নোৱাৰে। ৰজাই ৫ম অঙ্কত দুৰ্বাসাৰ অভিশাপৰ প্ৰকোপত পৰি কেইমাহমানৰ পূৰ্বতে লগ পোৱা প্ৰণয়িনী আৰু তেওঁৰ পৰিবাৰবৰ্গক দেখিও চিনিবলৈ অসমৰ্থ হ'ল। সেই সম্বন্ধীয় স্মৃতিৰ কণিকাটি পৰ্যন্ত তেওঁৰ মনৰপৰা অন্তৰ্হিত হৈছিল। কি আচৰিত কথা যে সুদীৰ্ঘ ছবছৰৰ মূৰত অভিজ্ঞান আভৰণ এটিৰ দৰ্শনত অৱচেতন মনৰ অতল তলিত দ্ৰৱীভূত হৈ থকা সুসুপ্ত সেই প্ৰিয়া-বিজড়িত স্মৃতিয়ে ৰজাৰ চেতনা প্ৰৱাহত উথল-মাথলৰ সৃষ্টি কৰিলেহি। তাৰ ফলত ৰজাৰ শাৰীৰিক আৰু মানসিকবিক্লৱতা উপস্থিত হ'ল। দৰ্শকে সহজে বুজিব পাৰিছে যে ই আঙঠিৰূপ এটি জড় পদাৰ্থ দৰ্শনৰ ফল। অথবা ই দুৰ্বাসাৰ অভিশাপ অপনয়নৰ বাবে ঋষিজনে নিজে দি যোৱা উপায়ৰ প্ৰতিপ্ৰসৱ। কিন্তু ৰজা অভিশাপ সম্বন্ধে অনৱহিত; সেইবাবে আঙঠিটোৰ প্ৰতি তেওঁৰ মনত আক্ৰোশৰ জাউৰি উঠিছে।

৬। ৰজাৰ মনত শকুন্তলাৰ ৰূপ-লাৱণ্যৰ যি অনুপম চিত্ৰ এতিয়া উদ্ভাসিত হৈছে তাকেই তুলিকাৰ সহায়ত ৰজাই চিত্ৰফলকত অঙ্কিত কৰিছে। তাকে চাই চাই ৰজাই নিজৰ অন্তৰত ওপজা অনুশোচনাৰ প্ৰৱাহ বোৱাইছে। এই ফলকে

ৰজাৰ মনত শকুন্তলাৰ প্ৰতি থকা প্ৰেমৰ ৰাগানুৰাগ ব্যক্ত কৰাত সহায় কৰিছে। চিত্ৰফলক নোহোৱাকৈ ৰজাই ইমানখিনি বিকাৰ প্ৰকাশ কৰিবলৈ নোৱাৰিলেহেঁতেন। অথবা তেতিয়া ৰজাক বিদূষকে সন্দেহ কৰাৰ দৰে 'এষ তীৰদুষ্মন্তাঃ' বুলি দৰ্শকেও ভাবিলেহেঁতেন।

৭। ৰজাই সম্প্ৰতি যি পশ্চাত্তাপ বা অনুশোচনাৰূপ যাতনাত ভুগিছে, তাৰ সাৰ্থকতাও বিচাৰ্য বিষয়। পূৰ্বৰ অঙ্কত যি কাৰণতে নহওক ৰজাৰদ্বাৰা প্ৰত্যাখ্যাতা হৈ শকুন্তলাই এক নিদাৰুণ পৰিস্থিতিৰ সন্মুখীন হৈছে। এক কথাত দৰ্শকৰ চকুৰ আগৰপৰা বা দৃষ্টিগোচৰৰপৰা নায়িকাক ছবছৰৰ বাবে বিপ্ৰয়োগ যন্ত্ৰণাত ভুগিবলৈ কৰিয়ে নিৰ্বাসন দণ্ড দিলে। শকুন্তলাই পুতেকক বুকুত বান্ধি প্ৰিয় সমাগমৰ আশা-নিৰাশাৰ অনিশ্চয়তাৰ মাজত চিৰতৰ বিৰহ-যাতনাত প্ৰপীড়িত হৈছে। এয়া তেওঁৰ তপস্যা। এই তপস্যা ৰজাৰ ৰাজধানী নালাগে, কণ্বাশ্ৰমতো সম্ভৱপৰ নহ'লহেঁতেন। ৰাজধানীত পুৰোহিত সোমৰাতৰ ঘৰত তেওঁ নিৰ্বিঘ্নে-নিৰাপদে দিন কটাবলৈ নোৱাৰিলেহেঁতেন। আশ্ৰমকন্যাৰ অকথিত দুঃখ-যন্ত্ৰণা পুনঃ ষষ্ঠ অঙ্কত অঙ্কণ কৰাটো কৰিৰ উদ্দেশ্যও নহয়। প্ৰকৃততে শকুন্তলাৰ বিৰহ-যন্ত্ৰণা কৰি কালিদাসে এক বৰ্ণনাতীত বিষয় বুলিয়ে ধৰি লৈছে। সেইবাবে লোক-সমক্ষত তাপসকন্যাক কৰিয়ে ৰখা নাই। পিতৃ কণ্বৰ আশ্ৰমতো তেওঁক ৰখা নাই। কাৰণ "সতীমপি জ্ঞাতিকুলৈকসংশ্ৰয়া জনোন্যথা ভৰ্তৃমতীং বিশঙ্কতে।" আকৌ ৪ৰ্থ অঙ্কত বিদায়পৰতো তাত কণ্বই চতুৰ্থ আশ্ৰমত (৪ৰ্থ অৱস্থাত)হে শকুন্তলাক আশ্ৰমলৈ উভতি যাবলৈ উপদেশ দি থৈছে (ভূত্বা চিৰায় চতুৰন্তমহীসপত্নী —— শান্তে কৰিষ্যসি ·দিং পদং এমেস্মিন্ ৪/২০)। তদুপৰি পিতৃ বা পিতৃস্থানীয় পৰিবাৰবৰ্গৰ সমক্ষত দুহিতাৰ বিৰহকাতৰতা অসহনীয় হয়। এতেকে তেওঁক হেমকূটলৈ স্থানান্তৰ কৰি লোক-পৰোক্ষত তপস্যাত নিমগ্ন ৰাখিছে। কিন্তু ছবছৰৰ অন্তত ৰজাই আঙঠিৰ দৰ্শনত প্ৰিয়াৰ স্মৃতি লাভ কৰি অনুতাপৰ জুইত পুৰি বিশুদ্ধ হৈছে। এয়াও জুয়ে পোৰা সোণৰ দৃষ্টান্ত। আন কথাত তপস্যাই। ইয়াৰদ্বাৰা কৰিজনে মূলতঃ তিনিটা উদ্দেশ্য সাধন কৰিছেঃ (১) "এই অনুতাপ তপস্যা। এই অনুতাপৰ মাজেৰে শকুন্তলাক লাভ নকৰিলে শকুন্তলা লাভৰ গৌৰৱ নাছিল। হাতেৰে ঢুকি পালেই যি পোৱা হয়, সি পোৱা নহয়; লাভ কৰা সহজ কাৰ্য নহয়। যৌৱন-মত্ততাৰ আকস্মিক ধুমুহাৰে শকুন্তলাক এক মুহূৰ্ততে উৰাই আনিলে তেওঁক সম্পূৰ্ণকৈ পোৱা নহ'লহেঁতেন। লাভ কৰাৰ প্ৰকৃষ্ট প্ৰণালী সাধনা, তপস্যা। যি অনায়াসে হস্তগত হৈছিল সি অনায়াসে হেৰাই গ'ল। যি আৱেশৰ মুঠিৰে আহৃত হয় সি শিথিলভাৱেই এৰাই যায়। সেইবাবে কৰিয়ে পৰস্পৰক যথাৰ্থভাৱে চিৰন্তনভাৱে লাভৰ বাবে দুষ্যন্ত-শকুন্তলাক দীঘলীয়া দুঃসহ তপস্যাত প্ৰবৃত্ত কৰিছে। ৰাজসভাত প্ৰৱেশ কৰা মাত্ৰে দুষ্যন্তই যদি তৎক্ষণাত শকুন্তলাক গ্ৰহণ কৰিলেহেঁতেন তেনেহ'লে শকুন্তলাই হংসপদিকাৰ দল বৃদ্ধি কৰি তেওঁলোকৰ অৱৰোধৰ একোণত স্থান পালেহেঁতেন।"[৯] -(ৰবীন্দ্ৰনাথ)।

(২) শকুন্তলাক প্ৰত্যাখ্যান কৰি ৰজাই সম্প্ৰতি ষষ্ঠ অঙ্কত যি অনুতাপ প্ৰকাশ কৰিছে তাৰ মাজেৰে ৰজাৰ দৰে বহু-বল্লভজনৰ অন্তৰ আৰু অন্তঃপুৰত

---

৯। প্ৰাঃ সাঃ পৃঃ ৪৮-৪৯।

শকুন্তলাৰ প্ৰকৃত স্থান নির্দেশ কৰিছে। পঞ্চম অঙ্কত হংসপদিকাৰ গীতৰ সুৰেও ৰজাৰ মনোযোগ আকর্ষণ নকৰা নহয়। বিদূষকে গীতার্থ বুজিছে নে বুলি ৰজাক সোধাত ৰজাই মিচিকিয়া হাঁহি মাৰি কৈ থলে, 'সকৃৎপ্ৰণয়োঽয়ংজনঃ। তদস্যা দেৱীং বসুমতীমন্তৰেণ মদুপালম্ভমৱগতোঽস্মি।" হংসপদিকাৰ প্ৰতি ৰজাৰ যি প্ৰীতি ইয়াত প্ৰকাশ পাইছে সেয়া ৰজাৰ শকুন্তলা-প্ৰীতিৰ লগত তুলনীয় নহয়। অথবা নাট্যকাৰে হংসপদিকা আৰু বসুমতীক ৰঙ্গমঞ্চলৈ আনি আন এখন 'মালাৱিকাগ্নিমিত্ৰম' ৰচনাৰ প্ৰয়াস নকৰিলে। গতিকে শকুন্তলাৰ প্ৰতি ৰজাৰ ঐকান্তিক আৰু অখণ্ড প্ৰেমৰ স্বৰূপ দেখুৱাবলৈ ৬ ষ্ঠ অঙ্কত ৰজাৰ অনৱস্থাৰ চিত্ৰ কৰিয়ে আঙ্কন কৰিছে। অথবা ইয়াৰ অৱিহনে শকুন্তলাৰ তপস্যাৰ সাৰ্থকতাই বা ক'ত ৰয়গৈ?

(৩) প্ৰেম একপক্ষীয় অনুভূতি নহয়। দুই অন্তৰৰ পাৰস্পৰিক আকর্ষণেই প্ৰেম। দুষ্যন্ত আৰু শকুন্তলাৰ পাৰস্পৰিক প্ৰেমৰ মূৰ্ত প্ৰকাশ ভাবাৰ মাধ্যমত দাঙি ধৰাৰ উদ্দেশ্যে নাট্যকাৰে এই নাটক ৰচিছে। আগৰ অঙ্কবোৰত নায়িকাক প্ৰাধান্য দি এতিয়া ৫ ম আৰু ষষ্ঠ অঙ্কত দুষ্যন্তৰ চিত্ৰ আঁকিছে। ৪ৰ্থ অঙ্কত শকুন্তলাই যিদৰে সৰ্বাংশে স্থান পাইছে, সিদৰে ষষ্ঠ অঙ্কত দুষ্যন্তই সমস্ত মঞ্চজুৰি আসীন হৈছে। এটা কথা আমি আঙুলিয়াই দিব খোজোঁ যে কবি কালিদাসে নায়িকাৰ বিৰহাৱস্থা দেখুৱাতকৈ নায়কৰ বিপ্ৰয়োগ-বিপত্তিৰ ছবি আঁকি ভাল পায়। ৰঘুবংশত অজৰ বিলাপ, বিক্ৰমোৰ্বশীয়মত পুৰুৰৱাৰ বিৰহ, আৰু মেঘদূতত যক্ষৰ বিলাপ তাৰেই পৰাকাষ্ঠা নহয় নে? সম্প্ৰতি দুষ্যন্তয়ো সি সকলৰ শাৰীতে স্থান লৈছে।

৮। ষষ্ঠ অঙ্কত প্ৰকৰী নামে অৰ্থপ্ৰকৃতিৰ অৱস্থান মনোযোগৰ বিষয়। ইয়াত (এহাতে) সানুমতীয়ে শকুন্তলাৰ স্বাৰ্থত মেনকাৰ প্ৰতিনিধিত্ব কৰিছে আৰু ৰজাৰ মন আৰু শৰীৰৰ বুজ লৈছেহি। তেওঁ 'সতি খলু দীপে ব্যৱধানদোষেণ এষোঽন্ধকাৰদোষমনুভৱতি'- বুলি কৈ সৰ্বদমনসহ শকুন্তলাৰ অৱস্থিতিৰ কথা সূচনা কৰিছে। ৰজাই দূৰত্বৰূপ ব্যৱধানৰ বাবে তেওঁলোকক নেদেখি মোহগ্ৰস্ত হৈছে। 'অথবা শ্ৰুতং ময়া শকুন্তলাং সমাশ্বাসয়ন্ত্যা মহেন্দ্ৰজনন্যা মুখাদ্ যজ্ঞভাগোৎসুকা দেৱা এৱ তথানুষ্ঠাস্যন্তি যথাচিৰেণ ধৰ্মপত্নীং ভৰ্তাভিনন্দিষ্যতীতি।'- ইত্যাদিৰে অচিৰে দেৱতাসকলে ৰজা আৰু শকুন্তলাৰ মিলন অনুষ্ঠিত কৰিব বুলি সূচনা দিছে। (আনহাতে) অচিৰে দেৱতাৰ হস্তক্ষেপ বুলি কৈ মাতলি অহাৰ পথ সুগম কৰি তুলিছে।

৯। এই অঙ্কত মাতলিৰ আগমনে দৰ্শকক আশ্বস্ত কৰে। দেৱতাসকলে দুষ্যন্ত-শকুন্তলাৰ মিলনৰ পৃষ্ঠ পোষকতা কৰা বুলি সানুমতীৰ মুখৰপৰা শুনাৰ পাছত দেৱৰাজৰ প্ৰতিনিধি বা দূতবিশেষৰ আগমন আশানুৰূপ হৈছে। দুৰ্জয় দানৱৰ নিধন উপলক্ষ্য মাত্ৰ। মহেন্দ্ৰজননীয়ে শকুন্তলাক যি আশ্বাস দিছে তাক মহেন্দ্ৰই কাৰ্যত পৰিণত কৰাও আশানুযায়ী হ'ব লাগিব। তাৰ বাবে মহেন্দ্ৰসাৰথিৰ আগমন অতি আশাপ্ৰদ। মাতলিৰ আখ্যানেই ৰজাৰ ফালৰপৰা প্ৰকৰীৰূপ অৰ্থপ্ৰকৃতি হৈছে।

১০। এই অঙ্কত শোৱা নিঃসন্তান ধনমিত্ৰৰ সলিল-সমাধি লাভৰ বৃত্তান্তই গোপনে গোপনে ৰজাক নিজৰ অনপত্যতা দোষলৈ মনত কৰি দি আঘাতৰ ওপৰত

আঘাত দিছে। ইতিমধ্যে ৰজাই প্ৰাণপ্ৰিয়া শকুন্তলাক প্ৰত্যাখ্যান কৰা বাবে বৰকৈ খেদ প্ৰকাশ কৰি আছিল। তাৰ মাজতে আহি পৰা ধনমিত্ৰৰ উপাখ্যানে ৰজাৰ অনপত্য অৱস্থাত সন্তানসম্ভৱা পত্নীক বিসৰ্জন দিয়া কথালৈও তেওঁৰ মনোযোগ আকৰ্ষণ কৰা হ'ল। তাৰদ্বাৰা তেওঁৰো বংশলতা ৰক্ষা নপৰিব বুলি ৰজাক মানসিকভাৱে আঘাত কৰা হ'ল। গতিকে পুত্ৰসহ শকুন্তলাক পোৱাৰ বাঞ্ছা ৰজাৰ অন্তৰত থিতাপি ল'লেহি। এনেতে ৰজাক আকৌ জনোৱা হ'ল যে ধনমিত্ৰৰ পত্নীসকলৰ মাজত এজনী এতিয়াও সন্তান সম্ভৱা অৱস্থাত আছে। তাৰে আকৌ ৰজাৰ মনলৈ আশাৰ সঞ্চাৰ কৰা হ'ল যে ভৱিষ্যতে তেওঁ পত্নী আৰু পুত্ৰৰ মুখ দেখিবলৈ পাব।

১১। এই অঙ্কত বিদূষকৰ চৰিত্ৰৰ যোগেদি ২য় অঙ্কৰ দৰে বিপ্ৰলম্ভ শৃঙ্গাৰৰ চোক কমাবলৈ হাস্যৰস সৃষ্টি কৰিবলৈ প্ৰয়াস কৰা চকুত পৰে। ৰজাই যেতিয়া প্ৰিয়া বিৰহানলত নিঃশেষে দগ্ধ হোৱাৰ পৰিপ্ৰেক্ষিতত প্ৰিয়াৰ বৰ্ণনাত মুখৰ হৈ পৰিছে, তাৰ মাজতে বিদূষকে নিজৰ পেটৰ ভোকৰ কথা কৈ নিজক হাঁহিয়াতৰ পাত্ৰ কৰাই নহয়, ৰজাৰ প্ৰতি তেওঁৰ সমবেদনাৰ অভাৱো সূচাইছে। ই বিদূষকৰ চৰিত্ৰৰ গুণ নহয়, দোষহে। বসুমতীৰ চৰিত্ৰই ইয়াত ৰজাক কৰ্তব্যকৰ্মলৈ সচেতন কৰি তোলে। পতিক কাৰ্যব্যাপৃত বুলি জানি(?) বসুমতীয়ে শকুন্তলা-ব্যাপাৰত হস্তক্ষেপ কৰিবলৈ ৰজাৰ ওচৰত নোলাল। 'কাৰ্যজ্ঞা কাৰ্যোপৰোধং মে পৰিহৰতি' বুলি ৰজাই কৈছে। প্ৰথমে ইয়াত 'কাৰ্য' শব্দই ৰজাৰ শকুন্তলা-চিন্তাৰূপ কাৰ্যক বুজোৱা বুলিহে দৰ্শকে ভাবিবলৈ অৱকাশ পায়। তাৰ পাছতহে অৰ্থজাত পৌৰকাৰ্যৰ প্ৰতি দৰ্শকৰ মনোযোগ আকৰ্ষিত হয়। বসুমতীক ৰঙ্গমঞ্চলৈ অনাৰূপৰা বিৰত হৈ শকুন্তলাক প্ৰতিনায়িকাৰ প্ৰতিস্পৰ্ধাৰপৰা কৱিয়ে নিষ্কৃতি দিছে।

১২। পঞ্চম আৰু ষষ্ঠ অঙ্ক দুটাৰ মাজেৰে মহাকৱি কালিদাসে দৰ্শকক ৰাজকাৰ্যৰ আভাস দিছেঃ (১) ৰজাই ৰাজ্যৰ বাহিৰৰ কাৰ্যত ব্যাপৃত হ'লে মন্ত্ৰীয়ে ৰাজকাৰ্য পৰিচালনা কৰে (৬/৩২ দ্ৰ)। (২) মন্ত্ৰীবৰ্গ অন্যতম প্ৰকৃতি। ৰজাই প্ৰকৃতিৰ সেৱা গ্ৰহণ কৰা নিয়ম। (৩) ৰজাই কোনো কাৰণবশতঃ ৰাজসভাত আসনস্থ নহ'লেও অভ্যন্তৰত থাকিয়েই গুৰু কাৰ্যবোৰ নিৰ্বাহ কৰে। (৪) দায়াধিকাৰ নিয়ম অনুসৰি অপুত্ৰক লোকৰ সা-সম্পত্তি ৰাষ্ট্ৰায়াত্ত হোৱাৰ নিয়ম প্ৰৱৰ্তিত আছিল। মৃতকৰ পুত্ৰ বা দায়াদৰ অৱিহনে সগৰ্ভা পত্নীয়েহে পতিৰ বিয়োগত সম্পত্তিৰ ভোগ-দখল লাভ কৰা প্ৰথা আছিল।

## সপ্তম অঙ্ক

সপ্তম অঙ্কটি তিনিটা দৃশ্যত বিভক্ত। প্ৰথম দৃশ্যঃ স্বৰ্গৰপৰা বিদায় লৈ মাতলিৰ সৈতে ৰথত আৰোহণ কৰি দুষ্যন্তই আকাশমাৰ্গেৰে মাৰীচৰ আশ্ৰম পায়েহি।

দ্বিতীয় দৃশ্যঃ ৰজা আৰু সৰ্বদমনৰ পৰিচয়ঃ শকুন্তলাৰে সৈতে ৰজাৰ পুনৰ্মিলন।

তৃতীয় দৃশ্যঃ মাৰীচে দুষ্যন্ত, শকুন্তলা আৰু সৰ্বদমনক আশীৰ্বাদ দিয়ে। ভৰতবাক্য আবৃত্তিৰদ্বাৰা নাটকৰ সমাপ্তি ঘোষণা।

২। সপ্তম অঙ্কৰ আৰম্ভণিত দুষ্যন্তই আকাশযানত আৰোহণ কৰি মাতলিৰ- সৈতে স্বৰ্গৰপৰা প্ৰত্যাৱৰ্তন কৰে। ৰজাই দুৰ্জয় দানৱক নিধন কৰি ইন্দ্ৰৰপৰা আশাতীত সমাদৰ লাভ কৰিছে। সেইবাবে তেওঁ অতিশয় আনন্দিত। ইন্দ্ৰই তেওঁৰ পুত্ৰ জয়ন্ত আৰু অন্যান্য দেৱতাৰ সমুখতে নিজৰ অৰ্ধাসনত দুষ্যন্তক বহুৱাই আৰু হৰিচন্দনেৰে আমোলমোলাই থকা মন্দৰ ফুলৰ মালা ৰজাৰ ডিঙিত পিন্ধাই দি মৰ্ত্যজনৰ বাবে আশাতীত সন্মান প্ৰদৰ্শন কৰিছে। ৰজাই মাতলিৰ ওচৰত বিনম্ৰভাৱে কয় যে তেওঁ কৰা কাৰ্যৰ তুলনাত এনে সন্মান অতিশয় স্বপ্নাতীত বুলি বোধ হৈছে। মাতলিয়ে দুষ্যন্তক নৃসিংহৰসৈতে তুলনা কৰি কয় যে দেৱৰাজৰ হকে ৰজাই দুৰ্জয় দানৱক বধ কৰা কাৰ্য তাহানি হিৰণ্যকশিপু বধৰ তুল্য হৈছে। এইদৰে কথা-বতৰা হৈ তেওঁলোকে আকাশবাৰ্গ অতিক্ৰম কৰি হেমকূট পৰ্বতত উপনীত হয়। হেমকূট পৰ্বতত থকা আশ্ৰমত মাৰীচ আৰু তেওঁৰ পত্নী দাক্ষায়নী অদিতিয়ে বাস কৰে। দেৱতা আৰু দানৱসকলৰ জনক-জননীক দেখা কৰাৰ অপূৰ্ব সুযোগৰ সজ ব্যৱহাৰ কৰিবলৈ ৰজাই মাতলিৰ ওচৰত ইচ্ছা প্ৰকাশ কৰে। মাতলিয়ে হেমকূটত ৰথ স্থাপন কৰি ৰজাৰ আগমনৰ বতৰা মহেন্দ্ৰ-পিতৃক জনাবলৈ যায়। ৰজাই ৰথৰপৰা অৱৰোহণ কৰি এজোপা অশোক গছৰ গুৰিত বহেগৈ।

মাতলিয়ে মাৰীচৰ ওচৰলৈ যোৱাৰ পাছত ৰজাই বাহু-স্পন্দন অনুভৱ কৰে। ইয়াৰ লগে লগে ৰজাই কাৰোবাৰ কথা-বতৰা শুনিবলৈ পায়। ৰজাই শব্দানুসৰণ কৰি সেইফালে চাই দেখিবলৈ পালে যে এজন প্ৰায় ছয়-সাত বছৰীয়া ল'ৰাই ধেমালি কৰিবলৈ বুলি সিংহিনীৰ গাখীৰ খাই থকা সিংহ পোৱালী এটাক আজুৰি আনিবলৈ ধৰিছে। ল'ৰাজনক চোৱাচিতা কৰা পৰিচাৰিকা গৰাকীয়ে শিশুটিক তেনেখন নকৰিবলৈ দৰাই সাৱধান কৰি দিছে। সেই নিষেধ উলাই কৰি অনমনীয় শিশুটিয়ে সিংহপোৱালীটোৰ মুখ মেলি দাঁত গণিবলৈ ধৰিছে। সৰ্বদমন বুলি জনাজাত এই শিশুটিক সেইবোৰ অতপালিৰপৰা একৰাই আনিবলৈ অসমৰ্থ হৈ পৰিচাৰিকাজনীয়ে ল'ৰাটোক সংযত কৰাবলৈ অদূৰত থকা ৰজাকেই খাটনি ধৰিছে। ৰজাই সৰ্বদমনক দেখি নিজৰ অন্তৰত অপত্যস্নেহ অনুভৱ কৰিলে। সৰ্বদমনে সিংহ শিশুটিৰ সলনি আন কোনো খেলাৰ বস্তুলৈ হাত মেলোঁতেই ৰজাই শিশুটিৰ হাতত 'চক্ৰৱৰ্তী ৰজা'ৰ লক্ষণ দেখিবলৈ পালে। শকুন্তলাৰ গৰ্ভত তেওঁৰ ঔৰসত তেনে লক্ষণযুক্ত পুত্ৰ সন্তানৰ জন্ম হ'ব বুলি পুৰোহিতে কোৱা কথালৈ ৰজাৰ মনত পৰিল। ৰজাৰ মনত আশাৰ সঞ্চাৰ হ'ল। ৰজাই পৰিচাৰিকাজনীৰ কথা মতে সৰ্বদমনৰ হাতৰপৰা সিংহৰ পোৱালীটো একৰাই দিবলৈ যোৱাত পৰিচাৰিকাজনীয়ে ৰজা আৰু সৰ্বদমনৰ ৰূপৰ সাদৃশ্য দেখি আচৰিত হ'ল। সৰ্বদমনক স্পৰ্শ কৰা বাবে নিজৰ শৰীৰ ৰোমাঞ্চিত হ'ল আৰু তেওঁ স্পৰ্শসুখ অনুভৱ কৰিলে।

জানিবলৈ পালে যে শিশুটিৰ জন্ম পুৰুবংশত। তেওঁ আকৌ শুনিবলৈ পালে যে ল'ৰাটোৰ জননী অপ্সৰাৰ আত্মীয়া। শিশুটিৰ পিতৃ পৰিচয় কি সুধিলত তাপসীয়ে অৱজ্ঞা কৰি তেনে স্ত্রীত্যাগীজনৰ নাম ল'বলৈ (ক'বলৈয়ো) অমান্তি হ'ল। অৱশ্যে বালকৰ মাকৰ নাম সুধিবলৈ ৰজাই নিজেই সঙ্কোচবোধ কৰিলে। অন্য এগৰাকী পৰিচাৰিকাই এটি ময়ূৰৰ প্ৰতিকৃতি আনি সৰ্বদমনক দেখুৱাই ক'লে 'শকুন্ত-লাৱণ্য চোৱা।' সৰ্বদমনে তেতিয়া 'মোৰ মা (শকুন্তলা) ক'ত' (?) বুলি সুধিলত ৰজাৰ মুখলৈ যেন পানী আহিল। ল'ৰাৰ জননী শকুন্তলাই হ'ব বুলি তেওঁৰ ভাৱ হ'ল। কিন্তু মানুহৰ নামৰ সাদৃশ্য থকা একো এটা বৈচিত্ৰপূৰ্ণ কথা নহয়। এনেতে পৰিচাৰিকা এজনীৰ চকু পৰিল সৰ্বদমনৰ বাহুত। তেওঁৰ বাহুত থকা কবচটোচোন নাই। বালকৰ 'বাহুৰ কবচটো কি হ'ল'? বুলি পৰিচাৰিকাই সুধিলত ৰজাই সমুখতে সিটো মাটিৰপৰা বুটলি ল'লে। তাকে দেখি পৰিচাৰিকাই ৰজাক কবচটি চুবলৈ মানা কৰিলে। ৰজাই সেই বিধি–নিষেধৰ কাৰণ কি সুধিলে। এজনী পৰিচাৰিকাই ক'লে যে সৰ্বদমনৰ জাতকৰ্মৰ সময়তে মাৰীচে অপৰাজিতা নামে এটি কবচ বালকৰ হাতত বান্ধি দিছিল আৰু সিটি মাটিত পৰিলে আনে যাতে বুটলি নলয় তাৰ বাবে আশ্ৰমবাসীক সাৱধান কৰি দিছিল। সৰ্বদমন আৰু তেওঁৰ পিতৃ-মাতৃৰ বাহিৰে আন কোনোবাই বুটলিলে সি সাপত পৰিণত হৈ দংশন কৰে। তেওঁলোকে এনে ঘটনা বহুবাৰ দেখা বুলিও ৰজাক কোৱা হ'ল। কিন্তু ৰজাই সেই কবচটি বুটলি লোৱা স্বত্ত্বেও তাৰ কোনো পৰিবৰ্তন নেদেখি সকলোৰে আচৰিত হ'ল আৰু ৰজাই তাৰ মাজত নতুন আশাৰ বীজ দেখা পালে। পৰিচাৰিকা দুজনীয়ে লৰি গৈ এই ঘটনাৰ বিৱৰণ শকুন্তলাক কোৱাত তেওঁ দীনবেশত ৰজাৰ সমুখলৈ আহি ওলাল। পোনে পোনে তেওঁ ৰজাক চিনিবই নোৱাৰিলে। ৰজাই শকুন্তলাৰ মনোভাৱ বুজি পালে। তেওঁ বৰ সমাদৰ কৰি পূৰ্বে মোহবশতঃ চিনি নেপাই প্ৰত্যাখ্যান কৰা বাবে শকুন্তলাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। শকুন্তলাই পূৰ্বতে ঘটি যোৱা দুখ-যাতনাবোৰৰ বাবে ৰজাক অকনো জগৰীয়া নকৰিলে আৰু সিবোৰ নিজ কৰ্মৰ ফল বুলিহে ক'লে। ৰজাই আঙঠিটো দেখা পাইহে শকুন্তলালৈ মনত পৰা কথা কৈ আকৌ সেই আঙঠিটো শকুন্তলাক পিন্ধাই দিবলৈ ইচ্ছা কৰিলে। কিন্তু শকুন্তলাই আঙঠিটোৰে ওপৰত বিশ্বাস হেৰুৱা কাৰণে তাক আকৌ আভৰণৰূপে স্বীকাৰ কৰিবলৈ সন্মত নহ'ল।

ইয়াৰ পাছত মাতলিয়ে পুত্ৰ-পৰিবাৰ সমন্বিতে ৰজা দুষ্যন্তক মাৰীচৰ ওচৰলৈ বাট দেখুৱাই নিলে। মাৰীচে অদিতিৰসৈতে ৰজা দুষ্যন্তক ইন্দ্ৰৰ বিশ্বস্ত বন্ধুৰূপে পৰিচয় কৰি দিলে। ৰজাই প্ৰণাম জনোৱাত মহৰ্ষিয়ে তেওঁলোকক আশীৰ্বাদ দিলে আৰু দুৰ্বাসাৰ অভিশাপৰ প্ৰভাৱত পৰি ইতিপূৰ্বতে (পঞ্চম অঙ্কত) শকুন্তলাক অস্বীকাৰ কৰা কথা প্ৰকাশ কৰিলে। এই কথা শুনি ৰজা আৰু শকুন্তলা উভয়ে সন্তুষ্ট হ'ল। দুষ্যন্ত আৰু শকুন্তলাৰ মিলনৰ বতৰা মাৰীচে কণ্বক জনোৱাৰ ব্যৱস্থাও কৰিলে। পুত্ৰ সৰ্বদমন আৰু পত্নী শকুন্তলাক লগত লৈ শীঘ্ৰে হস্তিনাপুৰলৈ যাত্ৰা কৰিবলৈ মাৰীচে দুষ্যন্তক আদেশ কৰিলে। তাৰ পাছত ভৰত বাক্য গোৱা হ'লত অভিজ্ঞানশাকুন্তলম্ নাটকৰ শুভ সমাপ্তি ঘটে।

৩। ৩য় অঙ্কত অনুষ্ঠিত দুষ্যন্ত আৰু শকুন্তলাৰ প্ৰথম মিলন আৰু ৭ম অঙ্কত

দেখা পোৱা এই মিলনৰ মাজত বহুতো তাৰতম্য চকুত পৰে। এই তাৰতম্যৰ ভিতৰত স্থানভেদ, পৰিৱেশৰ বৈচিত্ৰ, মানসিক বৈচিত্ৰ, বয়সৰ প্ৰভেদ, গুৰুজন আৰু দৈৱশক্তিৰ আনুকূল্য, আশীৰ্বাদ আদি বিভিন্ন বিচাৰ্য বিষয় আছে। তলত সিবোৰৰ সম্যক আলোচনা দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছেঃ

(১) প্ৰথম মিলনৰ লীলা ভূমি আছিল মালিনী তীৰৰ কণ্বাশ্ৰমৰ বেতসকুঞ্জ। সেই বেতসকুঞ্জৰ নিভৃত স্থানত দুই যুৱক-যুৱতীৰ চঞ্চলতাই একত্ৰপাশত বান্ধ খাইছিল। দ্বিতীয় মিলনৰ পুণ্যক্ষেত্ৰ মৰ্ত্যৰ পাপ-পঙ্কিলতাৰপৰা দূৰত অৱস্থিত হেমকূটবৰ্ষ। তাত যোগীগণে ভোগ্যবস্তুৰ মাজত থাকিও যোগবলত সংযম বৃত্তি অবলম্বন কৰি সদায় তপস্যাত নিৰত থাকে। (২) প্ৰথম মিলনত প্ৰণয় প্ৰণয়িনীয়ে শাৰীৰিক ৰূপ-লাৱণ্যৰ প্ৰতি যি স্পৰ্শকাতৰতা প্ৰদৰ্শন কৰিছিল সি দ্বিতীয় মিলনৰ সময়লৈ তপস্যাৰ তাপত পুৰি নাইকিয়া হৈছে। দ্বিতীয় মিলনত নায়ক-নায়িকাৰ দুই আত্মাৰ মিলন হৈছে। তাত নৱীন বয়সৰ চাঞ্চল্য নাই। আছে বয়সোচিত গাম্ভীৰ্য আৰু প্ৰবীণজনৰ দায়িত্ববোধৰ স্বাক্ষৰ। (৩) প্ৰথম মিলনৰ সময়ত শকুন্তলাৰ পিতৃ আছিল সুদূৰ সোমতীৰ্থত দুহিতাৰ ভাগ্যদেৱতাক অৰ্চনা কৰি। পিতৃৰ অনুমতি মিলনৰ পূৰ্বত পোৱা দূৰৈত থাওক, তীৰ্থস্থানৰপৰা প্ৰত্যাবৰ্তন কৰা পিতৃৰ অনুমোদন আছিল সংশয়াকীৰ্ণ। দ্বিতীয় মিলন হৈছে দেৱতাসকলৰ অনুমোদন সাপেক্ষ। সি দেৱ-দানৱৰ, পিতা-মাতাৰ আশীষেৰে আপ্লুত। (৪) প্ৰথম মিলন নিতান্ত ভাগ্যবশতঃ দুই প্ৰাণীৰ সাক্ষাৎক্ৰমে অনুষ্ঠিত হৈছিল। ৰজা দুষ্যন্তই মৃগয়ালৈ গৈ ঘটনাক্ৰমে তপোৱনলৈ গৈ কুলপতিৰ পুত্ৰীৰ প্ৰণয়াবদ্ধ হৈছিল। শকুন্তলাই সুদৰ্শন ৰজাক দেখি নিজৰ অন্তৰত আশ্ৰম বিৰোধী বিকাৰ অনুভৱ কৰিছিল। ২য় মিলনৰ সময়ত ৰজাই স্বৰ্গৰ শত্ৰু দুৰ্জয়-দানৱক সংহাৰ কৰি দেৱৰাজৰপৰা অৰ্পিত বিজয়ৰ জয়মাল্য মন্দাৰমালা ডিঙিত আঁৰি লৈ মাতলিয়ে চলোৱা ৰথত উঠি গৈ ঋষিতৰ্পণৰ বাবে, শ্ৰেষ্ঠজনৰ দৰ্শনৰ বাবে হেমকূটত অৱতৰণ কৰিছিল। (৫) প্ৰথম মিলন আছিল সুলভ, সহজলভ্য, স্বভাৱতে ক্ষণস্থায়ী, পুষ্প আৰু মধুকৰৰ মিলনৰ দৰে দুদিনীয়া; ২য় মিলন হৈছে, দুলৰ্ভ আৰু স্থায়ী। (৬) ১ম মিলন অপৈণত বয়সৰ, অকালৰ দৃষ্ট, অপৈণত তিক্তফল সদৃশ, ২য় মিলন পৰিণত বয়সৰ, ঋতুসম্মত সুস্বাদুফল (অভূৎ সংপাদিত স্বাদুফলো মে মনোৰথঃ)।

৪। প্ৰথম মিলন আৰু দ্বিতীয় মিলনৰ মাজত অকল সময়ৰ পাৰ্থক্যই নাই, বৰঞ্চ গুণগত পাৰ্থক্যও পৰিদৃষ্ট হৈছে। দ্বিতীয় মিলনৰ বাবে ৬ষ্ঠ অঙ্কত কৱিজনে ভালেমান প্ৰস্তুতি আমাৰ সমুখত দাঙি ধৰিছে। তাৰে উল্লেখনীয় প্ৰস্তুতি কেইটা পুনঃ ইয়াত স্মৰণযোগ্য বুলি তুলি দিয়া হ'ল। (১) ৬ষ্ঠ অঙ্কৰ প্ৰৱেশকত আঙঠিৰ পুনৰুদ্ধাৰ। তাৰ দৰ্শনত ৰজাৰ শকুন্তলাজনিত স্মৃতিৰ পুনৰুদ্বোধন। (২) শকুন্তলাৰ প্ৰতি ৰজাৰ বিৰহ কাতৰতা প্ৰদৰ্শন আৰু বসন্তোৎসৱ নিষেধ। (৩) সানুমতীৰ আগমনে আৰু নায়ক-নায়িকাৰ মিলন-সেতু ৰচনাত দেৱতাৰ অংশগ্ৰহণৰ তথ্য প্ৰকাশ। অদিতিৰ শকুন্তলা-আশ্বাসন তাৰে একাংশ। (৪) ধনমিত্ৰ বনিকৰ মৃত্যু-সম্বাদ আনয়ন। বনিকৰ অনপত্যতাৰ কথা শুনি ৰজাই নিজৰ অনপত্যতাৰ কথালৈ স্মৰণ কৰে। শাকেত দুহিতাৰ গৰ্ভস্থ সন্তানৰ সম্বাদেৰে ৰজাৰ পুত্ৰলাভৰ সূচনা। কিন্তু পুত্ৰৰ অৱস্থিতিৰ কথা নাজানি ৰজাৰ মোহ প্ৰাপ্তি। (৫) দেৱদূত ইন্দ্ৰসাৰথি

১০। কৱি গ্যেটেৰ প্ৰশস্তি স্মৰনীয়। বিশেষত শকুন্তলা চৰ্চা অধ্যায়ত চাওক।

মাতলিৰ শুভাগমণ আৰু ৰজাৰ স্বৰ্গলৈ যুদ্ধাৰ্থে গমন।

৫। সপ্তম অঙ্কত সংঘটিত ঘটনাৰ ভিতৰত (১) ৰজাৰ হেমকূটত অৱতৰণ; (২) দুষ্যন্ত, সৰ্বদমন আৰু শকুন্তলাৰ মিলন; আৰু (৩) মাৰীচৰ অনুমোদন আৰু আশীৰ্বাদৰ কথা পূৰ্বতে কোৱা হৈছে। মাতলিয়ে পৰিচালনা কৰা ৰথত আৰোহণ কৰি স্বৰ্গৰপৰা হেমকূট পৰ্যন্ত এই আকাশ মাৰ্গত হোৱা ৰজা আৰু মাতলিৰ কথোপকথনৰ তাৎপৰ্য বা নাটকীয় গুৰুত্ব দৃশ্যতঃ একো নাই। কিন্তু ষষ্ঠ অঙ্কত মাতলিৰ উপস্থিতি পৰ্যন্ত ৰজাৰ বিক্লৱতাৰ পাহৰিলে নচলিব। সেই সময়ত ৰজাৰ চিত্তবৃত্তি অতি শোচনীয় আৰু অতি কষ্টদায়ক হৈ পৰিছিল। হঠাতে মাতলিয়ে বিদূষকক আক্ৰমণ কৰাত ৰজাই শোচনীয় মানসিক বিক্লৱতাক থেলি থৈ শৌৰ্য বা বীৰত্ব ঘূৰাই পায়। তেওঁ অতি শীঘ্ৰে দুৰ্জয় দানৱক বধিবলৈ অভিযান কৰাত দৰ্শকক ভাবিবলৈ বাধ্য কৰে যে দুষ্যন্তৰ এই অভিযান দুৰ্জয়ক জয় কৰিবলৈকে নহয় বৰঞ্চ 'দুৰ্জয় প্ৰেমক জয়' কৰিবলৈহে। কিয়নো নায়ক-নায়িকাৰ মিলন অচিৰে দেখিবলৈ দেৱতাসকলেও অপেক্ষা কৰি আছে। ইয়াৰ পটভূমিত ৭ ম অঙ্কৰ প্ৰথম দৃশ্যৰ তাৎপৰ্য বিচাৰ কৰি চালে দেখা যাব যে স্থায়ী মিলনৰ বাবে দুষ্যন্তৰ অন্তৰ শুদ্ধি আৰু প্ৰস্তুতিকৰণেই কবিৰ কাম্য।

৬। মহাকবি কালিদাসে প্ৰতি অঙ্কৰে আৰম্ভণিত সেই অঙ্কত ঘটিবলগীয়া ঘটনা বা কাৰ্যৰ প্ৰতি লক্ষ্য ৰাখি এহাতে নাটকীয় চৰিত্ৰসমূহক আৰু আনহাতে দৰ্শকক প্ৰস্তুত কৰি লয়। সপ্তম অঙ্কতো তেনে এক প্ৰস্তুতি চলোৱা দেখা যায়। নাট্যকাৰ ইমান সূক্ষ্মবুদ্ধিসম্পন্ন আৰু চাতুৰ্যচূড়ামণি যে বহুসময়ত তেওঁৰ এই প্ৰস্তুতিকৰণৰ বিষয়ে দৰ্শক বা পাঠকে আপাততঃ টলকিবই নোৱাৰে। আমি সম্প্ৰতি নাটকীয় স্তৰৰ প্ৰস্তুতিকৰণৰ অনুসন্ধান কৰিবলৈ প্ৰয়াস কৰিছোঁ।

(১) প্ৰথমতে ৰথত আৰোহণ কৰি ৰজা আৰু মাতলি আকাশ মাৰ্গত দেখা দিয়ে। পোনতে ৰজাই ইন্দ্ৰৰপৰা পোৱা সমাদৰৰ কথা মাতলিক কয়। তেওঁলোকৰ কথা-বতৰাৰপৰা ওলাই পৰে যে (ক) ৰজা দুষ্যন্তই দুৰ্জয় দানৱৰ বিপক্ষে চলোৱা অভিযানত সাফল্য অৰ্জন কৰিছে। (খ) তাৰ বাবে ইন্দ্ৰকে প্ৰমুখ্যে কৰি দেৱগণে তেওঁৰ ওপৰত পৰম সন্তুষ্টি প্ৰকাশ কৰে। (গ) ইন্দ্ৰই সকলো দেৱতাৰ সমক্ষত অৰ্ধাসনত বহুৱাই মন্দাৰমালা নিজৰ ডিঙিৰপৰা উলিয়াই দুষ্যন্তৰ ডিঙিত পিন্ধাই দিয়ে। এনে সন্মান মৰ্ত্যবাসী এজনৰ বাবে দুৰ্লভ আৰু আশাতীত। (ঘ) এহাতে ৰজাই কয় যে তেওঁ দুৰ্জয় দানৱক নিধন কৰাত ইন্দ্ৰৰ প্ৰভুত্বই জয়লাভ কৰিছে আৰু তেওঁ মাত্ৰ তাৰ নিমিত্ত হৈছে। আনহাতে মাতলিয়ে ৰজাক নৃসিংহৰ লগত তুলনা কৰি ৰজাক প্ৰশংসাৰ উচ্চশিখৰত তুলি ধৰিছে। এই প্ৰসঙ্গৰদ্বাৰা (১) ৰজা দুষ্যন্তৰ মানসিক আৰু চাৰিত্ৰিক, আনকি ৰাজকীয় উৎকৰ্ষতাকে সূচাইছে। এই সময়ত আমি দুষ্যন্তৰ মাজত ৬ষ্ঠ অঙ্কৰ অনুতাপত দগ্ধ আৰু শৌৰ্যহীন ৰজাক নেদেখোঁ। (২) যিহেতু ইন্দ্ৰ প্ৰভৃতি দেৱতাসকল ৰজাৰ কাৰ্যত সন্তুষ্ট হৈছে; গতিকে সানুমতীয়ে ৬ষ্ঠ অঙ্কত কোৱাৰ দৰে তেওঁলোকে পত্নীৰেসৈতে দুষ্যন্তৰ মিলন ঘটোৱাত যুদ্ধজয়ৰ পৰাকাষ্ঠা দেখা যাব। (৩) কোনো লোক দুৰ্ভাগ্যৰ তাড়নাত পৰি উঠি যেতিয়া তেওঁ সৌভাগ্যৰ মুখ দেখে, তেতিয়া তেওঁ হৃত মনোবল আকৌ ঘূৰাই পায় আৰু বন্ধুজনৰসৈতে হাঁহি কৌতুকত যোগদান কৰে।

৬ষ্ঠ অঙ্কত মনোবল হেৰোৱা ৰজাই বসন্তোৎসৱ নিষেধ কৰিছে, ৰাজকাৰ্যৰ প্ৰতিও কিছু আওকণীয়া হৈছে আৰু প্ৰকৃতিসকলৰ সেৱাৰ প্ৰতিও নজৰ নৰখা হৈছে। কিন্তু ইন্দ্ৰৰ শত্ৰুক পৰাস্ত কৰি স্বৰ্গত আশাতীত সা-সন্মান লাভ কৰি, সেই কথাকে মাতলিৰ আগত প্ৰকাশ কৰি তেওঁ আত্মপ্ৰসাদ লাভ কৰিছে। গতিকে প্ৰিয়াসমাগম আসন্ন নহ'লে তেওঁৰ মনত তেনে আনন্দৰ লহৰ উঠিব ক'ৰপৰা ?

(৪) পৰৱৰ্তী স্তৰত ৰজা আৰু মাতলিৰ আকাশযান হেমকুট গিৰিৰ ওচৰ চপাত তেওঁলোকে সেই আশ্ৰম আৰু তাৰ অধিবাসী সম্বন্ধে চৰ্চা কৰিছে। স্বাৰ্থবিষয়ৰপৰা পৰাৰ্থবিষয়লৈ তেওঁলোকৰ চিত্তবৃত্তি আবৰ্তিত হৈছে। নিজৰ মান-সন্মান, জ্ঞান-গৰিমা লৈ যিমানেই বিনীতভাৱে আলোচনা কৰা নহওক কিয় তাক স্বাৰ্থিক বুলি নকৈ নোৱাৰি। নিজৰসৈতে সংশ্লিষ্ট নোহোৱা মহত্ত্বৰ কথাৰ চৰ্চাই মানুহৰ মহত্ত্বখিনি উদঙাই দেখুৱায়। লোকৰ দোষ-ত্ৰুটী চৰ্চা নকৰি সজ গুণৰ চৰ্চা কৰাকে শ্ৰেয় বুলিব পাৰি। ৰজাই এতিয়া হেমকূটত যোগ সমাধিত মগ্ন ঋষিমুনিৰ গুণৰাশিৰ প্ৰতি আকৰ্ষিত হৈছে। তেওঁলোকৰ প্ৰতি শ্ৰদ্ধাত তেওঁৰ মূৰ দো খাই পৰিছে। বিভিন্ন ভোগ্যতম বস্তুৰ মাজত সংযমবৃত্তি অৱলম্বন কৰি চিৰকাল তপস্যাত মগ্ন ঋষিসকলক দেখি ৰজাৰ চিত্তবৃত্তি সাত্ত্বিকভাৱেৰে পৰিপূৰ্ণ হৈছে। দ্বিতীয়তে আকাশমাৰ্গৰপৰা তেওঁ পৃথিৱীখনক উদাৰ ৰমণীয় যেন দেখা পাইছে। পৃথিৱীত থাকি ইমান দিনে পৃথিৱীৰ 'ৰমণীয়ত্ব' উপলব্ধি কৰিব পৰা নাছিল। আকাশমাৰ্গত বিচৰণ কৰিহে মহত্ত্বৰ বিষয়ৰ চিন্তা কৰিব পৰাকৈ তেওঁৰ মনটোও প্ৰসাৰিত হৈছে, আৰু তাৰ উৎকৰ্ষ সাধনো হৈছে। এক কথাত ৰজাৰ মনটোৱে আকাশক অনুকৰণ কৰিবলৈ শিকিছে। গতিকে দেখা যায় এইচোৱা সময়ৰ ভিতৰত (১) এহাতে ৰজাৰ মনত সাত্ত্বিকভাৱৰ উদয় হৈছে আৰু (২) আনহাতে তেওঁৰ মনত উদাৰতা গুণে প্ৰভাব বিস্তাৰ কৰিছে। অতএৱ ৰজা দুষ্যন্ত পূৰ্বৰ দৰে স্বাৰ্থান্ধ হৈ থকা নাই। ১ম, ২য় আৰু ৩য় অঙ্কত দুষ্যন্ত আছিল শকুন্তলাৰ ৰূপমুগ্ধ। তাত ৰজাৰ মুখত শকুন্তলাৰ ৰূপৰ প্ৰশংসাই অধিক ঠাই পাইছে। তদুপৰি সকলো কৰ্ম তেওঁ নিজৰ মনক সুখিহে কৰিছে। নিজৰ স্বাৰ্থসিদ্ধি কৰিবলৈহে যেন আশ্ৰমত ইষ্টিবিঘ্ন দূৰ কৰাৰ দায়িত্ব বিনাদ্বিধাই মানি লৈছে। ৰাজকাৰ্য আৰু মাতৃৰ নিয়োগ বহু দূৰত ৰৈছে। তদুপৰি ঋষিৰ বিনানুমতিত মুগ্ধা কন্যাক গান্ধৰ্ব বিয়াইলৈ প্ৰৰোচিত কৰিছে। শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ ৬ বছৰৰ মূৰত আঙঠি দেখি তেওঁৰ মনত যি অনুশোচনা, পশ্চাত্তাপৰ ঢল নামিছিল সেয়ে তেওঁৰ মনৰ মলি, স্বাৰ্থপৰতা আদি দোষ ধুই নিকা কৰিছে। অন্যথাই সৌশৰীৰে স্বৰ্গাভিযান জানো মৰ্তবাসীৰ বাবে সম্ভৱ? স্বৰ্গৰপৰা উভতি আহোঁতে ৰজাই যেন স্বৰ্গীয় গুণবোৰৰো অধিকাৰত্ব লাভ কৰি আহিল। সেইবাবে তেওঁৰ মনত সাত্ত্বিকভাৱে আৰু ঔদাৰ্য গুণে প্ৰভাৱ বিস্তাৰ কৰিছে। হিংসুক মৃগয়াবিহাৰীজনৰ ওচৰলৈ আহি মৃগপোটিকে পানী গ্ৰহণ নকৰাটোও এটা ৰূপকহে। হিংসাদ্বেষশূণ্য ৰজাই এতিয়া শিশুৰ খেলৰ পুতলা স্বৰূপে হিংস্ৰতম সিংহপোটকটিক এৰি দিবলৈ যোৱাটোও অন্য এক ৰূপক। ৰজাৰ মনৰপৰা হিংসা, দ্বেষ, কুটিলতা আদি বদগুণ অন্তৰ্হিত হৈছে। কুটিলতা ৰূপ নাগৰিক বৃত্তিসম্পন্ন ৰজাৰ গাৰপৰা বদ্‌গুণবোৰ দূৰীভূত হোৱাতেই তেওঁৰ মৃগাক্ষী তাপসকন্যাৰসৈতে স্থায়ী মিলনৰ

বাবে অৰ্হত্ব লাভ হৈছে বুলিব লাগে।

(৩) স্বৰ্গতকৈও অধিকতৰ নিবৃত্তিস্থান হেমকূটত অৱতীৰ্ণ হৈ ৰজাই অমৃতহ্ৰদত অৱগাহন কৰাৰ দৰে প্ৰশান্তি আৰু সুখ অনুভৱ কৰিছে। বিস্ময়ত উৎফুল্ল দুচকুৰে তেওঁ সংযমীসকলৰ তপস্যা কৰ্ম প্ৰত্যক্ষ কৰিছে। এনে অৱস্থাত কোৱা 'উৎসৰ্পিণী খলু মহতাং প্ৰাৰ্থনা। · দাক্ষায়ণ্যা পতিব্ৰতাধৰ্মমধিকৃত্য · ।' ইত্যাদি বাক্যৰ তাৎপৰ্য মনকৰিবলগীয়া। ইয়াত নাট্যকাৰে উদ্দেশ্য প্ৰণোদিতভাৱে এহাতে 'মহতাং প্ৰাৰ্থনা' আনহাতে 'পতিব্ৰতাধৰ্ম'ৰ উল্লেখ কৰিছে। নাট্যকাৰে ৰজাৰেসৈতে পতিব্ৰতাধৰ্মত নিৰতা শকুন্তলাৰ সমাগমৰ প্ৰতি দৰ্শকৰ মন প্ৰস্তুত কৰোঁতে এই সময় ব্যয় কৰিছে।

(৪) ইয়াৰ পিছতে ৰজাক অশোকবৃক্ষৰ গুৰিত ৰহিবলৈ দি মাতলিয়ে ইন্দ্ৰৰ পিতৃক দুষ্যন্তৰ আগমনৰ কথা জনাবলৈ যোৱাটোৱে দুটা উদ্দেশ্য সাধন কৰিছে। (ক) অশোকৰ মূলত বহা কাৰ্যই ষষ্ঠ অঙ্কত শোক-সন্তপ্ত ৰজাৰ শোক নিবৃত্তি বুজাইছে। (খ) ৰজাক অকলশৰীয়াকৈ মাতলিয়ে এৰি যোৱাটোৱে নাটকীয় কাহিনীৰ উত্তৰোত্তৰ বিকাশত প্ৰভূত সহায় কৰিছে।

(৫) মাতলিয়ে ৰজাক এৰি যোৱাৰ পিছতে প্ৰথম অঙ্কৰ দৰে ইয়াতো ৰজাই বাহুস্পন্দনৰ সংবেদন অনুভৱ কৰিছে (৭।১৩)। ৰজাই প্ৰিয়াসমাগমৰ নিমিত্তসূচক বাহুস্পন্দন অনুভৱ কৰিছে যদিও সেই নিবৃত্তিস্থানত শকুন্তলাৰূপ ফলশ্ৰুতি লাভ কৰিবলৈ আশাবাদী নহয় (মনোৰথায় নাশংসে কিং বাহো স্পন্দসে বৃথা')। সি মাথোন পূৰ্বতে প্ৰত্যাখ্যান কৰা শ্ৰেয়ৰূপত তেওঁলৈ দুঃখহে আনে। সিযিহওক, ৰজাৰ মানসিক প্ৰস্তুতিৰ বাবে এই নিমিত্তৰ সংযোজনে নাট্যকাৰৰ কলা-কুশলতাৰ পৰিচয় দিয়ে।

৭। ইয়াৰ পৰৱৰ্তী মুহূৰ্তত ৰজাই সৰ্বদমনৰসৈতে ভেটাভেটি হয়। পিতা-পুত্ৰৰ, এই সাক্ষাতৰ মাজত কেইবাটিও স্তৰ পৰিলক্ষিত হয়। সন্দেহ, সন্দেহ নিৰাশন আৰু নিশ্চিতাৰ্থ লাভ ৰূপত এই স্তৰবিলাক বিবেচনা কৰি চাব পাৰি।

ৰজাই অশোক মূলত বহি থাকিয়েই অনতিদূৰত এজন দুৰন্ত শিশুৱে- ৬/৭ বছৰীয়া ল'ৰাই সিংহিনীৰ বুকুৰ মাজত গাখীৰ খাই থকা অৱস্থাৰপৰা সিংহপোৱালী এটিক খেলিবলৈ, কাঢ়ি অনা দেখি ৰজা আচৰিত হয়। কাৰণ তাৰ কাৰ্যই ৰজাক 'অবালসত্ত্বো বালঃ' বুলি মন্তব্য কৰিবলৈ বাধ্য কৰে। বালকে 'সিংহ, দন্তাংস্তে গণয়িষ্যে' বোলা কথাষাৰ ৰজাৰ কাণত পৰে। স্বাভাৱিকতে অস্বাভাৱিক বলবান এই বালকৰ প্ৰতি ৰজাৰ মনোযোগ বৰকৈ আকৰ্ষিত হয়। এতিয়া ৰজাই স্তৰে স্তৰে বালকৰ পৰিচয় লাভ কৰিবলৈ আগবাঢ়ে।

৮। ল'ৰাটিৰ প্ৰতি আকৃষ্ট হৈ ৰজাই পোনতে নিজৰ মনতে অন্তঃসমীক্ষা কৰিছে। (১) প্ৰথমে তেওঁ কৈছে 'কিংনু খলু বালেঅস্মিন্নৌৰস ইৱ পুত্ৰে স্নিহ্যতি মে মনঃ। নূনমনপত্যতা মাং বৎসলয়তি।' (২) তাৰ পাছত তেওঁ কৈছেঃ 'মহতস্তেজসো বীজং বালোঅয়ং প্ৰতিভাতি মে (৭/১৫)'। (৩) আকৌ তেওঁ কৈছেঃ 'স্পৃহয়ামি খলু দুৰ্ললিতায়াস্মৈ' ইত্যাদি আৰু (৪) 'বালস্পৰ্শসুখমুপলভ্য'- ইত্যাদি কথাৰে ৰজাই কিদৰে স্তৰে স্তৰে বালকৰ প্ৰতি মানসিকভাৱে আকৃষ্ট হৈছিল তাক বুজা যায়। বাৰে বাৰে তেওঁৰ মনত ল'ৰাটিৰ পৰিচয়ৰ প্ৰতি সন্দেহ আৰু কৌতূহল ওপজিছে। (প্ৰথম অঙ্কত শকুন্তলাৰ প্ৰতিও তেনে এক কৌতূহলীভাৱ

তেওঁ প্ৰকাশ কৰিছে)।

(ক) ইয়াৰ পাছত পৰোক্ষ প্ৰমাণবদ্বাৰা ৰজাৰ অন্তৰত ল'ৰাটিক 'আত্মজ' বুলি প্ৰত্যয় নিয়াবলৈ কৰিয়ে কৌশল অৱলম্বন কৰিছে: (১) 'কথং চক্ৰবৰ্ত্তি লক্ষণং' ইত্যাদি, (২) 'এৱমাশ্ৰমবিৰুদ্ধবৃত্তিনা' আৰু (৩) উভয়োঃ' সংবাদিনী আকৃতি': আদি তাৰে একোটি চাপ বুলিব পাৰি।

(খ) শেষত প্ৰত্যক্ষপ্ৰমাণ পাই ৰজাৰ মনৰ সন্দেহ- ব্ৰহ্মমুহূৰ্তৰ এন্ধাৰ প্ৰভাতী সূৰুযৰ পোহৰত আঁতৰি যোৱাৰ দৰে- আঁতৰি যাবলৈ ধৰে: (১) 'পুৰুবংশঃ কথমেকাশ্ৰয়ো মম।' ৰজাৰ মনত আশাৰ সঞ্চাৰ হৈছে। (২) 'অপ্সৰঃ সম্বন্ধেনাস্য জনন্যত্ৰ দেৱগুৰোস্তপোৱনে প্ৰসূতা'- ইত্যাদিয়ে ৰজাৰ অন্তৰত দ্বিতীয়বাৰ আশাই বাঁহ লোৱাৰ কথা সূচাইছে। (৩) 'শকুন্তলাৱণ্যং। কুত্ৰ বা মম মাতা'- ইয়াৰদ্বাৰা সৰ্বদমনক শকুন্তলাৰ পুত্ৰ বুলি ভাবিবলৈ ৰজাক উদ্‌গনি দিছে। তথাপি ৰজাৰ মনত খুদুৱনি আছে 'সন্তি পুনৰ্নামধেয়া সাদৃশ্যানি। (৪) ৰক্ষাকৰণ্ডক বৃত্তান্তেৰে তাকো নিৰাশন কৰি বালকক ৰজাৰ 'আত্মজ' সন্তান বুলি নিশ্চিত কৰা হৈছে।

এনেদৰে দুষ্যন্তই ক্ৰমশঃ পুত্ৰ আৰু পত্নীৰ অৱস্থিতি সম্বন্ধে অৱগত হ'ল। পুত্ৰ সৰ্বদমনৰ পৰিচয় লাভ কৰি সেই বালকক কোলাত লৈ ৰজাই পত্নী শকুন্তলাৰসৈতে ভেটাভেটি হ'ল। এই মিলনৰ মহত্বৰ চিত্ৰ কালিদাসৰ তুলিকাৰে অসাধাৰণকৈ অঙ্কিত হৈছে।

পিতা-পুত্ৰ মিলনৰ বিচিত্ৰ লীলা সাক্ষীৰূপা পৰিচাৰিকা দুজনীয়ে ঘটনাৰ বিচিত্ৰ গতি শকুন্তলাক নিবেদন কৰিবলৈ লৰি গ'ল। বালকে অপৰিচিত দুষ্যন্তৰ কোলাত উচ্‌পিচ্ কৰি কৈছে, 'মোক এৰি দিয়ক, মাৰ ওচৰলৈ যাওঁ।' দুষ্যন্তই কৈছে, 'পুত্ৰ, তুমি মোৰেসৈতে মাৰাক অভিনন্দন জনাবা গৈ।' তেতিয়া বালকে শিশুসুলভ অজ্ঞতাৰে কৈছে 'মম খলু তাতো দুষ্যন্তঃ। ন ত্বম্।' দুষ্যন্তই হাঁহি মাৰি কৈছে 'এষ বিৱাদ এৱ প্ৰত্যায়য়তি।' এতিয়া দুষ্যন্তৰ মনত পুত্ৰৰ পৰিচয় দৃঢ়ীকৃত হ'ল। এনে অৱস্থাত শকুন্তলাৰ আগমন অতিশয় সময়োপযোগী বুলি বোধ হৈছে।

৯। পৰিচাৰিকাসকলৰ মুখত ৰক্ষাকৰণ্ডকৰ বৃত্তান্ত শুনিছে যদিও, শকুন্তলাই ৰজাৰেসৈতে মিলনৰ বাবে বৰ আশাবাদী নহয় ('বিকাৰকালেঅপি· ন মে আশাসীদ্ আত্মনো ভাগধেয়েষু') কিন্তু ইতিমধ্যে শকুন্তলাই সানুমতীৰ মুখৰপৰাই শকুন্তলাৰ বিৰহত ৰজাৰ শোচনীয় অৱস্থাৰ কথা শুনি মিলনৰ সম্ভাৱনা নুই কৰা নাই (অথবা যথা সানুমত্যাখ্যাতং তথা সম্ভাৱ্যত এতৎ')। ৰজাই শকুন্তলাৰ ধূলিধূসৰিত কাপোৰ-কানি, খীণাই যোৱা মুখখনি, একবেণী, অতি নিকৰুণ শুদ্ধশীল ৰজাৰ আদি লক্ষণৰ প্ৰতি লক্ষ্য কৰিছে। সেয়া যে, তেওঁৰ বিৰহজৰ্জৰিত মূৰ্তিমতী পাতিব্ৰত্য তাকো ৰজাই বুজি পাইছে। কিন্তু শকুন্তলাই ৰজাক চিনি পোৱাত বৰ মন্থৰ হৈছে। ৰজাক দেখি তেওঁ কৈছে, 'ন খলু আৰ্য পুত্ৰ ইৱ।' 'তেনেহ'লেনো কোন এইজন, যিজনে মঙ্গলৰক্ষাৰে নিয়মিত পুত্ৰক কোলাত লৈ তাক দূষিত কৰিবহি?' শকুন্তলাই চিনি নোপোৱা স্বত্বেও ৰজাই অতি তাৎপৰ্যপূৰ্ণ ভাষাত কৈছে: 'ত্বয়া প্ৰত্যভিজ্ঞাতমাত্মানং পশ্যামি।' এতিয়াহে শকুন্তলাৰ চকুৰপৰা মায়াজাল আঁতৰি গ'ল। 'আৰ্যপুত্ৰঃ খলু এষঃ' বুলি তেওঁ শলাগিলে। সেইবাবে ৰজাই এই মিলনত দৈৱৰ হাত দেখিবলৈ পাইছে: 'স্মৃতিভিন্নমোহতমসো দিষ্ট্যা প্ৰমুখে

স্থিতাসি মে সুমুখি।' এনে মুহূর্তত অন্তৰত থৌকি বাথৌ অৱস্থা হয় আৰু মাত কথা কমেই উচ্চাৰিত হয়। চিনি পাইয়ো শকুন্তলাই ৰজাক 'আৰ্যপুত্ৰৰ জয় হওক' বুলি মুখ ফুটাই ক'বলৈ পৰা নাই। তথাপি ৰজাই 'জয় শব্দে জিতং ময়া' বুলি কৈছে। কিন্তু মৰহা অতীতৰ কেতবোৰ স্মৃতিয়ে হয়তোবা তেতিয়াও শকুন্তলাৰ অন্তৰত মৰ্মৰ ধ্বনি তুলি আছিল। সেইবাবে সৰ্বদমনে যেতিয়া 'মাতঃ ক এষঃ' বুলি সুধিছে, শকুন্তলাই বৰ দুখৰ ভাবাৰে তাৰ উত্তৰ দিছে, 'বৎস তে ভাগধেয়ানি পৃচ্ছ।' এই মৰ্মস্পৰ্শী বাক্যই সঁচাকৈ ৰজাক জয় কৰিছে আৰু তেওঁ পত্নীৰ ভৰিত পৰি পূৰ্বকৃত প্ৰত্যাখ্যানজনিত দোষৰ বাবে স্বৰ্তবিহীন ক্ষমা প্ৰাৰ্থনা কাৰছে। কালিদাসৰ শকুন্তলা যিহেতু ভাৰতীয় নাৰী-আদৰ্শৰ প্ৰতিমূৰ্তি, সেয়েহে নিজৰ দুঃখ -যন্ত্ৰণাৰ বাবে ৰজাক অকণো জগৰীয়া নকৰি তাক নিজৰ কৃতকৰ্মৰ ফল বুলি কৈছেঃ 'নূনং মে সুচৰিত প্ৰতিবন্ধকং পুৰাকৃতং তেষু দিৱসেষু পৰিণামমুখমাসীদ্‌ যেন সানুক্ৰোশ্যোপি আৰ্যপুত্ৰো ময়ি বিৰসঃ সংবৃত্তঃ।' ৰজা আৰু শকুন্তলাৰ মিলনৰ শেষ স্তৰত ৰজাই শকুন্তলাৰ চকুলো মচি দিছে ('বাষ্পং প্ৰমৃজ্য বিগতানুশয়ো ভৱেয়ম্‌')। এনেকৈ চিৰদিনৰ বাবে ৰজাই শকুন্তলাৰ শোকাশ্ৰু নিঃশেষে মচি দিলে।

১০। ইয়াৰ পৰৱৰ্তী ঢাপত একেধাৰে মিলনৰ কণ্টক আৰু সেতুৰ ভূমিকা গ্ৰহণ কৰা আঙঠিৰ বৃত্তান্ত পুনঃ বিবৃত হয়। ৰজাই শকুন্তলাৰ প্ৰশ্নৰ উত্তৰত কৈছে 'অস্মাদ্‌ অঙ্গুলীয়োপলম্ভাদ্‌ খলু স্মৃতিৰুপলব্ধা।' ৰজাই ইয়াৰদ্বাৰা আঙঠিৰ ওপৰত নিজৰ আস্থা ব্যক্ত কৰিছে। কিন্তু তেনে অৱস্থাতো শকুন্তলাৰ হৃদয়ত আঙঠিৰ প্ৰতি অকণমানো প্ৰত্যয় জন্মা নাই। কাৰণ, তেওঁ কৈছে, 'বিষমং কৃতমনেন যত্তদাৰ্যপুত্ৰস্য প্ৰত্যয়কালে দুৰ্লভম্‌ আসীৎ।' ৫ম অঙ্কত ৰজাই সমাজবিদ্যমানতে যেতিয়া শকুন্তলাক চিনি পোৱা নাই, যেতিয়া শকুন্তলাৰ মান-সম্ভ্ৰম-মৰ্যাদা বিপদাপন্ন হৈছে, তেনে অৱস্থাত আঙঠি নিখোজ হৈছে। এনে স্থলত তেনে এটা আঙঠিৰ প্ৰতি, তপস্যাত সিদ্ধি লাভ কৰি স্বামীৰসৈতে পুনৰমিলন লাভ কৰাৰ পাছত পুনঃ আস্থা নেদেখুৱাই স্বাভাৱিক। গতিকে সি ঋতু সমৱায়চিহ্নৰূপ ফুল হ'লেও লতাই তাক প্ৰত্যাখ্যান কৰাই স্বাভাৱিক। 'নাস্যা বিশ্বসিমি। আৰ্যপুত্ৰ এৱৈতদ্ধাৰয়তু।'- বুলি শকুন্তলাই তাক স্পৰ্শ নকৰিলে।

১১। ইয়াৰ পাছতে মাতলিয়ে আহি পত্নীৰ সমাগম লাভ কৰা আৰু পুত্ৰমুখ দৰ্শন কৰি বৃদ্ধিপ্ৰাপ্ত ৰজাক অভিনন্দন জনালেহি। ৰজাৰ প্ৰশ্নোত্তৰত তেওঁ সদৰি কৰি ক'লে যে, 'এই বৃত্তান্ত দেবতাসকলৰ বিদিত। 'কিমীশ্বৰাণাং পৰোক্ষম্‌'। এইদৰে পৰৱৰ্তী দৃশ্যৰ আগলিকা মুকলি হ'ল।

মাতলিয়ে পুত্ৰ আৰু পৰিবাৰ সমন্বিতে ৰজাক মাৰীচ আৰু অদিতিৰ ওচৰলৈ লৈ গ'ল। মাৰীচে অদিতিক ৰজাৰ যি পৰিচয় দিছে তাৰ মাজতো ৰজাৰ মহত্ত্বৰ প্ৰশংসা দেখা যায়ঃ 'পৃথিৱীৰ অধীশ্বৰ দুষ্যন্ত নামে জনাজাত এই ৰজাই অদিতিৰ পুত্ৰ ইন্দ্ৰৰ ৰণশিৰত সদায় অগ্ৰণী। তেওঁৰ ধনুশৰৰ কৃতকাৰ্যতাই ইন্দ্ৰৰ বজ্ৰক মাথোন অলংকাৰত পৰিণত কৰিছে।' অদিতিয়ে ৰজাক দেখিয়েই তেওঁৰ মহত্ত্বৰ পৰিচয় লাভ কৰিছে 'সম্ভাৱনীয়ানুভাৱাস্য আকৃতিঃ।'

ৰজাই উভয়কে বন্দনা কৰি যি আশীৰ্বাদ লাভ কৰিলে, সি অকল আশীষেই নহয়, সি আদেশ, উপদেশ আৰু বৰদান স্বৰূপো হৈছে। মাৰীচে ৰজাক কৈছে,

'বৎস চিৰঞ্জীৱ। পৃথিৱীং পালয়।' শকুন্তলাক মাৰীচ-অদিতিয়ে আশীৰ্বাদ দি কৈছে,

'আখণ্ডলসমো ভৰ্তা জয়ন্তপ্ৰতিমঃ সুতঃ।

আশীৰন্যা ন তে যোগ্যা পৌলুমীসদৃশীভৱ।। ৭।২৮

দিবৌকসসকলৰ পিতৃৰ মুখনিসৃত এই আশীৰ্বাদ লাভ কৰিবলৈ যেন শকুন্তলাই হেমকূটত দীৰ্ঘ প্ৰৱাস যাপন কৰিবলগীয়া হৈছিল। অদিতিৰপৰা পোৱা আশীৰ্বাদো বৰ তাৎপৰ্যপূৰ্ণঃ 'জাতে ভৰ্তুৰভিমতা ভৱ। অৱশ্যং দীৰ্ঘায়ুৰ্বৎসকঃ উভয়কুলনন্দনো ভৱতু।'

ইয়াৰ পিছত তেওঁলোকক সমুখত বহুৱাই ৰজাৰ প্ৰশ্ন অনুসৰি (৫ম অঙ্কত) মাৰীচে শকুন্তলা প্ৰত্যাখ্যানৰ কাৰণ মুকলিকৈ ক'লে 'ধ্যানাদৱগতোঽস্মি দুৰ্বাসসঃ শাপাদিয়ং তপস্বিনী সহধৰ্মচাৰিণী ত্বয়া প্ৰত্যাদিষ্টা।' এই কথা শুনি ৰজাই ক'লে 'এষ বচনীয়ান্ মুক্তোঽস্মি'। শকুন্তলাক প্ৰত্যাখ্যান কৰা বাবে ৰজাৰ অপবাদ হৈছিল। প্ৰজাসকলৰ মাজত তাৰ প্ৰতিধ্বনিয়ে বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। এতিয়া মাৰীচৰ কথাৰে ৰজা সেই অপবাদৰপৰা মুক্ত হ'ল। তেওঁ শুনি সুখী হ'ল আৰু বুজিলে যে বিনা কাৰণত তেওঁৰ শকুন্তলা-বিস্মৰণ মোহ ওপজা নাছিল। এইয়া তেওঁৰ বাবে বিশেষ আশ্বাসনীয় কথা হৈছে।

মাৰীচে পুনঃ সৰ্বদমনৰ চক্ৰবৰ্তীলক্ষণৰ পূৰ্ণ পৰিচয় ৰজাক দি ৰজাৰ কুল প্ৰতিষ্ঠাৰ সূচনা দিলে। এইদৰে 'ভগৱতা কৃতসংস্কাৰে সৰ্বস্মিন্ বয়ম্ আশাস্মহে' বুলি ৰজাই পুৰাণমুনিজনৰ প্ৰতি আত্মাৱশম্বদ হৈ নিজক কৃতকৃত্য কৰিলে।

কণ্বমুনিয়ে মালিনীতীৰস্থ আশ্ৰমত থাকিয়েই এই সকলো ঘটনা তপোপ্ৰভাৱতে যথাযথ অৱগত হ'লেও (তপঃ প্ৰভাৱাৎ প্ৰত্যক্ষং সৰ্বমেৱ তত্ৰভৱতঃ) তথাপি তেওঁলৈ দুষ্যন্ত-শকুন্তলাৰ স্থায়ী মিলনৰ বাতৰি দিয়া হ'ল। মাৰীচে তপস্যাৰ ওপৰতে নিৰ্ভৰ নকৰি নিজৰ কৰ্তব্য দৃশ্যতঃ পালন কৰিহে ক্ষান্ত হৈছে। দুষ্যন্তৰ প্ৰতিও তেওঁ আদেশ কৰিছেঃ 'বৎস, ত্বমপি স্বাপত্যদাৰসহিতঃ সখ্যুৰাখণ্ডলস্য ৰথমাৰুহ্য তে ৰাজধানীং প্ৰতিষ্ঠস্ব।'

এইদৰে নাটকীয় ঘটনাৰ অন্ত পৰিছে। সপ্তম অঙ্কত পোনতে দুষ্যন্তৰ পুত্ৰ পৰিচয় তাৰ পাছত পত্নী সমাগম আৰু শেষত দেৱগুৰু মাৰীচৰ আশীৰ্বাদ ৰজাৰ শিৰত পৰিছে। মাতলিৰ কথাত 'তৱ প্ৰসাদস্য পুৰস্তু সম্পদঃ' ৰজাই পোনে পোনে সম্পদ লাভ কৰিছে আৰু তাৰ পাছত প্ৰসাদ-ভাজন হৈছে। ইয়াত কালিদাসৰ নাট্য কৌশলেই পৰাকাষ্ঠা লাভ কৰিছে। জগতত কৰ্মবন্ধন অনুসৰি সকলো ঘটনা নিয়মিত হয়- এই সত্য নাটকৰ ছত্ৰে-ছত্ৰে পৰিস্ফুট কৰিবলৈ নাট্যকাৰে অহোপুৰুষাৰ্থ কৰিছে।

(১২) নাটকৰ শুভ পৰিসমাপ্তি নাট্য-নিয়মানুসাৰে ভৰতবাক্যেৰে ঘটিছে। চতুৰ্থ পুৰুষাৰ্থৰ অপেক্ষাৰে 'ভৰতবাক্য' অৰ্থসম্মত হৈছে। ধৰ্মাৰ্থকামৰ চৰিতাৰ্থ নাটকৰ গৰ্ভত সাধিত হৈছে। জীৱনৰ অৱসানত মোক্ষ লাভেচ্ছা যিদৰে প্ৰতিজন আত্মজ্ঞানীৰ জীৱনব্ৰত সেইদৰে বৈদান্তিক কৱি কালিদাসে নাটকৰ শেষত নাট্যচৰিত্ৰ (ভৰত) ৰজাৰ মুখেৰে মোক্ষেচ্ছা প্ৰকাশ কৰাটো যুক্তিসম্মত হৈছে। নাটকৰ শুভাৰম্ভ যিদৰে অষ্টমূৰ্ত্তি শিৱৰ আৰাধনাৰে হৈছিল, তাৰ শুভ সমাপ্তি নীললোহিত ৰূপ শিৱৰ স্তুতিৰে সাধিত হৈছে।

# কাহিনীভাগৰ পাঁচ অৰ্থপ্ৰকৃতি

বিশ্বনাথ কবিৰাজে সাহিত্যদৰ্পণৰ ৬ষ্ঠ পৰিচ্ছেদত অৰ্থপ্ৰকৃতি শব্দৰ অৰ্থ 'প্ৰয়োজন সিদ্ধিৰ হেতু বা কাৰণ' (অৰ্থপ্ৰকৃতয়ঃ প্ৰয়োজনসিদ্ধি-হেতৱঃ) বুলি কৈছে। নাটকৰ বস্তুক আমি আধিকাৰিক বা মুখ্য আৰু প্ৰাসঙ্গিক বা সহায়কাৰী (গৌণ) এই দুই শ্ৰেণীত ভগাব পাৰোঁ। নাটকৰ নায়ক-নায়িকা প্ৰভৃতি মুখ্য চৰিত্ৰৰ সৈতে সম্বন্ধ থকা ঘটনাকে আধিকাৰিক কথা বস্তু বুলিব পাৰি। আনহাতে সেই নায়ক-নায়িকাসকলৰ সৈতে জড়িত মূল ঘটনাক আগবঢ়াই নিয়া ঘটনা বা ঘটনাসমূহক প্ৰাসঙ্গিক কথা বুলিব পাৰি। এই প্ৰয়োজন সিদ্ধিৰ হেতুস্বৰূপ গৌণ ঘটনাসমূহক অৰ্থপ্ৰকৃতি বুলি কোৱা হৈছে। প্ৰকৃততে অৰ্থপ্ৰকৃতি সমূহক কাহিনীৰ উপাদান বা সামগ্ৰী বুলিলেও অত্যুক্তি কৰা নহয়।

অৰ্থপ্ৰকৃতি পাঁচ প্ৰকাৰ। সাহিত্যদৰ্পণত সেই বিষয়ে কোৱা হৈছেঃ

> বীজং বিন্দুঃ পতাকা চ প্ৰকৰী কাৰ্যমেৱচ। ৬/৬৪
> অৰ্থপ্ৰকৃতয়ঃ পঞ্চ জ্ঞাত্বা যোজ্যা যথাবিধি।৬/৬৫

বীজ, বিন্দু, পতাকা, প্ৰকৰী আৰু কাৰ্য এই পাঁচ প্ৰকাৰ অৰ্থপ্ৰকৃতি জনাজাত। সাহিত্যদৰ্পণত প্ৰতিটো অৰ্থপ্ৰকৃতিৰ সংজ্ঞা নিৰূপণ কৰা হৈছে। তাত বীজৰ সংজ্ঞা দি কৈছেঃ

> অল্পমাত্ৰং সমুদ্দিষ্টং বহুধা যদ্বিসৰ্পতি।
> ফলস্য প্ৰথমো হেতুৰ্বীজং তদভিধীয়তে।।৬/৬৫-৬৬

যি অৰ্থপ্ৰকৃতিয়ে (ধান আদিৰ বীজৰ দৰে) নাটকত প্ৰথমতে অতি সূক্ষ্মভাৱে উপস্থিত হৈ লাহে লাহে নানান ভাৱে বাঢ়ি গৈ নায়কৰ মূল উদ্দেশ্য সিদ্ধি লাভৰ প্ৰমুখ কাৰণ স্বৰূপ হৈ পৰে তাকে বীজ বোলে।

টীকাকাৰ ৰাঘৱভট্টৰমতে অভিজ্ঞানশাকুন্তলম্ নাটকৰ প্ৰথম অঙ্কৰ আৰম্ভণিতে পোৱা 'ইদানীমেৱ দুহিতৰম্ শকুন্তলামতিথিসৎকাৰায় নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থং গতঃ, - বৈখানসৰ এই উক্তিৰে কাহিনীভাগৰ বীজ সিচা হৈছে। কোনো কোনো পণ্ডিতে ৰাঘৱভট্টক সমৰ্থন নকৰি বৈখানসে ওপৰত উদ্ধৃত বাক্যৰ আগতে কোৱা 'এষ খলু কণ্বস্য কুলপতেঃ অনুমালিনীতীৰমাশ্ৰমো দৃশ্যতে'বৰণা 'সা খলু বিদিতভক্তিঃ মাং মহৰ্ষয়ে নিবেদয়িষ্যতি' আদি ৰজাৰ উক্তিলৈকে কথাংশক বীজ বুলি অভিমত দিয়া দেখা যায়। মুঠতে বৈখানস আৰু ৰজাৰ সেই সাক্ষাতৰ সময়তে বৈখানসে ৰজাক আশ্ৰমলৈ যাবলৈ আমন্ত্ৰণ জনায় আৰু দুষ্যন্তই সেই আমন্ত্ৰণ গ্ৰহণ কৰে। এই দুয়োটি কথাই পৰিপূৰক ভাৱে নাটকীয় ঘটনাৰ বীজ স্বৰূপ হৈছে। বৈখানসে ৰজাক আমন্ত্ৰণ নজনালে ৰজাই হয়তো আপোনমনে আশ্ৰমলৈ যোৱাৰ ইচ্ছা নকৰিলেহেঁতেন আৰু মৃগয়াৰ পিছত ঘূৰিবলৈ উভতি গলহেঁতেন। সেয়ে হোৱাহেঁতেন দুষ্যন্ত আৰু শকুন্তলাৰ দেখা সাক্ষাৎ সম্ভৱ নহ'লহেঁতেন। আনহাতে কণ্বমুনি আশ্ৰমত অনুপস্থিত বুলি জনাৰ

পাছতো হয়তো ৰজা আশ্ৰমলৈ যোৱাৰ সম্ভাৱনা ক্ষীণ আছিল। সেইবাবে বৈখানসে কোনো আৰ-উৰ্ নোহোৱাকৈ পৰিষ্কাৰ কৰি ৰজাক জনাই থৈছিল যে আশ্ৰমত কুলপতি উপস্থিত নাথাকিলেও তেওঁৰ কন্যা শকুন্তলাই অতিথি-সৎকাৰৰ দায়িত্ব পালন কৰি আছে। তেন্তেই ৰজাৰ ভক্তি অৰ্ঘ্য সিদ্ধত কুলপতি কণ্বক জনাবলৈ পাৰিব বুলি বুজিছে ৰজাই সিদিনাখন আশ্ৰমলৈ গৈছিল। ৰজালৈ বৈখানসে অযোৱা আমন্ত্ৰণতে এনেদৰে নাটকীয় ঘটনাৰ বিটি বীজ সিচা হৈছিল সিটিয়ে পিছলৈ গজালি মেলি উপযুক্ত বাতাবৰণৰ মাজত বাঢ়ি ডাল-পাত মেলি ফল-ফুলেৰে জাতিকাৰ হৈ মহামহীৰুহত পৰিণতি লাভ কৰিছে।

ইয়াৰ পাছত আমাৰ সমুখলৈ আহে দ্বিতীয় অৰ্থপ্ৰকৃতি বিন্দু। সাহিত্য দৰ্পণকাৰে বিন্দুৰ সংজ্ঞা এইদৰে দিছেঃ

অবান্তৰাৰ্থবিচ্ছেদে বিন্দুৰচ্ছেদকাৰণম্। ৬/৬৬

নাটকৰ আৱত্তণিৰ ঘটনাৰদ্বাৰা মূল ঘটনাৰ বিচ্ছেদ হ'বলগীয়া পৰিস্থিতিৰ উদ্ভৱ হ'লে যিটো প্ৰসঙ্গই সেই বিচ্ছেদ সংঘটিত নোহোৱাকৈ ৰাখে, সেই অবিচ্ছেদৰ (মূল ঘটনাৰ সন্ততিৰ) কাৰণেই হৈছে বিন্দু নামক অৰ্থপ্ৰকৃতি।

টীকাকাৰ ৰাঘৱভট্টৰ মতানুসৰি দ্বিতীয় অঙ্কৰ 'সখে মাধব্য ! অনাবাপ্তচক্ষুঃফলোঅসি' বাক্যৰপৰা 'সৰ্বঃ খলু কান্তমাত্মীয়ং পশ্যতি' ইত্যাদি ৰজাৰ উক্তিলৈকে কথাংশ হৈছে নাটকৰ বিন্দু নামৰ অৰ্থপ্ৰকৃতি। দ্বিতীয় অঙ্কত বৰ্ণিত মৃগয়া স্বৰূপ অবান্তৰ ঘটনাৰ বৃত্তান্তৰে মূল ঘটনাৰ সোঁতত যি বাধা পৰিছিল এই কথাংশেৰে সেই বাধা আঁতৰাই পেলোৱাত মৰাসুঁতি আকৌ জিয়াসুঁতিত পৰিণত হয়গৈ।

পৰৱৰ্তী অৰ্থপ্ৰকৃতি হৈছে পতাকা। পতাকাৰ সংজ্ঞা দৰ্পণকাৰে এনেদৰে নিৰূপণ কৰি গৈছেঃ

ব্যাপি প্ৰাসঙ্গিকং বৃত্তং পতাকেত্যভিধীয়তে।৬/৬৭

অৰ্থাৎ যি প্ৰাসঙ্গিক ইতিবৃত্ত নাটকত ব্যাপক ভাবে থাকি প্ৰধান ফলৰ সহায়ক হয়, তাকে পতাকা নামে ৩য় বিধ অৰ্থপ্ৰকৃতি বোলা হয়।

বিশ্বনাথ কবিৰাজে ইয়াৰ উদাহৰণ স্বৰূপে অন্যান্য নাটকৰ প্ৰাসঙ্গিক ঘটনাৰ লগতে অভিজ্ঞানশাকুন্তলম্ নাটকৰ বিদূষকৰ বৃত্তান্তটিও উপস্থাপন কৰিছে (শকুন্তলে বিদূষকস্য চৰিতম্)। কিন্তু ইয়াত সন্দেহৰ ঠাই আছে।

২য় অঙ্কত ৰজাৰ প্ৰিয় বয়স্য বিদূষকক আমি হাঁহিৰ খুনপাক বচোঁতা হিচাপে লগ পাওঁ। ৰজাই মৃগয়াকাৰ্যৰপৰা অব্যাহতি লৈ ৰাজকৰ্মচাৰীসকলক নিজ নিজ কাম কাজলৈ ঘূৰাই পঠিয়াই শকুন্তলাক দেখিবৰেপৰা ৰজাৰ মনত হোৱা প্ৰতিক্ৰিয়াৰ বিষয়ে মাধব্যৰ সমুখত বিবৰি কয়। কথা প্ৰসঙ্গত বিদূষকেও দুটিমান তাৎপৰ্যপূৰ্ণ মন্তব্য কৰে। ৰজাই শকুন্তলাৰ অনঘত্ব আদি গুণৰ প্ৰশংসা কৰাত বিদূষকে কয় 'তেন হি লঘু পৰিত্ৰায়তামেনাং ভৱান। মা যাৱৎ কস্যাপি তপস্বিন ইঙ্গুদীতৈল-চিক্কণশীৰ্ষস্য হস্তে পতিষ্যতি'। ইয়াৰ পাছত ৰজাৰ প্ৰতি শকুন্তলাৰ পূৰ্বৰাগৰ বিষয়ে শুনি বিদূষকে ক'লে, 'কিং ন দৃষ্টিমাত্ৰেণৈৱ ভৱতঃ অঙ্কমাৰোহতু ?' তাৰ পাছত কিবা ছেলু লৈ ৰজাই আকৌ আশ্ৰমলৈ যাবলৈ পাৰে তাৰ উপায় সুধিলত বিদূষকে উত্তৰ দিছে, 'কঃ অপূৰ্বঃ অপদেশঃ, ননু ভৱান ৰাজা ; নীবাৰষষ্ঠভাগং

তাপসা মে উপহৰন্তু।' এনেবোৰ কথাৰে বিদূষকে ৰজাক আপাততঃ উৎসাহিত (?) কৰিছে সঁচা; কিন্তু ঘটনাৰ মেৰপাকত পৰি ৰজাই বিদূষকক ৰাজমাতৃৰ ওচৰলৈ 'পুত্ৰক' হিচাপে পঠিওৱাত বিদূষকে ৰজাৰ প্ৰণয় ব্যাপাৰৰ গভীৰতালৈ সোমাবলৈ অৱসৰ নাপালে। ভৱিষ্যতেও যাতে বিদূষকে প্ৰেমৰ কথাত কোনো প্ৰকাৰে হস্তক্ষেপ কৰিব নোৱাৰে তাৰ মূলা মাৰিবলৈ ৰজাই কৈছে, 'সখে মাধব্য। ঋষিগৌৰৱাদ্ আশ্ৰমাপদং প্ৰৱিশ্যামি ন খলু সত্যমেৱ তাপসকন্যায়াম্ অভিলাষো মে। — পৰিহাসবিজল্পিত সখে পৰমাৰ্থেন ন গৃহ্যতাং বচঃ।' এইদৰে পৰৱৰ্তী ঘটনা সমূহৰপৰা বিদূষকক সম্পূৰ্ণভাৱে আঁতৰাই ৰখা হৈছে। পঞ্চম অঙ্কতো আশ্ৰমবাসীসকলে ৰাজধানীত ৰজাৰসৈতে সাক্ষাৎ কৰাৰ পূৰ্বে বিদূষকক ৰজাই ৰাজঅন্তঃপুৰলৈ পঠিয়াই দিছে। ষষ্ঠ অঙ্কত বিদূষকে ৰজাক মাথোন সান্ত্বনা বাণীহে শুনাইছে, 'অস্তি খলু সমাগমঃ কালেন তত্ৰভৱত্যাঃ।' তাৰ পাছত বিদূষকক মূল বৃত্তান্তৰ এজন কৌতূহলী শ্ৰোতা হিচাপে পোৱা গলেও কোনো কথাতে তেওঁ ৰজা আৰু শকুন্তলাৰ স্থায়ী মিলনৰ বাট উলিয়াবলৈ সক্ৰিয় ভূমিকা গ্ৰহণ কৰা চকুত নপৰে। সেইবাবেই কোনো কোনো পণ্ডিতে বিদূষকৰ বৃত্তান্তটিক পতাকা বুলি গ্ৰহণ কৰিবলৈ প্ৰস্তুত নহয়।

ৰজা আৰু শকুন্তলাৰ স্থায়ী মিলন সাধন কৰাত এটি মাথোন বৃত্তান্তই নাটকত চকুত পৰে। সেয়া হৈছে অঙ্গুৰীয়ক বা আঙঠিৰ উপাখ্যান। চতুৰ্থ অঙ্কৰ আদিত থকা বিষ্কম্ভকত সুলভকোপ মহৰ্ষি দুৰ্বাসাৰ অভিশাপে মূল আখ্যানৰ বিস্তৃতি বা পৰিসৰ অধিক ব্যাপক আৰু সুদূৰপ্ৰসাৰী কৰে। অভিশাপ মোচনৰ একমাত্ৰ উপায় স্বৰূপে অভিজ্ঞানপ্ৰদৰ্শনৰ বিধানো ঋষিয়ে দি থৈ যায় (ততো ন মে বচনমন্যথা ভৱিতুমৰ্হতি, কিন্তু অভিজ্ঞানাভৰণদৰ্শনেন শাপো নিবৰ্তয়িষ্যত ইতি)। আঙঠিৰ বৃত্তান্ত যথেষ্ট দীঘলীয়া। ইয়াৰ উল্লেখ ১ম ৪ৰ্থ, ৫ম, ৬ষ্ঠ আৰু ৭ম অঙ্কতো পোৱা যায়। প্ৰথম অঙ্কত ৰজা আৰু তাপসকন্যাসকলৰ কথোপকথনৰ সময়তে প্ৰথমবাৰলৈ আঙঠিৰ উল্লেখ পোৱা যায়। কিন্তু চতুৰ্থ অঙ্কৰ বিষ্কম্ভকত দুৰ্বাসাই আতিথ্যসংসোৰৰপৰা বঞ্চিত হৈ শকুন্তলাৰ প্ৰতি যি অভিশাপৰূপ. ৰাগবজ্ৰ নিক্ষেপ কৰিলে তাৰ প্ৰতিকাৰাৰ্থে 'অভিজ্ঞানাভৰণৰ' বিধান কৰিলে তাৰ দৰ্শনৰ দ্বাৰাহে অভিশাপ মোচন হোৱা সম্ভৱ হ'ব -এই কথা সখী দুজনীয়ে জানি আশ্বস্তা হ'ল।

কিয়নো ৰজাই বিদায় পৰত শকুন্তলাক পিন্ধাই থৈ যোৱা তেওঁৰ নামাঙ্কিত আঙঠিটো শকুন্তলাৰ হাতত আছে। (অস্তি তেন ৰাজৰ্ষিণা সংপ্ৰস্থিতেন স্বনামধেয়াঙ্কিতমঙ্গুলীয়কং স্মৰণীয়মিতি স্বয়ং পিনদ্ধম্? তস্মিন্ স্বাধীনোপায়া শকুন্তলা ভৱিষ্যতি)। চতুৰ্থ অঙ্কত শকুন্তলাই হস্তিনাপুৰলৈ যাত্ৰা কৰাৰ সময়ত দুই সখীয়েকে শকুন্তলাক উপদেশ দি কৈছে , 'সখি যদি নাম ৰাজা প্ৰত্যভিজ্ঞানমন্থৰো ভৱেত্তদা তস্মৈ ইদমাত্মনামধেয়াঙ্কিতমঙ্গুলীয়কং দৰ্শয়।' ৫ম অঙ্কত এই আঙঠিটোৱে হাত এৰাই গৈ শকুন্তলাৰ জীৱনলৈ বোৱাই আনিলে এক বিপৰ্যয়ৰ ধুমুহা। ৰাজদৰ্শনৰ সময়ত এক গুৰুত্বপূৰ্ণ অথচ সংকীৰ্ণ মুহূৰ্তত শকুন্তলাই আঙঠিটো হাতৰ আঙুলিত বিচাৰি নাপালে। গৌতমীৰ দৰে প্ৰৌঢ়া তাপসী এজনীয়ে 'নূনংতে শক্ৰাৱতাৰাভ্যন্তৰে শচীতীৰ্থসলিলং বন্দমানায়াঃ প্ৰভ্ৰষ্টম্' বুলি ক'বলৈ গৈ সমস্ত নাৰীজগতক ৰজাৰ তিৰস্কাৰৰ

লক্ষ্যস্থল কৰিলে। অৰণ্যে দুষ্যন্ত আৰু শকুন্তলাৰ মিলনৰ সেতুস্বৰূপ আঙঠিটোৰ অন্তৰ্ধানে নাটকৰ পৰিসৰ অধিক বৃদ্ধি কৰিলে। আঙঠিৰূপ সেতুৰ অদৰ্শনত প্ৰেমিক-প্ৰেমিকাৰ মিলনৰ বাটত আছে অভিশাপৰূপ কোবাল সোঁতৰ ব্ৰহ্মপুত্ৰ। তাক পাৰ হ'বলৈ আঙঠিৰূপ শৰাইঘাটৰ সেতু হে একমাত্ৰ নিৰ্দিষ্ট হৈছে। ঘটনাৰ এনে এক ঘূৰ্ণীপাকত পৰা নায়ক-নায়িকাৰ অন্তৰত থকা স্থূল আবেগ-অনুভূতিবোৰ লাহে লাহে সূক্ষ্ম স্বৰ্গ্য ভাৱনালৈ সলনি হ'লগৈ। ষষ্ঠ অঙ্কৰ আৰম্ভণিতে প্ৰৱেশকত কোনো এক ধীৱৰে মাছৰ পেটত মূল্যবান আঙঠিটো উদ্ধাৰ কৰিলে। আঙঠিটো দেখা মাত্ৰকেই হেৰোৱা দিনৰ মধুৰ স্মৃতিয়ে ৰজাৰ মনত থৌকি-বাথৌ লগালে। তাকে দেখি ৰজাৰ শ্যালই মাছমৰীয়া আৰু চিপাহীহঁতক ক'লেহি, 'তস্য দৰ্শনেন ভৰ্ত্তাভিমতো জনঃ স্মৃতঃ।' সপ্তম অঙ্কত মিলনৰ মহান আৰু মধুৰ ক্ষণত শকুন্তলাৰ আনন্দাশ্ৰু মচিবলৈ চেষ্টা কৰোঁতে ৰজাৰ হাতত শকুন্তলাই সেই আঙঠিটো দেখিবলৈ পাই সুধিছে, 'আৰ্যপুত্ৰ! তদেতদ অঙ্গুলীয়কম্।' ৰজাই উত্তৰ দিছে, 'অথ কিম্?' অস্যাদ্‌ভূতোপলম্ভান্ময়া স্মৃতিৰুপলব্ধা।' এইদৰে আঙঠিৰ বৃত্তান্তটিয়ে নায়ক-নায়িকাৰ স্থায়ী মিলনৰ সাধন স্বৰূপ হৈছে। পতাকাৰ সকলো লক্ষণ আৰু বিশেষত্ব এই উপাখ্যানৰ মাজত উপলব্ধ হোৱা গুণে ইয়াকে পতাকা নামৰ অৰ্থপ্ৰকৃতি বুলি সাব্যস্ত কৰিব পৰা হৈছে। আনহাতে মূল কাহিনীৰ সৈতে একাধিক পতাকা জড়িত হৈ থকাটোও সম্ভৱ। সেয়ে হলে 'বিদূষকচৰিত' আৰু আঙঠিৰ বৃত্তান্ত দুয়োটা পতাকা স্থানীয় হোৱা সম্ভৱ। আঙঠিৰ দৰে নিৰ্জীৱ পদাৰ্থৰ বৃত্তান্তই পতাকাৰ আখ্যা পাব নোৱাৰে বুলিও অলঙ্কাৰ শাস্ত্ৰই কোনো বিধান দিয়া নাই।

চতুৰ্থ অৰ্থপ্ৰকৃতি প্ৰকৰী। সাহিত্য দৰ্পণত ইয়াৰ সংজ্ঞা এনেদৰে পোৱা যায় ঃ

প্ৰাসঙ্গিকং প্ৰদেশস্থং চৰিতং প্ৰকৰীমতা।৬/৬৮

অৰ্থাৎ নাটকৰ যিকোনো এঠাইত থকা প্ৰাসঙ্গিক উপাখ্যানেই প্ৰকৰী নাম পায়। প্ৰকৰীৰ নায়কৰ পতাকাংশৰ নায়কৰ নিচিনা নিজা ফলাকাঙ্খা নাথাকে। যিসকল আধিকাৰিক ফলৰ অনুগামী হয়।

ইন্দ্ৰৰ সাৰথি মাতলিৰ বৃত্তান্তকে শাকুন্তলম্ নাটকৰ কাহিনীভাগৰ প্ৰকৰী নামৰ অৰ্থপ্ৰকৃতি বুলি কোৱা হৈছে। ষষ্ঠ অঙ্কৰ শেষৰ ফালে মাতলিৰ চৰিত্ৰ আমাৰ দৃষ্টিগোচৰ হয়। মাতলিয়ে ৰাক্ষসকুল দমনৰ বাবে দুষ্যন্তক স্বৰ্গৰাজ্যলৈ লৈ যায়। ৰাক্ষসসকলক দমন কৰাৰ পিছত ৰজা দুষ্যন্তক মাতলিয়ে ৰথত তুলি হস্তিনাপুৰলৈ বহন কৰি নিওঁতে স্বৰ্গপথত মাৰীচৰ আশ্ৰমত ৰথখন অৱৰোহণ কৰায়। সেই আশ্ৰমতে পত্নী আৰু পুত্ৰৰ সৈতে ৰজাৰ মিলন হয় আৰু আটায়ে দেৱপিতৃ আৰু মাতৃৰ আশীৰ্বাদ লাভ কৰি হস্তিনাপুৰলৈ যায়। এইদৰে এই বৃত্তান্ত ক্ষুদ্ৰ হ'লেও মুখ্য ফল লাভৰ সহায়ক হোৱা বাবে ইয়াক প্ৰকৰী অৰ্থপ্ৰকৃতি হিচাপে গণ্য কৰাটো যুক্তিসঙ্গত।

কোনো কোনো পণ্ডিতে ষষ্ঠ অঙ্কত পোৱা সানুমতী বা মিশ্ৰকেশীৰ বৃত্তান্তকহে নাটকৰ কাহিনীভাগৰ প্ৰকৰীৰূপ অৰ্থপ্ৰকৃতি বুলি অভিমত দিয়ে। ই বিমৰ্শ সন্ধিত আৰম্ভ হৈ নিৰ্বহণ সন্ধিত সমাপ্ত হৈছে। ষষ্ঠ অঙ্কৰ আৰম্ভণিত সানুমতীয়ে শকুন্তলাৰ অবৰ্তমানত দুষ্যন্তৰ চিত্তবৃত্তিৰ বেহ-ৰূপ বুজিবলৈ হস্তিনাপুৰৰ ৰাজ

উদ্যান পায়গৈ। সানুমতীয়ে শকুন্তলাৰ বিৰহত পীড়িত ৰজা দুষ্যন্তৰ অৱস্থাৰ সম্যকভাৱে বুজ লৈ শকুন্তলাক সবিশেষ জনায়গৈ। সপ্তম অঙ্কত শকুন্তলাই সানুমতীৰ সহায়ৰ কথা কৃতজ্ঞভাৱে উল্লেখ কৰিছে। এনেদৰে ৰজাৰ বিৰহত যাতনা পোৱা জেনেই কোমল হৃদয়ৰ শকুন্তলাৰ অন্তৰত ভৱিষ্যৎ মিলনৰ সান্ত্বনা আশাক সান্ত্বনাৰ শীতল পানীৰে জীপ দি ৰাখিছে। ইয়ে নায়ক-নায়িকাৰ মিলনৰ পক্ষে অনুকূল অৱস্থা সৃষ্টি কৰা বাবে ইয়াকো প্ৰকৰী আখ্যা দিব পাৰি। এইদৰে নায়কৰ ফালৰপৰা মাতলিৰ বৃত্তান্ত আৰু নায়িকাৰ ফালৰপৰা সানুমতীৰ বৃত্তান্ত কাৰ্যসিদ্ধিৰ সহায় হোৱা বাবে দুয়োটি উপাখ্যানকে প্ৰকৰী আখ্যা দিব পাৰি। মাতলি আৰু সানুমতীৰ বৃত্তান্ত দুটি মূল ঘটনাৰ ফলৰ অনুগামী হৈছে আৰু প্ৰকৰী নামৰ যোগ্যতা ৰক্ষা কৰিছে।

পঞ্চম বা শেষ অৰ্থপ্ৰকৃতি হ'ল কাৰ্য। দৰ্পণকাৰে ইয়াৰ সংজ্ঞা দি কৈছে ঃ

অপেক্ষিতং তু যৎসাধ্যমাৰম্ভো যন্নিবন্ধনঃ।
সমাপনংতু যৎসিদ্ধৈ তৎকাৰ্যমিতি সম্মতম্॥ সাঃ দঃ ৬/৬৯-৭০

অৰ্থাৎ যি উদ্দেশ্যে নায়কৰ কাৰ্যকলাপ আৰম্ভ কৰা হয় আৰু যাৰ সিদ্ধিত নায়কৰ কৰ্তব্য সমাপ্ত হোৱা বুলি ধৰা হয়, সেই প্ৰধান সাধ্যৰূপে অপেক্ষিত ঘটনাটিকে কাৰ্য নামক ৫ম অৰ্থপ্ৰকৃতি বোলা হয়।

অভিজ্ঞানশাকুন্তলম্ নাটকৰ ৭ম অঙ্কত নায়কস্বৰূপ দুষ্মন্ত আৰু নায়িকাস্বৰূপা শকুন্তলাৰ স্থায়ী মিলন সংঘটিত হৈছে। সেয়ে নাটকৰ মুখ্য কাৰ্য। এই উদ্দেশ্যৰেই নায়কৰ কাৰ্যকলাপ ১ম অঙ্কৰপৰা আৰম্ভ হৈছে আৰু শকুন্তলাৰসৈতে তেওঁৰ মিলনত নায়কৰ সাধ্য কৰ্তব্যৰ অন্ত পৰিছে। এইবাবে ইয়াক কাৰ্য অৰ্থপ্ৰকৃতি বোলা হৈছে। এনেদেৰে বিচাৰ কৰি অভিজ্ঞান শাকুন্তলম্ নাটকত পাচোঁটি অৰ্থপ্ৰকৃতিৰ অৱস্থান সম্যকভাৱে উপলব্ধি কৰা সম্ভৱ।

## কাহিনীভাগৰ পাঁচ অৱস্থা

নাটকীয় বিষয়বস্তুৰ ফলাৰ্থীজনে নিজৰ ইপ্সিত ফল লাভ কৰিবলৈ যি কাৰ্য আৰম্ভ কৰে সেই কাৰ্যৰ (আৰম্ভৰেপৰা ফল প্ৰাপ্তিলৈকে) পাঁচ প্ৰকাৰ 'অৱস্থা' চকুত পৰে। সেই অৱস্থা কেইটাৰ নাম একাদিক্ৰমে আৰম্ভ, যত্ন, প্ৰাপ্ত্যাশা, নিয়তাপ্তি আৰু ফলাগম। সাহিত্যদৰ্পণত কৈছে ঃ

অৱস্থা পঞ্চ কাৰ্যস্য প্ৰাৰব্ধস্য ফলাৰ্থিভিঃ॥
আৰম্ভযত্নপ্ৰাপ্ত্যাশানিয়তাপ্তিফলাগমাঃ। ৬/৭০-৭১

পাচঁ প্ৰকাৰ অৱস্থাৰ সংজ্ঞাও সাহিত্যদৰ্পণাদিত যথাক্ৰমত পোৱা যায়। প্ৰথমে আৰম্ভৰ বিষয়ে কোৱা হৈছে এইদৰে -

ভৱেদাৰম্ভ ঔৎসুক্যং যন্মুখ্যফলসিদ্ধয়ে। ৬/৭১

মুখ্য ফল লাভৰ কাৰণে ফলাৰ্থীজনৰ যি তীব্ৰ আগ্ৰহ বা মানসিক উৎকণ্ঠা সেয়ে কাৰ্যৰ আৰম্ভ অৱস্থা।

অভিজ্ঞানশাকুন্তলম্ নাটকৰ প্ৰথম অঙ্কত 'অপি নাম কুলপতেঃ' ইত্যাদি ৰজাৰ

উক্তিৰে শকুন্তলাৰ প্ৰতি ৰজাৰ মনৰ উৎসুক্য প্ৰকাশ পাইছে। সেই অঙ্কৰে 'কথমিদং জনং প্ৰেক্ষ্য' ইত্যাদি শকুন্তলাৰ মুখৰ বচনেৰে ৰজাৰ প্ৰতি তেওঁৰ মনত ওপজা ঔৎসুক্য ভাৱ প্ৰকাশিত হৈছে। ইয়াতে নায়ক-নায়িকাৰ অন্তৰত পাৰস্পৰিক প্ৰেমৰ কণ-কঠীয়া সিচা হয়। পাছলৈ এই প্ৰেমাঙ্কুৰে অধিক বিকাশ লাভ কৰে। সেইবাবে সামগ্ৰিকভাৱে প্ৰথম অঙ্ককেই নাটকীয় কাৰ্যৰ আৰম্ভ বুলিব পাৰি।

ইয়াৰ পিছৰ অৱস্থা যত্ন। এই দ্বিতীয় অৱস্থাটিৰ সংজ্ঞা সাহিত্যদৰ্পণত দিয়া হৈছে এনেদৰেঃ-

প্ৰযত্নস্তু ফলাৱাপ্তৌ ব্যাপাৰোঅতিত্বৰান্বিতঃ। ৬/৭২

অৰ্থাৎ ফলপ্ৰাপ্তিৰ বাবে লৰালৰিকৈ কৰা যি উদ্যোগৰূপ, ব্যাপাৰ, কাৰ্যৰ সেই অৱস্থাৰ নাম যত্ন বা প্ৰযত্ন।

টীকাকাৰ ৰাঘৱভট্টৰ মতেৰে 'তপস্বিভিঃ কৈশ্চিৎ পৰিজ্ঞাতোঅস্মি। চিন্তয় তাৱৎ কেনাপদেশেন পুনৰাশ্ৰমপদং গচ্ছামঃ।' - দ্বিতীয় অঙ্কত ৰজাই কৰা এই উক্তিৰপৰা যত্ন নামে অৱস্থাৰ আৰম্ভ হৈছে। ই তৃতীয় অঙ্কলৈকে বিয়পি আছে। তৃতীয় অঙ্কত নায়ক আৰু নায়িকাই পৰস্পৰে পৰস্পৰক লগ পাবলৈ অধীৰ হৈ পৰে। গতিকে নাটকৰ এই কথাংশক যত্নাৱস্থা বুলি ক'ব পাৰি।

বিশ্বনাথ কৱিৰাজে তৃতীয় অৱস্থা প্ৰাপ্ত্যাশাৰ সংজ্ঞা এইদৰে দিছে -

উপায়াপায়শঙ্কাভ্যাং প্ৰাপ্ত্যাশা প্ৰাপ্তিসম্ভৱঃ॥

সাঃ দঃ ৬।৭২

অৰ্থাৎ যি অৱস্থাত কাৰ্যৰ ফলসিদ্ধিৰ সাধক আৰু প্ৰতিবন্ধকৰ পাৰস্পৰিক সংঘাটেৰে ফলসিদ্ধিৰ আশা বা সম্ভাৱনা ওপজে অথচ সেই ফল অৱশ্যে হ'ব বুলি নিশ্চিতও নহয় তাকে প্ৰাপ্ত্যাশা বোলা হয়।

শাকুন্তলম্ নাটকৰ চতুৰ্থ অঙ্কত ফলপ্ৰাপ্তিৰ সম্ভাৱৰ কাৰণৰ সম্ভাৱনা দেখা পোৱা যায়। কিন্তু পঞ্চম অঙ্কত ফল প্ৰাপ্তিৰ সম্ভাৱৰ কাৰণত বাধা পৰাত সন্দেহৰ ভাৱহে প্ৰকাশ পায়। সেই কাৰণে নাটকৰ এই অংশক প্ৰাপ্ত্যাশা অৱস্থা বুলিব পাৰি।

চতুৰ্থ অৱস্থা নিয়তাপ্তি। বিশ্বনাথ কৱিৰাজে তাৰ সংজ্ঞা এনেকৈ দিছেঃ

অপায়াভাৱতঃ প্ৰাপ্তিৰ্নিয়তাপ্তিস্তু নিশ্চিতা। সাঃ দঃ ৬/৭৩

অৰ্থাৎ কাৰ্যৰ যিটো অৱস্থাত ফলসিদ্ধিৰ প্ৰতিবন্ধক নোহোৱা হয় আৰু তাৰ ফলত ফলসিদ্ধ হোৱাৰ বাট মুকলি হৈ পৰে, সেই অৱস্থাটিকে নিয়তাপ্তি বোলা হয়।

অভিজ্ঞানশাকুন্তলম্ৰ ষষ্ঠ অঙ্কৰ আদিত থকা অঙ্গুৰীয়কৰ আঙঠি পোৱাৰপৰা কাৰ্যসিদ্ধিৰ সকলো দুৱাৰ মেল খাই পৰে। তাৰে কাৰ্যসিদ্ধিৰ বাটত আহি পৰা অভিশাপ ৰূপ বাধা অপসাৰিত হয়। সেইবাবে নাটকৰ ষষ্ঠ অঙ্কক 'নিয়তাপ্তিৰূপ' অৱস্থা বুলি কব পাৰি।

পঞ্চম অৱস্থাটি হৈছে ফলাগম। সাহিত্য দৰ্পণত ইয়াৰ সংজ্ঞা এনেভাৱে পোৱা যায়ঃ

সাৱস্থা ফলযোগঃ স্যাদ্ যঃ সমগ্ৰ ফলোদয়ঃ। সাঃ দঃ ৬/৭৩

অৰ্থাৎ য'ত সকলো ফল পোৱা যায়, ফল সিদ্ধি হোৱাৰ সেই অৱস্থাই কাৰ্যৰ ফলাগম বা ফলযোগ বুলি জনাজাত হয়।

অভিজ্ঞানশাকুন্তলম্ নাটকৰ শেষ অঙ্কত ৰজাই সকলো ফল লাভ কৰে। তেওঁ নিজৰ পত্নী আৰু পুত্ৰৰে সৈতে চিৰদিনলৈ সম্মিলিত হয়। ইয়েই নাটকৰ ফলাগম অৱস্থা। নাট্যবস্তুৰ এই বিভাগসমূহৰে সৈতে নাটকীয় চৰিত্ৰৰ মানসিক অৱস্থাসমূহৰ সম্পৰ্ক থকা যেন লাগে। পাৰিভাষিক শব্দ কেইটাৰ ভিতৰতো এক ক্ৰমবিবৰ্তনৰ ভাৱধাৰা সোমাই থকা যেন লাগে।

# নাটকীয় কথাবস্তুৰ পাঁচ সন্ধি

নাটকৰ সংজ্ঞা নিৰূপণ কৰোঁতেই ইতিপূৰ্বে নাট্যাচাৰ্যসকলে কৈ আহিছে 'নাটকং খ্যাতবৃত্তং স্যাৎ পঞ্চসন্ধি সমন্বিতম্'- যাৰ বিষয়বস্তু বিখ্যাত ঘটনাৰূপৰা লোৱা হয়, য'ত পাঁচটা সন্ধি থাকে (ইত্যাদি) সেয়ে নাটক নামে ৰূপক। এতিয়া সেই পাঁচ সন্ধিনো কি আৰু অভিজ্ঞানশাকুন্তলম্ নাটকত সিবোৰৰ কেনেদৰে প্ৰয়োগ হৈছে তাক বিচাৰ কৰি চোৱা উচিত।

পোনতে সন্ধিৰ স্বৰূপ সম্বন্ধে নাট্যাচাৰ্য আৰু আলংকাৰিক বিশ্বনাথ কবিৰাজে কি কৈছে চোৱা যাওক। এই সম্বন্ধে তেওঁ কৈছে যে 'ইতিপূৰ্বে কৈ অহা পাঁচবিধ অৰ্থপ্ৰকৃতিৰ ৰূপ অবান্তৰ ইতিবৃত্তবোৰৰ সৈতে পাঁচবিধ অৱস্থাৰ ক্ৰমিক সংযোগৰ ফলত নাটকীয় ঘটনাৰ যি পাঁচটা বিভাগ সৃষ্টি হয় তাকে পঞ্চসন্ধি বুলি কোৱা হয়'।

যথাসংখ্যম্ অৱস্থাভিৰাভিৰ্যোগাত্তু পঞ্চভিঃ।
পঞ্চধৈৱেতিবৃত্তস্য ভাগাঃ স্যুঃ পঞ্চসন্ধয়ঃ।। সাঃ দঃ ৬/৭৪

সন্ধিৰ লক্ষণ সম্বন্ধে কোৱা হৈছেঃ

'অন্তৰৈকাৰ্থ সম্বন্ধঃ সন্ধিৰেকান্বয়ে সতি। ৬/৭৫

অৰ্থাৎ মুখ্য প্ৰয়োজনৰ সৈতে সম্বন্ধ থকা অবান্তৰ ইতিবৃত্ত বা ঘটনাৰ নিজা অন্তৰ্ভুক্ত ফলৰ যি সম্বন্ধ থাকে তাক সন্ধি বোলে। এই সন্ধি পাঁচটা - মুখ, প্ৰতিমুখ, গৰ্ভ, বিমৰ্শ আৰু নিৰ্বহণ বা উপসংহৃতি (মুখং প্ৰতিমুখং গৰ্ভো বিমৰ্শ উপসংহৃতিঃ ইতি পঞ্চাস্য ভেদাঃ স্যুঃ ক্ৰমাল্লক্ষণমুচ্যতে। সাঃ দঃ ৬/৭৫-৭৬)।

নাটকৰ যি অংশত কাৰ্যৰ আৰম্ভ অৱস্থা কথিত হয় আৰু বীজ নামে অৰ্থপ্ৰকৃতিৰ যোজনা থাকে, তাৰ লগতে নানান ঘটনা আৰু ৰস ব্যঞ্জনাও তাত থাকে সেয়ে মুখসন্ধি (যত্ৰ বীজসমুৎপত্তি নানাৰ্থৰস সম্ভৱা। প্ৰাৰম্ভেণ সুমাযুক্তা তন্মুখম্ পৰিকীৰ্তিতম্।। সাঃদ, ৬/৭৬-৭৭)।

টীকাকাৰ ৰাঘৱভট্টৰ মতে অভিজ্ঞানশাকুন্তলম্ নাটকৰ প্ৰথম অঙ্কৰূপৰা আৰম্ভ কৰি দ্বিতীয় অঙ্কত থকা 'উভৌ পৰিক্ৰম্য উপৱিষ্টৌ' এই নাটকীয় নিৰ্দেশলৈকে মুখ সন্ধি।

মুখ সন্ধিত নিক্ষিপ্ত (বা সিঁচা) ফলৰ প্ৰধান উপায়স্বৰূপ বীজৰ গঁজালি মেলা খায় অথচ সেই গঁজালি ৰবকৈ চকুত পৰাকৈ ভাওৰো নহয়, তাক প্ৰতিমুখ সন্ধি বোলা হয় (ফলপ্ৰধানোপায়স্য মুখসন্ধিনিৱেশিনঃ।। লক্ষ্যালক্ষ্য ইৱোদ্ভেদো যত্ৰ প্ৰতিমুখং চ তৎ।। সাঃদঃ ৬/৭৭-৭৮) বিন্দু নামে অৰ্থপ্ৰকৃতি আৰু যত্ন নামে

কাৰ্যাৱস্থাৰ ইয়াত সংযোগ ঘটে। শাকুন্তলম্‌ নাটকৰ দ্বিতীয় অঙ্কৰ য'ত মুখসন্ধি শেষ হৈছে তাৰ পিছৰপৰা অৰ্থাৎ 'সখে মাধব্য, অনাৱাপ্তচক্ষুঃ ফলোঅসি' বৰ্ণনাৰ এই উক্তিৰপৰা আৰম্ভ কৰি তৃতীয় অঙ্কৰ শেষলৈ প্ৰতিমুখ সন্ধি অব্যাহত থাকে।

আকৌ য'ত (মুখসন্ধিত সিচি দিয়া আৰু প্ৰতিমুখ সন্ধিত) কিছু পৰিমাণে গঁজালি মেলা ফলৰ প্ৰধান উপায় স্বৰূপ বীজৰ অধিকাংশে অঙ্কুৰিত হৈ দেখা দিয়ে আৰু বিটো অৱস্থাত সেই অঙ্কুৰিত হোৱা বীজৰ বাৰে বাৰে হ্ৰাস আৰু বৃদ্ধি হয় সেয়ে নাটকৰ গৰ্ভ সন্ধি (ফলপ্ৰধানোপায়স্য প্ৰাগুদ্ভিন্নস্য কিঞ্চন। গৰ্ভো যত্ৰ সমুদ্ভেদো হ্ৰাসান্বেষণবান্মুহুঃ ।। সাঃ দঃ ৬/৭৮-৭৯)।

আলোচ্যমান নাটকৰ চতুৰ্থ অঙ্কৰ আৰম্ভৰপৰা (বিষ্কম্ভককে ধৰি) পঞ্চম অঙ্কত গৌতমীৰ উক্তিৰ পাছৰপৰা 'ইতি তথা কৰোতি'। নিৰ্দেশলৈকে গৰ্ভসন্ধি বুলি কোৱা হয়। পতাকা নামে অৰ্থপ্ৰকৃতি আৰু প্ৰাপ্ত্যাশা নামে অৱস্থাৰ সংমিশ্ৰণেই গৰ্ভসন্ধি। অৱশ্যে গৰ্ভসন্ধিত পতাকা থাকিবই লাগিব বুলি কোনো কথা নাই। কোনো কোনো নাটকত পতাকাৰ অভাৱ। তাত গৰ্ভসন্ধি মূলতঃ প্ৰাপ্ত্যাশাৰ ওপৰত আধাৰিত হয়। অভিজ্ঞানশাকুন্তলম্‌ত বিদূষক আৰু আঙঠি এই দুয়োটা আখ্যানকে পতাকা হিচাপে লৈ প্ৰাপ্ত্যাশাৰ লগত সিবোৰৰ সংযোগ হোৱা কথাংশক গৰ্ভ সন্ধি স্বীকাৰ কৰা হয়।

গৰ্ভ সন্ধিত গঁজালি মেলা ফলৰ প্ৰধান উপায় স্বৰূপ বীজটি য'ত আৰু অধিক পৰিমাণে উদ্ভিন্ন হৈ উঠে, অথচ অভিশাপ আদি উপকৰণ বা বহিঃকাৰণৰদ্বাৰা বাধা প্ৰাপ্ত হয়, নাটকৰ সেই কথাংশক বিমৰ্শ বা অৱমৰ্শ সন্ধি বোলে (যত্ৰ মুখ্যফলোপায় উদ্ভিন্নো গৰ্ভতোঅধিকঃ। শাপাদ্যৈঃ সান্তৰায়শ্চ স বিমৰ্শ ইতি স্মৃতঃ। সাঃদঃ ৬/৭৯-৮০)।

ৰাঘৱভট্টৰ মতে 'জাতে মুহূৰ্তং মা লজ্জস্ব' আদি উক্তিৰ পিছৰপৰাই ষষ্ঠ অঙ্কৰ সমাপ্তি পৰ্যন্ত অৱমৰ্শ সন্ধি (ইতঃ আৰভ্য ষষ্ঠাঙ্কসমাপ্তি পৰ্যন্তমৱশৰ্ম সন্ধিঃ) "প্ৰকৰীনিয়তাপ্তি আনুগুণ্যাদত্ৰাঙ্গকল্পনা।' প্ৰকৰী নামে অৰ্থপ্ৰকৃতি আৰু নিয়তাপ্তি নামে কাৰ্যাৱস্থাৰ গুণফল পোৱাৰপৰাই সিবোৰক অৱশৰ্ম সন্ধিৰ অঙ্গ কল্পনা কৰা হৈছে। কোনো কোনো নাটকত প্ৰকৰী নামে ইতিবৃত্তৰ অভাৱ। তেতিয়া অকল নিয়তাপ্তি নামে অৱস্থাক অৱলম্বন কৰিয়েই বিমৰ্শ সন্ধি গঠিত হয়। অভিজ্ঞানশাকুন্তলম্‌ নাটকত একাধিক প্ৰকৰী ইতিবৃত্ত পোৱা কথা স্মৰণীয়।

এইখিনিতে সাহিত্যদৰ্পণৰ গ্ৰন্থকাৰ বিশ্বনাথ কবিৰাজৰ মতান্তৰ লক্ষনীয়। তেওঁৰ মতেৰে 'পিঅংৱদে জই বি গাজৱেন বিৱাহেন নিবুত্তকল্লানা পিঅ সহী সউন্তলা তহ বি অনুৰূৱ ভত্তিভাইনী সম্বুত্তত্তি নিব্বুদং মে হিঅঅম্‌, তহ বি এত্তি অং চিন্তনিজ্জম্‌। - ইয়াৰপৰা সপ্তমাঙ্কত ৰজাই শকুন্তালাৰে পুনঃ মিলিত হোৱাৰ আগলৈকে - অৰ্থাৎ শাপাভ্ৰষ্টা হৈ ৰজাই স্মৃতিশক্তি হেৰুৱাই শকুন্তলাৰ প্ৰতি কৰা অসজ ব্যৱহাৰ আদি ঘটনা বিমৰ্শ সন্ধিৰ ভিতৰুৱা।

মুখসন্ধিকে আদি কৰি অন্যান্য পূৰ্ব সন্ধিত বীজৰ ক্ৰমবিকাশক, প্ৰকাশকৰূপে নিয়মমতে অথচ বিচ্ছিন্নভাৱে উপস্থাপিত বীজাদিৰূপ ইতিবৃত্তাংশক (অৰ্থাৎ অৱান্তৰ

ঘটনাবিলাকক) একমাত্ৰ প্ৰধানফলৰ উপযোগী কৰি যʼত দেখুৱা হয়, সেয়ে নিৰ্বহণ বা উপসংহৃতি নামে সন্ধি (বীজবন্তো মুখাদ্যৰ্থা বিপ্ৰকীৰ্ণা যথাযথম্। একাৰ্থ্যম্ উপনীয়ন্তে যত্ৰ নিৰ্বহণং হি তৎ। সাঃ দঃ ৬/৮০-৮১)।

অভিজ্ঞানশকুন্তলম্ নাটকৰ সপ্তম অঙ্কৰ আৰম্ভণৰ পৰা নাটকৰ যৱনিকাপাতলৈকে নিৰ্বহণসন্ধি (ইতো নিৰ্বহণ সন্ধি সমাপ্তিং যাৱৎ)। 'কাৰ্য ফলপ্ৰয়োগেন সন্ধিত্বম্ (ৰাঘৱভট্ট)। কাৰ্য আৰু নিয়তাপ্তিৰ ইয়াত সংযোগ ঘটিছে। বিশ্বনাথ কবিৰাজৰ মতে শকুন্তলাৰেসৈতে (৭ম অঙ্কত) ৰজাৰ আকৌ পৰিচয় হোৱাৰপৰা নাটকৰ শেষলৈকে নিৰ্বহণ সন্ধি।

অন্য এটি অভিমত অনুসৰি অভিজ্ঞানশকুন্তলম্ নাটকৰ প্ৰথম অঙ্কত মুখ, দ্বিতীয় আৰু তৃতীয় অঙ্কত প্ৰতিমুখ, চতুৰ্থ আৰু পঞ্চম অঙ্কত গৰ্ভ, পঞ্চম অঙ্কৰ অন্তাৱতাৰ (বা ৬ষ্ঠ অঙ্কৰ প্ৰৱেশকৰ) পৰা ষষ্ঠ অঙ্কৰ শেষলৈকে বিমৰ্শ আৰু সপ্তম অঙ্কত নিৰ্বহণ সন্ধি উপস্থাপিত হৈছে।

# দুষ্যন্ত ঃ আদৰ্শ পুৰুষ

ৰজা দুষ্যন্ত অভিজ্ঞানশাকুন্তলম্ নাটকৰ নায়ক। ব্যাসকৃত মহাভাৰত আৰু মহাপুৰাণসমূহতো তেওঁৰ চৰিত্ৰ কীৰ্ত্তিত হৈছে। কিন্তু আলোচ্যমান নাটকৰ নায়ক আৰু মহাকাব্য-পুৰাণৰ দুষ্যন্ত চৰিত্ৰৰ মাজত বহুল পাৰ্থক্য বৰ্তমান। কোৱা বাহুল্য যে ইতিহাস-পুৰাণৰ দুষ্যন্তৰ চৰিত্ৰৰ গুণ-অৱগুণ আমাৰ অধুনা আলোচ্য বিষয় নহয়ঃ কালিদাসে তেওঁৰ নাট্য-তুলিকাৰে অঙ্কন কৰা দুষ্যন্তৰ গুণাৱলী আৰু দোষাদিহে আমাৰ আলোচ্য বিষয়।

ঋষি অত্ৰিৰ নয়নসম্ভূত চন্দ্ৰৰ প্ৰসিদ্ধ বংশত জন্ম হয় ৰজা দুষ্যন্তৰ। ক্ষত্ৰ আৰু ব্ৰহ্মৰ মিশ্ৰিত ৰক্ত তেওঁৰ ধমনিত চিৰ প্ৰৱাহিত। তেওঁৰ ৰাজ্যৰ ৰাজধানী আছিল গজসাহ্বয় বা হস্তিনাপুৰ। তেওঁৰ বয়স ৩০–৩৫ ৰ ভিতৰত যেন অনুমান হয়।

দুষ্যন্ত ধীৰোদাত্ত নায়ক। দৰ্পণকাৰ বিশ্বনাথ কৱিৰাজে ধীৰোদাত্ত নায়কৰ লক্ষণ এইদৰে দিছে–

অবিকত্থনঃ ক্ষমাৱানতিগম্ভীৰো মহাসত্ত্বঃ।
স্থেয়ান্ নিগূঢ়মানো ধীৰোদাত্ত দৃঢ়ব্ৰতঃ কথিতঃ।। সাঃ দঃ ৩/৩৭

'আত্মশ্লাঘাহীন, ক্ষমান্বিত, অতিকৈ গহীন-গম্ভীৰ, সুখ-দুঃখত অনভিভূত, স্বভাৱতে ধীৰ-স্থিৰ, স্বাভিমানী অথচ বিনয়ী আৰু দৃঢ় সংকল্পযুক্ত নায়কক ধীৰোদাত্ত নায়ক বোলা হয়'।

কালিদাসৰ অভিজ্ঞানশাকুন্তলম্ নাটকৰ নায়ক দুষ্যন্তৰ চৰিত্ৰ এই সকলো গুণেৰে বিভূষিত। প্ৰিয়ম্বদাই কোৱা মতে ৰজা চতুৰ, গম্ভীৰ আকৃতিযুক্ত আৰু মধুৰ আলাপত নিপুণ (চতুৰ গম্ভীৰকৃতিশ্চতুৰং প্ৰিয়মালপন্ প্ৰভাৱৱানিৱ লক্ষ্যতে)। আন ব্যক্তিবৰ্গৰ মুখৰ বচনেও দুষ্যন্তৰ দেহ সৌষ্ঠৱৰ প্ৰমাণ দাঙি ধৰে। 'দুৰৱগাহ-গম্ভীৰাকৃতি-ৰ্মধুৰমালপন্ প্ৰভুত্বদাক্ষিণ্যং বিস্তৰয়তি' (১ ম অঙ্ক); 'অনৱৰত ধনুৰ্জ্যাস্ফালনক্ৰূৰপৰ্বা (২/৪), 'নগৰপৰিধপ্ৰাংশু বাহু' (১,১৬); 'সত্ত্বাৱনীয় প্ৰভাৱা অস্যাকৃতিঃ (৭/২৭) আদি বচন তাৰ প্ৰমাণ।

দুষ্যন্ত বীৰ। তেওঁৰ শৌৰ্য্য-বীৰ্য ক্ষত্ৰিয় জনোচিত। তেওঁৰ ধনুশ্লাঘা প্ৰশংসনীয়। দৈত্যকুলক দমনৰ বাবে স্বয়ং দেৱৰাজ ইন্দ্ৰই দুষ্যন্তৰ সহায় প্ৰাৰ্থনা কৰে। তেওঁৰ ধনু-শৰৰ শক্তিৰ ওপৰত আস্থা ৰাখি ঋষি-মুনিসকলে আশ্ৰম ধৰ্ম পালন কৰে, যাগ-যজ্ঞাদি যথাবিহিতভাৱে নিৰ্বিৰোধে সমাপন কৰে।

দুষ্যন্তৰ চৰিত্ৰৰ কেন্দ্ৰবিন্দু তেওঁৰ মহত্ত্ব। শকুন্তলাৰ প্ৰতি ওপজা তেওঁৰ প্ৰগাঢ় প্ৰেমৰ কথালৈ পোনতে লক্ষ্য কৰা যাওঁক। হিন্দু শাস্ত্ৰ অনুসৰি ৰজাই বহুবিবাহ কৰিব পাৰে। বহুস্ত্ৰীৰ সৈতে তেওঁৰ সম্বন্ধ হ'লেও তেওঁ নৈতিকতাহীন কামুক নহয়। বৰঞ্চ তেওঁক একপত্নীক যেনহে লাগে। নৱপৰিণীতা কোনো এক পত্নীৰ প্ৰতি অধিক আসক্তি কেতিয়াবা জন্মিলেও পূৰ্বৰ পত্নীসকলৰ প্ৰতি তেওঁ অনাদৰ দেখুওৱা নাই। সকলোৰে প্ৰতি থকা কৰ্তব্য সদায় যথোচিতভাৱে তেওঁ পালন

কৰিছে। শকুন্তলাৰ প্ৰতি তেওঁৰ প্ৰেমৰ আধিক্যৰ হেতু চিত্ৰ দৰ্শন কৰি থকা সময়ত, বসুমতীৰ আগমনৰ বতৰা পাই সেই চিত্ৰ তেওঁ লুকাই থোৱাইছে। শকুন্তলাৰ ৰূপ সৌন্দৰ্যত ১ম দৰ্শনতে মোহমুগ্ধ হ'লেও তেওঁ সকলো সময়তে আত্মসংযম দেখুৱাই আহিছে। শকুন্তলাৰ জন্মোৎস, শকুন্তলা বিবাহিতা নে অবিবাহিতা ইত্যাদি খবৰ ল'বলৈ তেওঁ পাহৰা নাই। শকুন্তলাক ক্ষত্ৰিয় কুলত ওপজা বুলি জানিহে তেওঁৰ মনত শকুন্তলাৰ প্ৰতি প্ৰণয় ভাৱ পোষণ কৰিছে। অকল ৰূপ-লাৱণ্যই যদি তেওঁৰ পৰা অনুকূল সহাঁৰি পালেহেঁতেন পঞ্চম অঙ্কত শকুন্তলাক তেওঁ 'অনিৰ্বৰ্ণ্যং পৰকলত্ৰম্' বুলি অস্বীকাৰ নকৰিলেহেঁতেন। পৰস্ত্ৰীৰ প্ৰতি বিমুখ ৰজা আছিল ৰাজ্যাশ্ৰম মুনি।

ঋষি-মুনিসকলৰ প্ৰতি তেওঁ দেখুৱা শ্ৰদ্ধা আৰু তেওঁলোকৰ প্ৰতি তেওঁ আগবঢ়োৱা সা-সুবিধাও প্ৰশংসনীয়। সংসাৰ বৰ্জন কৰি মুনিবৃত্তি অৱলম্বন কৰা লোকবৰ্গৰ জীৱনেও লোকালয়সমূহক নিশ্চয় বহু পৰিমাণে প্ৰেৰণা যোগায়। জগতৰ কল্যাণৰ বাবেহে যেন সেইসকলে তপস্যা কৰে। কোনো দিনে তেওঁলোকে আত্মকেন্দ্ৰিক জীৱন যাপন নকৰে। তেওঁলোকৰ পৱিত্ৰজীৱনে সাংসাৰিক লোকসকলকে শুদ্ধ জীৱন যাপন কৰিবলৈ উদ্‌গনি দিয়ে। তেওঁলোকৰ সূক্ষ্মাতিসূক্ষ্ম অভিজ্ঞতা আৰু জ্ঞান-গৰিমাই আনক সৎপথ প্ৰদৰ্শন কৰে। সেইবাবে মৃগয়া-বিলাসী হৈও ৰজা দুষ্যন্তই আশ্ৰমৰ উপকণ্ঠত উপনীত হৈ বৈখানসৰপৰা বাধা পাই আশ্ৰমৰ মৃগ চিকাৰ কৰাৰপৰা বিৰত হৈছে। আশ্ৰমলৈ যাবলৈ বৈখানসৰপৰা আমন্ত্ৰণ লাভ কৰি তেওঁ কৈছে, "পুণ্যাশ্ৰমদৰ্শনেন তাৱদ্ আত্মনং পুনীমহে।" আশ্ৰমলৈ খোজ লৈ তাত প্ৰৱেশ কৰাৰ পূৰ্বে তেওঁ কৈছে "তপোৱনবাসীনাম্ উপৰোধো মা ভূৎ। এতাৱত্যেৱ ৰথং স্থাপয়। অৱতৰামি।" ৰথৰপৰা নামি ৰাজআভৰণ ত্যাগ কৰি বিনীতৱেশ ধাৰণ কৰিছে "সূত, বিনীতৱেষেণ প্ৰৱেষ্টব্যানি তপোৱনানি নাম।" ১ম অঙ্কত হস্তিসম্ভ্ৰমৰ ফলত আশ্ৰমৰ কন্যাসকলৰসৈতে তেওঁৰ আলাপত ব্যাঘাত জন্মিছে, ৰজাই তাৰ বাবে কষ্ট হোৱা নাই; কিন্তু তেওঁ অনুশোচনা কৰিছে আশ্ৰমবাসীসকলৰ প্ৰতি কিবা অশান্তি সৃষ্টি হ'ব পাৰে বুলিহে, "অহো ধিক্, পৌৰা অস্মদন্বেষিণঃ তপোৱনম্ উপৰুন্ধন্তি।" তাৰ প্ৰতিকাৰৰ বাবে তেওঁ যথোচিত তৎপৰ হৈছে, "বয়ং আশ্ৰমপীড়া যথা ন ভৱতি তথা প্ৰয়তিষ্যামহে।" ২য় অঙ্কৰ অন্তত বিদূষকক কৈছে ৰজাই, "ন খলু সত্যমেৱ তাপসকন্যায়াং মমাভিলাষঃ। বয়স্য, ঋষিগৌৰৱাদাশ্ৰমং গচ্ছামি।" দ্বিতীয় অঙ্কত যেতিয়া তপোৱনবাসীসকলে তপোৱনত শান্তিৰক্ষাৰ বাবে ৰজাৰ সাহায্য প্ৰাৰ্থনা কৰে, তেতিয়া ৰজাই কৈছে, 'কিমাজ্ঞাপয়ন্তি'। ততালিকে তেওঁ আশ্ৰমত শান্তি ৰক্ষাৰ বাবে বিহিত ব্যৱস্থা ল'বলৈ সাজু হৈছে। একে সময়তে মাতৃয়ে ৰজাক ৰাজধানীলৈ মাতি পঠিওৱাত তেওঁ বিপাঙত পৰিছিল যদিও সোনকালে তাৰ সিদ্ধান্ত ল'লে। তেওঁ ৰাজধানীলৈ নগৈ ঋষিসকলৰ আজ্ঞাত অৱনত হ'ল। শাৰ্ঙ্গৰৱে ৫ম অঙ্কত ৰজাক 'লোকবৃত্তান্ত নিষ্ণাতা' বুলি কৈছে। দুৰ্বাসাৰ অভিশাপৰ কবলত পৰি স্মৃতিশক্তি ব্যাহত হোৱা ৰজাই শাৰ্ঙ্গৰৱে কঠোৰ ভাষা ব্যৱহাৰ কৰা শুনি কৈছে 'বিশেষেণ অধিক্ষিপ্তোঽস্মি'। ইমানতো তেওঁ ক্ৰোধৰ বশৱৰ্তী হোৱা নাই। ৭ম অঙ্কত মাতলিয়ে দেৱৰ্ষি মাৰীচৰ

প্ৰতি ৰজাৰ দৃষ্টি আকৰ্ষণ কৰাত তেওঁ (ৰজাই) কৈছে, 'তেন হি অনতিক্ৰমনীয়ানি শ্ৰেয়াংসি। প্ৰদক্ষিণীকৃত্য ভগৱন্তং গন্তুমিচ্ছামি'। মাতলিয়ে প্ৰশংসা কৰি ক'লে, 'প্ৰথমঃ কল্পঃ'। মাৰীচক দেখি ৰজাই দূৰৈৰপৰা প্ৰণাম জনাইছে 'নমস্তে কষ্টতপসে'। এইদৰে ৰজাক সৰ্বথা আশ্ৰমবাসী তপোধনসকলৰ প্ৰতি শ্ৰদ্ধাশীল হোৱা দেখা যায়।

ৰজা দুষ্যন্ত ১ম শ্ৰেণীৰ শাসক। এই সন্দৰ্ভত তেওঁৰ তিনিটা গুণ আমাৰ চকুত পৰে। সেইকেইটা হ'ল, তেওঁ দেখুৱা কৰ্তব্য পৰায়ণতা, প্ৰজাৰঞ্জন আৰু লোভশূন্যতা। তেওঁ আছিল অতিশয় কৰ্তব্য পৰায়ণ। প্ৰথম অঙ্কৰ শেষৰ ফালে হাতীৰ উপদ্ৰৱৰ কথা শুনিয়েই ৰজাই আশ্ৰমৰ তাপস কন্যাসকলৰপৰা বিদায় লৈছে। তেওঁৰ মন দৃঢ়প্ৰতিজ্ঞঃ 'আশ্ৰমপীড়া যাৰ দ্বাৰা নহয় তাকে কৰোঁগৈ'। তেনেদৰে তপস্বীসকলৰ আমন্ত্ৰণ পাই ৰথ সাজু কৰিবলৈ সাৰথিক আদেশ কৰিছে (২য় অঙ্ক) আৰু তপস্বীসকলক জনাইছে- "গচ্ছতাং ভৱন্তৌ, অহমনুপদম্ আগত এৱ।" ৫ম অঙ্কত কঞ্চুকীৰ কথাৰপৰাই ওলাই পৰিছে যে ৰজাই প্ৰতিদিনে দিনৰ আগছোৱাত ধৰ্মাসনত আৰোহণ কৰি প্ৰজাৰ গোচৰ শুনে। শাসন কাৰ্যত ব্যাপৃত থাকে বাবে তেওঁৰ জিৰণিৰ সময় নাই। ৬ষ্ঠ অঙ্কত ৰজা যদিও শকুন্তলাৰ বিৰহত ব্যাকুল হৈছে; তথাপি তেওঁ ৰাজকাৰ্যলৈ পিঠি দিয়া নাই। "বেত্ৰৱতি, মদ্‌বচনাদ্ অমাত্য পিশুনম্ ব্ৰুহি. " ইত্যাদি বচনে প্ৰমাণ কৰে যে তেওঁ ব্যক্তিগত ভাবে শৰীৰ বা মনৰ পীড়াৰ বাবে ধৰ্মাসন আৰোহণ নকৰিলেও যঁতে যেনে ভাবে থাকে তাৰপৰাই ৰাজ্যশাসনৰ জৰীগছ টানি ধৰি থাকে। নিজে সকলো ৰাজকাৰ্য নিৰীক্ষণ কৰে। সেয়ে তেওঁক প্ৰজাৰঞ্জক বুলি প্ৰমাণ কৰে। "প্ৰজাঃ প্ৰজাঃ স্বা ই'ব তন্ত্ৰয়িত্বা" ইত্যাদিয়ে (৫/৫) ৰজাৰ প্ৰজাৰঞ্জনৰ পুষ্টি সাধন কৰে। ৬ষ্ঠ অঙ্কত প্ৰতিহাৰীৰদ্বাৰা এই কথা ঘোষণা কৰাইছে যে "যাৰ যি সম্বন্ধীয় লোকৰ মৃত্যু হৈছে তেওঁ ৰজাক তেনে সম্বন্ধীয় লোক বুলি বুজক" (যেন যেন বিযুজ্যন্তে প্ৰজাঃ স্নিগ্ধেনবন্ধুনা। স স পাপাদৃতে তাসাং দুষ্যন্ত ইতি ধুষ্যতাম্। (৬/২৩)।।

৬ষ্ঠ অঙ্কৰ মাজতে ৰজা দুষ্যন্তৰ নিৰ্লোভ স্বভাৱৰ উদাহৰণ পোৱা যায়। নিঃসন্তান বণিক ধনমিত্ৰৰ মৃত্যুৰ সংবাদ পাই বণিকৰ সম্পত্তি ৰাজভাণ্ডাৰলৈ হস্তান্তৰৰ কৰাৰ বাবে সন্মত নহ'ল। বৰঞ্চ ধনমিত্ৰৰ কোনো স্ত্ৰী সগৰ্ভা হৈ আছে নে ৰজাই তাৰহে বিচাৰ কৰালে। ধনমিত্ৰৰ এজনী স্ত্ৰী গৰ্ভৱতী বুলি জানি গৰ্ভস্থ সন্তানেই বণিকৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব বুলি ঘোষণা কৰিলে।

ৰজা দুষ্যন্ত স্বভাৱতে গৰ্বশূন্য। তেওঁ কেতিয়াও আত্মশ্লাঘা কৰা নাই। মাতলিয়ে স্বৰ্গত ইন্দ্ৰৰ শত্ৰুসকলক ৰজা দুষ্যন্তই সহজে দমন কৰাৰ কৃতিত্বক ভূয়সি প্ৰশংসা কৰা শুনি ৰজাই কৈছে "অত্ৰ খলু শতক্ৰতোৰেৱ মহিমা স্তুত্যঃ।" ৰজা নৈতিক বিষয়ত আত্মবিশ্বাসী। শকুন্তলাৰ প্ৰতি তেওঁৰ মন আকৰ্ষিত হোৱাত নিজকে নিজে কৈছে,

'অসংশয়ং ক্ষত্ৰপৰিগ্ৰহক্ষমা যদ্ আৰ্যমস্যাম
আভিলাষি মে মনঃ।
সতাং হি সংদেহপদেষু বস্তুষু প্ৰমাণম্
অন্তঃকৰণ প্ৰবৃত্তয়ঃ।। ১/২০

ৰজা বৰ সূক্ষ্মদৃষ্টিসম্পন্ন লোক। তেওঁ তপোবনৰ বাহিৰত দেখা বিভিন্ন বস্তুৰ প্ৰতি লক্ষ্য কৰি আশ্ৰমত নিজৰ উপস্থিতি অনুমান কৰিছে (নীবাৰ শুক গৰ্ভ কোটৰমুখ ইত্যাদি)। শৰক্ষেপৰ ভয়ত দৌৰি পলোৱা মৃগৰ বৰ্ণনা (১ম অঙ্ক), শকুন্তলাৰ সৌন্দৰ্যৰ বৰ্ণনা (১ম, ২য় অঙ্কত), আৰু ৭ম অঙ্কত আকাশৰপৰা পৃথিৱীলৈ অৱৰোহণৰ পথত দেখা দৃশ্যাৱলীৰ বৰ্ণনাত তেওঁৰ সূক্ষ্ম পৰ্যবেক্ষণ শক্তিৰ প্ৰমাণ পোৱা যায়।

মাতৃ, পত্নী আৰু পুত্ৰৰ প্ৰতি তেওঁৰ স্নেহ মানৱোচিত। মাতৃৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অপৰিসীম। আশ্ৰমত শান্তিৰক্ষাৰ দায়িত্ব লোৱা হেতুকে মাতৃৰ ব্ৰতভঙ্গৰ কালত ৰাজধানীত নিজে উপস্থিত থাকিব নোৱাৰি বিদূষকক্কে তালৈ পঠিয়াইছে। শকুন্তলাৰ প্ৰতি তেওঁৰ অকৃত্ৰিম ভালপোৱা নাটকৰ (৫ম অঙ্ক এৰি) সৰ্বত্ৰ দৃশ্যমান। অন্য পত্নীসকলৰ প্ৰতিও তেওঁ সমানে সদয়। ৭ম অঙ্কত পত্নী শকুন্তলাৰ প্ৰতি দেখুৱা সৌহাৰ্দ্য অৱৰ্ণনীয়। সেই অঙ্কত তেওঁ দেখুৱা বাৎসল্য প্ৰীতিও আদৰ্শনীয়। সেই অঙ্কত তেওঁ দেখুৱা বাৎসল্য প্ৰীতিও আদৰ্শনীয়। 'আলক্ষ্য দন্তমুকুলান্ ইত্যাদি (৭/১৭) বাৎসল্য ৰসসিক্ত শ্লোক তাৰ প্ৰমাণ। একে সময়তে শকুন্তলাৰ প্ৰতি তেওঁ পূৰ্বে কৰা নিষ্ঠুৰ ব্যৱহাৰৰ বাবে অনুতপ্ত হৈছে।

ৰজা দুষ্যন্ত সম্ভৱতঃ তদানীন্তন কালৰ ৰীতি অনুসৰি চৌষষ্ঠি কলাবিদ্যাত পাৰ্গত আছিল। বিশেষতঃ নাট্য, নৃত্য, গীত আৰু চিত্ৰাঙ্কনৰ প্ৰতি তেওঁৰ অসামান্য অনুৰাগ থকাৰ প্ৰমাণ পোৱা যায়। হংসপাদিকাৰ গীত শুনি ৰজাই মন্তব্য কৰিছে "অহো, ৰাগপৰিবাহিনী গীতিঃ।" চিত্ৰকলাত তেওঁৰ পাৰদৰ্শিতাৰ সাক্ষ্য ৬ষ্ঠ অঙ্কত তেওঁ আঁকা শকুন্তলাৰ চিত্ৰই বহন কৰে। সেই চিত্ৰত মালিনীৰ তীৰবৰ্তী ঋষিৰ আশ্ৰমৰ পটভূমিত গছৰ গুৰিত পানী দি থকা শকুন্তলাৰ চিত্ৰ যথাৰ্থ হোৱা বুলি বসন্তক আৰু ৰজাৰ মাজত মতামত বিনিময় হৈছে। বিদূষকে ৰজাক প্ৰশংসা কৰি কৈছে, "সাধু বয়স্য, মধুৰাৱস্থানদৰ্শনীয়ো ভাৱানুপ্ৰৱেশঃ। স্খলতীৱ মে দৃষ্টিঃ নিম্নোন্নত প্ৰদেশেষু।" স্বৰ্গৰ অপ্সৰী সানুমতীয়েও ৰজাৰ শিল্পকৃতিৰ প্ৰশংসা কৰি কৈছে, "অহো এষা ৰাজৰ্ষেৰ্নিপুণতা। জানে সখ্যগ্ৰতা মে বৰ্তত ইতি।" সৌন্দৰ্য উপলব্ধি আৰু চিত্ৰণ সম্বন্ধে ৰজাই নিজে কৈছে,

'যদ্ যৎ সাধু ন চিত্ৰে স্যাত্ ক্ৰিয়তে তত্তদন্যথা।
তথাপি তস্যা লাৱণ্যং ৰেখয়া কিঞ্চিদ্ অন্বিতম্॥ ৬/১৪

# শকুন্তলা : আদৰ্শ ভাৰতীয় নাৰী

যুগ যুগ ধৰি ভাৰতবৰ্ষত আদৰ্শৱান পুৰুষ আৰু নাৰীৰ জন্ম হৈছে। বেদাদিৰ কালৰপৰা ঋষি আৰু ঋষিকাসকলৰ পুৰুষবৃন্দৰ ধাৰানিচিগা সোঁত এতিয়াও বৈ আছে। তেনেকৈ প্ৰতিষ্ঠিত হোৱা ভাৰতীয় নাৰীৰ আদৰ্শনীয় পৰম্পৰা নিৰৱচ্ছিন্নভাৱে বোৱা সময়ৰ সোঁতৰ দৰে চিৰপ্ৰবাহমান। বেদ-উপনিষদৰ পাততে পঢ়িবলৈ পোৱা যায়, অপালা, লোপামুদ্ৰা, আত্ৰেয়ী, গাৰ্গী প্ৰভৃতিৰ অম্লান আদৰ্শৰ কাহিনী। ৰামায়ণ-মহাভাৰত-পুৰাণসমূহৰ পাতে পাতে চিত্ৰিত হৈছে অলেখ নাৰী চৰিত্ৰৰ ৰূপাদৰ্শ। তাৰা, মন্দোদৰী, সীতা, অহল্যা, অৰুন্ধতী, কুন্তী, গান্ধাৰী, দ্ৰৌপদী, সুভদ্ৰা, দময়ন্তী, সাৱিত্ৰী প্ৰভৃতি নাৰীসকলে ইতিহাস আৰু পৌৰাণিক কালচোৱাত জন্মলাভ কৰা অলেখ ভাৰতীয় আদৰ্শ ৰমণীৰ প্ৰতিনিধিত্ব কৰে। নাৰী সৌন্দৰ্য্য আৰু শক্তিৰ প্ৰতীক ৰূপে পূজনীয়া হৈ পৰে। বিভিন্ন দেৱী পূজাৰ ইতিহাসে ভাৰতীয় নাৰীৰ মহিমামণ্ডিত চৰিত্ৰকে প্ৰকট কৰে। মহাকৱি কালিদাসৰ মহত্তম কৃতি অভিজ্ঞানশকুন্তলমৰ ফলিত ৰূপায়িত শকুন্তলাৰ চৰিত্ৰ ভাৰতীয় নাৰী আদৰ্শৰে আন এক মূৰ্ত্ত প্ৰকাশ মাত্ৰ।

কৱিগুৰু কালিদাসে নিজৰ সমস্ত কৱিত্ব শক্তি ব্যয় কৰি অভিজ্ঞানশাকুন্তলমৰ নায়িকা হিচাপে শকুন্তলাৰ পূৰ্ণ চিত্ৰ অঙ্কন কৰিছে। শকুন্তলাৰ জন্ম কাহিনীও ৰোমাঞ্চকৰ। তপস্যাৰত ঋষি বিশ্বামিত্ৰৰ উগ্ৰ তপস্যা ভঙ্গ কৰি স্বৰ্গৰ অপ্সৰা মেনকাই তেওঁৰেসৈতে মিলিত হোৱাৰ ফলতে জন্ম হয় এক বালিকাৰ। মালিনীৰ তীৰস্থ আশ্ৰমত বাস কৰা কুলপতি কণ্বই পিতৃ-মাতৃয়ে ত্যাগ কৰা এই কন্যা জনীক তুলি-তালি ডাঙৰ কৰিলে। তেওঁৰে নাম শকুন্তলা। নাটকত চিত্ৰিত শকুন্তলা বালিকা নহয়। অন্ততঃত ষোল্ল বছৰীয়া যুৱতীহে।

শকুন্তলাৰ জন্ম হ'ল এক প্ৰাকৃতিক পৰিবেশৰ মাজত। পিতৃ উগ্ৰতপা বিশ্বামিত্ৰ। মাতৃ গগনবিহাৰিনী মেনকা। কণ্বই যেতিয়া পিতৃত্বৰ স্নেহসুষমা ঢালি তেওঁক ডাঙৰ দীঘল কৰাৰ দায়িত্ব ললে তাৰো পৰিৱেশ হৈ প'ল তপোবনৰ প্ৰকৃতি। তপোবনত বাস কৰা সংযমী তপোধনসকল, শকুন্তলাৰ দৰে পিতৃ-মাতৃৰ মুখ নেদেখা আশ্ৰয়হীনা কন্যা কেইজনীমান আৰু বৃদ্ধা গৌতমীৰ উপৰিও তাত কুলপতিক কেন্দ্ৰ কৰি পঠন-পাঠনশীল ছাত্ৰবৃন্দকে সেই আশ্ৰমৰ লোক বুলি পাৰি। কিন্তু নাটকত মুষ্টিমেয় লোকহে দেখা পোৱা যায় যাৰসৈতে শকুন্তলাৰ মাত-কথা যুৰাচকা সীমিত হৈ ৰৈছে। এনে অৱস্থাত প্ৰকৃতিৰ গছ-লতিকা, জীৱ-জন্তুৱেও নায়িকা শকুন্তলাৰ সহচৰ হিচাপে সাব্যস্ত হৈছে। পানী নহ'লে মাছ জীয়াই থাকিব নোৱাৰাৰ দৰে আশ্ৰমৰ প্ৰকৃতি নোহোৱা হ'লে শকুন্তলাৰ জীৱনো প্ৰভাতীত বুলি কৱিয়ে আভাষ বুজনি দিছে।

শকুন্তলাৰ চৰিত্ৰ চিত্ৰনত, তেওঁৰ চৰিত্ৰৰ কল্পনা কৰাত কৱিয়ে এহাতে নিজৰ গম্ভীৰ ৰসবোধ আৰু আনহাতে কঠোৰ কৰ্ত্তব্যবোধ এই দুইৰ ওপৰত সমানে গুৰুত্ব আৰোপ কৰিছে। গতিকে শকুন্তলাৰ জীৱন গাথা ৰচনাত ৰোমাঞ্চকৰ মাদকতা আৰু যথাৰ্থৰ নিৰ্মমতা এই দুয়োটিৰে মণিকাঞ্চন সংযোগ ঘটিছে। ৰোমাঞ্চ আৱিমিশ্ৰিত ৰোমাঞ্চ হৈ থাকিলে, যথাৰ্থও কেৱল যথাৰ্থৰূপতে বৈ যোৱা হ'লে কালিদাসে ভাৰতীয় সংস্কৃতিৰ যথাযত ৰূপায়ণত ব্যৰ্থ হ'লহেতেন। এহাতে তেওঁ কুসুমৰ দৰে লোভনীয় যৌৱন লৈ হস্তিনাপুৰৰ ৰাজৰ্ষিৰ প্ৰেমাস্পদ হ'বলৈ সক্ষম হৈছে, আনহাতে একেজনৰ হাততে সগৰ্ভা অৱস্থাত অপ্ৰত্যাশিত, অপ্ৰৰোচিতভাৱে লাভ কৰিছে কঠোৰ কদৰ্থনা আৰু ভাগ্যৰ প্ৰেৰিত বিড়ম্বনা। "বস্তুতঃ শকুন্তলাৰ দৰে ৰূপৱতী, সৰলা, নিশ্ছলা, দুৰ্বলা, দণ্ডিতা, পুৰস্কৃতা, ক্ষমাৱতী আৰু গৌৰৱশালিনী ৰমণী বিশ্বসাহিত্যৰ অন্যত্ৰ অতি বিৰল।"

শকুন্তলা বিধাতাৰ চৰম সৌন্দৰ্যভাৱনাৰ মূৰ্তৰূপ। বিধাতাই সংসাৰৰ সকলো ৰূপ সংগ্ৰহ কৰি তাক অন্তশ্চিত্তত পুনঃপুনঃ কল্পনা কৰি, বৃদ্ধি কৰি 'সৌন্দযাদৰ্শৰ প্ৰত্যক্ষীকৃত প্ৰতিমূৰ্তী হিচাপে স্থাপন কৰিছে। শকুন্তলা "স্ত্ৰীৰত্ন সৃষ্টিৰপৰা' 'প্ৰভাতৰলংজ্যোতিঃ' যি পৃথিৱীৰ অভ্যন্তৰৰপৰা জন্ম নলৈ জন্ম লৈছে এজনী গগণচাৰিণীৰ উদৰত। তেওঁৰ দৈহিক সৌন্দৰ্য্য ইমান কমনীয় যে তপস্বীসকলে ব্যৱহাৰকৰা বল্কল বসনো তেওঁৰ বাবে সৌন্দৰ্য্যবৰ্ধক মণ্ডন হৈ পৰিছে। তেওঁৰ 'অব্যাজ-মনোহৰ', আক্লিষ্ট কান্তিময় ৰূপ দুষ্যন্তৰ দৰে কলাকুশলী জনাৰ তুলিকাৰ ৰেখাতো বন্ধন নাখায়। তাতে আকৌ সেই ৰূপৰ পৱিত্ৰতাও কম নহয়! তেওঁৰ ৰূপ একমাত্ৰ অনাঘ্ৰাত পুষ্প, নখৰ আঁচোৰ নপৰা কুহিঁপাত, অনবিদ্ধা ৰত্ন, অনাস্বাদিত মধু আৰু অখণ্ডিত পুণ্যফলৰসৈতেহে তুলনীয়। এই পৱিত্ৰ ৰূপচ্ছতাৰ প্ৰয়োগ আশ্ৰমত সুবিহিতভাৱে হোৱা নাই বুলিহে কৱিয়ে ভাবে। "অৰ্কস্যোপৰি শিথিলং চ্যুতমিৱ নৱমল্লিকা কুসুমম্'- বৃন্তচ্যুত নৱমল্লিকা আকন্দৰ ওপৰত পৰা বুলি কোৱা হৈছে।

প্ৰকৃতিৰ মাজত ডাঙৰ-দীঘল হোৱা বাবে শকুন্তলাৰ প্ৰকৃতিৰসৈতে এক নিবীড় সম্বন্ধ স্থাপিত হয়। আশ্ৰয়ৰ গছ-লতিকাক তেওঁ নিজ সহোদৰ জ্ঞান কৰে 'অনুসূয়ে, ন কেৱলং তাতস্য নিয়োগঃ, মমাপি এতেষু সোদৰস্নেহঃ।' এই স্নেহৰ বাবে তেওঁ নিজৰ অলঙ্কৰণৰ বাবে গছ-লতাৰ পাত এটিও নিছিঙে। গছ-লতিকাৰ ডালত প্ৰথম পুষ্পোদ্‌গম হ'লেই শকুন্তলাই তাক উৎসৱ বুলি ভাবে (পাতুং ন প্ৰথমং ইত্যাদি)। পতিগৃহলৈ যাবলৈ ওলায়ো তেওঁ বনজোৎস্না নামৰ লতাক নিজৰ ভগ্নী বুলি আলিঙ্গন কৰিবলৈ পাহৰা নাই। লতাডালক পাহৰাৰ অৰ্থ হ'ব নিজকে পাহৰি যোৱাৰ সদৃশ 'তদা আত্মানমপি বিস্মৰিষ্যামি।' গছ-লতিকাৰো যেন শকুন্তলাৰ প্ৰতি আস্থা বা স্নেহৰ অভাৱ নাই। কিয়নো ৪ৰ্থ অঙ্কত শকুন্তলাৰ মণ্ডনৰ বাবে বনদেৱতাসকলে নানান আভৰণ উপহাৰ দিছে 'অন্যেভ্যো বনদেৱতা কৰতলৈৰ্ আপৰ্বভাগোত্থিতৈঃ দত্তান্যাভৰণানি তৎকিশলয়োদ্‌ভেদ প্ৰতিদ্বন্দ্বিভিঃ। শকুন্তলা পতিগৃহলৈ যাত্ৰা কৰাৰ মঙ্গল মুহূৰ্ত্তত কণ্বই জনোৱা আহবানৰ প্ৰতি সঁহাৰি দি গছ-লতা, পশু-পক্ষীয়েও তেওঁক আশীৰ্বাদ দিছে।

অকল লতা-বিটপৰ প্ৰতিয়েই শকুন্তলাৰ সোদৰ্যস্নেহ আছে এনে নহয় পশু-পক্ষীৰ প্ৰতিও তেওঁ অকৃত্ৰিম স্নেহ দেখুৱাইছে। শকুন্তলাৰ বিদায় মুহূৰ্ত্তত সমগ্ৰ তপোৱন জঁয় পৰি গৈছে। এনে এক নিজম-নিথৰ আশ্ৰমৰ অৱস্থা প্ৰিয়ম্বদাৰ কথাত প্ৰকাশ পাইছে-

উদগলিত দৰ্ভকবলা মৃগ্যঃ পৰিত্যক্তনৰ্ত্তনা ময়ূৰাঃ।

অপসৃত পাণ্ডুপত্ৰা মুঞ্চন্ত্যশ্ৰুনীৱ লতাঃ।। ৪/১২

গৰ্ভমন্থৰা মৃগবধূক দেখি শকুন্তলাই পিতৃ কণ্বক অনুনয় কৰিছে, 'যেতিয়া এই হৰিণীজনীৰ সুখপ্ৰসৱ হ'ব তেতিয়াই মোক সেই সুখবৰটি দিয়াব।' শকুন্তলাই এখোজ দুখোজকৈ আগবাঢ়োতেই তেওঁৰ পুত্ৰৰ নিচিনাকৈ পালিত মৃগশিশু এটিয়ে তেওঁৰ কাপোৰত কামুৰি আজুৰিবলৈ ধৰিছে। শকুন্তলাই মৰ্মস্পৰ্শী ভাষাৰে তাক উপলক্ষ্য কৰি কৈছে, 'বৎস, কিং সহৱাসপৰিত্যাগিনীং মামনুসৰসি ? অচিৰপ্ৰসূতয়া জনন্যা বিনা বৰ্ধিত এৱ। ইদানীমপি ময়া বিৰহিতং ত্বাং তাতশ্চিন্তিয়িষ্যতি। নিৱৰ্ত্তস্ব তাৱৎ।' তপোবনৰ গছ, লতা, পশু-পক্ষীৰসৈতে থকা নিবীড় সম্বন্ধৰ কথা ই স্পষ্টকৈ দেখুৱায়।

কৱিয়ে নাটকত শকুন্তলাৰ সাহচৰ্যত প্ৰকৃতিৰ ৰূপ যিদৰে অঙ্কন কৰিছে তাৰ পৰা বুজা যায় শকুন্তলা আৰু প্ৰকৃতিৰ মাজত একাত্মবোধেই যেন তেওঁৰ উদ্দেশ্য। গছ-বিৰিখ, পশু-পক্ষীক, ভাতৃ-ভগ্নী, পুত্ৰ আদি বুলি শকুন্তলাই সৰ্বদা গণ্য কৰিছে আৰু সিবিলাকৰ ভাৱ-ভাষা যেন কণ্ব দুহিতাৰ অজ্ঞাত নহয়, বৰঞ্চ চিৰ পৰিচিতহে। অকল সেয়ে নহয়, বিদায় কালত বনদেৱতাৰ উপহাৰ আৰু সমবেদনাই শকুন্তলাৰ প্ৰতি প্ৰকৃতিৰ অনুৰূপ ভাৱধাৰাকে প্ৰকটিত কৰিছে।

কিন্তু কণ্বদুহিতাৰ লালন-পালনৰ ক্ষেত্ৰ কুলপতিৰ তপোৱনক মানৱৰ সংস্পৰ্শ বিৱৰ্জিত এক প্ৰকৃতিৰ ক্ৰীড়াভূমি বুলিলেই যথাৰ্থ কোৱা নহয়। মানৱীয় চৰিত্ৰ সদাচাৰ শিক্ষাৰ কেন্দ্ৰস্থল হিচাপেও কুলপতিৰ আশ্ৰমৰ পটভূমি বিবেচিত হোৱা আৱশ্যক। তাত লোকাচাৰ বা লোকব্যৱহাৰৰ স্থল আছে। ঋষিসকলে নিৰ্জন বননি বা অৰণ্যানিৰ মাজত তপোবন ৰচনা কৰিলেও গ্ৰাম, চহৰ, নগৰৰসৈতে তাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। গতিকে শকুন্তলাই অকল বৃক্ষভ্ৰাতৃ, লতাভগ্নীৰ আলবাল পানীৰে পুৰাই দিয়েই কৰ্ত্তব্যৰ শেষ বুলি ভাবিব নোৱাৰে। পুণ্যৱতী আশ্ৰমলৈ অহা তীৰ্থযাত্ৰী, মৃগয়া ব্যসনাসক্ত ৰাজঅতিথিৰ আগমনো অবিৰল। সেই মহান অতিথি শুশ্ৰূষাৰ মহান দায়িত্ব পালন শকুন্তলাৰ দৰে কন্যাৰ ওপৰতে ন্যস্ত হয়। গতিকে তাত প্ৰকৃতিৰ দৰে শকুন্তলাৰ জীৱন স্বাচ্ছন্দ হ'ব নোৱাৰে। বৰঞ্চ তেনে লোক ব্যৱহাৰৰ দায়িত্ব হেতু শকুন্তলাৰ চৰিত্ৰ মৰ্যাদানিষ্ঠ হ'লগৈ।

অকল মৰ্যাদানিষ্ঠ চৰিত্ৰ আৰু বিমোহন সৌন্দৰ্য্যই নাৰীৰ যথাসৰ্বস্ব নহয়। তাৰে সৈতে লজ্জা গুণান্বিত হ'লেহে নাৰীৰ আভৰণ পৰিপূৰ্ণ হয়। "অপি তপো বৰ্ধতে' বুলি ৰজাই সুধিলত শকুন্তলা তলমূৰকৈ নিমাত হৈ ৰ'ল। ৰাজদৰ্শনৰ ফলত মনত বিকাৰ ভাৱ উৎপন্ন হোৱাত তেওঁ মনে মনে গুনিছে 'কিন্নু খলু ইমং জনং প্ৰেক্ষ্য তপোবনবিৰোধিনো বিকাৰস্য গমনীয়াস্মি সংবৃত্তা।' তেওঁৰ মনোভাৱ যে তপোৱন-বিৰোধী সেয়া বুজাত তেওঁ ভুল কৰা নাই। আশ্ৰমবিৰোধী

হ'ল বুলিয়েই তেনে ভাব এৰি চলিব পৰা মানসিক শক্তিও তেওঁ পোৱা নাই। কাৰণ, তেওঁৰ মনত- অৱচেতন মনত মানৱৰ বা বহল অৰ্থত প্ৰাণীমাত্ৰৰে সহজাত ভাৱৰহে উদয় হৈছে। সেইবাবে তেওঁ কৈছে 'যদি আত্মনঃ প্ৰভৱিষ্যামি।' তেওঁৰ মনত বিৱেকবুদ্ধি আৰু সহজাত প্ৰবৃত্তিৰ মাজত লুকা-ভাকুৱে হওক বা অৰ্ন্তদ্বন্দই হওক সি তীব্ৰভাৱে চলিছে। কৱিয়ে তাক শব্দৰদ্বাৰা এনেদৰে চিত্ৰিত কৰিছে- দুষ্যন্তৰ ওঠৰ ভাষাৰে প্ৰকাশ কৰিছে-

বাচং ন মিশ্ৰয়তি যদ্যপি মদ্বচোভিঃ
কৰ্ণং দদাত্যভিমুখং ময়ি ভাষমাণে।
কামং ন তিষ্ঠিতি মদাননসংমুখীনা
ভূয়িষ্ঠমন্যবিষয়া ন তু দৃষ্টিৰস্যাঃ। ১/২৮

যদিও মোৰসৈতে তেওঁ কোনো বাক্যালাপ বিনিময় কৰা নাই, তথাপি মই কথাকৈ থাকিলে তেওঁ কান পাতি শুনে, আৰু যদিও মোলৈ মুখ কৰি তেওঁ নাথাকে, তথাপি মোত ভিন্ন অন্য বস্তুৰ ওপৰতো তেওঁ সৰহ পৰ চকু নাৰাখে।'

এনেদৰে শকুন্তলাৰ অন্তৰত মদন আৰু শালীনতাবোধৰ লুকা-ভাকুৰ ছবি আন এঠাইত ৰজাৰ মুখৰ উক্তিৰে প্ৰকাশ পাইছে-"বয়স্য, নিসৰ্গাদেৱাপ্ৰগলভ্‌তপস্বিকন্যাজনঃ তথাপি

অভিমুখে ময়ি সংহৃতমীক্ষিতং হসিতমন্যানিমিত্ত কৃতোদয়ম্।
বিনয়বাৰিতবৃত্তিৰতস্তয় ন বিবৃতো মদনো ন চ সংবৃতঃ ॥ ২/২১

'তপস্বী কন্যাসকল স্বভাৱতে অপ্ৰগলভ প্ৰকৃতিৰ হয়। তথাপি কিন্তু মই তেওঁৰ ফালে চালে তেওঁ নিজৰ দৃষ্টি ঘূৰাই নিছিল; আনকোনো কাৰণেহে যেন হাঁহিছে এনে ভাৱে হাঁহিছিল; বিনয়ৰ বাবে মদনৰ ক্ৰিয়া তাত বিশেষ প্ৰকট হোৱা নাছিল যদিও একেবাৰে নোহোৱাও নহয়।' ইয়াৰ -মাজতো শকুন্তলাৰ সংযত স্বভাৱ ধৰা পৰে। ওয় অঙ্কত মদনৰ ক্ৰিয়াৰ ফলত শকুন্তলাৰ শৰীৰ আৰু মনৰ অৱস্থা বেয়াৰ ফালে ঢাল খায়। তেনে অৱস্থাত ৰজা আৰু শকুন্তলাক সখীসকলে অকলে এৰি যোৱাত নাগৰবৃত্তিৰসৈতে পৰিচিত ৰজাই শকুন্তলাক বাহুবন্ধত ৰাখিবলৈ প্ৰবল হেপাহ দেখুৱা স্বাভাৱিক। সেই অৱস্থাতো শকুন্তলাই 'পৌৰৱ ৰক্ষ বিনয়ম্। মদন সংতপ্তা অপি ন খল্বাত্মনঃ প্ৰভৱামি' বুলি ৰজাক কৈছে। আনকি গান্ধৰ্ব-বিৱাহৰ কথাতো অন্ততঃ সখীসকলক নোসোধাকৈ আগবাঢ়িবলৈ অস্বীকাৰ কৰিছে 'মুঞ্চ তাৱন্মাং। ভূয়োঅপি সখীজনমনুমানয়িষ্যে।' কিন্তু তথাপি শেষলৈকে শকুন্তলা অপৰাজিতা হৈ থাকিব নোৱাৰিলে। তেওঁৰ তৎকালীন শাৰীৰিক আৰু মানসিক অৱস্থা, সখীসকলৰ প্ৰোৎসাহন, তেওঁৰ সৰল মতি, লতা, গুল্ম আৰু পশু-পক্ষীৰ প্ৰতি থকা অহৈতুক স্নেহ আদিকে তেওঁৰ এই পৰাজৱৰ বাবে দায়ী কৰিব লাগিব। তদুপৰি নাগৰবৃত্তিত অভ্যস্ত দুষ্যন্তৰ প্ৰৰোচনাও কম নহয়। স্বভাৱতে ভীৰু শকুন্তলাৰ গুৰুজনলৈ ভয় থকাৰ উপৰিও মদনক আঁসে দিলে তপোৱনৰ

মৰ্য্যাদাও ক্ষুণ্ণ হ'ব পাৰে বুলি মনত শঙ্কা ভাৱ সততে আছিল। এনে ভীতি বা শঙ্কা দূৰ কৰিবলৈ দুষ্যন্তই কৈছে,

'ভীৰু অলং গুৰুজনভয়েন। দৃষ্টবা তে বিদিতধৰ্মা অত্ৰভৱান্ নাত্ৰ দোষং গ্ৰহীষ্যতি কুলপতিঃ। পশ্য,

গান্ধৰ্বেণ বিৱাহেন বহ্বয়ো ৰাজৰ্ষিকন্যকাঃ।
শ্ৰূয়ন্তে পৰিণীতাস্তাঃ পিতৃভিশ্চাভিনন্দিতাঃ॥ ৩/১১

ইতিপূৰ্বে ভালেমান ৰাজৰ্ষিকন্যাই গান্ধৰ্ববিৱাহ কৰিছে। এইবিৱাহ ক্ষত্ৰিয় কুলোচিত। ধৰ্মজ্ঞ কুলপতি কণ্বই অন্যান্য পিতৃৰ দৰে গান্ধৰ্ববিৱাহ গ্ৰাহ্য কৰাটো নিশ্চিত। বৰঞ্চ জীয়ৰীক অভিনন্দন হে জনাব। এনে অকাট্য যুক্তিয়ে ভীৰু আৰু সংশয়শীলা শকুন্তলাৰ অন্তৰত সাহস আৰু প্ৰেৰণা দিয়া স্বাভাৱিক। নাট্যকাৰে অৱলীলাক্ৰমে নায়িকাৰ সুৰক্ষাৰ বাবে এনে যুক্তিজাল তৰিছে।

সখী হিচাঁপেও শকুন্তলা আদৰ্শনীয়া। প্ৰথমতঃ সখীজনৰ প্ৰতি সহনশীলতা দেখা যায়। প্ৰিয়ম্বদাই কতবাৰ পৰিহাস কৰিছে শকুন্তলাক লৈ। তথাপি তেওঁ প্ৰিয়ম্বদাক বেয়া কথা কোৱা নাই। কৈছে, 'সেইবাবেইতো তুমি প্ৰিয়ম্বদা।' দুষ্যন্তৰ আগ্ৰহত চেঁচা পানী ঢালি কৈছে, 'সখী দুজনীক নোসোধাকৈ মই এখোজো আগ নাবাঢ়োঁ।' সখীসকলৰ ওপৰত এই নিৰ্ভৰশীলতাৰ কাৰণ আছে। আশ্ৰমত সখী সকলৰ সাহচৰ্যত থাকি তেওঁৰ বৰ্ণপৰিচয় হৈছে, কাব্য, ইতিহাস পাঠ কৰিছে। তেওঁলোকৰ অনুৰোধতে তেওঁ দুষ্যন্তৰ বাবে 'ললিত পদবন্ধ' প্ৰেমগীতি ৰচনা কৰিছে-

তৱ ন জানে হৃদয়ং মম পুনঃ কামো দিৱা অপি ৰাত্ৰাৱপি
নিঘৃণ তপতি বলীয়স্তয়ি বৃত্তমনোৰথায়নি অঙ্গানি॥ ৩।১৩

লতা কুঞ্জত ৰজাক একমাত্ৰ সহায় কৰি সখীদুজনী যাবলৈ ওলালত শকুন্তলাই কৈছে, 'হলা অশৰণা অস্মি। অন্যতৰা যুৱয়োৰাগচ্ছতি।' বিদায় কালত সখীসকলে মাঙ্গলিক সাজ-সজ্জাৰে শকুন্তলাক সজাই-পৰাই তুলিলত তেওঁ কৈছে 'ইদমপি বহু মন্তব্যং দুৰ্লভমিদানীং মে সখীমণ্ডনম্ ভৱিষ্যতি।' সখীসকলৰ প্ৰতি শকুন্তলাৰ অসীম ভালপোৱা আছিল বাবে অনসূয়া আৰু প্ৰিয়ম্বদাই শকুন্তলা বিৰিখৰ আঁৰ হওঁতে তপোৱনখন শূন্য দেখা পাইছে।

জীয়াৰীৰূপে শকুন্তলা কম আদৰ্শনীয়া নহয়। পিতা-পুত্ৰীক ৪ৰ্থ অঙ্কতে মাথোন কাৱয়ে একেলগে আমাৰ সাক্ষাতলৈ আনিছে। এই সাক্ষাততে তেওঁলোকৰ পাৰস্পৰিক স্নেহে পাৰ ভাঙিছে। আশ্ৰমৰূপৰা বিদায় লোৱাৰ পূৰ্বে শকুন্তলাই পিতৃ কণ্বক আলিঙ্গন কৰি শোকাতুৰ হৈ কৈছে, 'কথমিদানীং তাতস্যাঙ্কাৎ পৰিভ্ৰষ্টা মলয়তটোন্মূলিতা চন্দনলতেৱ দেশান্তৰে জীৱনং ধাৰায়িষ্যামি।' দেউতাকে কাতৰ নহ'বলৈ আৰু অদূৰ ভৱিষ্যতে নিজ জীয়াৰীক সুন্দৰ ভৱিষ্যৎ এটিৰ আশা লৈ হস্তিনাপুৰলৈ যাবলৈ কৈছে। পিতৃৰ ভৰিত পৰি শকুন্তলাই ভৰ্ত্তি অৰ্ঘ্য যাচিছে। আকৌ এবাৰ কণ্বৰ কণ্ঠলগ্না হৈ জীয়াৰীয়ে দেউতাকৰ দুখকষ্টৰ কথা উনুকিয়াই কৈছে- "তপশ্চৰণপীড়িতং তাত কৃতে শৰীৰম্। তম্মাতিমাত্ৰং মমউৎকণ্ঠস্ব।' এনে মুহূৰ্ত্তত বহুদিন লালিতা-পালিতা কন্যাৰ মুখত বাৰম্বাৰ শোকাতুৰ কথা শুনি কোন পিতৃ স্থিৰে থাকিব পাৰে? বীতৰাগ হ'লেও ঋষিৰ অন্তৰো শিথিল হৈ পৰিছে আৰু তেওঁৰ কণ্ঠৰুদ্ধ হৈ

পৰিছে। তেওঁ অন্তৰৰ গভীৰ শোকৰাশি শ্লোকৰ মাজেৰে প্ৰকাশ কৰিছে।

সৰলতা গুণে শকুন্তলাৰ চৰিত্ৰ আৰু এখাপ তুলি ধৰে। ১ম অঙ্কত সামান্য ভোমোৰা এটিলৈ ভয় কৰি পলাইছে আৰু কৈছে, 'ন এষ দুষ্টো বিৰমতি। অন্যতো গমিষ্যামি। কথমিতোঽপি আগচ্ছতি। হলা পৰিত্ৰায়েথাং মামনেন দুৰ্বিনীতেন, মধুকৰেণ অভিভূয়মানাম্'। এনেকুৱা বচনে শকুন্তলাৰ চৰিত্ৰক অতি প্ৰিয় আৰু নিষ্কলুষ প্ৰতিপন্ন কৰিছে। ৪ৰ্থ অঙ্কত সখীসকলৰ আগত স্বীকাৰ কৰিছে যে তেওঁ আৰ্যপুত্ৰৰ দৰ্শনৰ বাবেহে হস্তিনাপুৰলৈ যাবলৈ ওলাইছে। ৫ম অঙ্কত দুষ্যন্তক পতিয়ন নিয়াবলৈ দুয়োৰে মিলনমুহূৰ্ত্ত এটি বৰ্ণাই কৈছে, 'ননু একস্মিন্ দিৱসে নৱমালিকামণ্ডপে নলিনীপত্ৰ ভাজনগতম্ উদকং তৱ হস্তে সন্নিহিতা আসীৎ। তৎক্ষণে স মে পুত্ৰকৃতকো দীৰ্ঘাপাঙ্গ নাম মৃগপোতক উপস্থিতঃ। ত্বয়ায়ং তাৱৎ প্ৰথমং পিবত্বিত্যনুকম্পনোচ্ছন্দিত উদকেন। ন পুনস্তে অপৰিচয়াদ্ধস্তাভাসমুপগতঃ। পশ্চাত্তস্মিন্নেৱ্ ময়া গৃহীতে সলিলে অনেন কৃতঃ প্ৰণয়ঃ। তদা ত্বমিত্থং প্ৰহসিতো অসি। সৰ্ৱঃ সগন্ধেষু বিশ্বসিতি। দ্বাৱপিত্ৰাৰণ্যকাৱিতি।' এনে এক নিভৃত কথাই অভিশপ্তা শকুন্তলাক সুঁৱৰিবলৈ প্ৰণয়ীজনক উদগনি নিদিলেও কওঁতাৰ সৰলতা মৰ্মস্পৰ্শী।

এনে এক সৰল হৃদয়ৰ নাৰী জীৱনৰ যথাসৰ্বস্ব দি তেওঁ ভালপোৱা পুৰুষজনে যেতিয়া তেওঁৰ প্ৰেম প্ৰত্যাখ্যান কৰিলে, তাৰ পাছত তেওঁৰ সৰলতাক বিদ্ৰূপ কৰিলে সেই নাৰীৰ ধৈৰ্য্য, স্থৈৰ্য্য, সহিষ্ণুতা কিমান বেলি থাকে? গৌতমীয়ে কোৱা 'তপোৱনসংৱৰ্ধিতো অনভিজ্ঞঃ অয়ংজনঃ কৈতৱস্য' কথাষাৰ নেওচি ৰজাই যেতিয়া সমস্ত নাৰীকুলৰ প্ৰতিকূলে 'স্ত্ৰীনাম্ অশিক্ষিত পটুত্বং' ইত্যাদি বক্ৰোক্তি কৰিলে তেতিয়া হৃদয়ৰ অটল তলিত থকা জীৱমাত্ৰৰ সহজাত ধৰ্ম-ক্ৰোধে ধৈৰ্য্য, সাৰল্য, সহিষ্ণুতাৰ দেৱাল দেও দি পাৰ হৈ ক্ৰোধমূৰ্চ্ছিত ভাষাৰে শকুন্তলাৰ মুখ নিসৃত হ'ল প্ৰৱল বাক্যৱাণ 'অনাৰ্য, আত্মনো হৃদয়ানুমানেন প্ৰেক্ষসে। ক ইদানীম্ অন্য ধৰ্মকঞ্চুকপ্ৰৱেশিনস্তৃণাচ্ছন্নকূপোপমস্য তৱাকৃতিং প্ৰতিপৎস্যেতে।' (অনাৰ্য, আপুনি সকলোক আপোনাৰ দৰে ভাবে। ধৰ্মৰ মুখা পিন্ধা আপুনি এক তৃণাচ্ছন্ন কুৱা সদৃশ। আপোনাৰ বাহিৰে আন কোনে এনে ব্যৱহাৰ কৰিব পাৰে?) দুষ্যন্তই নিজৰ খ্যাতিৰ গীত নিজে গাবলৈ লোৱাত শকুন্তলাৰ খঙৰ ভমক আৰু চৰিছে 'সুষ্ঠু তাৱদত্ৰ স্বচ্ছন্দচাৰিণী কৃতাস্মি যাহমস্য পুৰুবংশপ্ৰত্যয়েন মুখমধোহৃদয়বিষস্য হস্তাভ্যাসমুপগতা' (পুৰু বংশৰ ওপৰত পতিয়ন গৈ এই মুখত মৌ হৃদয়ত বিষ থকা জনৰ হাতত পৰি মই স্বৈৰিণী হলোঁ। ভালেহে এনে হ'ল)। এইবুলি চাদৰৰ আঁচলেৰে মুখ ঢাকি কান্দিবলৈ ধৰিলে। এফালে ৰজাৰ কটূক্তি আনফালে শাৰ্ঙ্গৰৱৰ ভৎৰ্সনা আৰু সদৌ শেষত তপস্বীসকলে শকুন্তলাক ত্যাগ কৰি যোৱাত দিকবিদিকশূণ্য দেখি তেওঁ পৃথিৱীক প্ৰাৰ্থনা কৰিছে 'ভগৱতি বসুধে দেহি মে বিৱৰম্।' এনে এক পৰিস্থিতিত ৰাজপুৰোহিতৰ আশ্ৰয়ত থাকি কষ্ট-সঙ্কটত জীৱন যাপন কৰা অসম্ভৱ হ'ব বুলিয়েই মেনকাই তেওঁৰ স্নেহৰ ডেউকাৰ তলৰ শকুন্তলাক আলফুলকৈ তুলি নিলে।

৭ম অঙ্কৰ শকুন্তলাৰ স্বৰূপ সুকীয়া। পতিৰ বিৰহত তেওঁৰ বস্ত্ৰ মলিন, একবেনী আৰু ব্ৰতোপৱাসৰদ্বাৰা শৰীৰ ক্ষীণ হৈছে। শুদ্ধ শীলা, পতিপৰায়ণা, পুত্ৰবৎসলা, প্ৰৌঢ় নাৰীৰ পৰিণত ৱেশত শকুন্তলাক দেখা গৈছে- "ৱসনে পৰিধূসৰে ৱসানা নিয়মক্ষামমুখী ধৃতৈকৱেণিঃ।'

ব্ৰতচাৰিণী আৰু নিয়মব্যাপৃতা হৈ শকুন্তলাই পূৰ্বৰ পৰাজয়ৰ সকলো গ্লানি ধুই নিকা হৈছে। শৰতৰ নিয়ৰত তিতি বিশুদ্ধ হোৱা শেৱালিৰ দৰে তেওঁৰ অন্তৰৰ ৰং চৰিছে। এই শুচিব্ৰতাৰ পুনঃ পৰাজয় নাই। ৰজাই তেওঁক দেখি সহজে চিনিব পাৰিছে 'অয়ে সেয়মত্ৰভৱতী শকুন্তলা।' কিন্তু ইবেলি শকুন্তলাই ৰজাক চিনিব পৰা নাই। 'ন খল্বাৰ্যপুত্ৰ ইৱ। ততঃ ক এষ দূষয়তি।' তাকে দেখি ৰজাই নিজে মাত লগাইছে 'হে প্ৰিয়ে তোমাৰ প্ৰতি মই নিষ্ঠুৰ আচৰণ কৰিলেও পৰিস্থিতি মোৰ অনুকূল হৈছে বুলিয়েই তুমি মোক চিনিব পাৰিছা (প্ৰিয়ে, ক্ৰৌৰ্যমপি মে ত্বয়ি প্ৰযুক্তমনুকূলপৰিণামং সংবৃত্তং যদহমিদানীং ত্বয়া প্ৰত্যাভিজ্ঞানমাত্মানং পশ্যামি)। দুষ্যন্তক চিনি পোৱাৰ এই দৃশ্যটি সঁচাই মৰ্মস্পৰ্শী। ৰজাৰ পৰিচয় পাই শকুন্তলাই নিজৰ হৃদয়ক আশ্বস্ত কৰিছে 'হে হৃদয় আশ্বস্ত হ। তোৰ ওপৰত দৈৱই বিদ্বেষ ত্যাগ কৰি সদয় হ'ল চাগৈ। এইজনেই চোন আৰ্যপুত্ৰ।' শকুন্তলাৰ কথাৰ মাজত উত্তেজনা নাই। 'আৰ্যপুত্ৰৰ জয় হওক' এইমাত্ৰ কৈ ৰ'ল। লাহে লাহে অন্তৰখন ভাৱ পূৰ্ণ হৈ পৰিবলৈ ধৰিলে। মুখৰ ভাষা লুকাল (when heart is full, words are few)। ওচৰত ভেবা লাগি এই দৃশ্য চাই থকা পুত্ৰৰ কৌতূহলপূৰ্ণ 'মা, এইজন কোন?' প্ৰশ্নৰ উত্তৰ চমু 'বাছা তোৰ ভাগ্যক সোধ।' পিতাৰসৈতে পুত্ৰৰ পৰিচয়! তাতো নাটকীয় পৰিস্থিতি!! সঁচাই এয়া নাট্যময় জীৱন!!! নিৰ্বাক নিস্পন্দ শকুন্তলাৰ দুচকুৰে আকাশীগঙ্গাৰ ধাৰ বৈছে। সমুখতে অষ্টাঙ্গপ্ৰণিপাত কৰিছে ৰজাই। ক্ষমা ভিক্ষা কৰিছে তেওঁ পূৰ্বতে অস্বীকাৰ কৰা পত্নীৰ ওচৰত। শকুন্তলাৰ অন্তৰত এতিয়া ক্ষমাভিন্ন একো নাই। ক্ৰোধ, খং, ৰোষ- সকলোবোৰ বহুদিনৰ শুদ্ধাচাৰ, ব্ৰত, নিয়মে পুৰি চাই কৰিছে। শৰীৰৰ অপূৰ্ব-কান্তিৰ ঠাই লৈছে শুদ্ধ-সত্ত্ব-বুদ্ধ মনৰ কান্তিয়ে। সেইবাবে কৈছে, 'উঠক আৰ্যপুত্ৰ! পূৰ্বজন্মৰ কোনো কৃতকৰ্মৰ ফল বাধাস্বৰূপ হোৱা বাবে মোৰ প্ৰতি সদয় হৈও মোক তেতিয়া চিনিব নোৱাৰিলে, (উত্তিষ্ঠতু আৰ্যপুত্ৰঃ নূনং মে সুচৰিত প্ৰতিবন্ধকং পুৰাকৃতং তেষু দিৱসেষু পৰিণামাভিমুখম্ আসীদ্ যেন সানুক্ৰোশো অপি আৰ্যপুত্ৰো ময়ি বিৰসঃ সংবৃত্তঃ)। এতিয়া কোনো প্ৰকাৰে অন্তৰত সাহস গোটাই 'কেনেকৈ ৰজাৰ শকুন্তলালৈ মনত পৰিল?' সুধিলে। অনুশোচনা-অনুতাপৰ জুইত দগ্ধ ৰজাই কোনো এক মোহৰ বশবৰ্ত্তী হৈ তেতিয়া চিনিব নোৱৰা কথা স্বীকাৰ কৰিলে আৰু শকুন্তলাৰ দুচকুৰে চিৰপ্ৰৱাহিত অশ্ৰুজল নিজ হাতে মচি দিলে চিৰদিনলৈ।

অৱস্থা আৰু কালৰ গতিত মানৱৰ আৱেগিক পৰিবৰ্তন হয়। দেহ আৰু মনৰ পৰিবৰ্তনৰ ই লগৰীয়া। যি শকুন্তলাক ৰজাই এদিন স্বৈৰিণী বুলি সন্দেহ কৰিছিল, তেওঁৰ সাধ্বীত্বৰ ওচৰত তেওঁ এতিয়া শৰণ লৈছেহি। শকুন্তলা মূৰ্তিমতী শ্ৰদ্ধা বুলি ঘোষণা কৰি দেৱৰাজ ইন্দ্ৰৰ পিতৃ মাৰীচে ক'লে,

দিষ্ট্যা শকুন্তলা সাধ্বী সদপত্যমিদং ভরন্।
শ্রদ্ধা বিত্তং বিধিশ্চেতি ত্রিতয়ং তৎসমাগতম্।

'সাধ্বী শকুন্তলা, পুত্ৰ ভৰত আৰু ৰজা দুষ্যন্ত তিনিওটি শ্ৰদ্ধা, বিত্ত আৰু বিধিৰ দৰে সমাগত হৈছে।

প্ৰথম তিনিটা অঙ্কত ৰজাৰ প্ৰতি শকুন্তলাৰ মনোবৃত্তি আছিল অতি ৰোমাঞ্চকৰ আৰু সেইবাবে সেই তপোৱন বিৰোধী ভাৱৰ উখল মাখলত 'তপোবন' উপৱন বা সম্ভোগৰ উদ্যোনত পৰিণত হ'ল। 'লতাৱলয়ঃ সন্তাপহাৰক আমন্ত্ৰয়ে ত্বাং ভূয়োঅপিপৰিভোগায়'- ৰজা বাৰম্বাৰ লতাকুঞ্জলৈ আমন্ত্ৰিত হৈছে। পঞ্চম অঙ্কত সকলো উলট-পালট হ'ল। ৰজাৰ অস্বীকৃতি ৰূপ বজ্ৰপাত পৰি ক্ৰোধ সঞ্চালিতা শকুন্তলাই ৰজাক অনাৰ্য, তৃণাচ্ছন্ন কূপ আৰু পেটকপটীয়া (মুখত মিঠা পেটত বিষ থকা) লোক বুলি গৰিহণা দি গ'ল। অন্তিম অঙ্কত মাৰীচৰ মুখৰপৰা দুৰ্বাসাৰ অভিশাপৰ কথা শুনি শকুন্তলাই মনত বৈ থকা সাঁথৰৰ উত্তৰ পালে, 'দিষ্ট্যা অকাৰণপ্ৰত্যাদেশী নাৰ্যপুত্ৰঃ। ন পুনঃ শপ্তমাত্মনং স্মৰামি। অথবা প্ৰাপ্তো ময়া স হি শাপো বিৰহ শূণ্যহৃদয়য়া ন বিদিতঃ অতঃ সখীভ্যাং সংদিষ্টাস্মি ভৰ্ত্তুৰঙ্গুলীয়কং দৰ্শয়িতব্যমিতি।'

কালিদাসক প্ৰেম আৰু সৌন্দৰ্যৰ সাধক আৰু নাৰী আৰু প্ৰকৃতিৰ কৰি বুলিয়েই প্ৰশংসা কৰা হয়। বহুতো নাৰী চৰিত্ৰই তেওঁৰ তুলিকাত পূৰ্ণতা প্ৰাপ্ত হৈছে। কিন্তু শকুন্তলাৰ চৰিত্ৰই সবাতোকৈ মনোমোহা, পূৰ্ণতম প্ৰকাশ লাভ কৰিছে। পাৰ্বতীৰ সংযম আৰু তপঃক্লিষ্টতা শকুন্তলাই আচৰণ কৰা নাই। সীতাৰ চৰিত্ৰও শকুন্তলাৰ ওচৰত ম্লান। ইন্দুমতীয়ে ৰূপ-সৌন্দৰ্য্য পালে যদিও তেওঁৰ চৰিত্ৰৰ বিকাশ নঘটিল । উৰ্বশী আৰু মালৱিকাও শকুন্তলাৰসৈতে প্ৰতিযোগিতাত পাছ পৰি ৰ'ল। মেনকাৰ গৰ্ভজাত সন্তান হৈ অপ্সৰাৰ সৌন্দৰ্য আৰু ৰূপ লাভ কৰিলে। সেই ৰূপে এক ৰাজৰ্ষিৰ ওচৰত আত্ম সমৰ্পণ কৰিছে। বিশ্বামিত্ৰৰ সন্ততি যাবে আৰু কণ্বৰ সান্নিধ্যত বহুকাল থাকি শুদ্ধাচৰণ কি তাকো তেওঁ বুজিব পাৰিছিল। তেওঁৰ মনত পাপ-পঙ্কিলতাই ঠাই পোৱা নাই। তেওঁ শুদ্ধশীলা, নিৰ্দোষ আৰু পবিত্ৰ স্বভাবিনী। ক'ৰবাত কিবা দোষ-ক্ৰটী থাকিলে দুৰ্বাসাৰ অভিশাপে তাক শুদ্ধ কৰি জুয়ে পোৰা সোণৰ দৰে উজ্জ্বল কৰি তুলিছে। কণ্ব আৰু মাৰীচৰ আশীৰ্বাদ শিৰত লৈ শকুন্তলাৰ দেহ-মন আৰু আত্মা পবিত্ৰ হ'ল আৰু চিৰকালৰ বাবে ৰাজৰাণী হোৱাৰ স্থায়ী অধিকাৰ লাভ কৰিলে।

এইখিনিতে শকুন্তলাৰ অন্যান্য সাধাৰণ চৰিত্ৰ চিত্ৰণৰ ওপৰত আৰু এষাৰ কথা কব পাৰি। মহাকৱি কালিদাসে নায়িকা ৰূপায়ণত একমাত্ৰ অভিজ্ঞান শাকুন্তলমতে অধিক সাফল্য অৰ্জন কৰিছে। মালৱিকাৰ প্ৰতিদ্বন্দ্বী দুজনীৰ আৰু উৰ্বশীৰ প্ৰতিদ্বন্দ্বী এজনীৰ ৰূপ দিওঁতে - সেই দুই নাটকত নায়িকাৰ চৰিত্ৰ বিকাশত জটিলতা সৃষ্টি হোৱা যেন পাই তেওঁৰ শেষ নাটকত শকুন্তলাক অপ্ৰতিদ্বন্দ্বী হিচাপে ৰূপ দিলে। সেই বাবে বসুমতী, বা হংসপদিকাই আঁৰকাপোৰ গুচাই ৰঙ্গমঞ্চত প্ৰৱেশ কৰিব পৰা নাই। নাট্যকাৰৰ নায়িকা সৃষ্টিত একাগ্ৰপটীয়া মনোযোগেই অভিজ্ঞানশাকুন্তলমত শকুন্তলাৰ চৰিত্ৰ বিকাশৰ মূল কাৰণ। ইয়াৰ

শ্লোকতে দুষ্যন্তই প্ৰতিশ্ৰুতি দিয়া মৰ্যাদা শকুন্তলাত ফলিয়াইছেঃ
পৰিগ্ৰহবহুত্বেৎপি দ্বে প্ৰতিষ্ঠে কুলস্যমে।
সমুদ্ৰৰসনা চোৰ্বী সখী চ যুৱমোৰিয়ম্‌।।
দুষ্যন্তৰ প্ৰাসাদত বহুপ্ৰতিদ্বন্দ্বীৰ মাজতো শকুন্তলা অপ্ৰতিস্পৰ্ধিনী হৈ ৰৈছে।

## সৰ্বদমন

দুষ্যন্ত শকুন্তলাৰ পুত্ৰ এই সৰ্বদমন। মাৰীচৰ আশ্ৰমৰ চতুৰ্দ্দিশে থকা সকলো প্ৰাণীক বলেৰে দমন কৰা বাবে বালকক আশ্ৰমবাসীসকলে সৰ্বদমন বুলি মাতে। ভৱিষ্যতে পৃথিৱীখনক পালন কৰি ভৰত নামে আখ্যায়িত হ'ব বুলি মাৰীচে ভৱিষ্যতবাণী কৰে।

ইহায়ং সত্ত্বানাং প্ৰসভদমনাৎ সৰ্বদমনঃ,
পুনৰ্যাস্যত্যাখ্যাং ভৰত ইতি লোকস্য ভৰণাৎ।।৭।৩৩

যি মুলা বাঢ়ে তাৰ দুপতীয়াতে চিন। সৰ্বদমনক দেখি ৰজা দুষ্যন্তই 'অবালসত্ত্বো বালঃ' বুলি কৈছে। নিৰ্ভীক বালক সৰ্বদমনে সিংহিনীৰ স্তন পান কৰি থকা পোৱালীক বলেৰে আজুৰি নি খেলৰ সামগ্ৰী কৰিছে (অৰ্ধপীতস্তনং মাতুৰামৰ্দক্লিষ্টকেসৰম্‌। প্ৰক্ৰীড়িতুং সিংহশিশুং বলাৎকাৰেণ কৰ্ষতি।।৭।১৪)। এই বালকক লক্ষ্য কৰি ৰজা দুষ্যন্তই পুনঃ কৈছে,

'মহতস্তেজসো বীজং বালোয়ং প্ৰতিভাতি মে।
স্ফুলিঙ্গাৱস্থয়া বহ্নিৰেধাপেক্ষ ইৱ স্থিতঃ।।'৭।১৫

(এই ল'ৰাটিক কোনো এক মহৎ তেজৰ বীজ বুলি মনত হৈছে। ই যেন এক অগ্নি স্ফুলিঙ্গ যি ইন্ধনৰ অপেক্ষা কৰি আছে।)

ইয়াতোকৈ, ল'ৰাটিৰ হাতত চক্ৰৱৰ্ত্তিলক্ষণসমূহ দেখি ৰজা দুষ্যন্তৰ মনত বিস্ময়ৰ সৃষ্টি হৈছে-

প্ৰলোভ্যবস্তু প্ৰণয়প্ৰসাৰিতো ৰিভাতি জালগ্ৰথিতাঙ্গুলিঃ কৰঃ।
অলক্ষ্য পত্ৰান্তৰমিদ্ধৰাগয়ানৱোষসা ভিন্নমিবৈকপঙ্কজম্‌।।৭।১৬

'লোভনীয় বস্তু পোৱাৰ আশাত প্ৰসাৰিত হাতত জালেৰে গ্ৰথিত আঙুলিবোৰ দেখি এনে লাগিছে যেন ই পুৱাৰ অৰুণ কিৰণত প্ৰস্ফুটিত এটা পদুম ফুলহে, য'ত পাপৰি বোৰৰ মাজত থকা ব্যৱধান চিনিব নোৱাৰি।'

তথাপি বালকসুলভ প্ৰায় সকলো গুণ আৰু স্বভাৱ সৰ্বদমনৰ চৰিত্ৰত প্ৰকাশ পাইছে। খেলৰ সামগ্ৰীৰ প্ৰতি ভৰতৰ ধাউতি দেখা গৈছে। ভয়-ডৰ নেওচি মাকৰ বুকুৰ মাজৰপৰা সিংহৰ পোৱালি ধৰি আনি তাৰ দাঁত গণনা কৰিছে (৭/১৪)। তাপসীসকলে ভয় দেখুৱাইও তাৰপৰা বালকক নিৰস্ত কৰিব পৰা নাই। কিন্তু মাটিৰ পুতলা খেলিবলৈ আনি দিব বুলি কোৱাত সন্তোষ প্ৰকাশ কৰিছে 'অনেন তাৱৎ ক্ৰীড়িষ্যামি।'

আকৌ বালক সৰ্বদমনৰ মাতৃপ্ৰীতিও লক্ষণীয়। মাটিৰ ময়ূৰৰ পুতলা দেখুৱাই তাপসীয়ে 'প্ৰেক্ষস্ব শকুন্তলাৱণ্যম্' বুলি কোৱাত বালকৰ মাতৃ শকুন্তলালৈ মনত পৰিছে 'কুত্ৰ বা মম মাতা'? সাহসী আৰু নিৰ্ভীক হ'লেও অচিনাকি ৰজাৰ প্ৰতি সৰ্বদমনৰো বালকোচিত সঙ্কোচভাৱ দেখা যায়। ৰজাই পুত্ৰ বুলি চিনি পাই সৰ্বদমনক সাৱতি ধৰি 'পুত্ৰক ময়া সহৈব মাতৰমভিনন্দিষ্যসি' বুলি কোৱাত সৰ্বদমনে কৈছে 'মম খলু তাতো দুষ্যন্তঃ। ন ত্বম্।' পুত্ৰৰ সঠিক পৰিচয় নৌপাওঁতেও ৰজা দুষ্যন্তই সৰ্বদমনৰ বালক সুলভ গুণবোৰৰ প্ৰশংসা কৰিছে আৰু তেনে শিশুক কোলাত লৈ নিজৰ আভৰণ যি মলিন কৰিছে তাৰ যথাৰ্থতা শলাগি কৈছে -

আলক্ষ্যদন্তমুকুলাননিমিত্তহাসৈ-
ৰব্যক্তবৰ্ণৰমনীয়বচঃ প্ৰবৃত্তীন্।
অঙ্কাশ্ৰয়প্ৰণয়িণস্তনয়ান বহন্তো
ধন্যাস্তদঙ্গৰজসা মলিনীভৱন্তি ॥ ৭/১৭

এনে এক বালক মাতা-পিতাৰ বাবে বিত্তস্বৰূপ বুলি মাৰীচে লোক সমাজত ঘোষণা কৰাৰ সাৰ্থকতাও আছে - দিষ্ট্যা শকুন্তলা সাধ্বী সদপত্যমিদং ভৱান্। শ্ৰদ্ধা বিত্তং বিধিশ্চেতি ত্ৰিতয়ং তৎসমাগতম্॥

শ্ৰদ্ধাৰূপা শকুন্তলা আৰু বিধিস্বৰূপ দুষ্যন্ত - এই দুই পিতা-মাতাৰ সৈতে বিত্তস্বৰূপ ভৰতৰ যোগ্য সমাৱেশ ঘটোৱাতেই নাট্যকাৰৰ সফলতা দেখা যায়।

## বিদূষক মাধব্য

সংস্কৃত নাটকত বিদূষকৰ চৰিত্ৰ চিত্ৰণ এক বৈশিষ্ট্যপূৰ্ণ কথা। এই চৰিত্ৰটিৰ ধৰণ-কৰণ কেনে হোৱা উচিত সেই বিষয়ে সাহিত্যদৰ্পণত বিশ্বনাথে কৈছে,

কুসুমবসন্তাদ্যভিধঃ কৰ্মবপুৰ্বেশভাষাদ্যৈঃ।
হাস্যকৰঃ কলহৰতিৰ্বিদূষকঃ স্যাৎস্বকৰ্মজ্ঞঃ॥ সা দ ৩।৫১

ফুল বা বসন্তাদি ঋতু আদি নামেৰে অভিহিত, কৰ্ম, শৰীৰ, বেশভূষা, মাত-কথাত হাস্য উদ্দীপক, সততে কাজিয়া-পেচালত ৰত আৰু নিজ কৰ্মত অভিজ্ঞ বিদূষকৰ চাৰিত্ৰিক বৈশিষ্ট্য। আমাৰ নাটকত পোৱা বিদূষকৰ নাম মাধব্য (মাধৱী বা মধুঋতুৰ অৰ্থ বসন্ত)। তেঁওৰ মাত-কথাদিত স্বকীয় বৈশিষ্ট্য আছে। তাৰ মাজেৰে অতি গম্ভীৰ অৱস্থাত য'ত বিপ্ৰলম্ভ শৃঙ্গাৰৰ প্ৰাচুৰ্য আছে তাতো হাঁহিৰ খলকনি তুলিব পৰা বাক্যালাপ কৰিছে। সেনাপতি, অন্তঃপুৰবাসী, মাতলি প্ৰভৃতিৰসৈতে কলহৰ আভাসো নাটকত আছে। ৰজাৰ কাৰ্যত-বিশেষতঃ প্ৰণয়-ব্যাপাৰত তেওঁ ৰজাৰ গোপনীয় কথাৰ ভাগ লব পৰা বিশ্বাসী লোক।

মাধব্য সম্ভৱতঃ ৰজাতকৈ বয়সত সৰু আছিল। 'ৰাজানুজ', 'যুৱৰাজ' আদি আখ্যাৰে তাক সূচাইছে। বুদ্ধিত জড়তা আৰু জাতিত ব্ৰাহ্মণ বুলিয়েই তেওঁক 'মহাব্ৰাহ্মণ' আৰু মোঘদৃষ্টিসম্পন্ন বোলা হৈছে। স্বভাৱতে বিদূষক খকুৱা লোক। খোৱা-লোৱা কথা সততে কোৱা স্বভাৱ। ২য় অঙ্কত কৈছে 'পত্ৰসঙ্কৰকষায়াণি কদুষ্ণানি গিৰিনদী জলানি পীয়ন্তে। অনিয়তিবেলং শূল্যমাংসভূয়িষ্ঠ আহৰোভূজ্যতে।' মিঠাইৰ নাম শুনিলে তেঁওৰ জিভাৰ পানী সৰে। ৰজাই যেতিয়া 'মমাপি একস্মিন্ অনায়াসে কৰ্মণি সহায়েন ভৱিতব্যম্' বুলি কৈছে, তেতিয়া বিদূষকে ততালিকে কৈছে, 'কিং মোদকখাদিকায়াম্। তেন হি অয়ং সুগৃহীতঃ ক্ষণঃ।' তেঁও হাতত লাঠি লৈ ফুৰে (দণ্ডকাষ্ঠম্অৱলম্ব্য স্থিতঃ)। বিদূষক ভয়াতুৰ। ৰজাৰসৈতে আশ্ৰমলৈ যাবলৈ ওলোৱা মাধব্যই ৰাক্ষসৰ নাম শুনি ভয়ত পেপুৱা লাগিছে। ৰজাই তেঁওক সুধিছে 'মাধব্য অপ্যস্তি শকুন্তলাদৰ্শনে কুতূহলম'। বিদূষকে কৈছে 'প্ৰথমং সপৰিৱাহমাসীৎ। ইদানীং ৰাক্ষসবৃত্তান্তেন বিন্দুৰপি নাৱশেষিতঃ'। ৰজাই আকৌ নিৰ্ভয় দি কৈছে 'মা ভৈষীঃ। ননু মৎসমীপে বৰ্তিষ্যসে।' তাকে শুনি বিদূষক মুখলৈ পানী আহিছে, 'এষ ৰাক্ষসাদ্ৰক্ষিতোস্মি।' ৰজাই হস্তিনাপুৰলৈ তেওঁক যাবলৈ কোৱাত আকৌ বিদূষকে কৈছে 'ন খলু মাং ৰক্ষোভীৰুকং গণয়সি।' ৫ম অঙ্কত ৰজাই বিদূষকক হংসপদিকাৰ ওচৰলৈ যাবলৈ কোৱাত তেওঁ একে ভয় প্ৰকাশ কৰি কৈছে, 'ভো ভয়স্য গৃহীতস্য তয়া পৰকীয়ৈৰ্হস্তৈঃ শিখণ্ডকে তাড়্যমানস্যাপ্সৰসা বীতৰাগস্যেৱ নাস্তীদানীং মে মোক্ষঃ।' এনেজন ভয়াতুৰকে আকৌ ষষ্ঠ অঙ্কত মাতলিয়ে অকস্মাতে ভুৱা আক্ৰমণ কৰাত বিদূষকে 'অব্ৰহ্মণ্যম্', 'ভো বয়স্য অৱিহা অৱিহা' বুলি ৰজাৰ সাহায্য বিচাৰিছে। পিছলৈ মাতলিয়ে তেওঁক এৰি

দি ৰজাৰ ওচৰত আত্মপ্ৰকাশ কৰি অভ্যৰ্থনা লাভ কৰা দেখি বিদূষকে পুতৌ লগাকৈ কৈছে, 'অহং যেন ইঙ্গিতমাত্ৰং মাৰ্তিঃ সোনেন ৰাগতেনাভিনন্দ্যতে।'

মাধব্যই মৃগয়া-বিহাৰত ৰজাৰ লগত থাকি কষ্ট পাই খেদ কৰিছে। তাতোকৈ অধিক খেদ কৰিছে শকুন্তলাৰ প্ৰতি ৰজাৰ প্ৰণয়ভাৱ অঙ্কুৰিত হোৱাত। সেয়ে তেওঁ কৈছে 'ততো গণ্ডস্যোপৰি পিণ্ডকঃ সংবৃত্তঃ।' ইয়াৰ পিছত প্ৰণয়ৰ কথা ৰজাৰ মুখৰপৰা শুনি বিদূষকে প্ৰতিবাৰে ব্যঙ্গ প্ৰশ্ন কৰিছে। তাৰ মাজেৰে হাস্যৰসৰ ৰহঘৰা মুকলিকৈ দিয়া হৈছে। শকুন্তলাৰ প্ৰতি ৰজাৰ দৰদৰ কথা শুনিয়েই বিদূষকে কৈছে, 'যথা কস্যাপি পিণ্ডখৰ্জূৰৈৰুদ্বেজিতস্য তিন্তিণ্যামভিলাষো ভৱেত্তথা স্ত্ৰীৰত্নপৰিভোগিনঃ ভৱত ইয়মভ্যৰ্থনা।' ৰজাৰ মুখত শকুন্তলাৰ ভূয়সী প্ৰশংসাবাণী শুনি তেঁও কৈছে, 'তেনহি লঘু পৰিত্ৰায়তাম এনাং ভৱান্। মা কস্যাপি তপস্বিনঃ ইংগুদীতৈলচিক্কণশীৰ্ষস্য হস্তে পতিষ্যতি।' ৰজাৰ প্ৰতি শকুন্তলাৰ অনুৰাগৰ কথা শুনি আকৌ বিদূষকে কৈছে 'ন খলু দৃষ্টমাত্ৰস্য তৱাঙ্কং সমাৰোহতি।' তেন হি গৃহীত পাথেয়ো ভৱ। কৃত ত্বয়োপৱনং তপোৱনমিতি পশ্যামি।' ঋষিকুমাৰসকলে ইষ্টি ৰক্ষাৰ্থে ৰজাক আমন্ত্ৰণ জনোৱাত বিদূষকে একলীয়াকৈ মুখ ঘূৰাই ৰজাক কৈছে, ' এষেদানীমনুকূলা তে অভ্যৰ্থনা।' ৰজা দুষ্যন্তই আশ্ৰমত ইষ্টি ৰক্ষাৰ বাবে আমন্ত্ৰণ গ্ৰহণ কৰাৰ পাছত মাতৃৰ পৰা ৰাজধানীলৈ উভতি যাবলৈ পঠোৱা বাতৰি পাই ' ইতস্তপস্বি কাৰ্যম্। ইতো গুৰুজনাজ্ঞা। দ্বয়মপ্যনতিক্ৰমনীয়ম্। কিমত্ৰ প্ৰতিবিধেয়ম' এইদৰে কিংকৰ্তব্য বিমূঢ় ভাৱ প্ৰকাশ কৰাত বিদূষকে লঘু উত্তৰ দিছে 'ত্ৰিশঙ্কুৰিৱান্তৰা তিষ্ঠ।' ৰজাই আশ্ৰমত থকাৰ সিদ্ধান্ত লৈ 'সখে ত্বমম্বয়া পুত্ৰ ইতি প্ৰতিগৃহীতঃ---- তত্ৰভৱতীনাং পুত্ৰকৃত্যমনুষ্ঠাতুমৰ্হতি' বুলি কোৱাত বিদূষকে কৈছে, 'ন খলু মাং ৰক্ষোভীৰুকং গণয়সি।' ৰজাই হাঁহি মাৰি 'এইটো কেনেকৈ ভাবিব পৰা যায়?' বুলি কোৱাত বিদূষকে কৈছে, 'যথা ৰাজানুজেন গন্তব্যং তথা গচ্ছামি।' লগতে চতুৰঙ্গ সেনাদলে তেওঁক অনুসৰণ কৰিব বুলি শুনি মাধব্যই গপত গণ্ডাটোপটো যেন হৈ আনন্দত উৎফুল্ল হৈ কৈছে,'তেন হি যুৱৰাজোঅস্মি ইদানীং সংবৃত্তঃ।' হাঁহিত পেটৰ নাড়ী ডাল ডাল কৰা ব্যঙ্গ কথা ষষ্ঠ অঙ্কৰ বিপ্ৰলম্ভক অধিক ৰঞ্জিত কৰিছে। ৰজাই শকুন্তলাৰ কথা বৰ্ণাই দুখ কৰিবলৈ লোৱা দেখি বিদূষকে একলীয়াকৈ মুখ ঘূৰাই কৈছে 'লঙ্ঘিতৎ এষ ভূয়োপি শকুন্তলা ব্যাধিনা। ন জানে কথং চিকিৎসিতব্যো ভৱিষ্যতীতি।' কন্দৰ্পই ৰজালৈ লক্ষ্য কৰি বাণাসন লোৱা বুলি শুনি বিদূষকে লাঠি জোকাৰি খেদা লৈছে 'তিষ্ঠ তাৱৎ। অনেন দণ্ডকাষ্ঠেন কন্দৰ্পবাণং নাশয়িষ্যামি।' তাকে দেখি পীড়িত ৰজাৰ মুখতো ব্যঙ্গোক্তি ফুটিছে ' ভৱতু। দৃষ্টং ব্ৰহ্মবৰ্চ্চস্যম্ ----।' পুনশ্চ ৰজাৰ আঙঠিটোলৈ চাই বিলাপ কৰিবলৈ ধৰিলত বিদূষকে কৈছে (নিজে নিজে)'গৃহীতোৎঅনেন পন্থা উন্মত্তানাম।' পিছলৈ ৰজাই বাৰম্বাৰ শকুন্তলাৰ কথা কৈ থকাত তেওঁ কৈছে 'এষোঅত্ৰভৱান্নদীমতিক্ৰম্য মৃগতৃষ্ণিকাং সংক্ৰান্তঃ।' ৰজাই চিত্ৰফলকত আঁকিবলগীয়া বিষয়-বস্তুৰ হিচাপ দাঙি ধৰাত বিদূষকে নিজেকে নিজে কৈছে 'মই যিটো দেখিছো এওঁ এতিয়া দাড়িয়ে-গোফে ভোবোকাৰ তপস্বীৰ ছবিৰে চিত্ৰফলকখন ভৰাই পেলাব।' ৰজাই ভোমোৰা ধৃষ্টতাৰ প্ৰসঙ্গলৈ উন্মত্তবৎ আলাপ

কৰাত বিদূষকে লাঠি জোকাৰি কৈছে, 'এবং ভীষ্মদণ্ডস্য কিং ন ভেষ্যতি।' নিজৰ ভাও বুজি মনে মনে কৈছে, 'এওঁ একেবাৰে পগলাই হ'ল। তেঁওৰ সঙ্গত পৰি ময়ো একে ৰহণ সানিছো।'

বিদূষকে নিজৰ 'মৃৎপিণ্ডবুদ্ধি'ৰ বিষয়ত সজাগ যেন লাগে। শকুন্তলাক পূৰ্বতে নেদেখা বাবেহে তেওঁ চিত্ৰফলকত (শকুন্তলাক) কষ্টেৰে চিনি উলিয়াব লগীয়া হৈছে। আশ্ৰমত শকুন্তলা সম্বন্ধে ইতিপূৰ্বে ৰজাই তেওঁক কোৱা কথাও মনত পেলাব পাৰিছে। ৰজাই 'পৰিহাস-বিজল্পিতং এষ ন ভূতাৰ্থঃ' বুলি কোৱা কথাত তেওঁ মনত পেলাইছে। 'হেৰোৱা আঙঠি হাতত পৰালে চাই হেৰোৱা শকুন্তলাৰ-সৈতে ৰজাৰ পুণৰ্মিলন হ'ব' এইকথা তেঁও ৰজাক বুজনি দিবলৈ সমৰ্থ হৈছে।

২য়, ৫ম আৰু ষষ্ঠ অঙ্কত বিদূষকৰ খণ্ডচিত্ৰ চকুত পৰে। প্ৰণয় বিষয়ত অন্যান্য নাটকত বিদূষকে নায়কৰ বিদৰে পৰম সহায়ক ৰূপে ভূমিকা গ্ৰহণ কৰে আলোচ্য নাটকত মাধৱ্য তাৰপৰা বঞ্চিত হৈছে। অভিজ্ঞান আৰু অভিশাপে তাৰ বাবে ঘাইকৈ দায়ী। অভিশাপৰদ্বাৰা নায়ক-নায়িকাৰ দেহজ প্ৰেমক স্বৰ্গীয় ৰূপ দিবলৈ যাওঁতে নাট্যকাৰে বিদূষকক ২য় অঙ্কৰ অন্তত আশ্ৰমৰপৰা বিদায় দিছে। যিহেতু ৰাজধানীত থকা লোকসমুদায়ৰ ভিতৰত দুষ্যন্ত ভিন্ন বিদূষকেহে শকুন্তলাৰ কথা জানে এতেকে নাট্যকাৰে ৫ম অঙ্কৰ আদিতে তেওঁ হংসপদিকাৰ ওচৰলৈ আঁতৰাই পঠিয়ালে। ষষ্ঠ অঙ্কত আঙঠিয়ে শকুন্তলাৰ স্মৃতি ৰজালৈ কঢ়িয়াই আনিছে। বিদূষক মাত্ৰ ৰজাৰ আশ্বাস দাতা বন্ধু। ২য় অঙ্কত ৰজাই শকুন্তলা বিষয়ত বিদূষকৰ সাহায্য প্ৰাৰ্থনা কৰি ব্যৰ্থ হোৱাতেই বিদূষকৰ ভূমিকাৰ অৱনতি হৈছে বুলিব পাৰি।



# মহৰ্ষি কণ্ব (কাশ্যপ)

কণ্ব কাশ্যপৰ চৰিত্ৰ চিত্ৰণ অকল ৪ৰ্থ অঙ্কতে চকুত পৰে। যদিও মাথোন একেটা অঙ্কতে মহাকৱি কালিদাসে কণ্বৰ চৰিত্ৰ লোকচক্ষুৰ আগলৈ আনে তথাপি তাৰ মাজতে ই আমাৰ মনত এটা স্থায়ী সজীৱ ছাপ দিয়ে। কণ্ব সম্ভৱতঃ ঋষিজনৰ ব্যক্তিগত নাম (Personal name) আৰু কাশ্যপ তেওঁৰ গোত্ৰ নাম (family name)। আন কথাত ক'বলৈ হ'লে কণ্ব কাশ্যপ গোত্ৰীয় তপস্বী ব্ৰাহ্মণ আছিল।

আমাৰ আলোচ্য নাটকত তেওঁক কুলপতি বুলি উল্লেখ কৰা হৈছে। লগতে মালিনী নদীৰ পাৰত তেওঁৰ আশ্ৰম আছিল বুলি কোৱা হৈছে (বৈখানসঃ- এষ খলু কণ্বস্য কুলপতেৰনুমালিনী তীৰমাশ্ৰমো দৃশ্যতে)। কুলপতিৰ সংজ্ঞাদি কোৱা হৈছে-

মুনীনাং দশসাহস্ৰং যোঽন্নদানাদিপোষণাৎ।
অধ্যাপয়তি বিপ্ৰৰ্ষিৰসৌ কুলপতিঃ স্মৃতঃ॥

"যিজন বিপ্ৰৰ্ষিয়ে দহহেজাৰ মুনিক অন্নাদিৰে ভৰণ পোষণ দি অধ্যাপনা কৰে তেওঁকে কুলপতি বোলা হয়।" আন ধৰণেও কুলপতিৰ লক্ষণ পোৱা যায়। যথা-

আচাৰ্যো বহুশিষ্যাণাং মুনীনামগ্ৰণীস্তু যঃ।
ব্ৰতযজ্ঞাদিকৰ্মাঢ্যঃ সবৈ কুলপতিঃ স্মৃতঃ॥

"বহু শিষ্যৰ আচাৰ্য, মুনিসকলৰ অগ্ৰগণ্য, ব্ৰত-যজ্ঞাদি কৰ্মত নিৰত জনক কুলপতি বোলা হয়।"

সি যিহওক, বৈখানস, শাৰ্ঙ্গৰৱ, শাৰদ্বত, হাৰীত, গৌতম প্ৰভৃতিক কৰিয়ে কাশ্যপৰ শিষ্যৰূপে নাটকৰ বিভিন্ন অঙ্কত উপস্থাপিত কৰিছে। এই সকলৰ ব্যক্তিগত নাম পোৱা নাযায়। বৈখানস ইত্যাদি তেওঁলোকৰ গোত্ৰনাম যেনহে লাগে। সম্ভৱতঃ এইসকল কুলপতিৰ প্ৰিয়শিষ্য বা ওজা ছাত্ৰ আছিল। এওঁলোকৰ উপৰিও আন বহুতো তেওঁৰ শিষ্যই কুলপতিৰ আশ্ৰমত থাকি বিদ্যা চৰ্চা কৰিছিল। ইষ্টি কাৰ্যৰ অনুষ্ঠান সৰ্বদা আশ্ৰমত প্ৰচলিত আছিল যেন অনুমান হয়। আনকি কুলপতিয়ে তীৰ্থযাত্ৰা কৰা সময়ত বা তেওঁৰ অৱৰ্তমানতো নিত্য-নৈমিত্তিক অগ্নিহোত্ৰ আৰু দৰ্শ-পৌৰ্ণমাস ইষ্টি অনুষ্ঠিত হোৱাৰ প্ৰমাণ আছে।

নাটকত কণ্বক নায়িকা শকুন্তলাৰ পালক পিতৃ হিচাপে উপস্থাপন কৰা হৈছে। ৰাজৰ্ষি বিশ্বামিত্ৰ আৰু অপ্সৰা মেনকাৰ আকস্মিক মিলনৰ ফলত জন্ম হয় এটি কন্যা সন্তানৰ। পিতৃ-মাতৃয়ে কোনো শঙ্কাবশতঃ ত্যাগ কৰি যোৱা সন্তানটিক ভ্ৰাম্যমান মহৰ্ষি কণ্বই দেখিবলৈ পায় আৰু তেওঁ আশ্ৰমলৈ আনি তুলি-তালি নিজৰ জীয়েকৰ দৰে ডাঙৰ দীঘল কৰে। সেয়েহে শকুন্তলাৰ প্ৰতি তেওঁৰ দয়াৰ্দ্ৰ ভাৱ সততে দেখা যায়। নায়িকাৰ প্ৰতি থকা তেওঁৰ দয়া-মমতা, কৰ্তব্য আৰু তেওঁৰ প্ৰতি থকা শকুন্তলাৰ আবেগিক আত্মীয়তা তথা তেওঁৰ অবিহনে তপোবনৰ

পুৰুষ-নাৰী আৰু প্ৰকৃতিৰ মাজেৰে গঢ়ি উঠা শকুন্তলাৰ নিবিড় সম্পৰ্ক দেখুৱাৰ উদ্দেশ্যে কণ্বৰ চৰিত্ৰক নাটকত উপস্থাপন কৰা যেন বোধ হয়। কণ্বৰ চৰিত্ৰই শকুন্তলাৰ চৰিত্ৰক গঢ় দিয়াত সৰ্বপ্ৰকাৰে দায়ী।

নাটকৰপৰা উপলব্ধি হয় যে কণ্ব এজন প্ৰসিদ্ধ তপস্বী আৰু নৈষ্ঠিক ব্ৰহ্মচাৰী। ৰজাই কৈছে, "ভগৱান্ কাশ্যপঃ শাশ্বতে ব্ৰহ্মণি স্থিতঃ ইতি প্ৰকাশঃ।" ৰজা মৃগয়াচাৰী হৈ আহি আশ্ৰমৰ উপকণ্ঠত উপস্থিত হোৱা সময়ত কাশ্যপ আশ্ৰমত অনুপস্থিত। ৰজাই বৈখানসক সুধিছে, "অপি সন্নিহিতো অত্ৰ কুলপতিঃ।" উত্তৰত বৈখানসে ৰজাক জনাইছে "ইদানীমেৱ দুহিতৰং শকুন্তলাম্ অতিথিসৎকাৰে নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থং গতঃ।" (সম্প্ৰতি তেওঁ জীয়াৰী শকুন্তলাক অতিথি সৎকাৰৰ ভাৰ দি নিজে (শকুন্তলাৰ) প্ৰতিকূল দৈৱৰ প্ৰশমন কৰিবলৈ সোমতীৰ্থলৈ গৈছে)। আশ্ৰমত তেতিয়া নথকা কথা ঋষিকুমাৰ দুজনৰ কথাৰ পৰাও ওলাই পৰিছে। যেনেঃ "তত্ৰভৱতঃ কণ্বস্য মহৰ্ষিৰসান্নিধ্যাদ্ৰক্ষাংসি ন ইষ্টিবিঘ্নমুৎপাদয়ন্তি।" (মহৰ্ষি কণ্বৰ অবৰ্তমানত ৰাক্ষসসকলে আমাৰ যাগযজ্ঞত বিঘিনি ঘটাইছে।) কণ্বৰ উপস্থিতিত ৰাক্ষসকলে ইষ্টিবিঘ্ন নঘটায়। কাৰণ মহৰ্ষিয়ে তপোপ্ৰভাৱতে বিঘ্ন দূৰ কৰে। ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকৰ সময়লৈকে তেওঁ আশ্ৰমলৈ উভতি আশ্ৰম পোৱাহি নাই। তেওঁৰ অনুপস্থিতিতে দুৰ্বাসাৰ আগমন আৰু শাপোচ্চাৰণ হয়। যথাসম্ভৱ তাৰ দুই চাৰিদিন পিছত তেওঁ আশ্ৰমলৈ প্ৰত্যাৱৰ্তন কৰে। ৪ৰ্থ অঙ্কৰ আদিতে শিষ্য এজনে তাৰ ইঙ্গিত দি কৈছে, "বেলোপলক্ষণাৰ্থমাদিষ্টো অস্মি তত্ৰভৱতা প্ৰৱাসাদুপাবৃত্তেন কাশ্যপেন।"

কঠোৰ তপস্বী কাশ্যপ। ৪ৰ্থ অঙ্কত শকুন্তলাৰ বিদায় পৰত কাশ্যপে তপস্যাৰ প্ৰতি চৈতন্য ভাৱ দেখুৱাই কৈছে, "বৎসে উপৰুদ্ধতে তপোঅনুষ্ঠানম্। তাৰ উত্তৰত শকুন্তলাই দেউতাকৰ কণ্ঠলগ্ন হৈ কৈছে "তপশ্চৰণপীড়িতং তাতশৰীৰম্। তন্মাতিমাত্ৰং মম কৃতে উৎকণ্ঠস্ব।" তাতে আকৌ তেওঁ আছিল অগ্নিহোত্ৰী ব্ৰাহ্মণ। ৪ৰ্থ অঙ্কত প্ৰিয়ম্বদাৰ 'অগ্নিশৰণং প্ৰৱিষ্টস্য' উক্তিৰপৰা আৰু তেওঁ ঋক্ ছন্দত কোৱা 'অমী বেদিং পৰিতঃ' ইত্যাদি (৪।৮) বচনৰপৰাই বুজিব পৰা যায় যে তেওঁ অগ্নিহোত্ৰ অনুষ্ঠানত ব্ৰতী আছিল। তেওঁৰ তপস্যাৰ প্ৰভাৱো আছিল অসীম। "তপঃ প্ৰভাৱাৎ প্ৰত্যক্ষং সৰ্বমেৱ তত্ৰভৱতঃ" বুলি মাৰীচে (৬ষ্ঠ অঙ্কত) কণ্বৰ তপঃ প্ৰভাৱৰ কথা দাঙি ধৰিছে। ৪ৰ্থ অঙ্কত তেওঁ অগ্নিশৰণ গৃহত প্ৰৱেশ কৰি দুষ্মন্ত-শকুন্তলাৰ মিলনবাৰ্তা ছন্দোময়ী অশৰীৰী বাৰ্তাৰে শুনিছে ('অগ্নিশৰণং প্ৰৱিষ্টস্য শৰীৰং বিনা ছন্দোময়ী ৱাণ্যা')। শকুন্তলাৰ বিদায়কালত তপোবনৰ বন-দেৱতাসকলে যি উপহাৰ শকুন্তলালৈ আগবঢ়াইছে, সিও কাশ্যপৰ তপোবলত সম্ভৱ হৈছে। সেই অলংকৰণবোৰ দেখি গৌতমীয়ে নাৰদক সুধিছে 'বৎস নাৰদ কুত এতৎ?' নাৰদে 'তাত কাশ্যপপ্ৰভাৱাৎ' বুলি কৈছে। (দ্ৰষ্টব্য– অভিষেকোত্তীৰ্ণায় কাশ্যপায় বনস্পতিসেৱাং নিৱেদয়াৱঃ)। তেওঁৰ বৰ্তমানত ৰাক্ষসকুলে ইষ্টিবিঘ্ন নোপজায়। কিন্তু তেওঁ প্ৰৱাসলৈ যোৱাত ইষ্টিৰ নিৰ্বিঘ্ন সমাপ্তিৰ বাবে আশ্ৰমস্থ যজ্ঞানুষ্ঠানকাৰীসকলে দুষ্মন্তৰ সহায় প্ৰাৰ্থনা কৰিছে।

কণ্ব যেনে আদৰ্শ তপস্বী ঋষি, তেওঁ তেনে আদৰ্শ পিতৃ। শকুন্তলাৰ প্ৰতি

তেওঁৰ আদৰ, মৰম-চেনেহ দেখি তেওঁক নায়িকাৰ পালক-পিতা মাথোন বুলি কোৱা টান। আনকি দুষ্যন্তই সুধিছে "ভগৱান প্ৰকাশঃ। ইয়ং চ বঃ সখী তদাত্মজেতি কথিতম্।" শকুন্তলাৰ প্ৰতি থকা নিস্বাৰ্থ বাৎসল্য প্ৰেমৰ বাবেই তেওঁৰ প্ৰতিকূল দৈৱৰ প্ৰশমনৰ বাবে সুদূৰ সোমতীৰ্থলৈ গৈছে। বিদায়ক্ষণত এইহেন সন্ন্যাসী অৰণ্যবাসীজনৰ হৃদয়ো পুত্ৰী-বিয়োগৰ যন্ত্ৰণাত ক্লিষ্ট হৈছে। তেওঁৰ সেই শোক শ্লোকৰ ৰূপত প্ৰকাশ পাইছে-

যাস্যত্যদ্য শকুন্তলেতি হৃদয়ং সংস্পৃষ্টমুৎকণ্ঠয়া
কণ্ঠস্তম্ভিতবাষ্পবৃত্তিকলুষশ্চিন্তাজড়ং দৰ্শনম্।
বৈক্লব্যং মম তাৱদীদৃশমিদং স্নেহাদৰণ্যৌকসঃ
পীড্যন্তে গৃহিণঃ কথং নু তনয়াবিশ্লেষদুঃখৈৰ্নৱৈঃ।। ৪।৬

(শকুন্তলা আজি যাবগৈ বুলিয়েই মোৰ হৃদয় দুখত কাতৰ হৈছে, চকুলো স্তম্ভিত কৰি ৰখা কাৰণে কণ্ঠৰুদ্ধ হৈছে, চিন্তাতে চকুৰ দৃষ্টি ক্ষীণ হৈছে। মই এজন সন্ন্যাসী, তথাপি সন্তানৰ স্নেহত মোৰ এনে বিকলতা হৈছে; গৃহীসকলে নিজৰ জীয়ৰীৰ বিয়োগত কেনে কষ্ট পায় নেজানো)।

বিদায়-লোৱাৰ সময়ত শকুন্তলাই "দেউতাৰ শৰীৰ তপস্যাৰ জুইয়ে পুৰি আছে। গতিকে মোৰ কাৰণে বেচি উৎকণ্ঠিত হ'ব নালাগে আৰু" বুলি কোৱাত কাশ্যপে দীঘলীয়া নিশ্বাস পেলাই কৈছে-

শমমেষ্যতি মম শোকঃ কথং নু বৎসে ত্বয়া ৰচিতপূৰ্বম্।
উটজদ্বাৰবিৰূঢ়ং নীৱাৰবলিং বিলোকয়তঃ।। ৪/১১

(বাচা, তই চৰাইক খাবলৈ দিয়া নীৱাৰ পৰি কুটীৰৰ পদুলিমুখত যিবোৰ গছ গঁজিছে তাকে চাই থাকিনো মোৰ শোক কেনেকৈ জুৰাব?)

তাৰ পাছতো "অনসূয়ে গতৱতী বাং সহচাৰিণী। নিগৃহ্য শোকমনুগচ্ছতং মাং প্ৰস্থিতম্।" বুলি দীৰ্ঘ নিঃশ্বাস পেলাই কোৱা কাশ্যপৰ কথাৰ মাজত বাৎসল্যৰস শতধাৰে বৈছে। তদুপৰি 'পাতুং ন প্ৰথমম্' (৪।৯), 'যস্য ত্বয়া ব্ৰণবিৰোপণম্' (৪।১৪) ইত্যাদিৰ মাজতো জীয়ৰীলৈ থকা পিতৃৰ চেনেহৰ উচ্ছ্বাস অনুভূত হয়।

প্ৰবাসৰপৰা প্ৰত্যাবৰ্তন কৰিয়েই অগ্নিশৰণ গৃহলৈ অশৰীৰী ৱাণীৰদ্বাৰা মহৰ্ষি কণ্বই দুষ্যন্ত-শকুন্তলাৰ গান্ধৰ্বপ্ৰথামতে হৈ যোৱা বিয়াৰ কথা অৱগত হ'ল। তেতিয়াই তেওঁ গৈ লজ্জাৱনতমুখী শকুন্তলাক অভিনন্দন জনাইছে এইদৰে, "দিষ্ট্যা ধূমাকুলিতদৃষ্টেৰপি যজমানস্য পাৱক এৱাহুতিঃ পতিতা। ৰৎসে সুশিষ্যপৰিদত্তা বিদ্যেৱাশোচনীয়াসি সংবৃত্তা। অদ্যৈৱ ঋষিৰক্ষিতাং ত্বাং ভৰ্তুঃ সকাশং বিসৰ্জয়ামি।" এইদৰে ঋষিয়ে শকুন্তলাক পতিগৃহলৈ পঠাবলৈ শীঘ্ৰে আয়োজন কৰিলে। সখীসকলে সজাই-পৰাই উলিওৱা শকুন্তলাই গৌতমীৰ আদেশত পিতৃ কণ্বক সেৱা কৰিছে 'তাত বন্দে'। বিদায়ৰ ক্ষণত বাষ্পাকুলিত হৈ থোকাথুকি মাতেৰে কণ্বই যোগ্যভাৱে আশীৰ্বাদ দিছে, বৎস-

যযাতেৰিৱ শৰ্মিষ্ঠা ভৰ্তুৰ্বহুমতা ভৱ।
সুতং ত্বমপি সম্রাজং সৈৱ পূৰুমৱাপ্নুহি।। ৪।৭

এনে বৰ দান কৰি বিদায়কালীন স্বস্ত্যয়ন বিধানৰ বাবে জীয়াৰীক হুতাগ্নি বেদিৰ চাৰিওদিশে প্ৰদক্ষিণ কৰাইছে। তেওঁৰ আদেশত শাৰ্ঙ্গৰৱে শকুন্তলাক বাট দেখুৱাইছে। আশ্ৰমৰ মাজেৰে সদলবলে আগবাঢ়ি গৈ থাকোঁতে ঋষিয়ে চতুৰ্দিশে শকুন্তলাৰ সাহচৰ্যত ইমানদিনে চেনেহ পোৱা গছ-বিৰিখক সম্বোধন কৰি শ্বশুৰৰ গৃহগামিনীৰ প্ৰতি সকলোৰে শুভেচ্ছাসূচক বিদায় বিচাৰিছে। তাৰ পিছত নিজৰ সংকল্প অনুসৰি নৱমল্লিকাই আম্ৰবৃক্ষৰে সঙ্গতা হোৱাৰ দৰে শকুন্তলাই ৰজাক পতিবৰণ কৰাত সন্তুষ্টি প্ৰকাশ কৰিছে। বিদায়ী শকুন্তলাৰ ডিঙিত ধৰি দুই সখীয়ে কান্দোন জুৰিলত ঋষিয়ে বাধা দিছে "অনসূয়ে অলং ৰুদিত্বা। ননু ভৱতীভ্যামেৱ স্থিৰীকৰ্তব্যা শকুন্তলা।" শকুন্তলাৰ অনুৰোধ মতে গৰ্ভমন্থৰা মৃগীৰ সুপ্ৰসৱৰ বাতৰি দিবলৈ সৈমান হৈছে আৰু মৃগপোটকলৈ শকুন্তলাৰ দৃষ্টি আকৰ্ষণ কৰিছে। শকুন্তলাৰ কান্দোনৰ প্ৰকোপ দেখি কণ্বই তেওঁক চকুপানী চম্ভালি বাট বুলিবলৈ সঁকিয়াই দিছে। জলাশয়ৰ ওচৰলৈ শকুন্তলাক আগবঢ়াই নি তাত ক্ষন্তেক থিয় হৈ ৰজা দুষ্যন্তলৈ এক সুচিন্তিত সন্দেশ শাৰ্ঙ্গৰৱক শুনাইছে-

অস্মান্ সাধু বিচিন্ত্য সংযমধনানুচ্চৈঃ কুলং চাত্মন-
স্ত্বয্যস্যাঃ কথমপ্যবান্ধৱকৃতাং স্নেহপ্ৰবৃত্তিং চ তাম্।
সামান্য প্ৰতিপত্তিপূৰ্বকমিয়ং দাৰেষু দৃশ্যা ত্বয়া
ভাগ্যায়ত্তমতঃ পৰং ন খলু তদ্বাচ্যং বধূবন্ধুভিঃ।। ৪।১৭

'আমাৰ সংযত-তপস্যাৰ কথা, আপোনাৰ বংশমৰ্যাদাৰ কথা আৰু আত্মীয় স্বজনৰ হাত-নথকা অৱস্থাত আপোনাৰ প্ৰতি শকুন্তলাৰ স্বতঃপ্ৰণোদিত গভীৰ প্ৰেমৰ কথা স্মৰণ কৰি ছোৱালীজনীক আপোনাৰ আন পত্নীৰ দৰে আদৰ কৰে যেন। ইয়াত অধিক কিবা থাকিলে সি ভাগ্যাধীন। তাক বধূৰ আত্মীয়জনে কোৱা অনুচিত।'

ইয়াৰ পাছত তেওঁ যি উপদেশ বাণী শুনালে তাৰপৰা মহৰ্ষি কণ্বৰ লোক ব্যৱহাৰ সম্বন্ধে প্ৰখৰ জ্ঞানৰ সন্ধান পোৱা যায়। তেওঁ শকুন্তলাক ব্যৱহাৰিক জ্ঞান দি কৈছে-

শুশ্ৰূষস্ব গুৰূন্ কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপংগমঃ।
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো বামাঃ কুলস্যাধয়ঃ। ৪।১৮

'গুৰুজনক শুশ্ৰূষা কৰিবা, সতিনীসকলৰ সৈতে প্ৰিয়সখীৰ ব্যৱহাৰ কৰিবা, স্বামীয়ে বেয়া ব্যৱহাৰ কৰিলেও তাত খং নাখাবা, আৰু নিজৰ সৌভাগ্যৰ ওপৰত অহঙ্কাৰ নকৰি পৰিজনক সদয় ব্যৱহাৰ কৰিবা। এনেকৈ যুৱতীসকলে গৃহিণী পদ লাভ কৰে; বিপৰীত আচৰণ কৰোঁতাজনী কুলৰ কলঙ্কৰূপ হয়।'

কণ্বৰ এই ব্যৱহাৰিক জ্ঞানৰ যথাৰ্থতা চিৰকাল বৰ্তমান। জ্ঞানৱান কণ্বই সমান বয়সীয়া সখী দুজনীক শকুন্তলাৰ সৈতে পঠোৱা নাই। কাৰণ, তেওঁলোক এতিয়া বিৱাহযোগ্যা (ইমে অপি প্ৰদেয়ে)। তেওঁলোক তেনেকৈ পঠোৱাৰ যোগ্য নহয় (ন যুক্তম্ অনয়োস্তত্ৰ গন্তুম্)। শকুন্তলাক কাতৰ হ'বলৈ মানা কৰিছে আৰু চিৰকাল

দুষ্যন্তৰ গৃহিণী পদত অধিষ্ঠিত হৈ উপযুক্ত পুত্ৰ প্ৰসৱ কৰি শকুন্তলাই নানান কামকাজত দুখ-বেদনা পাহৰিব পাৰিব বুলি কণ্বই আশা ৰাখিছে। পুত্ৰক সিংহাসনত সুপ্ৰতিষ্ঠিত কৰি পুনৰ আৰণ্যক জীৱনলৈ উভতিব বুলি শকুন্তলাক তেওঁ আশীৰ্বাদ দিছে। সদৌ শেষত শকুন্তলাক পতিগৃহলৈ পঠিয়াই এটা ডাঙৰ দায়িত্ব সম্পাদন কৰা বুলি আশ্বস্ত হৈছে।

অৰ্থো হি কন্যা পৰকীয়া এৱ তামদ্য সংপ্ৰেষ্য পৰিগ্ৰহীতুঃ।
জাতো মমায়ং বিশদঃ প্ৰকামং প্ৰত্যৰ্পিতন্যাস ইৱান্তৰাত্মা।। ৪।২২

## অনসূয়া আৰু প্ৰিয়ম্বদা

অভিজ্ঞানশাকুন্তলম্ নাটকৰ নায়িকা শকুন্তলাক (১ম অঙ্কৰপৰা ৪র্থ অঙ্কলৈকে) কণ্বৰ আশ্ৰমত দেখিবলৈ পাওঁ। শকুন্তলাৰ গজন, ভ্ৰমণাদি সকলো কাৰ্যতে দুজনী সহচৰীয়ে ছাঁটোৰ দৰে তেওঁক অনুসৰণ কৰা আমাৰ চকুত পৰে। এই প্ৰিয় সহচৰী দুজনীয়েই হৈছে অনসূয়া আৰু প্ৰিয়ম্বদা। অভিন্নহৃদয়া সখীসকলৰ বয়সৰ তাৰতম্যও চকুত বিশেষ নাছিল। দুষ্যন্তই পোনপ্ৰথমে তিনিওজনীক দেখা পাই কৈছে, 'সমানৱয়োৰূপৰমণীয়ং সৌহাৰ্দমত্ৰভৱতীনাম্।' অৱশ্যে 'সমান' শব্দই তিনিওজনীৰ মাজত থকা যৎসামান্য বয়সৰ তাৰতম্য নুই নকৰে। সম্ভৱতঃ তিনিওজনীৰ ভিতৰত বুদ্ধি আৰু কাৰ্যত অগ্ৰসৰ আৰু কথা-বতৰা আৰু চালচলনত দেখুৱা গাম্ভীৰ্যলৈ লক্ষ্য কৰি অনসূয়া বয়সত সৱাতোকৈ জ্যেষ্ঠা আৰু শকুন্তলাক আটাইতকৈ কম বয়সীয়া যেন লাগে। প্ৰথম অঙ্কত ৰজাৰৈসৈতে কথাবতৰা মুকলি কৰিছে অনসূয়াই। আনকি শকুন্তলাৰ জন্ম বৃত্তান্তও তেঁৱেই ৰজাৰ সমুখত যথাসম্ভৱ মুকলিকৈ কৈছে। তদুপৰি শকুন্তলাৰ শাৰীৰিক দুৰৱস্থা আৰু ৰজাৰ বিদায়ত শকুন্তলাৰ ভৱিষ্যৎ সম্বন্ধেও অনসূয়াই অধিক চিন্তান্বিত হোৱা চকুত পৰে। শকুন্তলাৰ বিদায় পৰ্বত কণ্বই পোনতে অনসূয়াকে নেকান্দিবলৈ সঁকিয়াই দিছে 'অনসূয়ে, অলংকেদিতেন।' 'অনসূয়ে, গতৱতী এবং সহচাৰিণী' ইত্যাদি। ইয়াৰদ্বাৰা অনসূয়াৰ বয়োজ্যেষ্ঠত্ব প্ৰমাণিত হয়। ৰজা আশ্ৰমত উপস্থিত হোৱাত প্ৰিয়ম্বদাই শকুন্তলাক ফলাদি সহ অৰ্ঘ্য আহৰণ কৰি আনিবলৈ কয়। তাৰপৰা অনুমান হয় যে প্ৰিয়ম্বদা শকুন্তলাতকৈ বয়সীয়া। যদিও তিনিওজনীৰ ৰূপ-সৌন্দৰ্য একে সমান বুলি কোৱা হৈছে তথাপি ৰজাৰ মুখৰ নানান বচনৰপৰা প্ৰমাণিত হয় যে শকুন্তলাৰ সৌন্দৰ্য অনসূয়া আৰু প্ৰিয়ম্বদাৰ তুলনাত অধিক মনোগ্ৰাহী। দ্বিতীয় অঙ্কত ৰজাই বিদূষকক কৈছে, 'সখে মাধব্য, অনৱাপ্তচক্ষুঃফলোঅসি যেন ত্বয়া দ্ৰষ্টব্যানাং পৰং ন দৃষ্টম্।' এইদৰে কৈ শকুন্তলাৰ অতুলনীয় দেহ-লাৱন্যৰ কথাকে সূচাইছে। সেইদৰে ৬ষ্ঠ অঙ্কত চিত্ৰ দৰ্শন কৰি বিদূষকে শকুন্তলা কোনজনী চিনাই দিবলৈ ৰজাক অনুৰোধ কৰিলত অদৃশ্য হৈ বৈ থকা সানুমতীয়ে কৈছে, 'অনভিজ্ঞঃ খল্বেষ সখীৰূপস্য মোঘচক্ষুঃ' ইত্যাদি। তাৰদ্বাৰা তেওঁ শকুন্তলাৰ অনন্য সাধাৰণ ৰূপৰ কথাকে সূচাইছে। অৱশ্যে পিছলৈ সৌন্দৰ্যৰ প্ৰাচুৰ্যৰ ওপৰত ভেটি কৰিয়েই বিদূষকে শকুন্তলাক চিত্ৰত চিনি পাবলৈ সক্ষম হৈছে, (তৰ্কয়ামি যৈষা——শকুন্তলা)।

শকুন্তলা যে অনসূয়া আৰু প্ৰিয়ম্বদাৰ নিঃস্বাৰ্থ ভালপোৱাৰ পাত্ৰী সেই কথা

১ম, ৩য় আৰু ৪র্থ অঙ্কৰপৰা বুজিব পাৰি। দুয়ো সখীয়ে শকুন্তলাক নিজৰ ভনীৰ দৰে স্নেহ কৰে। শকুন্তলাৰ হিতচিন্তা আৰু সুখ কামনাই দুই সখীৰ জীৱনৰ ব্ৰত যেন লাগে। ৩য় অঙ্কত শকুন্তলা মদনৰ পঞ্চশৰৰ লক্ষ্য হৈ পৰাত তেওঁৰ শৰীৰ আৰু মনৰ অৱস্থা দেখি দুয়ো সখীয়েক চিন্তাত বিতত হৈ পৰিছে আৰু তাৰ প্ৰতিকাৰৰ বাবে তৎপৰ হৈছে। ৰজালৈ শকুন্তলাৰদ্বাৰা চিঠি লিখোৱাৰ মূৰকত ৰজা আহি ওলোৱাত নায়ক-নায়িকাৰ মিলনৰ সাঁকো হৈ পৰিছে অনসূয়া আৰু প্ৰিয়ম্বদা। শকুন্তলা আৰু ৰজাৰ বিশ্ৰম্ভালাপনত কোনেও যাতে বিঘিনি ঘটাব নোৱাৰে তাৰ বাবে তেওঁলোকে অদূৰত প্ৰহৰীৰ কাম কৰিছে। গৌতমীয়ে দিনান্তত শকুন্তলাৰ গাত শান্তিজল চঁতিয়াবলৈ অহাত দুই সখীয়ে নেপথ্যৰপৰাই তাৰ সূচনা দি কৈছে 'চক্ৰবাকবধু, আমন্ত্ৰয়স্ব সহচৰম্। ননু উপস্থিতা ৰজনী।' ৪র্থ অঙ্কৰ বিষ্কম্ভকত পুষ্পচয়ন কৰি থকা সময়ত দুৰ্বাসাৰ অভিশাপ শুনি দুয়ো বৰ চিন্তাকুল হৈছে আৰু দুৰ্বাসাক অনুনয়-বিনয় কৰি অভিশাপ নিবৃত্তিৰ পথ উদ্ধাৰ কৰিছে। একেদৰে শকুন্তলাৰ বিদায় বেলাত সখীৰ বিপ্ৰয়োগত তেওঁলোক বিহ্বল হৈ পৰিছে। শকুন্তলা ওলাই যোৱাৰ পাছত আশ্ৰমখন দুই সখীয়ে শূন্য দেখিছে। শকুন্তলাৰ বৰ্তমানত দুই সখী স্বভাৱতে মূৰ্তিমতী আনন্দ আৰু প্ৰত্যেকেই একোটি বুধিৰ সঁফুৰা। দুয়োৰে ব্যৱহাৰ ভদ্ৰতাব্যঞ্জক আৰু আকৰ্ষণীয়। শকুন্তলাৰ বিষয়ত দুয়ো সখীৰ চৰিত্ৰৰ ভাৱসাম্য চকুত লগা।

অনসূয়া আৰু প্ৰিয়ম্বদা ৰূপ-সৌন্দৰ্য আৰু বয়সত প্ৰায় সমান হ'লেও দুয়োজনীৰ চাৰিত্ৰিক স্বতন্ত্ৰতা আৰু পাৰ্থক্য বৰ্তমান। তুলনামূলক বিশ্লেষণ কৰিলে দুয়োজনীৰ চাৰিত্ৰিক পাৰ্থক্য ওলাই পৰে। অনসূয়া স্বভাৱতে ধীৰ-স্থিৰ, গহীন-গম্ভীৰ। আনক ঠাট্টা-মস্কাৰ কৰা তেওঁ ভাল নাপায়। তেওঁৰ কথা-বতৰা আৰু কাম-কাজে বয়সৰ আধিক্য প্ৰমাণ কৰে। দুষ্মন্তৰসৈতে হোৱা কথা-বতৰাত অনসূয়াই আগভাগ লোৱা দেখা যায়। তেৱেঁই মেনকা-বিশ্বামিত্ৰৰ উপাখ্যান আৰু শকুন্তলাৰ জন্ম কাহিনী ৰজাৰ ওচৰত নিবেদন কৰিছে। নিজৰ সহচৰীসকলৰ সুখ দেখি তেওঁৰ মনত কেতিয়াও ঈৰ্ষা বা অসূয়া নুপজিছিল বাবে কৰিয়ে তেওঁৰ অনসূয়া নামাকৰণ কৰিছে। নিজৰ সুখ নেওচি আনৰ সুখ চিন্তাতে তেওঁৰ আনন্দ। আৰু প্ৰিয়ম্বদা? প্ৰিয়ম্বদা সদা হাস্যময়ী, প্ৰিয়বাদিনী। তেওঁৰ কথা বতৰাত ধেমেলীয়া সুৰ সদায় থাকে। তেওঁৰ পৰিহাসে আনক শেলে বিন্ধাদি বিন্ধিলেও সি শুনোতাৰ বাবে মানসিক কষ্ট নোপজায়। বৰঞ্চ তাত এটি মধুৰতাহে থাকে। যাক লৈ পৰিহাসৰ থুনপাক পতা হয় তেওঁৰ এনে ইচ্ছা হয় যে আৰু কিছু তেনে পৰিহাস কৰকেই বা। প্ৰিয়ম্বদাই শকুন্তলাক লৈ যেতিয়া পৰিহাস কৰে তেতিয়া শকুন্তলাই কৈছে, 'অদো জেৱব তুমং পিঅংবদত্তি ভণীঅসি।' আকৌ সহকাৰ বৃক্ষ আৰু নৱমালিকা বিষয়ক কৌতুক কৰি প্ৰিয়ম্বদাই শকুন্তলাক কৈছে, 'অনসূয়ে, জানাসি কি নিমিত্তং শকুন্তলা বনজ্যোৎস্নামতিমাত্ৰং পশ্যতীতি।' অনসূয়াই 'ন খলু বিভাৱয়ামি' বুলি কোৱাত প্ৰিয়ম্বদাই আকৌ কৈছে, 'যথা বনজ্যোৎস্নানুৰূপেণ পাদপেন সঙ্গতা অপি নামৈৱমহমপ্যাত্মনোঅনুৰূপং বৰং লভেয়েতি।' তাৰ উত্তৰত শকুন্তলাই মাথোন, 'এষ নূনং তৱাত্মগতো মনোৰথঃ' বুলি কৈ থ'লে। ৰাজাৰসৈতে কথা-বতৰাত এটা

প্ৰসঙ্গৰ পৰালি পৰাত প্ৰত্যুৎপন্নমতি প্ৰিয়ম্বদাই নতুন অধ্যায় মুকলি কৰি কৈছে 'পুনৰপি বক্তুকাম ইৱ আৰ্য্যো লক্ষ্যতে।' ইয়াৰপৰাই প্ৰিয়ম্বদাৰ আলাপপ্ৰিয়, ৰঙিয়াল, কৌতুকপ্ৰিয় আৰু সময়োচিত প্ৰত্যুৎপন্নমতিৰ উপলব্ধি হয়। এতিয়া নতুন প্ৰসঙ্গ উত্থাপন হোৱাত প্ৰিয়ম্বদাই ৰজাৰসৈতে অধিক কথা বিনিময় কৰিছে। ৰজা দুষ্যন্তই শকুন্তলা সম্বন্ধে সবিশেষ জানিব খোজাত প্ৰিয়ম্বদাই কৈছে, 'অলং বিচাৰ্য। অনিয়ন্ত্ৰণানুযোগস্তপস্বিজনো নাম।' ৰজাই আকৌ 'আপোনালোকৰ সখী বিৱাহিতা হোৱালৈকে তপস্বিনী হৈ থাকিব নে আজীৱন তপস্যা কৰিব?' বুলি সুধিলত প্ৰিয়ম্বদাই তাৰ উত্তৰত কৈছে, 'আৰ্য্য ধৰ্মচৰণেঽপি পৰৱশোঽয়ং জনঃ। গুৰো পুনৰস্যা অনুৰূপৱৰপ্ৰদানে সংকল্পঃ।' শকুন্তলাই এই কথাত খং খাই যাবলৈ ওলোৱাত প্ৰিয়ম্বদাই কৈছে, 'হলা ন তে যুক্তং গন্তুং।' 'বৃক্ষসেচনে দ্বে ধাৰয়সি মে। এহি তাৱৎ। আত্মনং মোচয়িত্বা ততো গমিষ্যসি।' এইদৰে কৈ প্ৰিয়ম্বদাই শকুন্তলাক জোৰ কৰি বহুৱাই ৰাখে।

অনসূয়া প্ৰিয়ম্বদাৰ লেখিয়াকৈ বিশ্বাস-প্ৰৱণ নহয়। সকলো দিশ চালি-জাৰি চাইহে তেওঁ কোনো কথাত পতিয়ন যায়। 'উপায়ং চিন্তয়েৎ প্ৰাজ্ঞস্তথাপায়ঞ্চ চিন্তয়েৎ' এই নীতি বচন ফাঁকি অনসূয়াই সদায়েই মানি চলিছিল। ৩য় অঙ্কত শকুন্তলাক ৰজাৰ হাতত সমৰ্পণ কৰাৰ আগতে অনসূয়াই ৰজাক কৈছে, 'বয়স্য বহুবল্লভাঃ ৰাজানঃ শ্ৰূয়ন্তে। যথা নৌ প্ৰিয়সখী বন্ধুজনশোচনীয়া ন ভৱতি তথা নিৰ্বাহয়।' তাৰ উত্তৰত ৰজাই প্ৰতিশ্ৰুতি দি কৈছে, 'পৰিগ্ৰহবহুত্বেঽপি দ্বে প্ৰতিষ্ঠে কুলস্য মে। সমুদ্ৰৰচনা চোৰ্বী সখী চ যুৱয়োৰিয়ম্।।' (৩।১৮)। তেতিয়া অনসূয়া আৰু প্ৰিয়ম্বদা নিশ্চিন্ত হৈছে, 'নিৰ্বৃতে স্বঃ।' অনসূয়াৰ তুলনাত প্ৰিয়ম্বদাই সহজে সকলো কথা বিশ্বাস কৰে। ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকত অনসূয়াই শকুন্তলাৰ ভৱিষ্যত সম্বন্ধে সন্দেহ প্ৰকাশ কৰি প্ৰিয়ম্বদাক কৈছে, 'হলা প্ৰিয়ম্বদে! যদ্যপি গান্ধৰ্বেণ বিধিনা নিৰ্বৃত্তকল্যাণা শকুন্তলা অনুৰূপভৰ্তৃগামিনী সংবৃত্তেতি নিৰ্বৃতং মে হৃদয়ং তথাপ্যেতাৱচ্চিন্তনীয়ম্।' অনসূয়াই প্ৰিয়ম্বদাৰ দৃষ্টি আকৰ্ষণ কৰি আকৌ কৈছে, 'অদ্য স ৰাজৰ্ষিৰিষ্টিং পৰিসমাপ্য ঋষিভিৰ্বিসৰ্জিত আত্মনো নগৰং প্ৰৱিশ্যান্তঃপুৰসমাগত ইতোগতং বৃত্তান্তং স্মৰতি বা ন বেতি।' প্ৰিয়ম্বদাৰ দূৰদৃষ্টি কম। তেওঁ ভৱিষ্যতৰ প্ৰতি দৃষ্টি নাৰাখি অকল বৰ্তমানৰ প্ৰতিহে দৃষ্টি দিয়ে। সেইবাবে ৩য় অঙ্কত দুষ্যন্তৰসৈতে শকুন্তলাৰ মিলন যথাশীঘ্ৰে হোৱাটো প্ৰিয়ম্বদাই কামনা কৰে। প্ৰিয়ম্বদাই সেইলৈ কৈছে, 'অনসূয়ে প্ৰেক্ষস্ব প্ৰেক্ষস্ব মেঘবাতাহতমিৱ গ্ৰীষ্মে ময়ূৰীং ক্ষণে ক্ষণে প্ৰত্যাগতজীৱিতাং প্ৰিয়সখীম্।' তেনেদৰে ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকত প্ৰিয়ম্বদাই মাথোন চিন্তা কৰিছে তাত কণ্বৰ অবৰ্তমানত অনুষ্ঠিত হোৱা শকুন্তলা আৰু ৰজাৰ গান্ধৰ্ববিৱাহ ঋষিজনৰ গ্ৰাহ্য হ'ব নে? 'এতাৱৎ পুনশ্চিন্তনীয়ম্; তাত স্তীৰ্থযাত্ৰাতঃ প্ৰতিনিবৃত্তঃ ইমং বৃত্তান্তং শ্ৰুত্বা নজানে কিং প্ৰতিপৎস্যত ইতি।' কিন্তু অনসূয়াই তেনে সন্দেহক ঠাই দিয়া নাই। কাৰণ তেওঁ জানে, 'অনুৰূপস্য ৱৰস্য হস্তে কন্যকা প্ৰতিপাদনীয়েত্যয়ং তাৱদ্ প্ৰথমঃ কল্পঃ। তং যদি দৈৱং সম্পাদয়তি, ননু কৃতাৰ্থো গুৰুজনঃ।' অনসূয়াৰ এনে অনুমান কণ্বৰ প্ৰত্যাবৰ্তনত অচিৰে ফলপ্ৰসূ হৈছে।

—o—

# শাৰ্ঙ্গৰৱ আৰু শাৰদ্বত

আলোচ্য নাটকৰ ৪ৰ্থ আৰু ৫ম অঙ্কত এই দুজন কণ্বশিষ্যক উপস্থাপন কৰা হয়। শৃঙ্গৰৱ নামে ভৃগুকুলীয় জনৈক ঋষিৰ সন্ততি শাৰ্ঙ্গৰৱ। মৎস্যপুৰাণত ভৃগুগণৰ মাজত শাৰ্ঙ্গৰৱ গোত্ৰৰ নামোল্লেখ আছে। এই গোত্ৰীয় লোকসকলৰ প্ৰৱৰঋষি যথাক্ৰমে ভৃগু, চ্যৱান, আপ্নৱান, উৰ্ব আৰু জমদগ্নি -এই পাঁচজন। শাৰ্ঙ্গৰৱ ব্যক্তিৰ নাম নহয়। বৰঞ্চ সেইগোত্ৰীয় লোকসমুদায়ৰ নাম। সেইদৰে শাৰদ্বত এটি গোত্ৰ নাম। আঙ্গিৰস ফৈদৰ গৌতমগণৰ মাজত এই গোত্ৰৰ উল্লেখ শ্ৰৌত্ৰসূত্ৰ আৰু পুৰাণত দেখা যায়। আঙ্গিৰস, গৌতম আৰু শৰদ্বন্ত -এইগোত্ৰৰ প্ৰৱৰষি। এইদৰে প্ৰচীন ভাৰতৰ লোকসকলৰ গোত্ৰনামৰ উল্লেখ পোৱা যায়। বহুত ব্যক্তিগত নাম জনা নাযায়।

৪ৰ্থ অঙ্কত কণ্বই এওঁলোকক আদৰসূচক 'মিশ্ৰাঃ' পদেৰে সম্বোধন কৰিছে -' ক নুতে শাৰ্ঙ্গৰৱ-শাৰদ্বতমিশ্ৰাঃ ?' এনে সম্মানবাচক পদেৰে অভিহিত হোৱাৰ্লৈ চাই দুয়োৰে বয়স পঞ্চবিংশতিৰ কম নহ'ব যেন অনুমান হয়। তথাপি দুজনৰ ভিতৰত শাৰ্ঙ্গৰৱক জেষ্ঠ্য বুলি বুজিব পৰা যায়। তেৱেঁই হস্তিনাপুৰলৈ যোৱাসকলৰ মাৰ্গদৰ্শক নিযুক্ত হৈছে। দুয়োজনে গুৰুভক্তি পৰায়ণ। লোকাচাৰ জ্ঞানত দুয়ো নিপুণ। শকুন্তলাৰ বিদায় পৰত শাৰ্ঙ্গৰৱে মহৰ্ষি কণ্বক কৈছে, 'ভগৱন্, স্নেহভাজন লোকক জলাশয়ৰ ওচৰলৈ আগবঢ়াই থোৱাই ৰীতি। এয়া জলাশয়ৰ ওচৰ চাপিছোঁহি। ইয়াতে আপোনাৰ যি বক্তব্য বিষয় থাকে তাকে কৈ আশ্ৰমলৈ উভতি যাওক' (ভগৱন্ ওদকান্তং স্নিগ্ধোঅনুগম্যত ইতি শ্ৰুয়তে। তদিদং সৰস্তীৰম্। অত্ৰ নঃ সংদিশ্য প্ৰতিগন্তমৰ্হতি)। ৰাজপুৰীত ৰাজদৰ্শন কৰিও শিষ্টাচাৰ প্ৰদৰ্শন কৰি গৈছে 'বিজয়স্বভৱান্।'

৫ম অঙ্কত পোৱা দুয়োৰে মাত-কথাৰপৰা বুজিব পাৰি তেওঁলোকৰ মাজত পাৰস্পৰিক সৌহাৰ্দ্য আৰু মান-সন্মান প্ৰবৰ্ত্তিত আছিল। তথাপি দুয়োৰে চাৰিত্ৰিক বৈষম্যও কিছু পৰিমাণে আছে।

শাৰ্ঙ্গৰৱে নাগৰিক আৱহাৱা ভাল নাপায়। তেওঁ নিৰিৰিলি পছন্দ কৰে। ৰাজপুৰীত প্ৰৱেশ কৰি তেওঁ শাৰদ্বতক কৈছে 'চিৰকাল নিৰ্জন ঠাইত বাস কৰি অভ্যস্ত হৈ পৰা কাৰণে মোৰ মনত এই জনাকীৰ্ণ ৰাজপ্ৰাসাদ অগ্নি-পৰিবেষ্টিত ঘৰ যেন লাগিছে' (তথাপীদং শশ্বৎ পৰিচিত ৱিৱিক্তেন মনসা জনাকীৰ্ণং মন্যে হুতৱহপৰীতং গৃহমিৱ।।৫।১০) শাৰদ্বতে গভীৰ অন্তদৃষ্টিৰ পৰিচয় দি কৈছে 'ৰাজধানীত প্ৰৱেশ কৰাৰেপৰা তোমাৰ মনত এনে বোধ হোৱাত্ত আচৰিত হ'ব লগীয়া একো নাই। এই নগৰৰ সুখান্বেষী লোকসকলক দেখি স্নান কৰিও গাত তেলসনা যেন, শুচিহৈও অশুচি যেন, জাগ্ৰত হৈও সুপ্ত যেন আৰু স্বচ্ছন্দে বিচৰণ কৰিও বান্ধত থকা যেনহে দেখিবলৈ পাইছোঁ' (অভ্যক্তমিৱ স্নাতঃ শুচিৰশুচিমিৱ প্ৰবুদ্ধ ইৱ সুপ্তম্। ৱদ্ধমিৱ স্বৈৰগতিৰ্জনমিহ সুখসঙ্গিনমৱৈমি। ৫।১১)।

শার্ঙ্গৰৱ কিছু পৰিমাণে বাচাল। তেওঁ আগবাঢ়ি কথা কয়। শকুন্তলাৰ বিদায় পৰত পলম হোৱা বাবে তেওঁ কণ্বক কৈছে, 'ভগৱন্! দূৰমধিৰুঢ়ঃ সৱিতা তত্ত্বৰয়াত্ৰভৱতীম্।' একেদৰে ৰাজদৰাবৰতো তেৱেঁই আগভাগ লৈ কথা কৈছে। শাৰদ্বত তেওঁৰ বিপৰীত স্বভাৱৰ। তেওঁ লাজুক স্বভাৱী। কোনোৱে সুধিলেহে কথাৰ উত্তৰ দিয়ে। গুৰুৰ প্ৰতি ভক্তিপৰায়ণ। শাৰ্ঙ্গৰৱ খঙাল অথচ সৰল আৰু অপ্ৰিয় সত্যবাদী। ৰাজপুৰোহিতৰ ৰজা গুণানুকীৰ্ত্তন শুনি শাৰ্ঙ্গৰৱে চুঙা চাই সোপা দি কৈছে,

'ভো মহাব্ৰাহ্মণ কামম্ এতদভিনন্দনীয়ং তথাপি বয়মত্ৰ মধ্যস্থাঃ।
কুতঃ - ভৱন্তি নম্ৰাস্তৰৱঃ ফলাগমৈৰ্নৱাম্বুভি- দূৰবিলম্বিনো ঘনাঃ।
অনুদ্ধতাঃ সৎপুৰুষাঃ সমৃদ্ধিভিঃ।
স্বভাৱ এৱৈষ পৰোপকাৰীণাম্।। ৫।১২

শাৰ্ঙ্গৰৱে দুষ্যন্তক কুলপতি কণ্বৰ সংবাদ জনালত ৰজাই সুধিছে - 'অয়ে কিমিদমুপন্যস্তম্?' দুৰ্বাসাৰ শাপগ্ৰস্ত ৰজা দুষ্যন্তৰ স্মৃতিভ্ৰংশ হৈছে। সেইবাবে তেওঁ শকুন্তলাক চিনি পোৱা নাই। আনহাতে শাৰ্ঙ্গৰৱেও ৰজাৰ প্ৰকৃত অৱস্থা উপলব্ধি কৰিব পৰা নাই। ৰজাই কণ্বই পঠোৱা বাণীৰ অৰ্থ বুজিব নোৱাৰা দেখি লোকব্যৱহাৰ সম্বন্ধে শাৰ্ঙ্গৰৱে দৰাই কৈছে -

সতীমপি জ্ঞাতিকুলৈকসংশ্ৰয়াং
জনোন্যথা ভৰ্ত্তৃমতীং বিশঙ্কতে।
অতঃ সমীপে পৰিণেতুৰিষ্যতে
প্ৰিয়াপ্ৰিয়া বা প্ৰমদা স্ববন্ধুভিঃ।। ৫।১৭

(স্বামী জীৱিত থকাত যদি কোনো নাৰী আত্মীয়স্বজনৰ সৈতে থাকে সতী হ'লেও মানুহে তেওঁক অন্যভাৱে সন্দেহ কৰে। সেয়েহে আত্মীয়স্বজনে প্ৰিয়া বা অপ্ৰিয়া যেনেই হওক নবোঢ়ানাৰী স্বামীৰ সৈতে থকাটোকেই বিচাৰে।)

এনেদৰে নিজৰ ব্যৱহাৰিক জ্ঞানৰ পৰিচয়ো শাৰ্ঙ্গৰৱে আমাক দিয়ে। এইকথা শুনি ৰজাই পুনশ্চ সুধিছে 'কিমত্ৰভৱতী ময়া পৰিণীতাপূৰ্বা?' ৰজাৰ মুখত এনে প্ৰশ্ন শুনি শাৰ্ঙ্গৰৱে বুজিলে ৰজাই (লোকনিন্দাৰ ভয়ত?) শকুন্তলাক অস্বীকাৰ কৰিবলৈ ওলাইছে। তাকে ভাবি তেওঁ বৰ ক্ৰোধান্বিত হ'ল। আনকি তেওঁ ৰজাক 'দস্যু'ৰ সৈতে তুলনা কৰিলে। শাৰদ্বতে এই বাক্য-বিগ্ৰহ ভাল নাপায়। সেইবোৰ 'শাৰ্ঙ্গৰৱ বিৰম. ত্বমিদানীম্' বুলি শাৰ্ঙ্গৰৱক শান্ত কৰিবলৈ বিচাৰিছে।

৪ৰ্থ আৰু ৫ম অঙ্কত শাৰ্ঙ্গৰৱৰ চৰিত্ৰ বিশদীকৃত হৈছে। শাৰদ্বতে মাথোন ৫ম অঙ্কতহে ভুমুকি মাৰিছে। সেয়েহে আপেক্ষিকভাৱে শাৰদ্বতৰ চৰিত্ৰ ম্লান আৰু বিকাশ লাভৰ পৰা বঞ্চিত হৈছে। শাৰ্ঙ্গৰৱে গুৰুকণ্বৰ সৰ্বজ্ঞতা আৰু সিদ্ধিমন্ত বিষয়ত সচেতন। ৪ৰ্থ অঙ্কত দুষ্যন্তলৈ কণ্বই পঠোৱা সন্দেশ (সংবাদ) শুনি তেওঁ মন্তব্য দিছে 'ন খলু কশ্চিদবিষয়ো নাম ধীমতাম্।' ৫ম অঙ্কত ৰজাই কুলপতি কুশলনে সুধিলেও তেওঁ কৈছে 'স্বাধীনকুশলাঃ সিদ্ধিমন্তঃ।' আশ্ৰমত বহুকাল বাস কৰি আশ্ৰমবাসীসকল সহজ-সৰল বুলি তেওঁ দৃঢ়ভাৱে বিশ্বাস কৰে। আনহাতে ৰাজনিতীজ্ঞসকলে 'কূটনীতি' চৰ্চা কৰা বিষয়তো তেওঁ নিশ্চিত। ৫ম

অঙ্কত শকুন্তলাৰ সৰল কথাত পতিয়ন যাব নোখোজা ৰজাক উপলক্ষ্য কৰি শাৰ্ঙ্গৰৱে কৈছে -

আজন্মনঃ শাঠ্যমশিক্ষিতো যস্তস্যাপ্রমাণং রচনং জনস্য।
পৰাতি সংধানমধীয়তে যৈৰ্বিদোতি তে সন্তু কিলাপ্তৱাচঃ। ৫।২৫

(যিজনে জন্মাবধি কোনো শঠতা শিকা নাই তাৰ কথা প্ৰামাণ্য নহয়! আৰু যিসকলে বিদ্যাভ্যাসৰ দৰে আনক বঞ্চনা কৰাৰ শিক্ষা লাভ কৰে তেওঁলোক সত্যবাদী।)

শকুন্তলাৰ প্ৰতি স্বভাৱতে সহানুভূতিশীল হ'লেও ৰাজ দৰবাৰত শকুন্তলা বিষয়ত ৰজা পৰাঙ্মুখ হোৱাত শাৰ্ঙ্গৰৱ ক্ৰোধান্বিত হৈছে। শকুন্তলাক তেওঁলোকে এৰি থৈ যাবলৈ ওলোৱাত শকুন্তলাই তেওঁলোকৰ পিছ লৈছে। তাকে দেখি শাৰ্ঙ্গৰৱে (শকুন্তলাক) গৰ্জন কৰিছে -

'কিং পুৰোভাগে স্বাতন্ত্ৰ্যমৱলম্বসে। শকুন্তলে! যদি যথা বদতি। ক্ষিতিপস্তথা ত্বমসি কিং পিতুৰুৎকুলয়াত্বয়া।
অথ তু বেৎসি শুচি ব্ৰতমাত্মনঃ।
পতিকুলে তৱ দাস্যমপি ক্ষমম্। ৫।২৭

(ৰজাই যি কৈছে, সেয়ে যদি সত্য হয়, তেনে কুলকলঙ্কিনী তোমাক লৈ পিতৃয়ে কি কৰিব? আৰু যদিহে তুমি নিজক শুদ্ধমতী, নিৰ্দোষী বুলি জানা পতিগৃহত থাকি দাসীবৃত্তি আচৰণ কৰাই তোমাৰ উচিত।) এইদৰে কৈ শকুন্তলাক তাত এৰি গ'ল। ইয়াৰ মাজতো শাৰ্ঙ্গৰৱৰ লোকজ্ঞতা ধৰা পৰে। আনহাতে তেওঁ নাৰী স্বাতন্ত্ৰ্যৰ প্ৰতি বিশ্বাসী নাছিল বুলি বোধ হয়। সম্ভৱতঃ মনুৱে কোৱা 'পিতা ৰক্ষতি কৌমাৰে, ভৰ্তা ৰক্ষতি যৌৱনে। ৰক্ষতি স্থৱিৰে পুত্ৰা ন স্ত্ৰী স্বাতন্ত্ৰ্যমৰ্হতি। (মনু ৯।৩) কথাষাৰৰ তেওঁ অন্যতম অনুগামী আছিল।

# অন্যান্য চৰিত্ৰসমূহ

ওপৰত অভিজ্ঞান শাকুন্তলম্ নাটকৰ ঘাই চৰিত্ৰসমূহৰ পৰিচয় দাঙি ধৰা হৈছে। নাটকত অতিকমেও পয়ত্ৰিশটা সৰু বৰ চৰিত্ৰৰ সমাৱেশ ঘটিছে। ওপৰত আমি মাথোন দুষ্মন্ত, শকুন্তলা, ভৰত, কণ্ব, প্ৰিয়ম্বদা, অনসূয়া, শাৰ্ঙ্গৰৱ, শাৰদ্বত আৰু মাধব্যৰ চৰিত্ৰহে বৰ্ণাইছুঁ। এই নটা চৰিত্ৰৰ উপৰিও নাট্যকাৰে আন চৌব্বিশটা চৰিত্ৰক নাটকীয় ঘটনাৰ বিকাশত সহায়ক হিচাপে অপৰিহাৰ্য বুলি গণ্য কৰিছে। নাটকত ডাল-পাত মেলাকৈ যাতে ঘটনাৰ অতি বিস্তৃতি নঘটে তালৈ নাট্যকাৰ সচেতন হৈছে। গতিকে অনাৱশ্যক ঘটনাৰ বা চৰিত্ৰৰ সংযোজনে যাতে মূল ঘটনাৰ বিকাশত বিঘিনি নঘটায় তাৰ বাবে নাট্যকাৰ শিৰোমণি কালিদাস নিশ্চয় সজাগ আছিল। গতিকে নাটকত সন্নিবেশিত পালি ভূমিকাত থকা চৰিত্ৰবাজিবো নাটকীয় ঘটনাৰ বিকাশ সাধনত কেতবোৰ অপৰিহাৰ্য কৰ্তব্য আছিল। সেইবোৰৰ মাপ-পৰিমাপ বা জৰিপ কাৰ্য অপৰিহাৰ্য বিষয়।

বৈখানস, সেনাপতি, গৌতমী, দুৰ্বাসা, পুৰোহিত, সোমৰাত, কঞ্চুকী, সূত, ৰাজশ্যালক, ধীৱৰ, সানুমতী, মাতলি, মাৰীচ, অদিতি প্ৰভৃতিৰ চৰিত্ৰক মাধ্যমিক স্তৰত ধৰি আনসকলক নিম্নস্তৰত ৰাখিব পাৰি। এনে স্তৰীকৰণ নাটকীয় কাৰ্যৰ প্ৰয়োজনত চৰিত্ৰ বিশেষৰ ভূমিকাৰ ওপৰত দৃষ্টি ৰাখিহে কৰা উচিত।

এই চৰিত্ৰসকলক আকৌ দুশ্ৰেণীত ভগাব পাৰি, (১) ৰাজকৰ্মচাৰী, যেনে, সেনাপতি, সূত, পুৰোহিত, কঞ্চুকী, নগৰাধ্যক্ষ, প্ৰতিহাৰী আদি আৰু (২) বৈখানস, গৌতমী, মাতলি, সানুমতী, মাৰীচ, অদিতি আদি আন নাটা প্ৰয়োজনীয় লোকবৃন্দ।

## বৈখানস

প্ৰথম অঙ্কত বৈখানসে নাটকীয় ঘটনাৰ বীজ বপনত পৰম সহায় কৰে। সমিধ আহৰণ কৰিবলৈ গৈ বৈখানসে আশ্ৰমৰ মৃগ মাৰিবলৈ ৰজাক নিষেধ কৰিছে (ৰাজন্ আশ্ৰমমৃগোঽয়ং ন হন্তব্যো ন হন্তব্যঃ। ন খলু ন খলু. শৰাস্তে। ১।১০)। ত্ৰাণ সম্বৰণ কৰা ৰজাক তেওঁ আশীৰ্বাদ দিছেঃ

জন্ম যস্য পুৰোৰ্বংশে যুক্তৰূপমিদং তৱ।
পুত্ৰমেৱংগুণোপেতং চক্ৰৱৰ্তিনমাপ্নুহি॥ ১।১২

বৈখানসে সন্নিহিত কণ্বাশ্ৰমৰ সম্ভেদ দুষ্মন্তক দিছে আৰু আশ্ৰম দৰ্শনৰ বাবে তেওঁ ৰজাক আমন্ত্ৰণ জনাইছে। (এষ খলু কণ্বস্য কুলপতেৰনুমালিনীতীৰমাশ্ৰমো দৃশ্যতে। ন চেদন্যকাৰ্যাতিপাতঃ প্ৰৱিশ্য প্ৰতিগৃহ্যতামাতিথেয়ঃ সৎকাৰঃ আশ্ৰমত কুলপতিৰ উপস্থিতি সম্বন্ধে প্ৰশ্ন কৰাত বৈখানসে ৰজাক কণ্বৰ তীৰ্থগমনৰ কথা জনাইছে আৰু তেওঁৰ জীয়েকেহে 'বৰ্তমান' অতিথিসৎকাৰৰ দায়িত্বত আছে বুলি

কৈছে (ইদানীমেৱ দুহিতৰং শকুন্তলামতিথিসৎকাৰায় নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূল শময়িতুং সোমতীৰ্থং গতঃ)। ৰজাই এই আমন্ত্ৰণ সাগ্ৰহে গ্ৰহণ কৰে আৰু কয় "ভৱতু তামেৱ পশ্যামি। সা খলু বিদিত ভক্তিং মাং মহৰ্ষেঃ কৰিষ্যতি।"

গতিকে বৈখানসৰ ভূমিকা অভিজ্ঞান শাকুন্তলম্ নাটকত বিজুলী চমকনিৰ দৰে ক্ষন্তেকীয়া হ'লেও তাৰ পোহৰতে নাটকীয় ঘটনা অঙ্কুৰিত হৈছে। সেয়েহে এইয়া এক মহান চৰিত্ৰৰ চমকনিহে।

দেখা যায় যে বৈখানসৰ দৰে মধ্যম শ্ৰেণীৰ চৰিত্ৰৰ মাধ্যমেৰে কৰিয়ে নাটকৰ বীজ সিঁচিছে। বৈখানসে আশ্ৰম দৰ্শনাৰ্থে ৰজাক আমন্ত্ৰণ নকৰিলে হয়তোবা ৰজাই মৃগয়া কৰিয়েই ৰাজধানীলৈ প্ৰত্যাবৰ্তন কৰিলেহেঁতেন। তেতিয়া নাট্যকাৰ্য অসম্ভৱ হ'লহেতেন। বৈখানসৰদ্বাৰা বৃতঅতিথিৰূপে ৰজাই আশ্ৰমত প্ৰৱেশ কৰিছে। তেওঁ আশ্ৰমবাসীৰ বাবে অনাহুত বা অবাঞ্চিত লোক নাছিল। তেনে বাঞ্ছিতজনৰ ভিত্তিতেই শকুন্তলাই বৰমাল্য পিন্ধাইছে।

# গৌতমী

কণ্বাশ্ৰমৰ নাৰী তাপসীসকলৰ মুখ্যা হিচাপে নাট্যকাৰে উপস্থাপন কৰে গৌতমীক। গৌতমী তেওঁৰ পিতৃদত্ত নাম নে গোত্ৰনাম এইয়া সঠিককৈ জনা নাযায়। তেওঁক বয়সীয়া নাৰী বুলি শকুন্তলা আৰু সখীদ্বয়ৰ 'আৰ্যা' সম্বোধনৰ পৰাই (৩য় অঙ্ক) অনুমান কৰা যায়। ৫ম অঙ্কত ৰজাই 'তাপসবৃদ্ধে' বুলি সম্বোধন কৰি সেই অনুমান সফল কৰিছে।

৩য়, ৪ৰ্থ আৰু ৫ম অঙ্কত গৌতমীৰ চৰিত্ৰ অঙ্কিত হৈছে। ৩য় অঙ্কৰ অন্তত শকুন্তলাৰশাৰীৰিক অসুস্থতাৰ খবৰ ল'বলৈ আহিছে গৌতমী। হাতত তেওঁ আনিছে দৰ্ভোদকৰ পাত্ৰ। শকুন্তলা ৰজাৰসৈতে আলাপৰত অৱস্থাত গৌতমীৰ আবিৰ্ভাৱে প্ৰণয়ীযুগলৰ প্ৰথম মিলনত যতি পেলাইছে। শকুন্তলাই তেওঁ অহা কথা সখীসকলে দিয়া সঙ্কেতৰ আঁত ধৰি বুজি পাই ৰজাক কৈছেঃ "পৌৰৱ অসংশয়ং মম শৰীৰবৃত্তান্তোপলম্ভায়াৰ্যা গৌতমীত এৱাগচ্ছতি। তদ্বিট পান্তৰিতো ভব।" সখীদ্বয়ে তেওঁক লতাকুঞ্জলৈ বাট দেখুৱাই আনিছে "ইও ইত আৰ্যা গৌতমী।" তেওঁলোকৰ মাতকথাৰপৰা বুজা যায় যে গৌতমী সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী। তেৱোঁ শকুন্তলা প্ৰভৃতিক নিজকন্যাৰ দৰে মৰমৰ চকুৰে চায়। সেয়ে শকুন্তলাৰ ওচৰলৈ আহি সুধিছে "জাতে, অপি লঘুসন্তাপানি তে অঙ্গানি?" শকুন্তলাই "গা অলপ জুৰাইছে" বুলি কোৱাত তেওঁ আকৌ কৈছে, "অনেন দৰ্ভোদকেন নিৰাবাধমেৱ তে শৰীৰং ভৱিষ্যতি।" এইবুলি শকুন্তলাৰ মূৰত শান্তিজল চতিয়াইছে আৰু "বেলি মাৰ যাবলৈ ধৰিছে" বুলি কৈ তেওঁ শকুন্তলাক আশ্ৰমোটজলৈ লগতে লৈ গৈছে।

৪ৰ্থ অঙ্কতে শকুন্তলাৰ বিদায় বেলাত নেপথ্যৰপৰা কোনো ঋষিয়ে হস্তিনাপুৰলৈ শকুন্তলাক সঙ্গত লৈ যাবলৈ শাৰ্ঙ্গৰৱ মিশ্ৰক আদেশ কৰিবলৈ গৌতমীক ৰিঙিয়াই কৈছে। গৌতমীকে প্ৰমুখা কৰি তাপসীসকলে শকুন্তলাক আশীৰ্বাদ দিছে। ৪ৰ্থ

অঙ্কত নাৰদ আৰু হাৰীতে আনি দিলেহি শকুন্তলাৰ বাবে ভালেমান অলংকাৰ। তাকে দেখি গৌতমীয়ে এইবোৰ কণ্বৰ মানসী সিদ্ধিৰ ফলত পোৱা হৈছে নেকি সুধিছে। নাৰদে কৈছে "সেইয়া বন দেৱতাসকলৰ উপহাৰ।" শকুন্তলাক সাজি কাচি উলিওৱা হ'লত গৌতমীযে কৈছে, "জাতে এষ তে আনন্দপৰিবাহিণা চক্ষুষা পৰিষ্বজমান ইৱ গুৰুৰুপস্থিতঃ। আচাৰং তাৱৎ প্ৰতিপদ্যস্ব।" শকুন্তলাই কণ্বক সেৱা কৰিলত শৰ্মিষ্ঠাই পুৰুক পোৱা দৰে চক্ৰৱৰ্তী পুত্ৰ পাবলৈ ঋষিয়ে আশীৰ্বাদ দিছে। তাকে শুনি গৌতমীয়ে কৈছে "ভগৱান্ বৰঃ খল্বেষঃ। নাশীঃ।" সেইদৰে "ৰম্যান্তৰঃকমলিনী শান্তানুকূলপৱনশ্চ শিৱশ্চ পন্থাঃ" ইত্যাদি আকাশৱাণীৰ প্ৰতি শকুন্তলাৰ দৃষ্টি আকৰ্ষণ কৰি গৌতমীয়ে কৈছে, "জাতে জ্ঞাতিজনস্নিগ্ধাভিৰনুজ্ঞাতগমনাসি তপোৱনদেৱতাভিঃ। প্ৰণম ভগৱতীঃ।" কাশ্যপে "শুশ্ৰূষস্ব গুৰুন্ (৪।১৮) ইত্যাদি বচনেৰে শকুন্তলাক আশীৰ্বাদ দি তেওঁ গৌতমীৰ অনুমোদন বিচাৰিছে। "কথং বা গৌতমী মন্যতে?" উত্তৰত গৌতমীয়ে কৈছে, "এতাৱান বধূজনস্যোপদেশঃ। জাতে এতৎখলু সৰ্বমৱধাৰয়।" শকুন্তলাই "তাত ইত এৱ কিং প্ৰিয়ংবদানসূয়ে সখ্যৌ নিৱৰ্তিষ্যেতে?" বুলি সুধিলত কাশ্যপে কৈছে, "বৎসে ইমে অপি প্ৰদেয়ে। ন যুক্তমনয়োস্তত্ৰ গন্তুম্। ত্বয়া সহ গৌতমী যাস্যতি।" সঁচাকৈ গৌতমীৰ দৰে অভিজ্ঞা আৰু প্ৰৌঢ়া তাপসী এজনীক শকুন্তলাৰ সৈতে পঠোৱাটো সমীচীন হৈছে। শকুন্তলাই বাৰম্বাৰ কন্দা-কটা কৰি গমনবেলা অতিবাহিত কৰা দেখি গৌতমীয়ে তাগিদা দি কৈছে, "জাতে পৰিহীয়তে গমনবেলা। নিবৰ্তয় পিতৰম্। অথ বা চিৰেণাপি পুনঃ পুনৰেষৈৱং মন্ত্ৰয়িষ্যতে। নিবৰ্ততাং ভৱান।"

৫ম অঙ্কত গৌতমীসহ তপস্বীসকলে ৰজাক অগ্ন্যাগাৰত সাক্ষাৎ কৰে। এই সাক্ষাৎ প্ৰসঙ্গত গৌতমীয়ে সৰ্বপ্ৰকাৰে শকুন্তলাক সাহায্য কৰিছে আৰু সময়ানুসৰি সাহস প্ৰদৰ্শন কৰিবলৈ শকুন্তলাক প্ৰেৰণা দিছে। তাৰ বাবে তেওঁ অনুচিতভাৱে ৰজাৰ নীচ বাক্য শুনিছে। ৰজাৰ সমুখলৈ গৈ থাকি যেতিয়া শকুন্তলাই তেওঁৰ "বাওঁ চকুটো নাচিছে" বুলি অমঙ্গলীয়া কথা কৈছে তেতিয়া গৌতমীয়ে কৈছে "জাতে প্ৰতিহতমমঙ্গলম্। শুভানি তে ভৰ্তৃকুলদেৱতা বিতৰন্তু।" শাৰ্ঙ্গৰৱে ৰজাক কণ্বই পঠোৱা সন্দেহ মুকলি কৈ কওঁতেই গৌতমীযে কোৱাৰ প্ৰয়াস পাইছে, "আৰ্য কিমপি বক্তুকামাস্মি। ন মে বচনাৱসৰো অস্তি। কথামিতি-

নাপেক্ষিতো গুৰুজনো অনয়া ত্বয়া পৃষ্টো ন বন্ধুজনঃ।
একৈকস্মিন্নেৱ চৰিতে ভণামি কিম্ একৈকম্।। ৫।১৬

শাৰ্ঙ্গৰৱ আৰু গৌতমীৰ অনুৰোধ ৰক্ষা কৰিবলৈ ৰজা সন্মত নোহোৱাত গৌতমীয়ে শকুন্তলাক কৈছে "জাতে মুহূৰ্তং মা লজ্জস্ব। অপনেষ্যামি তাৱত্তে অৱগুণ্ঠনম। ততস্ত্বাং ভৰ্ত্তাভিজ্ঞাস্যতি।" এইদৰে কৈ শকুন্তলাৰ ওৰণী গুচাই আশা প্ৰকাশ কৰিছে যে ৰজাই পূৰ্বৰ প্ৰণয়িণীক দেখি চিনি পাওক। শকুন্তলাক দেখি ৰজাৰ মনতো দেখা-নেদেখা, জনা-নজনা ভাবৰ দ্বন্দ্ব উপস্থিত হ'ল (ভ্ৰমৰ ইৱ বিভাতে কুন্দমন্তস্তুষাৰং ন চ খলু পৰিভোক্তুং নাপ শক্নোমি হাতুম্)। কিন্তু অভিশাপগ্ৰস্তজনে চিনে কেনেকৈ? প্ৰমত্তজনৰ দৰে ৰজাই আকৌ পৰিণীতাক অস্বীকাৰ কৰিছে। এনে পৰিস্থিতিত পৰিব বুলি কোনেও ভবা নাছিল।

সখীদুজনীয়ে আশঙ্কা কৰি মাথোন কৈছিল শকুন্তলাক "সখি ৰজাই নিচিনিলে, হাতৰ আঙঠিটো দেখুৱাবা।" তাকে মনত কৰি আঙঠিটো বিচাৰি "হা ধিক, মোৰ হাতত আঙঠিটো নাই" বুলি গৌতমীলৈ চাই ৰ'ল। গৌতমীয়ে বুজিলে গাধোৱা সময়তে আঙঠি পৰিব পাৰে। এই সম্ভাৱনা কৰি ক'লে, "নূনং তে শক্রাগৱতাৰাভ্যন্তৰে শচীতীৰ্থসলিলং বন্দমানায়াঃ প্ৰভ্ৰষ্টমঙ্গুলীয়ম্।" সম্ভৱনাকে এনে নিশ্চিতাৰ্থত গৌতমীয়ে কৈ পেলালে। সেয়ে ৰজাৰ কটূক্তি আদায় কৰিলে। তেওঁ ব্যঙ্গ হাঁহি মাৰি ক'লে, "ইদং তৎ প্ৰত্যুৎপন্নমতি স্ত্ৰৈণমিতি যদুচ্যতে।" অসহায় সকলোজন। শকুন্তলাই ৰজাৰ স্মৰণশক্তি ঘূৰাবলৈ কেইবাটাও ক্ষুদ্ৰ ঘটনাৰ সৰল ৰেখা-চিত্ৰ শব্দেৰে আঁকিলে। ৰজাই বক্ৰোক্তিহে কৰিলে। "এৱমাদিভিৰাত্মকাৰ্য্য নিবৰ্তিনীনামনৃতময়বাঙ্মধুভিৰাকৃষ্যন্তে বিষয়িণঃ।" তাকে শুনি গৌতমীয়ে ক'লে, "মহাভাগ নাৰ্হস্যেৱং মন্ত্ৰয়িতুম্। তপোৱনসংবৰ্ধিতো অনভিজ্ঞো অয়ং জনঃ কৈতৱস্য।" ৰজাই এইবাৰ ঔচিত্যৰ বান্ধ চিঙি ক'লে তাপসবৃদ্ধে,

"স্ত্ৰীণামশিক্ষিতপটুত্বমমানুষীষু
সংদৃশ্যতে কিমুত যাঃ প্ৰতিবোধৱত্যঃ।
প্ৰাগন্তৰিক্ষগমনাৎস্বমপত্যজাতম
অন্যৈৰ্দ্বিজৈঃ পৰভৃতাঃ খলু পোষয়ন্তি।। ৫।১২

বেদজ্ঞ ৰাজগুৰু সোমৰাতে অনাহকতে শাৰ্ঙ্গৰৱৰপৰা নিন্দাসূচক 'মহাব্ৰাহ্মণ' (মূৰ্খ) আখ্যা পোৱাৰ দৰে বিনা প্ৰৰোচনাৰে প্ৰৌঢ় অথচ চিৰকাল তাপস বৃত্তি লৈ জীৱন কটোৱা গৌতমীয়ে পুৰুবংশীয় সুশিক্ষিত ৰজাৰ মুখত দুৰ্বচন শুনি স্তম্ভিত হৈ ৰ'ল। এইয়া যেন সমস্ত নাৰীকলুলৈ নিন্দাবাণী দিয়া হ'ল। তাৰ উত্তৰত ইতিমধ্যে ক্ষুন্ন, ক্ৰুদ্ধা, ক্ষতবিক্ষতা শকুন্তলা আৰু বাক্য-কোবিদ শাৰ্ঙ্গৰৱৰ জাউৰি জাউৰিয়ে প্ৰতিবাদ ধ্বনি শুনা গ'ল। তৰ্কই চূড়ান্ত পৰ্য্যায় পোৱাত মিতভাষী শাৰদ্বতে হস্তক্ষেপ কৰি শকুন্তলাক ৰজাৰ ওচৰত এৰি যোৱাৰ প্ৰস্তাৱ কৰিলে আৰু গৌতমীক আশ্ৰমলৈ উলটিবলৈ ক'লে, "গৌতমী গচ্ছাগ্ৰতঃ।" এইদৰে প্ৰস্থান কৰিবলৈ লোৱা সময়ত গৌতমীয়ে উভতি চাই দেখা পালে শকুন্তলায়ো তেওঁলোকক অনুসৰণ কৰিছে। তেওঁৰ মাতৃহৃদয় নিঠৰুৱা শকুন্তলাৰ প্ৰতি সহানুভূতিৰে ম্ৰিয়মান। শাৰ্ঙ্গৰৱক মাত দি শেষবাৰলৈ তেওঁ ক'লে, "বৎস শাৰ্ঙ্গৰৱ অনুগচ্ছতীয়ং খলু ন করুণ পৰিবেদনী শকুন্তলা। প্ৰত্যাদেশপুৰুষে ভৰ্ত্তৰি কিং ৱা মে পুত্ৰিকা কৰোতু।" শাৰ্ঙ্গৰৱে খণ্ডতে একো নাই হৈ নাৰী স্বাতন্ত্ৰৰ প্ৰশ্ন তুলি শোকত ম্ৰিয়মানা শকুন্তলাক নিৰস্ত কৰিলে। ইমান দিনে সমুখতে ডাঙৰ-দীঘল হোৱা ছোৱালীজনীক অসহায় অৱস্থাত ত্যাগ কৰি যাবলগীয়া হোৱাত গৌতমীৰ অন্তৰত কি ভাব হৈছিল তাক নাট্যকাৰে গোপনে ৰাখিছে।

—০—

# সানুমতী

শকুন্তলাৰ মাতৃ অপ্সৰা মেনকাৰ সখী সানুমতী।[1] আলোচ্য নাটকৰ ৬ষ্ঠ অঙ্কত সানুমতীয়ে মেনকাৰ অনুৰোধ ৰক্ষা কৰি ৰজা দুষ্যন্তৰ মানসিক অৱস্থা পৰ্য্যবেক্ষণ কৰে। অপ্সৰাসকল মানুহৰ দৃষ্টিৰ পৰোক্ষত থাকি মানৱীয় কাৰ্য্য চাব পাৰে। সানুমতীয়ে নিজৰ পাল অনুসৰি অপ্সৰাতীৰ্থত সাধু-পুণ্যাত্মাসকলৰ তৰ্পণাদি পুণ্যকাৰ্য নিৰীক্ষণ কৰি দুষ্যন্তৰ উপবনত উপস্থিত হয় আৰু বসন্তকাল ওচৰ চপা স্বত্বেও বসন্তোৎসৱ বা মদন পূজাৰ আয়োজন নেদেখি আচৰিত হয়। কঞ্চুকী সহ নতুনকৈ নিযুক্ত হোৱা দুজনী যুৱতী পৰিচাৰিকাৰ কথা-বতৰাৰপৰা সানুমতীয়ে ভূ পালে যে শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ পাছত ৰজাই স্বনাম খোদিত আঙঠি ঘূৰাই পাই পূৰ্বৰ প্ৰণয়ৰ স্মৃতি ঘূৰাই পোৱাত বিষাদযুক্ত হয়। তাৰ বাবে কোনো মনোহৰ বস্তুৱেই তেওঁৰ মনত নলগা হোৱাত ৰাজ্যজুৰি বসন্তোৎসৱ নিষেধ কৰা হৈছে। এইকথা সানুমতীয়ে শকুন্তলাৰ ভাগ্যক ধন্যবাদ দিয়ে। ক্ষন্তেক পিছতে বিদূষক আৰু প্ৰতিহাৰী বেত্ৰৱতীক লগত লৈ ৰজাই উপবনত প্ৰৱেশ কৰে। ৰজাৰ বিৰহাৱস্থা দেখি সানুমতী চমৎকৃত হয়। শকুন্তলাৰ বাবে ৰজাই বাৰম্বাৰ দুখ কৰা দেখি নায়ক-নায়িকাৰ আশু মিলনৰ সম্ভাবনাও তেওঁ দেখে। পৰিচাৰিকা চতুৰিকাই শকুন্তলাৰ চিত্ৰফলক আনি ৰজাৰ হাতত সমৰ্পন কৰে। তাত ৰজাই নিজহাতে আঁকা শকুন্তলাৰ জীৱন্ত চিত্ৰ দেখি বৰ সন্তোষ পায় আৰু ৰজা এজন মহান চিত্ৰকৰ বুলি পতিয়ন যায়। বিদূষকে শকুন্তলাক চিত্ৰফলকত পোনতে চিনিব নোৱাৰাত সানুমতীয়ে তেওঁক মোঘচক্ষু জ্ঞান কৰে। তাৰ পিছতো ৰজাই আন ভালেমান দৃশ্যাংশৰ সমাৱেশ ঘটাবলৈ বাকী থকা কথা বিদূষকক জনায় আৰু কি কি আঁকিবলৈ আছে তাৰ লেখ দিয়ে। এই সকলো কথা সানুমতীয়ে বৰ মনোযোগেৰে শুনে। প্ৰতিহাৰীয়ে অপুত্ৰক ধনমিত্ৰৰ মৃত্যুৰ বাৰ্তাৰে আৰু তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰ প্ৰশ্ন সম্বলিত মন্ত্ৰীৰ পত্ৰ এখনি ৰজাৰ হাতত দিয়াত মনলৈ নিজৰ অনপত্যতাৰ কথা মনলৈ আহে। তেওঁ পুনশ্চ শকুন্তলালৈ মনত কৰি মোহগ্ৰস্ত হয়। তাকে দেখি সানুমতী বৰ সহানুভূতিশীলা হয় আৰু কয় "হায় হায়! দীপশিখা জ্বলি থকা স্বত্বেও ৰজাই অন্ধাকাৰৰ কষ্টত ভুগিছে। মই এতিয়াই এই দুখ নিৰাময় কৰোঁ। অথবা থাকক। ইন্দ্ৰৰ মাতৃ অদিতিয়ে শকুন্তলাক এইদৰে সান্ত্বনা দিয়া শুনিছোঁ যে যজ্ঞভাজন দেৱতাসকলে স্বামীয়ে যাতে তেওঁৰ ধৰ্মপত্নীক সানন্দেৰে গ্ৰহণ কৰে তাৰে ব্যৱস্থা শীঘ্ৰে কৰিব। গতিকে সেই মুহূৰ্তলৈ অপেক্ষা কৰাই ভাল হ'ব। এতিয়া ৰজাৰ বিষয়ে যিখিনি কথা জানিলো তাকে জনাই প্ৰিয় সখীক সান্ত্বনা দিওঁগৈ।" এইদৰে কৈ সানুমতী অন্তৰ্হিতা হ'ল।

সানুমতীৰ চৰিত্ৰ পৰিবেশনত ঔচিত্যৰ প্ৰশ্ন নোহোৱা নহয়। কিন্তু সি অৱান্তৰ। নাট্যকাৰে এই চৰিত্ৰ পৰিবেশন নকৰিলে সমস্ত ষষ্ঠ অঙ্কত অকল বিপ্ৰলম্ভ শৃঙ্গাৰে ব্যাপকতা লাভ কৰাৰ সলনি উত্তৰৰামচৰিতৰ ৩য় অঙ্কৰ দৰে কৰুণ ৰসে ব্যাপ্তি লাভ কৰিলেহেঁতেন। ৰজাই নাজানিলেও সহৃদয় দৰ্শকে বুজাত সহায় হৈছে যে

১। কোনো কোনো সংস্কৰণত সানুমতীৰ ঠাইত মিশ্ৰকেশী নাম পোৱা যায়।

৫ম অঙ্কত অন্তৰ্হিতা শকুন্তলা অকল মাতৃ মেনকাৰ গোচৰতে থকা নাই, তেওঁ আদিত্যসকলৰ পিতৃ-মাতৃৰো সান্ত্বনা লাভ কৰিছে। এতিয়া সানুমতীয়ে ৰজাৰ মানসিক অৱস্থাৰ সম্ভেদ মেনকা আৰু শকুন্তলাক জনালে 'কুসুম সদৃশ' 'আশাবন্ধ' প্ৰাণ ধাৰণত সহায়ক হ'ব। তাতোকৈ গুৰুত্বপূৰ্ণ বাৰ্তা হৈছে দেৱতাসকলে দুষ্যন্ত আৰু শকুন্তলাৰ মিলনৰ বাবে যত্ন কৰি থকা বুলি সানুমতীয়ে কোৱা কথাষাৰ। তাৰে আঁত ধৰি পৰৱৰ্তী দৃশ্যত মাতলিৰ আৱিৰ্ভাৱ হয়।

## মাতলি

মাতলি দেৱৰাজ ইন্দ্ৰৰ ৰথৰ সাৰথি। ৬ষ্ঠ অঙ্কৰ অন্তিম দৃশ্যত আৰু ৭ম অঙ্কত মাতলিৰ আৱিৰ্ভাৱ বৰ তাৎপৰ্যপূৰ্ণ। 'অথৱা শ্ৰুতং ময়া শকুন্তলাং সমাশ্বাসয়ন্ত্যা মহেন্দ্ৰজনন্যা মুখাদ্যজ্ঞভাগোৎসুকা দেৱা এৱ তথানুষ্ঠাসান্তি যথাচিৰেণ ধৰ্মপত্নীং তৰ্ত্তাভিনন্দিষ্যতীতি।' এইদৰে সানুমতীয়ে জনোৱাৰ অব্যৱহিত পৰৱৰ্তী কালতে মাতলিৰ আৱিৰ্ভাৱ হোৱাটো লক্ষণীয় বিষয়।

কালনেমিৰ বংশধৰ দুৰ্জয় নামে দানৱগণক বধ কৰিবলৈ ইন্দ্ৰই দুষ্যন্তক নিবলৈ মাতলিক পঠিয়াইছে। সেই দানৱগণ ইন্দ্ৰৰ বধ্য নহয় (৬।৩০)। মাতলিয়ে ওচৰ চপা সময়ত ৰজা বৰ মোহগ্ৰস্ত হৈ আছে। ৰজাৰ খং তুলিবলৈ আৰু তেওঁৰ বীৰোচিত শক্তিৰ জাগৰণৰ বাবে তেওঁ হংসপদিকাৰ ওচৰলৈ যোৱা ৰজাৰ বয়স্য বিদূষকক আক্ৰমণ কৰে আৰু লোকচক্ষুৰ অন্তৰালত উৎপীড়ণ কৰে। বিদূষকৰ 'ত্ৰাহি মাং বয়স্য' বুলি কৰা চিঞৰ-বাখৰ শুনি আৰু মাতলিৰ (অচিনাকি) প্ৰত্যাহবান শুনি ৰজাৰ শোকভাৱ দূৰ হয় আৰু তেওঁ বীৰোচিতভাৱেৰে উদ্বুদ্ধ হয়। শৰসন্ধান কৰা সময়ত মাতলিয়ে বিদূষকক ত্যাগ কৰি ৰজাৰ ওচৰত দেখা দিয়ে। ৰজাই মাতলিৰপৰা তেওঁৰ আগমনৰ বাতৰি শুনে। লগতে বিদূষকৰ প্ৰতি কৰা আচৰণৰ ব্যাখ্যা মাতলিৰপৰা শুনে। ৰজাই মাতলিৰ আমন্ত্ৰণ গ্ৰহণ কৰে আৰু বিদূষকৰ জৰিয়তে মন্ত্ৰী পিশুনৰ হাতত ৰাজ্যশাসনৰ ভাৰ দি স্বৰ্গলৈ যাত্ৰা কৰে ইন্দ্ৰৰ ৰথেৰে।

স্বৰ্গত দুৰ্জয় দানৱগণক দমন কৰাৰ পাছত (৭ম অঙ্কত) মাতলিয়ে ইন্দ্ৰৰ ৰথেৰে পুনশ্চ দুষ্যন্তক স্বৰ্গৰপৰা হস্তিনাপুৰলৈ লৈ আহে। বাটতে দুয়োৰে মাজত কথোপকথন হয়। তাৰ মাজত ৰজাৰ বিনয়ভাৱৰ আৰু ইন্দ্ৰৰ সৌজন্যবোধৰ প্ৰশংসা মাতলিৰ মুখত শুনিবলৈ পোৱা যায়। সম্ভৱতঃ দেৱৰাজ ইন্দ্ৰৰ নিৰ্দেশক্ৰমে মাতলিয়ে মাৰীচৰ আশ্ৰমৰ অভিমুখে ৰথ পৰিচালনা কৰে। ইন্দ্ৰতাত মাৰীচ আৰু অদিতিৰ আশ্ৰম অদূৰত বুলি জানি ৰজাই স্বাভাৱিকভাৱে 'অনতিক্ৰমনীয়াণি শ্ৰেয়াংসি' বুলি কৈ আশ্ৰম দৰ্শনৰ বাবে অভিলাষ প্ৰকাশ কৰে। মাতলিয়ে দূৰৈৰ পৰা তপস্যাৰত মাৰীচৰ অৱস্থান ভূমি আঙুলিয়াই দিয়ে আৰু অদিতিয়ে প্ৰতিপাল কৰি বঢ়োৱা মন্দাৰবৃক্ষবাজি দেখুৱায়। ৰজাক বৃক্ষবাটিকালৈ নি এজোপা অশোক গছৰ তলত অপেক্ষা কৰিবলৈ কৈ তেওঁ কশ্যপৰ খবৰ ল'বলৈ আশ্ৰমলৈ যায়।

এই অৱসৰতে দুষ্যন্তৰ পত্নী শকুন্তলা আৰু পুত্ৰ ভৰতৰসৈতে মিলন হয়। মাতলিয়ে কিছু সময়ৰ পিছত তালৈ উভতি আহি ৰজাক কয় 'দিষ্ট্যা ধৰ্মপত্নীসমাগমেন

পুত্ৰমুখদৰ্শনেন চায়ুষ্মান্ বৰ্ধতে।' 'হয় মোৰ মনোৰথে ফল ধৰিছে। বাৰু মাতলি, ইন্দ্ৰই এই কথাৰ ভূ পায়, নহয় নে?' - ৰজাই মাতলিক ক'লে। উত্তৰত মাতলিয়ে কৈছে, 'ঈশ্বৰসকলৰ অজ্ঞাত কি আছে? বলক, আয়ুষ্মান এতিয়া ভগৱান মাৰীচক দৰ্শন কৰক।' এইদৰে মাতলিয়ে পুত্ৰ-পত্নীসহ দুষ্যন্তক আগবঢ়াই নি মাৰীচ আৰু অদিতিৰ সৈতে সাক্ষাৎ কৰাইছে। মাৰীচ আৰু দেৱমাতা অদিতিৰ আশীৰ্বাদ লাভ কৰা দুষ্যন্ত, শকুন্তলা আৰু ভৰতক পুনশ্চ মাতলিয়ে হস্তিনাপুৰলৈ ৰথেৰে বহন কৰি নিছে।

ক্ষণিক কালৰ বাবে দেখা গ'লেও মাতলিৰ আগমনে দৰ্শকৰ মনত নাটকৰ নায়ক-নায়িকাৰ মিলন আৱশ্যম্ভাৱী বুলি আশাৰ সঞ্চাৰ হয়। সানুমতীয়ে এই আশা অঙ্কুৰিত কৰি যায়। তাৰে আঁত ধৰি মাতলিয়ে সপুত্ৰ-ধৰ্মপত্নীৰ সৈতে ৰজাৰ মিলন-সেতু ৰচনা কৰে। সকলো কাৰ্য্য সুসম্পন্ন কৰি ৰজাক হস্তিনাপুৰত থৈহে মাতলিয়ে নিশ্চিন্ত মনে স্বৰ্গলৈ ওভতিছে।



# মাৰীচ কশ্যপ আৰু অদিতি দাক্ষায়ণি

অভিজ্ঞানশাকুন্তলমৰ সপ্তমাঙ্ক অনুষ্ঠিত হয় অন্তৰিক্ষলোকত। অন্তৰিক্ষলোকৰ কোনো একাংশত মাৰীচৰ আশ্ৰম। স্বৰ্গ আৰু মৰ্ত্যৰ মাজত এই আশ্ৰমৰ অৱস্থিতি। ইন্দ্ৰৰ ওচৰৰপৰা মাতলি পৰিচালিত ৰথত উঠি নিজৰাজ্য অভিমুখে আহি থকা দুষ্যন্তই দৈৱক্ৰমে মাৰীচৰ আশ্ৰম দেখিবলৈ পায়। কৌতুহল বশতঃ তেওঁ মাতলিক সেয়া কি লোক সুধিলত মাতলিয়ে তেওঁক জনায় যে সেয়া হেমকূট নামে কিম্পুৰুষ-পৰ্বত, ই তপঃসিদ্ধিৰ ক্ষেত্ৰ। ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ বংশধৰ আৰু দেবাসুৰসকলৰ পিতৃ প্ৰজাপতি মাৰীচ সপত্নীক তাত তপস্যা কৰে। ৰজাই "অনতিক্ৰমণীয়ানি শ্ৰেয়াংসি। প্ৰদক্ষিণীকৃত্য ভগৱন্তং গন্তুমিচ্ছামি" বুলি কোৱাত মাতলিয়ে 'প্ৰথমঃ কল্পঃ' বুলি সম্মতি জ্ঞাপন কৰি হেমকূটৰ একাংশত ৰথ ৰাখিলেগৈ। "মাতলিক ৰজাই আকৌ সুধিছে, কোনখিনি ঠাইতনো মাৰীচৰ আশ্ৰম?" উত্তৰত মাতলিয়ে হাতেৰে নিৰ্দেশ কৰি কৈছে 'সৌবা সেই মুনিয়ে সূৰ্যৰ ফালে মুখ কৰি স্থানুৰ দৰে অবিচলভাৱে থিয় হৈ আছে, তেওঁৰ শৰীৰৰ নিম্নাংশ উঁইহাফলুৰে আবৃত, বুকখন বহুতো সাপৰ চোঁচেৰে ঢঁকা, ডিঙিত জীৰ্ণ লতা-বিটপৰ শাখা-প্ৰশাখাই চেপি ধৰিছে, মূৰৰ জটাবোৰ কান্ধত বৈ পৰিছে আৰু তাত ভালেমান চৰাইৰ বাঁহ লাগি ধৰিছে।' মাৰীচৰ প্ৰতি শ্ৰদ্ধাত ৰজা নতমস্তক হৈ 'নমস্তে কষ্টতপসে' বুলি সেৱা জনালে। তেওঁলোকে গৈ অদিতিয়ে বঢ়োৱা মন্দাৰ বৃক্ষৰাজিৰ ওচৰত ওলালগৈ। ৰজাই কেউফালে চাই সেই আশ্ৰম স্বৰ্গতো অধিক নিবৃত্তিস্থান বুলি কৈছে। তেওঁ দেখি আচৰিত হ'ল। বনত কল্পবৃক্ষ আছে, অথচ বায়ু ভক্ষণ কৰি তপাস্বীজনে প্ৰাণ ধাৰণ কৰে। স্বৰ্ণকমলৰ ৰেণুৰে ৰঞ্জিত পানীত শুদ্ধস্নান হয়। ৰত্নশিলৰ ওপৰত বহি কৰে ধ্যান। অপ্সৰাসকলৰ মাজত সংযমাভ্যাস। অন্য মুনিসকলে তপস্যা কৰি যি পাবলৈ আকাঙ্খা কৰে তাৰ মাজত থাকি তপস্যাকৰে হেমকূটবাসীসকলে। বিস্ময় হোৱা স্বাভাবিক।

এনে এক নিবৃত্তিস্থানৰ এচুকত থকা অশোকবৃক্ষৰ তলত থাকি মাতলিলৈ অপেক্ষা কৰোঁতেই ৰজাৰ পত্নী-পুত্ৰৰসৈতে সমাগম হ'ল। ক্ষন্তেক পিছত মাতলিয়ে আগবঢ়াই নি আদিত্যসকলৰ জনক-জননীৰৈসেতে সাক্ষাৎ কৰাইছে সপুত্ৰদাৰ দুষ্যন্তক।

ৰজাক দেখি মাৰীচ আৰু আদিতিৰ অন্তৰত বাৎসল্য ৰস আৰু আত্মীয় ভাবোদয় হৈছে। ঋষিয়ে পত্নীক কৈছে, "দাক্ষায়ণি, তোমাৰ ল'ৰা ইন্দ্ৰৰ যুদ্ধকাৰ্যত যিজনে সদায় আগঠাই পাই, এৱেঁ সেই পৃথিৱীপালক দুষ্যন্ত, এওঁৰ ধনুৰ বলতে ইন্দ্ৰৰ তীক্ষ্ণ বজ্ৰৰ কাৰ্য সম্পন্ন হয় বাবে (বজ্ৰ) ইন্দ্ৰৰ অলঙ্কাৰ হৈহে থাকে।" "এওঁৰ আকৃতি দেখিলেই সেই পৰাক্ৰম অনুভৱ কৰা যায়"- অদিতিয়ে ক'লে। ওচৰ চাপি ৰজাই দুয়োকে প্ৰণাম কৰিলত "চিৰঞ্জীৱী হৈ প্ৰজাপালন কৰিবলৈ" আৰু 'অপ্ৰতিৰথ' হৈ ৰাজ্যপালন কৰিবলৈ দুয়ো আশীৰ্বাদ দিছে। একেদৰে শকুন্তলাই তেওঁলোকক সেৱা জনোৱাত মাৰীচে আশীৰ্বাদ দি কৈছে "বাচা, তোৰ স্বামী হ'ল ইন্দ্ৰতুল্য, পুত্ৰ জয়ন্তোপম আৰু তই শচীৰ দৰে হৈ থাক।" অদিতিয়েও নাৰীসুলভ আশীৰ্বাদ বৰষিছে, "বাচা, তই স্বামীৰ লাগী তিৰুতা হৈ থাকিবি।

তইঁতৰ এই ল'ৰাটোৱে দুয়োৰে আনন্দ বঢ়াব।" মাৰীচে দুষ্যন্ত-শকুন্তলাক কাষত বহুৱাই লৈ শকুন্তলা, ভৰত আৰু দুষ্যন্ত সমাগমক ক্ৰমে শ্ৰদ্ধা, বিত্ত আৰু বিধিৰ দৰে সমাগম হোৱা বুলি কৈছে। তাৰ পিছত দুৰ্বাসাৰ অভিশাপ আৰু হৃত আঙঠিৰ পুনৰুদ্ধাৰৰ ফলত ৰজাৰ স্মৃতি লাভ সম্বন্ধে সকলো ৰহস্য ভেদ কৰি দুষ্যন্ত-শকুন্তলাৰ মনৰপৰা পাৰস্পৰিক সন্দেহ নিৰাসন কৰিছে। সৰ্বদমন সম্বন্ধেও মাৰীচে কৈছে, "শকুন্তলাৰ এই পুত্ৰৰ জাতকৰ্মাদি বিধিমতে সম্পাদন কৰিছোঁ, তাক লাভ কৰি তুমি আনন্দিত হ'বা। অস্খলিত স্থিৰগতি ৰথত উঠি সমুদ্ৰ পাৰ হৈ প্ৰতিদ্বন্দ্বিহীনভাৱে এই সপ্তদ্বীপা বসুমতী জয় কৰিব। নিজ বাহুবলেৰে ইয়াত থকা সকলো জীৱজন্তুক দমন কৰিছে বাবে বালকৰ নাম ৰখা হৈছে 'সৰ্বদমন'; ভৱিষ্যতত লোকসমুদায়ক ভৰণ-পোষণ দিয়াৰ ফলত 'ভৰত' নামে সি জনাজাত হ'ব।" অদিতিৰ অনুৰোধ অনুসৰি মাৰীচে তাৰপিছত দুষ্যন্ত-শকুন্তলাৰ মিলনৰ বাৰ্তা কণ্বক জনাবলৈ গালৱ নামে এজন শিষ্যক মালিনী তীৰলৈ পঠিয়াইছে। মাতলি চালিত ৰথত পুত্ৰ-পত্নী সহ নিজ ৰাজ্যলৈ যাবলৈ আদেশ কৰি দুষ্যন্তক ঋষিয়ে পুনশ্চ কৈছে "তোমাৰ প্ৰজাবৰ্গৰ বাবে ইন্দ্ৰই প্ৰচুৰ বৰষুণ দিয়ক, তুমিও বহুত যজ্ঞানুষ্ঠান কৰি ইন্দ্ৰৰ প্ৰীতি সাধন কৰা; এনেকৈ স্বৰ্গ আৰু মৰতৰ লোকসমুদায়ৰ বাবে হিতকৰ যি হ'ব পাৰে পাৰস্পৰিকভাৱে তাকে সাধন কৰি তোমালোক শতশত যুগ অতিবাহিত কৰা হুক।" তাৰ পাছত দুষ্যন্তই বৰদান খুজি কয়ঃ "যদীহ ভগৱান প্ৰিয় কৰ্তুমিচ্ছতি তৰ্হীদমস্তু-

প্ৰৱৰ্ততাং প্ৰকৃতিহিতায় পাৰ্থিৱঃ
সৰস্বতী শ্ৰুতমহতাং মহীয়তাম্।
মমাপি চ ক্ষপয়তু নীললোহিতঃ
পুনৰ্ভৱং পৰিগতশক্তিৰাত্মভূঃ।। ৭।৩৫

প্ৰকৃতাৰ্থত মাৰীচ আৰু অদিতিৰূপ বিশ্ব-চৰাচৰৰ জনক-জননীয়ে দুষ্যন্ত-শকুন্তলাৰ বিযুক্ত আত্মাক সংযুক্ত কৰাত মহান ভূমিকা গ্ৰহণ কৰে। কণ্বৰ আশ্ৰমত প্ৰস্ফুটিত ফুলৰ ফল ফলিয়াই মাৰীচৰ হেমকূটত। দেহজ প্ৰেমে পালে স্বৰ্গীয় ৰূপ। ৰজাই কোৱা

"উদেতি পূৰ্বং কুসুমং ততঃ ফলং ঘনোদয়ঃ প্ৰাক্তদনন্তৰং পয়ঃ।
নিমিত্তনৈমিত্তিকয়োৰয়ং ক্ৰমস্তৱ প্ৰসাদস্য পুৰস্তু সম্পদঃ।।অঃ শাঃ৭/৩০

কথাৰ সাৰ্থকতা এয়া।

## সেনাপতি ভদ্রসেন

সেনাপতি ভদ্রসেনক ২য় অঙ্কত কন্তেকলৈ নাটকত লগ পোৱা যায়। ধীৰ, স্থিৰ, কাৰ্যকুশল, চতুৰ, ৰাজভক্তিপৰায়ণ আদি গুণ তাৰ মাজতে ওলাই পৰিছে। তেওঁৰ মুখৰপৰাই মৃগয়াৰপৰা লাভ কৰিবপৰা সকল গুণবোৰ শ্ৰৱণ কৰা হয়। যথা—

মেদশ্ছেদকৃশোদৰং লঘু ভৱতি-উত্থানযোগ্যং বপুঃ
সত্ত্বানামপি লক্ষ্যতে বিকৃতিমচ্চিতং ভয়ক্ৰোধয়োঃ।
উৎকৰ্ষঃ স চ ধন্বিনাং যদিষবঃ সিধ্যন্তি লক্ষ্যে চলে
মিথ্যৈৱ ব্যসনং বদন্তি মৃগয়ামিদৃগ্বিনোদঃ কুতঃ।। ২।৫

তেওঁ মৃগয়া বিষয়ত কুশল ব্যক্তি। পুৱাবেলাতেই অৰণ্যৰ বন্যজন্তুবোৰ মৃগয়াৰ সুচলৰ বাবে অৰণ্যচাৰী আৰু অন্য কৰ্মচাৰীৰদ্বাৰা ঘেৰি পেলাইছে আৰু ৰজালৈ অপেক্ষা কৰিছে। অৰণ্যৰ বিষম আৰু প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন হৈও ৰজাক উৎসাহিত কৰিছে। অথচ তেওঁ নিজে জাগৰুৱা। দিন এটালৈ জিৰণি পালেও ভাল পায়। বিদূষকৰ অৱস্থা বুজি, তেওঁক নিজৰ মতত স্থিৰ থাকিবলৈ কৈ তেওঁ ৰজাৰ মন বুজিবলৈ যত্ন কৰিছে। ৰজাৰ নিৰুৎসাহৰ কথা বুজি তেওঁ "যৎপ্ৰভৱিষ্ণৱে ৰোচতে" বুলি বসন্তে নাম থৈছে। নাটকীয় ঘটনাৰ অগ্ৰগতি সূচনা কৰাত এই চৰিত্ৰটিৰ মূল্য বৈখানসৰ সমান নহ'ব পাৰে, কিন্তু সেনাপতিক মৃগয়া বন্ধ কৰিবলৈ দিয়া আদেশতে পৰৱৰ্তী মঞ্চৰ দুৱাৰ মুকলি হৈছে। মৃগয়া চলিলে প্ৰণয়ব্যাপাৰৰ পথ বন্ধ হোৱাৰ সম্ভাৱনা আছিল।

## ৰাজপুৰোহিত সোমৰাত

কৌটিল্যই অৰ্থশাস্ত্ৰত (১।৪।৮) পুৰোহিতৰ যোগ্যতা সম্বন্ধে কৈছে, "পুৰোহিতমুদিতোদিতকুলশীলং ষড়ঙ্গে বেদে নিমিত্তে দণ্ডনীত্যাং চাভিবিনীতমাপদাং দৈৱমানুষীণাম্ অথৰ্বভিৰুপায়ৈশ্চ প্ৰতিকৰ্তাৰং কুৰ্বীত। তমাচাৰ্যং শিষ্যঃ, পিতৰং পুত্ৰো, ভৃত্যঃ স্বামিনমিৱ চানুবৰ্ততে।" (উচ্চকুলত জন্মা, শীল-গুণ বিভূষিত, বেদ-বেদাঙ্গত পটু, জ্যোতিষশাস্ত্ৰ, শকুনশাস্ত্ৰ, দণ্ডনীতিত পাকৈত, অথৰ্ববেদত নিৰ্দিষ্ট উপায়দ্বাৰা দৈৱী আৰু মানৱীয় বিপদ-আপদৰ প্ৰতিকাৰ কৰিবলৈ সমৰ্থ লোকক ৰজাই পুৰোহিত নিযুক্ত কৰিব। শিষ্যই যিদৰে আচাৰ্যক, পিতাক যিদৰে পুত্ৰই আৰু ভৃত্যই যিদৰে গৃহস্বামীক অনুসৰণ কৰে সিদৰে ৰজাই পুৰোহিতক অনুসৰণ কৰিব)।"

ৰজা দুষ্যন্তৰ পুৰোহিত সোমৰাত। চন্দ্ৰবংশীয় ৰজা দুষ্যন্তই নিশ্চয় ওপৰত নিৰ্দিষ্ট গুণবোৰেৰে বিভূষিত বুলি জানিয়েই সোমৰাতক পুৰোহিত পদত অধিষ্ঠিত কৰিছিল আৰু তেওঁক যথাযথ ভাৱে সন্মানৰ চকুৰে চাইছিল। সেয়েহে ঋষিসকলক অভ্যৰ্থনা জনোৱাত পুৰোহিতক প্ৰমুখ্যে কৰি তেওঁ অগ্নিশৰণ গৃহত উপস্থিত হৈছে। ৰজাই পুৰোহিত সোমৰাতক উপাধ্যায় বুলি উল্লেখ কৰিছে। তাৰপৰাও

তেওঁৰ যোগ্যতাসূচক বিদ্যাবুদ্ধিৰ পৰিচয় পোৱা যায়। মনুৱে মনুস্মৃতিৰ ২।১৪১ শ্লোকত উপাধ্যায়ৰ লক্ষণ নিৰূপণ কৰি কৈছে-

একদেশং তু বেদস্য বেদাঙ্গান্যপি বা পুনঃ।
যোঽধ্যাপয়তি বৃত্ত্যৰ্থমুপাধ্যায়ঃ স উচ্যতে।।

"যি ব্ৰাহ্মণে নিজৰ বৃত্তিৰ বাবে বেদৰ অংশ বিশেষ আৰু বেদাঙ্গ-ছয় অধ্যাপনা কৰে তেওঁকে উপাধ্যায় কোৱা হয়।" ইয়াৰপৰা অনুমান হয় যে সোমৰাত কেৱল পুৰোহিতেই নাছিল বৰঞ্চ তেওঁ ৰজাই পৃষ্ঠপোষকতা কৰা ৰাজধানীস্থ বেদ-পাঠশালাৰ অধ্যাপকো আছিল। এনে এজন ব্যক্তিয়ে "হে তপস্বীসকল, সৌৱা চাৰি বৰ্ণ আৰু চাৰি আশ্ৰম-ধৰ্মৰ ৰক্ষক ৰজাই এবাৰ ধৰ্মাসন এৰি গৈও পুনশ্চ আহি আপোনাসকললৈ অপেক্ষা কৰিছে" বুলি শাৰ্ঙ্গৰৱ প্ৰভৃতিৰ দৃষ্টি আকৰ্ষণ কৰাত 'মহাব্ৰাহ্মণ'ৰূপ নিন্দাবাণী শুনিবলগীয়া নিশ্চয় নাছিল। কথোপকথনৰ প্ৰাৰম্ভতে অনাৱশ্যকভাৱে শুনা এনে নিন্দাসূচক বাক্যবাণেৰে বিদ্ধ হৈ পুৰোহিতে ৰজা আৰু শাৰ্ঙ্গৰৱৰ বাক-বিতণ্ডাত সম্পূৰ্ণ নিৰপেক্ষ হৈ থকাটো লক্ষণীয় বিষয়। তেওঁ ৰজাৰ দৃষ্টি আশ্ৰমবাসীসকলৰ প্ৰতি আকৰ্ষণ কৰিয়ে নিৰ্লিপ্ত-নিৰুদ্বিগ্ন চিত্তে সমুখত ঘটিত তৰ্কজাল শুনি গৈছে। তেওঁ জানে তেওঁৰ সমুখত দুজন ধৰ্মবীৰে এক ধৰ্মযুদ্ধত অৱতীৰ্ণ হৈছে নিমাখিতা, নিৰ্মল চৰিত্ৰৱতী শকুন্তলাক লৈ। তেওঁ দেখিছে দুম'হৰ যুঁজত বিৰিণাৰ মৰণ। তেওঁৰ পিতৃ-হৃদয় বাৎসল্যৰসেৰে সিক্ত হৈছে আৰু শকুন্তলাৰ প্ৰতি দয়াৰ্দ্ৰ-হৃদয়ত মানৱীয় অনুভূতি জাগি উঠিছে। যেতিয়া দেখিলে যে তপস্বীসকলে শকুন্তলাক এৰি থৈ যাবলৈ উদ্যত হৈছে আৰু ৰজাইয়ো ধৰ্মভীৰুতাৰ বাবে কিংকৰ্তব্যবিমূঢ় আৰু শকুন্তলা নিঠৰুৱা হৈ ব্যাকুল হৈছে তেতিয়া তেওঁ মধ্যস্থতা কৰিবলৈ আগবাঢ়ি আহিল। ৰজাক পৰামৰ্শ দি তেওঁ ক'লে, "অত্ৰভৱতী তাৱদ্ অস্মদ্ গৃহে তিষ্ঠতু। কৃত ইদমুচ্যত ইতি চেৎ। ত্বং সাধুভিৰাদিষ্টপূৰ্বঃ প্ৰথমমেৱ চক্ৰৱৰ্তিনং পুত্ৰং জনয়িষ্যসীতি। স চেন্মুনিদৌহিত্ৰস্তল্লক্ষণোপপন্নো ভৱিষ্যতি অভিনন্দ্য শুদ্ধান্তমেনাং প্ৰৱেশয়িষ্যসি। বিপৰ্যয়ে তু পিতুৰস্যাঃ সমীপনয়নমৱস্থিতমেৱ।"

এইদৰে শকুন্তলাক 'বৎসে অনুগচ্ছ মাম্' বুলি কৈ তেওঁলোকে অগ্নিশৰণ গৃহত্যাগ কৰা [illegible] শকুন্তলাই "ভগৱতি বসুধে দেহি মে বিৱৰম্" বুলি বিলাপ কৰিবলৈ ধৰিলে। হঠাতে কোনো এক জ্যোতিয়ে শকুন্তলাক আলফুলকৈ তুলি অন্তৰ্হিত হোৱা দেখি পুৰোহিত আচৰিত হ'ল আৰু উভতি আহি ৰজাক সেই অদ্ভুত কথা শুনালেহি,

'দেৱ পৰাবৃত্তেষু কণ্বশিষ্যেষু-
সা নিন্দন্তী স্বানি ভাগ্যানি বালা বাহূৎক্ষেপং ক্ৰন্দিতুং চ প্ৰবৃত্তা।
স্ত্ৰীসংস্থানং চাপ্সৰস্তীৰ্থমাৰাদুৎক্ষিপ্যৈনাং জ্যোতিৰেকং জগাম।। ৫।৩০

(মহাৰাজ, কণ্বৰ শিষ্যসকল গুচি যোৱাত, সেই তৰুণীয়ে নিজৰ ভাগ্যক নিন্দা কৰি হাত এছাৰি এছাৰি কান্দিবলৈ ধৰিলে। তেনেতে অপ্সৰাতীৰ্থৰ কাষৰপৰা অহা স্ত্ৰীলোকৰ নিচিনা বিদ্যুৎজ্যোতিয়ে তেওঁক তুলি লৈ অদৃশ্য হৈ পৰিল।" এইদৰে পুৰোহিতৰ চৰিত্ৰৰ বলতো নাট্যকাৰে নাটকীয় ঘটনাৰ কিছু প্ৰগতি সাধন কৰিছে।

## ৰাজশ্যালক

ৰাজশ্যালকক সংস্কৃত নাটকত সাধাৰণতে নগৰৰক্ষক (Chief of the City Police = S.P.) হিচাপে চিত্রিত কৰা দেখা যায়[১]। আলোচ্য নাটকৰ ৫ম আৰু ৬ষ্ঠ অঙ্কৰ মাজৰ প্ৰৱেশকত শ্যালকক ক্ষন্তেকলৈ দেখা যায় আৰু ৬ষ্ঠ অঙ্কত তেওঁৰ নামোল্লেখ হয়। তেওঁৰ নাম মিত্রাৱসু। শ্যালকে দুজন ৰক্ষীৰ সহায়ত এজন ধীৱৰ বা মৎস্যজীৱীলোকক কৰায়ত্ত কৰি আনে। ধীৱৰে ৰজাৰ নামাঙ্কিত আঙঠি এটা বিক্ৰি কৰিবলৈ যাওঁতে কৰ্তব্যৰত ৰাজশ্যালকৰ ৰক্ষীসকলৰ হাতত ধৰা পৰে। ধীৱৰক মাৰ-ধৰ কৰাত সি আঙঠিটো ইন্দ্ৰতীৰ্থৰ ওচৰত নদীত ধৰা এটা ৰোহিত বা ৰৌমাছৰ পেটত পোৱা কথা জনায়। ৰাজশ্যালকে সুস্থভাৱে ৰক্ষী দুজনক মাৰ-ধৰৰপৰা বিৰত কৰি ধীৱৰৰ মুখৰপৰা সকলো কথা শুনে আৰু তাৰ গাত মাছৰ গোন্ধ পাই তাক মৎস্যজীৱী বুলি ঠিৰাং কৰে। তাৰ পাছত তেওঁ আঙঠিটো সম্বন্ধে অনুসন্ধান কৰিবলৈ ৰজাৰ ওচৰলৈ যায়। ৰজাৰ ওচৰৰপৰা উভতি আহিয়েই তেওঁ মাছমৰীয়াক হাতকেৰেয়াৰপৰা মুকলি কৰি দিয়ে আৰু ৰজাই ধীৱৰক দিয়া আঙঠিটোৰ দামখিনি পুৰস্কাৰ দিয়া কথা কয়। ইয়াৰ কাৰণ সুধিলত ৰাজশ্যালকে আটাইকে জনায় যে ৰজাই আঙঠিটো দেখিলত কোনো প্ৰিয়জনৰ কথা তেওঁৰ মনত পৰিছে আৰু গম্ভীৰ প্ৰকৃতিৰ হ'লেও ক্ষন্তেকলৈ তেওঁ বিচলিত হয়। ধীৱৰে পোৱা পুৰস্কাৰৰ আধাৰে শ্যালক আৰু ৰক্ষীসকলক 'ফুলৰ দাম' দিব খুজিলত আটায়ে মদ বেচা দোকানলৈ যায়। শ্যালকে ধীৱৰক 'প্ৰিয়বন্ধু' হিচাপে স্বীকৃতি দিয়ে। সুৰা সাক্ষী কৰি নতুন বন্ধুত্ব স্থাপন কৰা উচিত বুলি মদৰ দোকানত প্ৰৱেশ কৰে। ৰাজশ্যালকৰ চৰিত্ৰটি ৰক্ষী আৰু ধীৱৰৰসৈতে সামূহিকভাৱে পঞ্চম অঙ্কত শকুন্তলাৰ বিচ্ছেদত পৰা শোকৰ ছাঁ অপনয়নত সহায় কৰে।

সূত-

মৃগয়া কৰিবলৈ ওলোৱা ৰজা দুষ্যন্তক ৰথত আৰোহণ কৰাই সূতে ৰথ চালনা কৰে। তেওঁ মৃগানুসাৰী ৰজাক পিণাকপাণি শিৱৰসৈতে তুলনা কৰে-

কৃষ্ণসাৰে দদচ্চক্ষুস্ত্বয়ি চাধিজ্যকাৰ্মুকে।
মৃগানুসাৰিণং সাক্ষাৎপশ্যামীৱ পিনাকিনম্।। ১।৬

সংস্কৃতভাষী, উচ্চজাতীয় সূতে শ্লোকবদ্ধ ভাষাৰে এনেদৰে মৃগয়াকালত লৰি পলোৱা হৰিণৰ সুন্দৰ বৰ্ণনা (মুক্তেষু ৰশ্মিষু ইত্যাদি ১।৬) দাঙি ধৰিবলৈ সক্ষম। ওখোৰা-মোখোৰা অৰণ্যভূমিত ৰথ চলোৱাত সূত বৰ পাকৈত। আৱশ্যক অনুসৰি তেওঁ ঘোঁৰাৰ গতি নিয়ন্ত্ৰণ কৰে। তেওঁৰ দৃষ্টিশক্তি প্ৰখৰ। সেয়েহে পোনতে ৰজাৰ শৰসন্ধান আৰু চলমান লক্ষ্য হৰিণটিৰ মাজত থিয় হোৱা বৈখানসক দেখে আৰু ৰজাক সেই কথা জনায়। ৰজাৰ আদেশত তেওঁ ৰথৰ গতি নিয়ন্ত্ৰণ কৰে। বৈখানসৰ লগত হোৱা ৰজাৰ কথোপকথনৰ পিছত পুনঃ ৰজাক আশ্ৰমৰ

---

১। মৃচ্ছকটিকতো একেধৰে ৰাজশ্যালক শকাৰৰ ভূমিকা পোৱা যায়।

দুষ্যন্তৰ্শনিলৈ বথত তুলি নিয়ে। তেওঁক ঘোঁৰাকেইটা স্নান কৰাবলৈ আদেশ কৰি ৰজাই বিনীতবেশে আশ্ৰমত প্ৰৱেশ কৰে। ২য় অঙ্কত ঋষিকুমাৰ দুজনে ৰজাক 'সাৰথিদ্বিতীয়েন' -সাৰথিৰেসৈতে -আশ্ৰমত ইষ্টবিঘ্ন প্ৰশমনৰ বাবে আমন্ত্ৰণ জনায়। ৪ৰ্থ অঙ্কৰ প্ৰাৰম্ভপৰ্য্যন্ত (৩য় অঙ্কৰ অন্ত?) তেওঁ ৰজাৰসৈতে আশ্ৰমত থাকিও শকুন্তলাৰসৈতে ৰজাৰ প্ৰণয় বিষয়ক কথা অজ্ঞাত হৈ থকাটো নাটকীয় দৃষ্টিত তাৎপৰ্যপূৰ্ণ কথা।

## কঞ্চুকী বাতায়ন-

ৰাজঅন্তঃপুৰত ৰাজকাৰ্যৰ তদাৰক লওঁতা ৰাজকৰ্মচাৰীসকলৰ অন্যতম হ'ল কঞ্চুকী। কঞ্চুক নামৰ দীঘল চোলা পৰিধান কৰে বুলিয়েই তেওঁক কঞ্চুকী আখ্যাৰে মতা হয় (কঞ্চুকঃ বাৰৱাণোঽস্য অস্তীতি কঞ্চুকী)। তেওঁৰ অন্য আখ্যা সৌবিদল্ল। জাতিত ব্ৰাহ্মণ আৰু বয়োজেষ্ঠ হোৱা নিয়ম। কঞ্চুকীৰ লক্ষণ ভৰতে এইদৰে নাট্যশাস্ত্ৰত দিছে-

'অন্তঃপুৰচৰো বৃদ্ধো বিপ্ৰো গুণগণান্বিতঃ।
সৰ্বকাৰ্যাৰ্থকুশলঃ কঞ্চুকীত্যভিধীয়তে॥' নাঃ শাঃ ২৪।৫৮

"বয়সত বৃদ্ধ, জাতিত ব্ৰাহ্মণ, সকলো সজগুণেৰে বিভূষিত আৰু সমস্ত ৰাজকাৰ্যত পৈণত অন্তঃপুৰচাৰী ৰাজবিষয়াকে কঞ্চুকী বোলা হয়।"

মাতৃগুপ্তাচাৰ্যই সামান্য পৃথকভাৱে কঞ্চুকীৰ লক্ষণ নিৰূপণ কৰি গৈছে-

"যে নিত্যং সত্যসম্পন্নাঃ কামদোষবিৱৰ্জিতাঃ।
জ্ঞান-বিজ্ঞানকুশলাঃ কঞ্চুকীয়াস্তু তে স্মৃতাঃ॥

যিসকল (অন্তঃপুৰচাৰী ৰাজবিষয়া) সদা সত্যবাদী, কামাদি দোষ নাইকিয়া, জ্ঞানত নিপুণলোককে কঞ্চুকীয় বুলি জনা যায়।"

কঞ্চুকীৰ বয়োবৃদ্ধত্ব, সংস্কৃতভাষীত্ব আৰু গাম্ভীৰ্যগুণৰ উমান তেওঁৰ নিজৰ কথাৰপৰা বুজিব পাৰি। যেনে-

আচাৰ ইত্যৱহিতেন ময়া গৃহীতা
যা বেত্ৰযষ্টিৰৱৰোধগৃহেষু ৰাজ্ঞঃ।
কালে গতে বহুতিথে মম সৈৱ জাতা
প্ৰস্থানবিক্লৱগতেৰৱলম্বনাৰ্থা॥ ৫।৩

"একালত ৰাজান্তঃপুৰত বিষয়াৰূপে নিযুক্ত হৈ আচাৰাৰ্থে যি বেতৰ লাঠি হাতত লৈ ফুৰিছিলোঁ বহুদিন কটোৱাৰ পিছত এতিয়া উঠি ফুৰোঁতে হাতভৰি কঁপে বুলিয়েই সেই লাঠিত ভৰ দি থিয় হ'বলগীয়া হৈছে।"

কঞ্চুকী স্বকৰ্তব্য সচেতন। দিনৰ আগভাগত ধৰ্মাসনত বহুবেলি কাৰ্য্যনিৰ্বাহ কৰি কন্তেক জিৰণি লৈ থকা ৰজাক আমুনি দিবলৈকো তেওঁ অনিচ্ছুক। ৰজাৰ প্ৰতি আনুগত্যৰ বাবে তেনেভাৱ তেওঁৰ মনলৈ অহা নাই। ৰজাৰ প্ৰতি অনুৰক্তি বশতঃ তেনে ভাব তেওঁৰ হৈছে। তেওঁ উপলব্ধি কৰিব পাৰিছে যে ৰাজশাসন কাৰ্যত বিশ্ৰামৰ স্থান নাই। কাৰণ সূৰ্যৰ ৰথত এবাৰ ঘোঁৰা যুতি দিয়াৰ পাছত তাক আৰু মুকলি কৰি দিয়া নহয়, বতাহ দিনে-ৰাতিয়ে বলি থাকে, অনন্ত নাগে অনৱৰতে পৃথিৱীৰ ভাৰ বহন কৰে আৰু প্ৰজাৰ কৰ আহৰণ কৰা ৰজাৰো একে ধৰ্ম।

(ভানুঃ সকৃদ্যুক্ততুৰঙ্গ এৱ্ ৰাত্ৰিন্দিৱং গন্ধৱহঃ প্ৰয়াতি।
শেষঃ সদৈৱাহিতভূমিভাৰঃ ষষ্ঠাংশবৃত্তেৰপি ধৰ্ম এষঃ।। ৫।৪)

কঞ্চুকীয়ে গৈ ৰজাক বাতৰি দিয়েগৈ যে হিমালয় উপত্যকাত অৱস্থিত আশ্ৰমৰ কাশ্যপ মুনিৰ বতৰা লৈ নাৰী সমেত জনদিয়েক তপস্বীয়ে ৰাজদৰ্শনৰ বাবে দুৱাৰত অপেক্ষা কৰিছে। ৰজাই কাশ্যপৰ সন্দেশ লৈ কণ্বাশ্ৰমৰ তপস্বীৰ আগমনৰ কথা শুনি পুৰোহিত সোমৰাতৰ ওচৰলৈ কঞ্চুকীক পঠিয়ায়।

কঞ্চুকীয়ে কণ্বশিষ্যৰ আগমনৰ বতৰা ৰজাক জনাবলৈ দ্বিধাগ্ৰস্ত হোৱাতেই তপস্বীসকলৰ দৌত্যৰ বিফলতা সূচিত হৈছে। তাৰ বাবে কৰ্তব্যাপৰায়ণ অথচ ৰাজানুৰক্ত কঞ্চুকীৰ নিয়োগৰ যৌক্তিকতা প্ৰৱৰ্তিত হৈছে।

ষষ্ঠ অঙ্কত কঞ্চুকীয়ে ৰজা দুষ্মন্তই (শকুন্তলাবিৰহজনিত কাৰণত) ৰাজ্যত বসন্তোৎসৱ নিষেধ কৰা কথা ঘোষণা কৰে। পৰিচাৰিকাসকলৰ প্ৰশ্নৰ উত্তৰত জনায় যে কোনো কাৰণত ৰজাই শকুন্তলাৰ কথা পাহৰি গৈ তেওঁক প্ৰত্যাখ্যান কৰিলে, আৰু পিছত নিজৰ (হাতৰ) আঙঠি এটি (যিটি শকুন্তলাক দিয়া হৈছিল) পুনশ্চ দেখি হঠাতে শকুন্তলাৰ স্মৃতি জাগৃত হোৱাত ৰজাই বিৰহত ব্যাকুল হৈছে। সেইবাবে তেওঁ ৰাজ্যত বসন্তোৎসৱ নিষেধ কৰিছে। তেওঁ এতিয়া সুন্দৰ বস্তু দেখি মনত কষ্ট পায়। (অস্মাৎ প্ৰভৃতো বৈমনস্যাদুৎসৱঃ প্ৰত্যাখ্যাতঃ)। এনে কাৰণতে উপবনত যাতে কোনেও উৎসৱৰ আয়োজন নকৰে তাৰ ওপৰত কঞ্চুকীয়ে চোকা দৃষ্টি ৰাখিছে।

দুষ্মন্ত উপবনলৈ অহাত কঞ্চুকীয়ে তেওঁ যথাবিহিত কৰ্তব্য কৰিছে বুলি কোৱাত ৰজাই তেওঁক নিজৰ কাৰ্যলৈ ঘূৰাই পঠিয়ায়।

এইদৰে ৫ম আৰু ষষ্ঠ অঙ্কত কঞ্চুকীৰ চৰিত্ৰ আৰু সংলাপৰ জৰিয়তে নাট্যকাৰ্যৰ অগ্ৰগতি সাধিত হৈছে। কঞ্চুকীৰ চৰিত্ৰৰ মাজেৰে তাহানিৰ ৰাজকাৰ্যৰ স্বৰূপ ব্যাখ্যাও কৰা হৈছে। ক্ষুদ্ৰ হ'লেও এনে চৰিত্ৰ অঙ্কনৰদ্বাৰা কবিয়ে অতি স্বাভাৱিকভাৱে নাট্যকৰ্ম প্ৰসাৰিত আৰু প্ৰসাধিত কৰাটো মন কৰিবলগীয়া বিষয়।

**প্ৰতীহাৰী (বেত্ৰৱতী)** – পুৰণি কালত ৰাজপুৰীৰ দ্বাৰদেশ প্ৰতীহাৰী নামে এশ্ৰেণী নাৰী ৰাজ-বিষয়াৰ দ্বাৰা ৰক্ষিত হৈছিল যেন অনুমান হয়। ভাসৰ প্ৰতিজ্ঞাযৌগন্ধৰায়ণ, স্বপ্নবাসৱদত্তা, অৱিমাৰক, অভিষেক, প্ৰতিমা, কালিদাসৰ অভিজ্ঞানশাকুন্তলম্, বিক্ৰমোৰ্বশীয়ম্, মালৱিকাগ্নিমিত্ৰম্, ভৱভূতিৰ উত্তৰৰামচৰিত আদিত কঞ্চুকী আৰু প্ৰতীহাৰী প্ৰভৃতি চৰিত্ৰৰ সুপ্ৰয়োগ চকুত পৰে। তদানীন্তন কালৰ ৰাজঅন্তঃপুৰত নাৰী আৰু পুৰুষ, ৰাজবিষয়াসকলৰ কৰ্মবিভাজন আৰু কৰ্তব্যনিষ্ঠা আদি গুণগত বৈশিষ্ট্য। নাটকীয় প্ৰয়োজনত সন্নিবিষ্ট হোৱা চৰিত্ৰ সাধাৰণতে ৰাজনিয়োগৰ বাহিৰতে থকা দেখা যায়। নাট্য প্ৰয়োজনত নিযুক্ত লোকসকলৰ প্ৰৱেশ-প্ৰস্থান নাট্যকাৰৰ ঈঙ্গিতত হয় আৰু ৰাজনিয়োগত থকাসকল ৰজাৰ নিৰ্দেশত চলে (অথচ নাট্যকাৰে আঁৰৰপৰা পুতলা নাচৰ সূত্ৰধাৰৰ দৰে নচুৱায়)। প্ৰতীহাৰীৰ চৰিত্ৰ ৰাজনিয়োগৰ অন্যতম উদাহৰণ।

ভৰতে নাট্যশাস্ত্ৰত (২৪।৪৪) প্ৰতীহাৰীৰ লক্ষণ দি কৈছেঃ

সন্ধিবিগ্ৰহসম্বন্ধনানাকাৰ্যসমুত্থিতম্।
নিবেদয়ন্তি কাৰ্যং যাঃ প্ৰতীহাৰ্যস্তু তাঃ স্মৃতাঃ।।

'ৰজাৰ দুৱাৰত চিৰজাগ্ৰত থাকি সন্ধিবিগ্ৰহ আদি নানান কাৰ্যসম্বন্ধে তাঁৰৰ বতৰা ৰজাক জনাই থকাসকল প্ৰতীহাৰী বিষয়া।'

দুষ্যন্ত নিযুক্ত প্ৰতীহাৰীৰ নাম বেত্ৰৱতী। ৫ম অঙ্কত কঞ্চুকীয়ে ৰজাক কণ্বাশ্ৰমৰ তপস্বীসকল ৰজাৰ ওচৰলৈ অহাৰ বতৰা দিয়া সময়ত বেত্ৰৱতী দুষ্যন্তৰ ওচৰতে আছিল। তেৱেঁই ৰজাক অগ্নিশৰণ গৃহলৈ আগবঢ়াই নিয়ে। কি কাৰণনো ঋষিসকলে তেওঁক সাক্ষাৎ কৰিবলৈ আহিছে ৰজাই সুধিলত বেত্ৰৱতীয়ে কৈছে, "(ইষ্টৰক্ষাৰ সময়ত দেখুৱা) আপোনাৰ সজ ব্যৱহাৰত সন্তুষ্ট হৈয়েই আপোনাক অভিনন্দন জনাবলৈ ঋষিসকল অহা বুলিয়েই মই ভাবোঁ।" বেত্ৰৱতীৰ ভাষণৰ ক্ষুদ্ৰাংশৰপৰা অনুমান হয় এই প্ৰতীহাৰীজনী বৰ তীক্ষ্ণ বুদ্ধিসম্পন্ন আৰু মানুহৰ আন্তৰিক ভাবাবেগ বুজিবলৈ সমৰ্থ আছিল। ৰজা আৰু ঋষিসকলৰ কথোপকথন তেওঁ মনোযোগেৰে অনুধাৱন কৰিছে। মাজে মাজে ৰজাৰ মনোভাৱ সম্বন্ধে নিজে নিজে অনুমানসিদ্ধ মন্তব্যও দিছে। ঋষিসকলক লক্ষ্য কৰি তেওঁলোকৰ হাব-ভাব বুজি কৈছে, "মহাৰাজ, ঋষিসকলক বৰ প্ৰসন্নবদন যেন দেখিছোঁ। তাৰপৰা অনুমান হয় তেওঁলোক সুখজনক-শান্তিবিধায়ক কাৰ্য আগতলৈয়েই আহিছে।" ৰজাই শকুন্তলাক দেখি চিনিবলৈ নোৱাৰি কোননো এইজনী বুলি প্ৰশ্ন কৰাত প্ৰতীহাৰীয়ে কৈছে, "দেৱ, সেইকথা জানিবলৈ মোৰো কুতূহল হৈছে, কিন্তু মোৰ বুদ্ধিয়ে তাৰ উত্তৰ ঢুকি নাপায়। কিন্তু নাৰীজনী দেখিবলৈ বৰ ধুনীয়া।" ৰজাই, "ভ্ৰমৰ ইৱ বিভাতে কুন্দমন্তস্তুষাৰং ন চ খলু পৰিভোক্তুং নাপি শক্নোমি হাতুম্" (৫।১৯) বুলি দ্বিধাগ্ৰস্ত হোৱা ভাৱ বুজি প্ৰতীহাৰীয়ে মনে মনে কৈছে, "অহো ধৰ্মাপেক্ষিতা ভৰ্তুঃ। ইদৃশং নাম সুখোপনতং ৰূপং দৃষ্ট্বাকোহন্যো বিচাৰয়তি।" পঞ্চম অঙ্কৰ শেষত তেওঁ ৰজাক শয়নগৃহলৈ আগবঢ়ায় নিয়ে।

ষষ্ঠ অঙ্কতো এইজনী প্ৰতীহাৰীক কৰ্তব্যৰতাৱস্থাত দেখা যায়। পোনতে ৰজাই বেত্ৰৱতীক মন্ত্ৰী পিশুনৰ ওচৰলৈ পঠিয়াই। ৰজাই বেলিকৈ শোৱাপাটি এৰা বাবে

তেওঁ ধৰ্মাসনত নবহে। এতেকে কিবা দৰকাৰী পৌৰকৰ্ম কৰিবলগীয়া থাকিলে মন্ত্ৰীয়ে যেন লিখিতভাৱে ৰজাক জনায়। ৰজাই তাৰবাবে উদ্যানতে অপেক্ষা কৰি ৰ'ল। এনেদৰে ৰজাই বেত্ৰৱতীক পিশুনৰ ওচৰলৈ পঠিয়ায় ৰজাই প্ৰিয়বিৰহত বিহ্বলাবস্থা প্ৰাপ্ত হ'ল। তেওঁৰ এই কাৰ্যত ৰাণী বসুমতীয়ে হস্তক্ষেপ কৰাত বাধা পৰিল কাৰ্যব্যাপৃতা প্ৰতীহাৰীৰ প্ৰত্যাবৰ্তনত। পিশুনৰপৰা লিখিত কাগজ হাতত লৈ বেত্ৰৱতী ৰজাৰ ওচৰলৈ অহা দেখি ৰাণী ৰজাৰ ওচৰলৈ নাহিল। বেত্ৰৱতীয়ে বহন কৰি আনিছে ধনমিত্ৰ বণিকৰ মৃত্যুসংবাদ। তাকে শুনি ৰজা দুঃখিত হ'ল। অপুত্ৰক বহুপত্নীক বণিকৰ কোনো স্ত্ৰী অন্তঃসত্ত্বা নে ৰজাই বেত্ৰৱতীকেই সুধিছে। সাকেতৰ বণিকৰ জীয়াৰীৰ পুংসৱন হৈছিল বুলি প্ৰতীহাৰীয়ে ৰজাক ক'লে। গৰ্ভস্থ সন্তানেই বনিকৰ সম্পত্তিৰ অধিকাৰ ৰজাৰ আদেশ মতে পুৰীৰ বাহিৰত ঘোষণা কৰি দিলে যে "বন্ধুবিযুক্তসকলে এতিয়াৰপৰা ৰজাক বন্ধু হিচাপে পাব" আৰু সেই কথা পৌৰসকলে আনন্দেৰে গ্ৰহণ কৰা কথাও ৰজাক কয়।

ধনমিত্ৰৰ কথাই ৰজাক নিজৰ অনপত্যতাৰ বাবে দুঃখ দিয়ে। প্ৰতীহাৰীয়ে ৰজাক সান্ত্বনা দিয়ে। কিন্তু ৰজা বিমূৰ্চ্ছিত হয়। তেতিয়া প্ৰতীহাৰীয়ে ৰজাক সান্ত্বনা দিয়াৰলৈ বিদূষকক বিচাৰি ঢাপলি মেলে। বিদূষক মাতলিৰ কবলত পৰাত (কোনোবা দৈত্য-দানৱে তেনে কৰিছে বুলি) তেওঁৰ উদ্ধাৰৰ বাবে প্ৰতীহাৰীয়ে চিঞৰ বাখৰ কৰি ৰজাৰ ওচৰলৈ যায়। ধনুৰ্বাণ হাতত লোৱা ৰজাক তেওঁৱেই আকৌ 'সোপানমাৰ্গ' দেখুৱাই লৈ যায়।

এইদৰে দেখা যায় ৰাজপুৰীত প্ৰতিহাৰীয়ে সততে ৰজাৰ আলপৈচান ধৰি ৰজাক ৰাজকাৰ্যত সহায় কৰিছে। লগতে তেওঁ নাট্যকাৰ্যও আগবঢ়ায় নিছে।

ওপৰত বিৱৰণ দিয়া গুৰু আৰু লঘু চৰিত্ৰসকলৰ উপৰিও আন ভালে কেইটা ক্ষুদ্ৰ ভূমিকাবিশিষ্ট চৰিত্ৰ নাটকত পৰিৱেশিত হৈছে। তাৰ সৰহাংশই সকসুৰা ৰাজবিষয়া। (১) ৰৈৱতক নামে দুৱৰীয়ে ২য় অঙ্কত সেনাপতিক ৰজাৰ ওচৰলৈ মাতি আনিছে, আৰু ৰজাক ইষ্টিবিঘ্ন নাশৰ বাবে আশ্ৰমলৈ আমন্ত্ৰণ জনাবলৈ অহা ঋষিকুমাৰ দুজন অহা বাতৰি পৰিবেশন কৰিছে। ৰৈৱতকে পিছত ৰাজমাওৰ ওচৰৰপৰা কৰভক অহা বাতৰি ৰজাক দিছে। একেদৰে ঋষিকুমাৰ আৰু কৰভক প্ৰভৃতিক ৰজাৰ ওচৰলৈ আনিছে। (২) ২য় অঙ্কত দুজন ঋষিকুমাৰে ৰজাক ইষ্টিবিঘ্ন নাশৰ বাবে আমন্ত্ৰণ কৰিবলৈ আহিছে। যি সময়ত ৰজাই শকুন্তলাৰ কথা চিন্তা কৰি পুনঃ আশ্ৰমত সোমোবাৰ উপায় বিচাৰিবলৈ বিদূষকক কৈছিল, তেনে সময়ত ঋষিকুমাৰদ্বয়ৰ অযাচিত আগমনে নাটকৰ নিৰ্বিঘ্ন অগ্ৰগতি অব্যাহত ৰখাত সহায় কৰে। ঋষিকুমাৰদ্বয়ে ৰজাৰ বিষয়ে দিয়া মন্তব্য (শ্লোক ২/১৪-১৫) অধ্যাক্ৰান্তা ইত্যাদি আৰু নৈতচ্চিত্ৰং ইত্যাদিও স্মৰণীয়। (৩) ২য় অঙ্কত শেষলৈ আহে ৰাজমাওৰ দূত কৰভক। 'অহা চান্দ্ৰমাসৰ ৪ৰ্থ দিনত ৰাজমাতৰ পাৰণ উপলক্ষ্যে ৰজাক ৰাণীমাওৰে মাতিছে।' ৰজা যাব নোৱাৰা বাবে বিদূষকে ৰাণীমাওৰ ওচৰলৈ পঠোৱা হ'ল। কৰভকৰ দৌত্যৰ ফলত বিদূষকক, আশ্ৰমৰ পৰা আঁতৰাই পঠোৱাত নাটকীয় কাৰ্যৰ পৰিবৰ্দ্ধন সহজ হ'ল, যিটো ষষ্ঠ অঙ্কত পুনঃস্মৰণ কৰা দেখা যায়। (৪) চতুৰ্থ অঙ্কত বিষ্কম্ভকত দুৰ্বাসাৰ আবিৰ্ভাৱ আৰু আতিথ্য বঞ্চনাই অভিশাপ বৰ্ষণ কৰিলে। ফলত নাটকীয় ঘটনাৰ চক্ৰ পৰিবৰ্তিত হয় আৰু তাৰ ৰেহৰূপে মোহনীয় আৰু মহনীয় হৈ পৰে। (৫) ৪ৰ্থ অঙ্কত আদিতে ঋষিৰ শিষ্য এজনে উষাকালত কণ্ব প্ৰৱাসৰপৰা উভতি অহা সংবাদ জনায়। ৰাতি পুৱাবৰ সময় লক্ষ্য কৰি গুৰুক হোমবেলাৰ কথা জনাবলৈ যায়।

(৬) ৪ৰ্থ অঙ্কত তাপসীসকলে শকুন্তলাক বিদায়কালীন সম্বৰ্দ্ধনা জনায় আৰু আশীৰ্বাদ দিয়ে এওঁলোকৰ সংখ্যা তিনি। (৭) শকুন্তলাৰ বিদায় বেলাত নাৰদ আৰু গৌতম অভিধেয় দুজন ঋষিকুমাৰে শকুন্তলালৈ বনদেৱতাসকলে দিয়া উপহাৰ আনে। (৮) পঞ্চম অঙ্কৰ আদিতে দুষ্যন্তৰ অন্যতমা ৰাণী হংসপদিকাৰ গীতধ্বনি শুনা যায়। হংসপদিকাৰ ৰাগপৰিবাহিনী গীতিয়ে ৰজাক নিপুণভাৱে তিৰস্কৃত কৰে। ই শকুন্তলাক অস্বীকাৰ কৰাৰ পূৰ্বাভাস দিয়ে। (৯) পঞ্চম অঙ্কতে নেপথ্যত গোৱা বৈতালিক যুগলৰ গীতি শুনা যায়। তেওঁলোকৰ প্ৰসংশাময় গীতে ৰজাৰ ক্লান্তি দূৰ কৰে আৰু কৰ্মত প্ৰবৃত্ত হ'বলৈ উৎসাহ দিয়ে। (১০) ৬ষ্ঠ অঙ্কৰ প্ৰৱেশকত ৰজাৰ হাত আঙঠি মাছৰ পেটত পাই বেচিবলৈ অনা ধীৱৰ এজন ৰজাৰ ৰক্ষীৰ হাতত বন্দী হয়। নিম্ন শ্ৰেণীৰ লোক হ'লেও ধীৱৰে নিজকৰ্মক ঘিন নকৰে, আৰু স্বভাৱত সত্যবাদী আৰু নিৰ্লোভ। (১১) ধীৱৰক ধৰি অনা ৰক্ষী দুজনৰ চৰিত্ৰ নিম্ন পৰ্য্যায়ৰ। অনাহকতে ধীৱৰক কৰা গঞ্জনা আৰু মাৰধৰৰ উপৰিও তেওঁলোক মদ্যাসক্ত বুলি জনা যায়। এওঁলোকৰ নাম সূচক আৰু জানুক। (১২) ৬ষ্ঠ অঙ্কত মধুৰিকা আৰু পৰভৃতিকা দুজনী চেটীয়ে কৃষ্ণকীৰসৈতে হোৱা আলাপৰ জৰিয়তে আঙঠি পোৱাৰ পাছত ৰজা দুষ্যন্তই শকুন্তলাৰ বিৰহজড়িত কাৰণত ৰাজ্যত মদনোৎসৱ নিষেধ কৰাৰ সম্বেদ দিয়ে। দুয়োজনীক ৰাজশ্যালক মিত্ৰবসুৱে নতুনকৈ উপৱনত চকু দিবলৈ নিযুক্ত কৰে বুলি জনা যায়। (১৩)

তৃতীয় চেটী চতুৰিকাই শকুন্তলাৰ চিত্ৰপট আনে আৰু তুলি আনিবলৈ গৈ দেৱী বসুমতীৰ ক্ৰোধৰ সন্মুখীন হয়। ধনমিত্ৰ বণিকৰ মৃত্যুৰ সংবাদ পাই নিজৰ নিঃসন্তান অৱস্থা বুজি খেদোক্তি কৰি ৰজা অচেতন হোৱাত চতুৰিকাই সান্ত্বনা দিয়া দেখা যায়। (১৪) ৭ম অঙ্কত বালক সৰ্বদমনক আলপৈচান ধৰা তাপসী দুজনীয়ে নিজ কথাৰ মাজেৰে সৰ্বদমন দুষ্যন্তৰ পুত্ৰ বুলি চিনাকি দিয়ে। (১৫) গালৱ নামে মাৰীচৰ শিষ্যই দুষ্যন্ত-শকুন্তলাৰ পুনৰ্মিলনৰ বাৰ্তা কণ্বক জনাবলৈ ঋষিৰ আদেশ পায়।

# দুৰ্বাসাৰ অভিশাপ

মহাকবি কালিদাসৰ অভিজ্ঞান শাকুন্তলম্ নাটকত দুৰ্বাসাৰ অভিশাপেই হৈছে আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু অভিনৱতম সংযোজন। দুৰ্বাসাৰ অভিশাপে নাটকৰ মনোহাৰিত্ব, ঘটনাৰ চমৎকাৰিত্ব, চৰিত্ৰসমূহৰ অনঘত্ব আৰু নাটকৰ বৰ্ধিষ্ণুতাত অপৰিসীম প্ৰভাৱ বিস্তাৰ কৰিছে। এক কথাত ক'বলৈ হ'লে অভিশাপ আৰু তাৰ মোচনৰ বাবে বিহিত আঙঠিৰ বৃত্তান্তক বাদ দিলে 'শকুন্তলা' নাটকৰ নাটকীয়ত্ব গুণেই অন্তৰ্হিত হ'ব। এই অভিশাপে যি নাটকীয় ঔৎসুক্যৰ সৃষ্টি কৰিছে সিয়ে নাটকৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে। গতিকে অভিশাপৰ সম্যক আলোচনাই নাটকৰ সুস্থ আৰু যথাৰ্থ মূল্যাঙ্কনত পৰম সহায় কৰিব।

নাটকৰ উৎস, মূল ঘটনাৰ পৰিবৰ্তন আৰু নাট্যকাৰৰদ্বাৰা নাটকত অভিনৱত্ব সংযোজন সম্বন্ধে ওপৰত আমি সম্যকভাৱে আলোচনা কৰোঁতে প্ৰসঙ্গক্ৰমে অভিশাপৰ ওপৰত আলোকপাত কৰি আহিছোঁ। তাত মন্তব্য কৰা হৈছে যে দুৰ্বাসাৰ অভিশাপ নাট্যকাৰ আৰু কৱিকুল গুৰুৰ অভিনৱ সংযোজন। মহাভাৰতত পোৱা মূল ঘটনাৰ ভিতৰত অভিশাপে অনুপ্ৰৱেশ কৰিব পৰা নাই অথৰ্বা কোনো কাৰণত আতিথ্য বিচাৰি কণ্বৰ আশ্ৰমলৈ অহাৰ অৱসৰ ন্যাসদেৱে দুৰ্বাসাক নিদিলে। সুলভকোপ মহৰ্ষি উগ্ৰতাপস দুৰ্বাসা ব্যতিৰেকে আন কোনেনো বাৰু শকুন্তলাৰ দৰে প্ৰকৃতি পেলৱা, শূণ্যহৃদয়াজনীক অভিশাপেৰে দংশন কৰাই লঘু পাপত গুৰুশাস্তি বিহিব? অথবা আনকোনে নৱমালিকাৰ ওপৰত ওপতপানী সিঁচিব? অথবা প্ৰিয়ম্বদাই কোৱাৰ দৰে 'কোঽন্যো হুতবহাদ্দগ্ধুং প্ৰভৱিষ্যতি?' অগ্নিৰ বাহিৰে আন কোনে দগ্ধ কৰিবলৈ সমৰ্থৱান হ'ব?'

ভাৰতীয়সকলৰ বাবে অভিশাপ নতুন কথা বা অপৰিচিত কথা নহয়। ভাৰতীয় সাহিত্যত অভিশাপ আৰু তাৰ প্ৰতিপ্ৰসৱ এক চিৰন্তন কথা। ব্যক্তিবিশেষৰ অপৰাধ বা অমাৰ্জনীয় দোষৰ পৰিণাম স্বৰূপে গুৰু বা গুৰুভাজনৰদ্বাৰা অভিশাপ উচ্চাৰণ ভাৰতীয় সাহিত্যত প্ৰায়ে পোৱা যায়। প্ৰকৃততে এই অভিশাপ বিধানৰ মূলত আছে ভাৰতীয় কৰ্মবাদ আৰু জন্মান্তৰবাদৰ প্ৰভাৱ। ইহ জনমৰ ভাল আৰু বেয়া কৰ্মৰ ওপৰতে ইহ জীৱনৰ ভৱিষ্যৎ জীৱনৰ মান বা গুণাগুণ গুণাগুণ নিৰ্ভৰশীল বুলি কৰ্মবাদ আৰু জন্মান্তৰবাদে বিশ্বাস কৰে। অথবা ভৱিতব্যতা বা ভাগ্যই জীৱৰ জীৱন নিৰূপণ কৰে বুলি ভাৰতীয়সকলে বিশ্বাস কৰে। ভাগ্যবাদী ভাৰতীয়সকলে কৰ্মৰ অপৰিহাৰ্য ভাল-বেয়াক সদায় ভাগ্যৰ ওপৰত আৰোপ কৰি আহিছে। দুৰ্বাসাৰ অভিশাপো এই কৰ্মবাদৰ নামান্তৰ মাথোন। ডঃ ৰামচন্দ্ৰ নাৰায়ণ দাণ্ডেকাৰে[১] কৈছে "The curse-motif would not appear strained to the Indian mind which is deeply influenced by the doctrine of Karma."

---

1. Kalidasa ed by V. Raghavan, Publication Dvn, Delhi, P. 36.

অভিশাপ সম্বন্ধে আলোচনা কৰোঁতে ইয়াৰ যথাৰ্থতা সম্বন্ধে আমাৰ মনত সন্দেহ ওপজে। বিশেষকৈ দুষ্যন্ত আৰু শকুন্তলা এই অভিশাপৰ শাস্তি পোৱাৰ যোগ্য হয় নে? তেনে এটা সংশয় আমাৰ মনলৈ আহে। শকুন্তলাৰ ওপৰত আৰোপিত অভিশাপে দুষ্যন্তৰ ওপৰত পৰিপূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰা বাবে দুয়ো অৰ্দ্ধযুগৰ বাবে বিচ্ছিন্ন হৈছে আৰু দুয়ো এই বিচ্ছেদৰ বিষময় ফল বাৰকৈ ভোগ কৰিছে। তেনেহ'লে দুয়ো জানোএনে এটি 'বিষফল' লাভ কৰাৰ যোগ্য আছিল?

পোনতে দুষ্যন্তৰ যোগ্যতা বিচাৰ্য্য। দুষ্যন্ত এজন কুলীন ক্ষত্ৰিয়। বংশৰ খ্যাতি ৰক্ষা কৰি তেওঁ প্ৰথম সম্মিলনত যথোচিত সংযম অৱলম্বন কৰিছে। শকুন্তলাৰ প্ৰতি তেওঁৰ মনোযোগ আকৰ্ষিত হৈছে যদিও পোনে পোনে তেওঁৰ প্ৰতি ৰজাই প্ৰণয়ৰ ভাৱক মনত ঠাই দিয়া নাই। শকুন্তলাৰ কুল আৰু জন্ম আদি সম্বন্ধে তেওঁ প্ৰিয়ম্বদা আৰু অনসূয়াৰ ওচৰত ভালদৰে অনুসন্ধান কৰিছে। আনকি কুলপতি কণ্বই শকুন্তলাক বিয়া দিবনে, সদায় বৈখানসব্ৰত পালনত নিয়োগ কৰি ৰাখিব তাকো ৰজাই অৱগত হৈছে। শকুন্তলাক ক্ষত্ৰিয় কুলোদ্ভৱা বুলি জানিবলৈ পাবিহে ৰজাই তেওঁক 'স্পৰ্শক্ষমৰত্ন' বুলি ভাবিবলৈ লৈছে। দ্বিতীয় দৰ্শনৰ সম .তা আগধৰি ৰজাই লতাকুঞ্জৰ আঁৰত থাকি শকুন্তলাৰ মুখৰপৰাই শুনিবলৈ পাইছে যে ৰজাৰ প্ৰতি পোষিত প্ৰণযৰ বাবে তেওঁৰ নিজৰ এনে অৱস্থা হৈছে। অকল সেয়ে নহয় পদুমৰ পাতত শকুন্তলাই নখেৰে লিখা মদনলেখাৰ আবৃত্তি শুনিবলৈ পাইহে ৰজাই প্ৰণয়িণীৰ ওচৰ চাপিছে। ৰজাই উপযুক্ত সময়ত আত্মপ্ৰকাশ কৰাত প্ৰিয়ম্বদাই ৰজাক শকুন্তলাৰ প্ৰাণ ৰক্ষাৰ বাবে অনুৰোধ কৰিছে "তেন হি ইয়মাৱয়োঃ প্ৰিয়সখী ত্বাম্ উদ্দিশ্য এবমৱস্থান্তৰং ভগৱতা মদনেনাৰোপিতা। তদৰ্হস্যভ্যুপপত্যা জীৱিতং তস্যা অৱলম্বিতম্।" এইদৰে ৰজাই শকুন্তলাৰ প্ৰণয়ৰ প্ৰতি যথোচিত সমাদৰ কৰি আৰু সখীসকলৰ অনুৰোধ ৰক্ষা কৰিহে ৰজাই শকুন্তলাৰ ওচৰত গান্ধৰ্ব-বিৱাহৰ প্ৰস্তাৱ কৰিছে। তেওঁ ৰাজোচিত সম্মান আৰু মহত্ত্ব যথাসম্ভৱ ৰক্ষা কৰি চলিছে। ঋষি-মুনি সকলৰ যজ্ঞ-বিঘ্ন দূৰীকৰণৰ বাবেও ৰজাই সমুচিত ধ্যান ৰাখিছে। এনে স্থলত ৰজা কি যুক্তিত অভিশাপৰ লক্ষ্য হৈ শাস্তি বা যাতনা ভোগ কৰাৰ যোগ্যজন বুলি বিবেচিত হ'ল?

সেই দৰে শকুন্তলাৰ চৰিত্ৰ বা আচৰণৰ মাজতো আপাততঃ কোনো দোষ-ত্ৰুটী দেখিবলৈ পোৱা নাযায়। দেখাতেই শকুন্তলা অনাঘ্ৰাত পুষ্প, অনাবিদ্ধ ৰত্ন, নখ নলগা নতুন কিশলয় যেন। তেওঁৰ ৰূপ আৰু সৌন্দৰ্য্য কোনোপধ্যে ঋষিজনৰ কোপৰ যোগ্য নহয়। আনকি কণ্বই দুহিতাক গছৰ গুৰিত পানী সিঁচিবলৈ দিয়াটোও ৰজাৰ মনত শিৰিশৰ কুঁহিপাতেৰে শমীলতা কাটিবলৈ যোৱাৰ দৰে হৈছে। প্ৰথম সম্মিলনৰ সময়ত লাজুকী শকুন্তলাই মুখ ফুটাই ৰজাক উপলক্ষ্য কৰি কোনো কথাই কোৱা নাই। বৰঞ্চ প্ৰিয়ম্বদাই মন্তব্য কৰা বাবে দুটি এটি চমু বাক্য সেইজনী সখীক লক্ষ্য কৰিয়েই ব্যক্ত কৰিছে। ভেলেঙী হৰিণীজনীৰ দৰে বিশালনয়না তাপসকন্যা শকুন্তলাই মাথোন ৰজালৈ কেতিয়াবা চাইছে। তাৰ মাজতো তেতিয়া কলুষতা আছি পৰা নাই। বৰঞ্চ মনৰ মাৰ্জ্জত দেখা দিব খোজা

অতিনাকি প্ৰণয়বিকাৰৰ আশ্ৰমৰ শান্তভাৱৰ প্ৰতিকূল বুলিহে কৈছে। কিন্তু আন দহজনীৰ দৰে সুদৰ্শন ৰজাৰ প্ৰতিমূৰ্তি এটি তেওঁৰ হৃদয়ৰ গোপন কক্ষত অনুপ্ৰৱেশ কৰি নিৰ্দোষী বালিকাৰ অন্তৰ প্ৰদেশত অতি অচিন জোকাৰণি এটিৰ সৃষ্টি কৰিছে। সেয়া যিকোনো নবোদ্ভিন্না গাভৰুৰে যৌৱনৰ দেহভাজনক পোৱাৰ এক প্ৰাণোচ্ছল বাসনা। তাৰ বাবে তপস্বিনীয়ে অচিন ৰোগত ভুগিবলৈ ধৰিলে। এহাতে বয়সৰ আহ্বান, আনহাতে আশ্ৰমৰ সংযম। দুয়োৰে থকা-খুন্দাই প্ৰকৃতি পেলনা ঋষিকন্যাক জৰ্জৰিত কৰিছে অথচ মুখত ভাষা নাই। সখীসকলৰ বাৰম্বাৰ প্ৰশ্নৰ মুখকত লাজৰ ওৰণী থেলি থৈ শকুন্তলাই হৃদয়ত খোপনি পোতা ৰজাৰ প্ৰতি প্ৰণয়ৰ গুপুত কথাটি প্ৰকাশ নকৰি নোৱাৰিলে। সখীসকলৰদ্বাৰা প্ৰৰোচিত হৈহে নিজৰ মনোগত প্ৰতিক্ৰিয়া প্ৰকাশ কৰি ৰজালৈ দুৰাৰী কথা পদুমৰ পাতত লিখিলে। তাকে সখীদুজনীক পঢ়ি শুনাওঁতেই যেনিবা প্ৰেমাস্পদ আহি উপস্থিত হ'ল। ইমানতো আশ্ৰমকন্যাই হৃদয়ৰ যথাসৰ্বস্ব ৰজাৰ চৰণত অৰ্পণ কৰিবলৈ ব্যতিব্যস্ত হৈ পৰা নাই। বৰঞ্চ নিজৰ শালীনতা বোধ আৰু সংযমৰ পৰিচয়হে দাঙি ধৰিছে। ৰজাই শকুন্তলাৰ আবেগক বাধা দিয়াত শকুন্তলাই নিজৰ গুৰুজনৰ দোহাই দিছে "ন মাননীয়েষু আত্মানমপৰাধয়িষ্যে।" শকুন্তলাই সখীসকলক অনুসৰণ কৰিব খোজোঁতেও ৰজাই বলেৰে নিবৰ্তিত কৰাত তেওঁ কৈছে "পৌৰৱ ৰক্ষবিনয়ম্‌। মদনসংতপ্তাপি ন খলু আত্মনঃ প্ৰভৱামি।" ৰজাই পিছত গান্ধৰ্ববিবাহৰ প্ৰস্তাৱ দিয়াত শকুন্তলাই চমকি কৈছে "ভূয়োঽপি সখীজনমনুমানয়িষ্যে।" এনেবোৰ কথা বতৰাই প্ৰমাণ কৰে যে শকুন্তলাই অকল মদন-পৰৱশ হৈ আবেগৰ কবলত পৰি আশ্ৰমৰ ধৰ্মভূমিক সহসা ভোগভূমিত পৰিণত কৰা নাই। তথাপি শকুন্তলাৰ দুৰ্ভাগ্যৰ সূচনা কিয় কৰিয়ে আৰম্ভণিৰেপৰা দি আহিছে? এই দুৰ্ভাগ্যই বিচ্ছেদৰ কলা-ডাৱৰ নে কি যিয়ে বহুকাল ধৰি শকুন্তলাৰ ভাগ্যকাশ আচ্ছাদন কৰি ৰাখিছে? দুৰ্বাসাৰ অভিশাপৰ যৌক্তিকতা ক'ত? সঁচাকৈ ই জন্মান্তৰবাদৰ সূচনা দিয়ে নে?

নায়ক নায়িকাক আপাততঃ নিৰ্দোষ যেন লাগিলেও অভিশাপৰ দুৰ্বহ বোজা এনেয়ে বিনা কাৰণে দুয়োৰে কান্ধত আহি পৰা নাই। বৰঞ্চ মহাকৱি কালিদাসে নাটকত নায়ক-নায়িকাৰ কেতবোৰ মানৱ-সুলভ দোষ-ত্ৰুটীৰ বাবে এনে এটি গুৰুতৰ অভিশাপ তেওঁলোকৰ মূৰৰ ওপৰত আহি পৰা বুলিহে দেখুৱাবলৈ প্ৰয়াস কৰিছে।

প্ৰথম অঙ্কত বৈখানসৰ উক্তিৰপৰা (ইদানীমেৱ দুহিতৰং শকুন্তলামতিথিসংকাৰায় নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থং গতঃ) এই কথা ওলাই পৰে যে, শকুন্তলাৰ ওপৰত অতিথি সংকাৰৰ মহান আৰু গুৰু দায়িত্ব ন্যস্ত কৰিয়েই কুলপতি কণ্বই সোমতীৰ্থলৈ যাত্ৰা কৰিছিল। গতিকে কোনো অতিথি সংকাৰ-বিমুখ হৈ উভতি যাবলগীয়া হ'লে শকুন্তলাই তাৰ বাবে দায়ী হোৱা স্বাভাৱিক। ৰজা দুষ্যন্তই আশ্ৰমলৈ আহিছিল কুলপতি কণ্বক শ্ৰদ্ধা জনাবলৈ (সা বিদিতভক্তিং মাং মহৰ্ষেঃ নিৱেদয়িষ্যতি)। ৰজাক দেখি শকুন্তলাৰ অন্তৰত আশ্ৰমবিৰোধীভাৱৰ উদ্ৰেক হ'ল। সেই বীজকে পুলি-পোখা মেলি কেনেকৈ পল্লৱিত হৈ ৰজাৰ লগতে শকুন্তলাৰ গান্ধৰ্ববিবাহলৈ অগ্ৰসৰ হ'ল তাক তৃতীয় অঙ্কত দেখা যায়। গান্ধৰ্ব বিয়াৰ প্ৰস্তাৱ

আগবঢ়োৱা সময়ত শকুন্তলাই নিজক গুৰুজন আৰু সখীসকলৰ নিয়ন্ত্ৰণাধীন বুলি স্বীকাৰ কৰিছে। গতিকে পিতা কন্বক নুসুধি তেওঁ যেন এখোজো অগ্ৰসৰ হ'ব নোৱাৰে। মনুস্মৃতিত (৯/৩) কোৱা হৈছে: পিতা ৰক্ষতি কৌমাৰে, ভৰ্ত্তা ৰক্ষতি যৌৱনে। ৰক্ষতি স্থবিৰে পুত্ৰা ন স্ত্ৰী স্বাতন্ত্ৰ্যম্ অৰ্হতি।। ৫ম অঙ্কত শাৰ্ঙ্গৰৱে শকুন্তলাৰ পৰাধীন অৱস্থালৈ সোঁৱৰাই দি কৈছে 'কিং পুনোঽন্যাগিনি, স্বাতন্ত্ৰ্যমৱলম্বসে?' তথাপি শকুন্তলাই পিতৃৰ সম্মতিলৈ অপেক্ষা নকৰি বিৱাহাৱদ্ধ হ'ল ৰজাৰ প্ৰৰোচনাত আৰু সখীসকলৰ সম্মতি সাপেক্ষত। অৱশ্যে গান্ধৰ্ব বিৱাহ ক্ষত্ৰিয়জনোচিত। ৰজাই শকুন্তলাক বুজনি দি কৈছে 'ভীৰু অলং গুৰুজনভয়েন। দৃষ্টা তে বিদিতধৰ্মা তত্ৰভৱান্নাত্ৰ দোষং গ্ৰহীষ্যতি কুলপতিঃ পশ্য- গান্ধৰ্বেণ বিৱাহেন বহ্বো ৰাজৰ্ষি কন্যাকাঃ। শ্ৰূয়তে পৰিণীতাস্তাঃ পিতৃভিশ্চাভিনন্দিতাঃ। অনসূয়াইও অতিশয় বিশ্বাস

কৰিছিল যে, ৰজাৰসৈতে শকুন্তলাৰ বিৱাহ কন্বৰ অনুমত হ'ব। চতুৰ্থ অঙ্কত এই বিশ্বাস ফলিয়াইছে। কন্বই সোমতীৰ্থৰপৰা উভতি আহি অগ্নিশৰণগৃহত প্ৰৱেশ কৰিয়েই আকাশৱাণীৰপৰা শকুন্তলাৰ প্ৰকৃত অৱস্থাৰ ভূ পাইছে। তেওঁ শকুন্তলাক তাৰ বাবে অভিনন্দন জনাইছে, 'দিষ্ট্যা ধূমাকুলিতদৃষ্টেৰপি যজমানস্য পাৱক এৱাহুতিঃ পতিতা। বৎসে, সুশিষ্য পৰিদত্তা বিদ্যেৱাশোচনীয়া সম্বৃত্তা। অদ্যৈৱ ঋষিৰক্ষিতাং ত্বাং ভৰ্ত্তুঃ সকাশং বিসৰ্জয়ামীতি।' ইয়াৰ প'ছতো কাশ্যপে কোৱা 'অভিজনৱতভৰ্ত্তুঃ শ্লাঘ্যে স্থিত্বা গৃহিনীপদে' আদি শ্লোকত ইয়াৰ প্ৰতিধ্বনি শুনা যায়। এইদৰে গুৰুজনেও শকুন্তলাৰ গান্ধৰ্ববিৱাহত দোষ নেদেখিলে আন কোনো বাৰু তাক অগ্ৰাহ্য কৰিব পাৰে? গান্ধৰ্ববিৱাহৰ পিছতো কেইবাদিনলৈকে ৰজাৰ আশ্ৰমত উপস্থিতিয়ে নায়ক-নায়িকা পৰস্পৰৰ অধিকাধিক সান্নিধ্য লাভত সহায় কৰিছে। ৰজা আশ্ৰমত থকা সময়ছোৱাত শকুন্তলা হয়তো আনন্দৰ সাগৰত বুৰ গৈ আছিল। যিদিনাখন ইষ্টি সমাপ্ত হ'ল আৰু ৰজাক ঋষিসকলে বিদায় দিলে তেওঁ আশ্ৰমত প্ৰিয়াৰ ওচৰত চিৰতৰ থকাৰ কোনো ছেলু নোহোৱা হ'ল। অতএৱ তেওঁ প্ৰিয়া শকুন্তলাৰপৰাও বিদায় লৈ ৰাজধানী অভিমুখে যাত্ৰা নকৰি নোৱাৰিলে। ৰজাই ১ম অঙ্কৰ অন্তত কোৱাৰ দৰে ইবেলি তেওঁৰ মনটো চীনদেশীয় পাটেৰে তৈয়াৰী পতাকাৰ দৰে পাছলৈ উৰা মাৰিছিল নে নাই নাট্যকাৰে তাৰ ইঙ্গিত দিয়া নাই। কিন্তু ৰজাৰ বিদায়ত শকুন্তলাৰ অন্তৰ কেনে বেদনাতুৰ আৰু তদ্‌গত প্ৰাণা হৈছিল তাৰ চিত্ৰ কৰিয়ে ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকত আঁকিছে। এনে এক কুক্ষণতে আশ্ৰমৰ দুৱাৰ দলিত উপনীত হৈ গলগীয়া মাতেৰে উগ্ৰতপস্বী আৰু খঙালস্বভাৱৰ ঋষি দুৰ্বাসাই বাৰে বাৰে 'অয়ম অহম ভোঃ' 'অয়ম্ অহম্ ভোঃ' বুলি সঙ্কেত দিয়া স্বত্বেও আশ্ৰমসান্নিহিতা শকুন্তলাই অতিথিজনৰ উপস্থিতিৰ গমকে নাপালে। ৰজা গুচি গৈছে ৰাজধানীলৈ, লগতে লৈ গ'ল ঋষি কন্যাৰ হৃদয়। 'অদ্য পুণৰ্হৃদয়েন অসন্নিহিত্যা' শকুন্তলাই মহান অথচ ক্ৰূৰমতি অতিথিজনৰ সেৱা-সৎকাৰলৈ অজ্ঞানবশতঃ পিঠি দি মুহূৰ্ততে মহা আপদ চপাই ল'লে। প্ৰিয়ম্বদা আৰু অনসূয়াই সখীয়েক শকুন্তলাক দুষ্যন্তগতপ্ৰাণা বুলি জানে। কিন্তু ঋষি হৈও দুৰ্বাসাই সেই কথা সহানুভূতিৰে বিবেচনা নকৰিলে। অথবা সুলভ কোপজনৰ তেনেদৰে সহানুভূতি প্ৰদৰ্শনৰ সময়েই বা ক'ত? আশ্ৰমৰ দুৱাৰ দলিত উপস্থিত

হৈ অতিথিসেৱাৰ প্ৰতি বিমুখ হোৱা শকুন্তলাক উদ্দেশি দুৰ্বাসাই অভিশাপ উচ্চাৰণ কৰি কৰি কলে,

বিচিন্তয়ন্তী যমনন্যমানসা
তপোধনং বেৎসি ন মামুপস্থিতম্।
স্মৰিষ্যতি ত্বাং ন স বোধিতোঽপি সন্
কথাং প্ৰমত্তঃ প্ৰথমং কৃতামিৱ।।

'যাৰ কথা একান্তমনে ভাবি ইয়াত উপস্থিত হোৱা মোৰ নিচিনা তপোধনজনক আদৰিবলৈ তই নোৱাৰিলি সেইজনকে এদিন বাৰে বাৰে সোঁৱৰাই দিলেও মদাহি লোকে পূৰ্বৰ কথা সুমৰিব নোৱাৰাৰ দৰে তোৰ কথা মনত কৰিব নোৱাৰিব।'

এয়া যেন অভিশাপ নহয়, বিনা মেঘে পৰা এক বজ্ৰপাতহে! তথাপি এই বজ্ৰপাতৰ শব্দই শকুন্তলাৰ কাণত অকণো দুন্দা নামাৰিলে। তাৰ লক্ষ্য হৈ ৰ'ল সিজনীৰ ভাগ্যহে! ভাগ্যক্ৰমে প্ৰিয়ম্বদা আৰু অনসূয়াইহে ঋষিৰ অভিশাপ বাণী শুনিবলৈ পালে। অনসূয়াৰ পৰামৰ্শ মতে প্ৰিয়ম্বদাই লৰি গৈ ঋষিৰ চৰণত পৰি সখী শকুন্তলাৰ অজ্ঞানজনিত প্ৰথমটো ভুলৰ কাৰণে জয়দেউ কাকুতি কৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। ঋষিয়ে নিজৰ অভিশাপ প্ৰত্যাহাৰ কৰিবলৈ সন্মত নহ'ল। তেওঁ অভিজ্ঞান দৰ্শনৰদ্বাৰা শাপমোচনৰ প্ৰতিবিধান দি তাৰ পৰা অন্তৰ্হিত হ'ল (ততো মে বচনমন্যথাভৱিতুং নাৰ্হতি। কিন্তু অভিজ্ঞানাভৰণদৰ্শনেন শাপো নিবৰ্তিষ্যত ইতি মন্ত্ৰয়ন স্বয়মন্তৰ্হিতঃ)। যদিহে এই অভিশাপ বাক্য শকুন্তলাৰ শ্ৰুতিগোচৰ হ'লহেতেন তেনেহ'লে হয়তোবা থিতাতে শকুন্তলা মুহ্যমান হ'লহেতেন। আকৌ যদিহে এই অভিশাপ বাক্য কাৰোৰেই শ্ৰুতিগোচৰ নহ'লহেতেন তেতিয়াও প্ৰকৃতি পেলৱা শকুন্তলাৰ কি অৱস্থা হ'লগৈহেতেন তাক ভাবিবলৈ টান লাগে। সি যি হওক দুৰ্বাসাৰ অভিশাপক আমি লঘুপাপত গুৰু শাস্তি নুবুলি নোৱাৰোঁ।

এতিয়া আমাৰ বিচাৰ্য বিষয় হৈছে নায়ক আৰু নায়িকা সঁচাকৈ জানো দুৰ্বাসাৰ অভিশাপৰ দৰে এই দণ্ড ভোগৰ বাবে যোগ্য নে অযোগ্য? প্ৰথমতে দেখা যাওক ৰজা দুষ্যন্তৰ দোষ কোনখিনিত?

দুষ্যন্ত পৌৰৱ কুলৰ প্ৰতিভূ। তেওঁ সংযমী, মহান আৰু চৰিত্ৰবান। মৃগয়া কৰিবলৈ ওলোৱা ৰজাই হৰিণ এটিক অনুসৰণ কৰি গৈ শৰ নিক্ষেপ কৰিবলৈ উদ্যত হওঁতে আশ্ৰমৰ ঋষি এজনে তেওঁক বাধা দিলে। লগতে বৈখানসে আশ্ৰম দৰ্শনৰ বাবে ৰজাক আমন্ত্ৰণ জনালে। কুলপতি কণ্বৰ ওচৰত নিজৰ ভক্তি-অৰ্ঘ্য নিবেদন কৰি কৃতাৰ্থ হোৱাৰ ইচ্ছা ৰজাৰো মনত ওপজিল। সম্প্ৰতি কুলপতিয়ে তীৰ্থযাত্ৰা কৰিবলৈ যোৱা কথা শুনিও ৰজাৰ সেই ইচ্ছা ব্যাহত নহ'ল। কুলপতিৰ জীয়েক শকুন্তলা আতিথ্য-সৎকাৰৰ গুৰু দায়িত্ব বহন কৰা শুনি তেওঁ নিজৰ উৎসাহ প্ৰকাশ কৰি কৈছে "সা বিদিতভক্তিঃ মাং মহৰ্ষেঃ কথয়িষ্যতি" বুলি তেওঁ আশ্ৰমলৈ যাবলৈ ওলাল। এই পৰ্যন্ত ৰজাৰ মনত কান্তালাভৰ কোনো ভাবে দেখা দিয়া নাই। কিন্তু আশ্ৰমত প্ৰৱেশ কৰা পূৰ্বে প্ৰিয়া সমাগমসূচক নিমিত্ত দৰ্শন কৰি তেওঁ বৰক্ষ আচৰিত হৈছেঃ "শান্তমিদমাশ্ৰমপদং স্ফুৰতি চ

বাহুঃ কুতঃ ফলমিহাস্য।" আশ্ৰম প্ৰৱেশ কৰি ৰজাই আশ্ৰম কন্যাসকলৰ ৰূপ-লাৱণ্যাত কিয় মুগ্ধ হ'ল? ইয়াতে জানো "অথবা ভবিত্যানাং দ্বাৰাণি ভৱন্তি সৰত্ৰ।" কথাষাৰৰ প্ৰতিফলন ঘটিছে? শকুন্তলাৰ ৰূপ দৰ্শন কৰি ৰজাই তেওঁৰ ৰূপ বৰ্ণনাত, ৰূপ- প্ৰশংসাত ব্যাপৃত হ'ল। অকল তাতে আৱদ্ধ নাথাকি, ৰজাই "অসংশয়ং ক্ষত্ৰপৰিগ্ৰহক্ষমা যদাৰ্য্যমস্যামভিলাষি মে মনঃ" বুলি অন্তৰৰ অভিলাষ ব্যক্ত কৰিছে। উৎপতীয়া ভোমোৰা এটিয়ে শকুন্তলাক আমনি কৰা দেখি তেওঁ তাক প্ৰতিনায়ক বুলি মনতে কল্পনা কৰিলে। তাক খেদিবলৈ গৈ এতিয়া ৰক্ষক ৰজা নিজে ভোক্তা হৈ পৰাৰ পথ ধৰিলে। তেওঁ কৰ্তব্যবিমুখ হ'ল। কুলপতি কণ্বৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনোৱাৰ অভিলাষ মনতেমাৰ গ'ল। অথবা শকুন্তলাৰ ৰূপৰ মায়া-মৰিচিকাই ৰজাৰ চিত্ত-বিকাৰ ঘটালে যাৰ ফলত ঋষিতৰ্পণৰূপ কৰ্তব্যবোধ বিস্মৃতিৰ ডাৱৰে ঢাকিলে। এয়া এক মহান ৰজাৰ মহৎ কৰ্তব্য বিচ্যুতি নহয় নে?

এতিয়া ৰজাই আশ্ৰম এৰিবলৈ মন নকৰা হ'ল। আশ্ৰমত আৰু অধিক কাল থকাৰ অপদেশ বিচাৰিলে "চিন্তয় তাৱৎ কেনাপদেশেম সকৃদপ্যাশ্ৰমে বসামঃ।" এনে সময়তে নেপথ্যত "হন্ত, সিদ্ধাৰ্থৌ স্বঃ" বুলি কোৱা কথাষাৰে ৰজাৰ অভিলাষ সিদ্ধিৰ ইঙ্গিতকে দিলে। ঋষিকুমাৰ দুজনে আশ্ৰমত ইষ্টিবিঘ্ন দূৰ কৰিবলৈ ৰজাক আমন্ত্ৰণ জনালত তেওঁ অনুগৃহীত নহৈ নোৱাৰিলে (অনুগৃহীতোঽস্মি)। ইয়াৰ ভাবাৰ্থ যেন বিদূষকে উদঙাই দিলে "এষেদানীমনুকূলা তেৎভ্যৰ্থনা।" এইকথা ৰজাই পিছলৈ অস্বীকাৰ কৰি "বয়স্য ঋষিগৌৰৱাদ্ এব্ আশ্ৰমং গচ্ছামি। ন খলু সত্যমেৱ তাপসকন্যায়াম্ মমাভিলাষঃ।" বুলি ক'লেও তাৰ মাজত ৰজাৰ মনোগত চিন্তাৰ কথা আমাৰ মনলৈ নহাকৈ নাথাকে। গতিকে ৰজাই মাতৃৰ আমন্ত্ৰণলৈ আওকান কৰি ঋষিসকলৰ ইষ্টিবিঘ্ন দূৰ কৰিবলৈ আশ্ৰমলৈ যোৱাৰ মাজত অকল ঋষিগৌৰৱেই প্ৰধান কাৰণ নহয়। সেয়া আশ্ৰম প্ৰৱেশৰ অপদেশ। অথবা নাট্যকাৰৰ নাটকীয় ঘটনাৰ বিকাশৰ চাতুৰি মাথোন।

সি যিহওক ৰজাই ইষ্টিবিঘ্ন দূৰ কৰিবলৈ আশ্ৰমত থাকিল যদিও তেওঁৰ অন্তৰত সকলো সময়তে শকুন্তলাৰ চিন্তাই প্ৰবৰ্তিত আছিল। যজ্ঞৰ অৱসৰ সময় কণ তেওঁ শকুন্তলা সান্নিধ্য বিচাৰি বেতসকুঞ্জলৈ গৈছিল। তাত বিৰহকাতৰ অৱস্থাত প্ৰাণ-প্ৰিয়াক দেখি তেওঁ তাৰ কাৰণ বুজিবলৈ পোৱা মাত্ৰেই আত্ম প্ৰকাশ কৰিছে। অকণো সময় শকুন্তলাক চিন্তা কৰিবলৈ অৱসৰ নিদি গান্ধৰ্ব বিয়াৰ প্ৰস্তাৱ দিছে। শকুন্তলাৰ গুৰুজনাৰ প্ৰতি থকা ভয় আঁতৰাবলৈ "অলম গুৰুজনভয়েন" বুলি ৰজাই নিজৰ সিদ্ধান্তক আশ্ৰম কন্যাৰ ওপৰত জাপি দিবলৈ চেষ্টা কৰিছে। মুঠতে ৰজাই শকুন্তলাৰ ওপৰত কণ্বৰ অভিভাৱকত্বক তেতিয়া গুৰুত্ব দিয়া নাই। আনকি আশ্ৰমৰ বয়োবৃদ্ধা তাপস্বী গৌতমীৰ প্ৰতিও যথোচিত শ্ৰদ্ধাৰ ভাৱ প্ৰদৰ্শন কৰা নাই।

স্থানান্তৰত আমি এইটোও আলোচনা কৰি আহিছোঁ যে ৰজা আৰু শকুন্তলাই আশ্ৰমৰ শমৰূপ স্থায়ীভাৱ লঙ্ঘন কৰি তাৰ ঠাইত ৰতিভাৱৰ সৃষ্টি কৰিছে। আশ্ৰমৰ শমাৱস্থাৰপ্ৰতি নায়ক-নায়িকাৰ চেতনা কোনো সময়ত জাগৃত নোহোৱাকৈ থকা নাই। বিশেষকৈ ৰজাই 'শান্তমিদমাশ্ৰমপদং' আদি উক্তিৰে তাক পৰিষ্কাৰভাৱে ব্যক্ত কৰিছে। জানি শুনিও ৰাজ্যৰ অধীশ্বৰ দুষ্যন্তই আশ্ৰমৰ মাজ মজিয়াত

কুলপতিৰ অবৰ্তমানত ইষ্টিবিম্ব আঁতবোৱাৰ অপদেশত আশ্ৰমৰূপ পুণ্যভূমিক ভোগভূমিলৈ ৰূপান্তৰ কৰাটো দোষণীয় হোৱা নাইনে? ইয়াক গুৰুতৰ অপৰাধ বুলি গণ্য কৰিলে দুৰ্বাসাৰ অভিশাপ ৰজাৰ ক্ষেত্ৰত প্ৰয়োজনীয় শাস্তি বুলি বিবেচনা কৰা যাব পাৰে।

অভিশাপক নায়ক-নায়িকাৰ কৰ্মফল হিচাপেও বিবেচনা কৰিব পাৰি। "অথবা ভৱিতব্যনাং দ্বাৰাণি ভৱন্তি সৰ্বত্ৰ" বুলি ৰজাই সম্পদ আৰু বিপদ দুয়োটাবে প্ৰতি ইঙ্গিত কৰিছে। যদি আশ্ৰমত ৰজাৰ প্ৰিয়া লাভ সম্ভৱ হ'ব পাৰে, তেন্তে অভিশাপ প্ৰাপ্তিও অসম্ভৱ নহয়। "শমপ্ৰসাধনেষু তপোধনেষু গূঢ় হি দাহাত্মিকাস্তি তেজঃ। স্পৰ্শানুকূলা ইৱ সূৰ্য্যকান্তাস্তদন্যতেজোঅভিভাৱাদ্বমন্তি।।" ইয়াৰ প্ৰতিক্ৰিয়া অভিশাপ নহৈ আন কি হ'ব পাৰে? তদুপৰি ভাগ্যাকাশত গ্ৰহৰ দশান্তৰ সম্বন্ধেও কৰিয়ে ইঙ্গিত দিছে (৪।১)। "তেজোদ্বয়স্য যুগপদ্ ব্যসনোদয়ভ্যাং লোকো নিয়ম্যতাত্মদশান্তৰেষু।" ইয়াৰ প্ৰতিফলন নায়ক-নায়িকাৰ ওপৰত পৰা স্বাভাৱিক। ভাৰতীয় দৰ্শনৰ কৰ্মবাদৰ স্বাভাৱিক প্ৰভাৱে দুষ্যন্ত-শকুন্তলাৰ ভাগ্য নিৰ্ণয় কৰিছে।

প্ৰথমতেপৰা শকুন্তলাৰ সৌভাগ্য দেৱতাৰ বিতুষ্টিৰ কথা উল্লেখ কৰা হৈছে। ১ম অঙ্কত বৈখানসে কৈছে, 'দৈৱমস্যাঃ প্ৰতিকূল' ইত্যাদি। শকুন্তলাৰ প্ৰতিকূল দৈৱৰ প্ৰতি কুলপতি কণ্বও সচেতন। প্ৰিয়ম্বদা আৰু অনসূয়াও সচেতন। ৪ৰ্থ অঙ্কৰ বিষ্কম্ভকত দুৰ্বাসাৰ অভিশাপ প্ৰদানৰ সময়ত বিশেষতঃ দুইসখীয়ে শকুনতলাৰ সৌভাগ্য দেৱতাক পূজা কৰিবলৈ পুষ্পচয়ন কৰাটো অতিশয় তাৎপৰ্যপূৰ্ণ। সপ্তম অঙ্কত শকুন্তলাই নিজৰ পূৰ্বসংস্কাৰৰ বিষয়ে উল্লেখ কৰিছে 'নূনং মে সুচৰিত প্ৰতিবন্ধ পুৰাকৃতং তেষু দিৱসেষু পৰিণামমুখমাসীদ্যেন সানুক্ৰোশোঅপ্যাৰ্য্যপুত্ৰ ময়ি বিৰসঃ সংবৃত্তঃ (৭ম অঙ্ক)। গতিকে এনে পৰিস্থিতিত ভাৰতীয় পৰম্পৰাত অভিশাপৰ তাৎপৰ্য তেনেই খাপ খাই পৰে।

দুষ্যন্ত আৰু শকুন্তলাৰ ভাগ্য দোষতে হওক বা ৰজাৰ কৃতকৰ্মৰ বাবেই হওক দুয়োৰে ত্ৰুটী-বিচ্যুটিক উপলক্ষ্য কৰিয়েই দুৰ্বাসাৰ অভিশাপ তেওঁলোকৰ মূৰৰ ওপৰত পতিত হৈছে। ই শাস্তিমূলক হ'লেও সংশোধনাত্মক হৈ পৰিছে। এই অভিশাপৰ ক্ৰিয়া এছোৱা কালৰ মাজতে সীমাবদ্ধ। দৰ্শক-পাঠকে নিশ্চয় আশাবাদী হৈ থাকিব যে এই অভিশাপ ভয়ানকৰূপত দেখা দিলেও ইয়াৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কাল এদিন নহয় এদিন উকলি যাব আৰু নায়ক-নায়িকাৰ পুনৰ্মিলনো সম্ভৱ হ'ব। আশাকৰা মতেই দুৰ্বাসাই দিয়া প্ৰতিবিধান অনুসৰি নাটকীয়ভাবেই অভিশাপৰ পৰিসমাপ্তি ঘটিছে আৰু দেৱৰ্ষি কশ্যপৰ আশীৰ্বাদ শিৰত লৈ নায়ক-নায়িকাই পুত্ৰ সমন্বিতে স্থায়ীভাৱে শ্ৰদ্ধা, বিত্ত আৰু বিধিৰ দৰে সম্মিলিত হৈ হস্তিনাপুৰলৈ প্ৰত্যাবৰ্তন কৰিছে।

দুৰ্বাসাৰ অভিশাপে অভিজ্ঞান শাকুন্তলম্ নাটকত এক চমকপ্ৰদ ভূমিকাত অৱতীৰ্ণ হৈছে। এই অভিশাপ উচ্চাৰিত হয় ৪ৰ্থ অঙ্কৰ আৰম্ভণিত সন্নিবিষ্ট এৰ বিষ্কম্ভকত। তাতো আকৌ দুৰ্বাসাক মঞ্চলৈ আহিবলৈ দিয়া হোৱা নাই। নেপথ্যহে দুৰ্বাসাৰ নিঠুৰ অভিশাপ উচ্চৰিত হয়, কাৰণ নাট্যৰীতি অনুসৰি অভিশাপৰ দেখিয়া

অমঙ্গলীয়া কাৰ্য ৰঙ্গমঞ্চত দেখুৱা নিষিদ্ধ। তথাপি দূৰৈত উচ্চাৰিত হ'লেও অভিশাপবাণীয়ে আমাক প্ৰায় বধিৰ কৰি তোলে। উচ্চাৰিত হোৱা মাত্ৰকে এই অভিশাপে সম্পূৰ্ণকৈ আমাৰ মনাকাশ আচ্ছন্ন কৰে। তাৰ ভাবতেই পৰৱৰ্তী দুই অঙ্কত ৪ৰ্থ আৰু ৫ম অঙ্কত শ্ৰোতা-দৰ্শক মন ভাৰাক্ৰান্ত হৈ থাকে। বিশেষতঃ ৫ম অঙ্কত ইয়াৰ প্ৰভাৱে শ্ৰোতা-দৰ্শকক বৰকৈ অভিভূত কৰি ৰাখে। এই অভিশাপে দুষ্যন্ত আৰু শকুন্তলাৰ পাৰস্পৰিক প্ৰেম কিমান গভীৰ আছিল তাক বুজাত সহায় কৰে।

নাটকীয় ঘটনাৰ সংক্ষিপ্ততাৰ উপৰিও মহাকবি কালিদাসে অভিশাপ বৃত্তান্তৰ দ্বাৰা এক মনোবৈজ্ঞানিক ফল সাধনৰ যত্ন কৰাটোও পৰিলক্ষিত হয়। নাট্যকাৰে ইয়াৰ জৰিয়তে নায়ক দুষ্যন্তৰ চৰিত্ৰক মহত্বৰপৰা মহত্ত পৰ্যায়লৈ উন্নীত কৰিছে। ৫ম অঙ্কত যদিও দৃশ্যতঃ ৰজাই ৰাজসভাৰ মাজ মজিয়াত তেওঁৰ বিৱাহিতা পত্নীক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছে তথাপি দুষ্যন্তৰ প্ৰতি আমাৰ সহানুভূতিৰ অভাৱ ঘটা নাই; কাৰণ আমি জানো দুৰ্বাসাৰ অভিশাপৰ কবলত পৰি ৰজাই শকুন্তলাৰ কথা মনত পেলাব পৰা নাই। (কামং প্ৰত্যাদিষ্টাং স্মৰামি ন পৰিগ্ৰহং মুনেস্তনয়াম। বলবত্ তু দূয়মানং প্ৰত্যায়য়তীৱ মে হৃদয়ম্ (৫।৩১)।

সখীদ্বয়ে জানি শুনিয়েই শকুন্তলাক অভিশাপৰ কথা ঘূণাক্ষৰেও নজনালে। শূন্যহৃদয়া শকুন্তলা এনেয়ে আপোনজনৰ বিৰহত কাতৰ হৈ আছে। তাতে আকৌ দুৰ্বাসাৰ মুখৰপৰা নিসৃত অভিশাপৰ দৰে নিৰ্মম বাক্য শ্ৰৱণ কৰাহেঁতেন তেওঁৰ পক্ষে জীৱন ধাৰণ দুৰ্বহ হৈ পৰিলহেঁতেন। সেইবাবে অতিশয় বিবেচনাৰ মাজেৰে প্ৰিয়ম্বদা আৰু অনসূয়াই শকুন্তলাক দুৰ্বাসাৰ অভিশাপৰ একো ভূ-ভটং পাবলৈ নিদিলে। ইয়াৰ দ্বাৰা নাট্যকাৰৰ নাটকীয় অন্তৰ্দৃষ্টি ফুটি ওলাইছে। অভিশাপৰ কথা কণ্বৰো কৰ্ণগোচৰ কৰা নহ'ল। অভিশাপ সম্বন্ধে কণ্বমুনিয়ে জনাহেঁতেন শকুন্তলাৰ বিদায়কালত "যাস্যতি অদ্য শকুন্তলেতি" আদি শোকবাৰ্তাক শ্লোকৰ মাধ্যমেৰে ইমান মৰ্মস্পৰ্শীকৈ প্ৰকাশ নকৰিলেহেঁতেন। এই অভিশাপৰ কথা তপস্বীসকলে জনাহেঁতেন চতুৰ্থ অঙ্ক বৰ অন্ধকাৰময় হৈ পৰাৰ শঙ্কা আছিল। অভিশাপ সম্বন্ধে কোনেও জনা নাছিল বাবে ৫ম অঙ্কত এফালে শাৰ্ঙ্গৰৱ আৰু শাৰদ্বত আৰু আনফালে দুষ্যন্তৰ মাজত সংঘটিত হোৱা সত্য আৰু ধৰ্মজনিত বাক্‌যুদ্ধৰ সৌন্দৰ্য অকণো হানি হোৱা নাই। ৭ম অঙ্কৰ অন্তত ভগৱান কশ্যপৰ মুখৰপৰা দুষ্যন্ত আৰু শকুন্তলাই দুৰ্বাসাৰ অভিশাপৰ কথা শুনি স্বস্তিৰ নিশ্বাস পেলাইছে। বিগত সুদীৰ্ঘ ছবছৰ কাল ধৰি ভৱিষ্যতে প্ৰিয়জনৰ সৈতে মিলনৰ আকাংক্ষা কৰিয়েই অন্তৰৰ সকলো আবেগ-অনুভূতিক চেপা দি ৰাখি শকুন্তলাই নীৰৱে সকলো দুখৰ বোজা বহন কৰি আহি নাটকৰ অন্তত এগৰাকী মহীয়সী ভাৰতীয় ৰমণী বুলি পৰিগণিত হৈছেহি। এতিয়াও শকুন্তলাৰ অন্তৰত প্ৰেম আৰু ক্ষমা সমানেই বিৰাজমান। শকুন্তলাই ৰজাক সহজে ক্ষমা কৰিছে আৰু মনত যদি গ্লানিৰ ভাৱ অকণমান লাগি ৰ'লহেঁতেন তাকে অভিশাপৰ জানে ধুই নিকা কৰি নিছে। সকতে সাপে খালে পিছলৈ কেঁচুলেকো ভয় খোৱাৰ দৰে শকুন্তলাই নিজৰ ভৱিষ্যৎ লৈ

নিশ্চিত হ'ব পৰা নাই। দুষ্যন্তই ভৱিষ্যতে আকৌ বিসর্জন নিদিব বুলি কেনেকৈনো পতিয়ন যায়? দুষ্যন্তই অৱশ্যে তেওঁৰ পত্নী আৰু পুত্ৰক যথোচিত প্ৰেম-প্ৰীতি আৰু শ্ৰদ্ধাৰে আদৰি লৈছে। তথাপি তেওঁৰ মনৰ কোনোবাখিনিত শকুন্তলাক বিনা কাৰণত ৫ম অঙ্কত ৰাজসভাত তপস্বীসকলৰ সমুখতে অস্বীকাৰ কৰা কাৰ্যৰ বাবে পাপাশঙ্কা ৰৈ আছে। মাৰীচৰ মুখৰপৰা দুৰ্বাসাৰ অভিশাপৰ অৱস্থিতি আৰু বিমোচনৰ কথা শুনি পুনৰ্মিলিত হোৱা পতি আৰু পত্নীৰ মনৰ অটল তলিত লিপিত খাই লাগি থকা ক্ৰমে অনিশ্চয়-আশঙ্কা আৰু পাপবোধৰ ভাব দূৰ হৈ যোৱাত এতিয়া তেওঁলোকৰ মন মেঘমুক্ত শাৰদীয় আকাশৰ দৰে নিৰ্মল হ'ল।

কণ্বাশ্ৰমৰপৰা দুষ্যন্ত হস্তিনাপুৰলৈ যোৱাৰ দিনাখনেই কিছুসময়ৰ ব্যৱধানত দুৰ্বাসাৰ অভিশাপ উচ্চাৰিত হয়। ৰজা যোৱাৰ পাছতে শকুন্তলাৰ সৌভাগ্য দেৱতাক পূজিবলৈ প্ৰিয়ম্বদা আৰু অনসূয়াই ফুলনিত পুষ্প-চয়ন কৰে। শাপোচ্চাৰণৰ ফলত সেইদিনাই শকুন্তলাৰ কথা ৰজাৰ স্মৃতি-ফলকৰপৰা মচ খাই যায়। লগে লগে বিদায় কালত শকুন্তলাক উপহাৰ দি যোৱা নিজৰ নামাঙ্কিত আঙঠিৰ কথাও ৰজাৰ মনৰপৰা অন্তৰ্হিত হয়। আনকি আঙঠিত খোদিত 'দুষ্যন্ত' শব্দৰ অক্ষৰৰ সংখ্যাতীত হোৱাৰ দিনাখনেই ৰাজধানীৰপৰা শকুন্তলাক নিবলৈ মানুহ পঠিয়াব খোজা প্ৰতিশ্ৰুতিৰ কথাও তেওঁ পাহৰি যায়। আনকি বিদূষক প্ৰভৃতি ৰজাৰ চিৰসহচৰসকলেও ৰজাৰ আঙঠিটোৰ কথা পাহৰি যায়। দুষ্যন্ত আৰু শকুন্তলাৰ গান্ধৰ্ববিবাহ আৰু আঙঠিদান আদি কাৰ্যত যাতে বিদূষক উপস্থিত নাথাকে তালৈ লক্ষ্য কৰি নাট্যকাৰে ২য় অঙ্কতে তেওঁক ৰাজধানীলৈ আঁতৰাই পঠাইছে। নাটকীয় দৃষ্টিভঙ্গীৰপৰা এয়া অতিশয় তাৎপৰ্যপূৰ্ণ কথা। কিয়নো, বিদূষক আঙঠিদানৰ সময়ত উপস্থিত থকাহেতেন ৫ম অঙ্কত বা তাৰ পূৰ্বেই আঙঠিৰ কথা ৰজাক আঙুলিয়াই দিলে নাটকীয় সৌন্দৰ্য হানি হ'লহেতেন। দুৰ্বাসাৰ অভিশাপে নাটকৰ মাজছোৱাত সৰ্বাত্মক প্ৰভাৱ বিস্তাৰ কৰি এনেভাৱে নাটকীয় ঘটনাৰ শ্ৰীবৃদ্ধি কৰিছে যে তাৰ সুপৰিচালনাৰ বাবে প্ৰকৃততে কালিদাসৰেই আৱশ্যক।

—o—

# আঙঠিৰ বৃত্তান্ত

অভিজ্ঞানশাকুন্তলম নাটকত কৱিকুলগুৰু কালিদাসে অঙ্গুৰীয়ক বা আঙঠিৰ বৃত্তান্তটি ফলপ্ৰদভাৱে সুপ্ৰয়োগ কৰিছে। কোৱা বাহুল্য যে এই আঙঠিটোকে নাটকৰ নামকৰণত অভিজ্ঞান বা চিহ্ন বা চিন হিচাপে ব্যৱহাৰ কৰা হৈছে। গুৰিৰেপৰা আমাৰ নাটকত আঙঠিটোৱে নায়ক বা নায়িকাৰ বিশ্বাস হেৰাবলৈ ধৰে। ১ম অঙ্কত শকুন্তলাক ঋণমুক্ত কৰিবলৈ আঙঠিটো প্ৰিয়ম্বদাক দিবলৈ গৈ ৰজাই নিজৰ পৰিচয় লুকাবলৈ খোজা স্বত্ত্বেও প্ৰকাশিত হৈ পৰে। আঙঠিত খোদিত ৰজাৰ নাম প্ৰিয়ম্বদা-অনসূয়াৰ চকুত ধৰা পৰে। ৰজাই শকুন্তলাৰ হাতত আঙঠিটো দিব খুজিছিল যদিও সি প্ৰিয়ম্বদাৰ হস্তক্ষেপৰ ফলত সিমান দূৰ নেপালেগৈ। ৪ৰ্থ অঙ্কত প্ৰিয়ম্বদা আৰু অনসূয়াই সেই আঙঠিটোৰ ওপৰত নতুনকৈ আস্থা আৰোপ কৰিছে। অভিশাপ দিয়া দুৰ্বাসাই কোনো এক অভিজ্ঞান দেখি স্বামীয়ে শকুন্তলাক চিনি পাব পাৰিব বুলি কয় (ওতো ন মে বচনমন্যথা ভৱিতুমৰ্হতি কিংতু অভিজ্ঞানাভৰণদৰ্শনেন শাপো নিবৰ্তিষ্যত ইতি)। সখী দুজনীয়ে ৰজাই আঙঠিটো শকুন্তলাৰ হাতত পিন্ধাই দি থৈ যোৱা কথা জানে। গতিকে অভিশাপ মোচন সহজতে হ'ব বুলি প্ৰিয়ম্বদা আৰু অনসূয়া নিশ্চিন্ত হৈছে (শক্যমিদানীমাশ্বসিতুম্। অস্তি তেন ৰাজৰ্ষিণা সংপ্ৰস্থিতেন স্বনামধেয়াঙ্কিতমঙ্গুলীয়কং স্মৰণীয়মিতি স্বয়ং পিনদ্ধম্। তস্মিন্ স্বাধীনোপোয়া শকুন্তলা ভৱিষ্যতি)। ৪ৰ্থ অঙ্কত শকুন্তলাৰ বিদায়বেলাত সখিদ্বয়ে শকুন্তলাক সাৱধান কৰি দি কৈছে 'সখি যদিহে ৰজাই তোমাক চিনি পোৱাত মন্থৰ হয় তুমি ৰজাৰ নামাঙ্কিত আঙঠিটো দেখুৱাবা (সখি যদি নাম স ৰাজা প্ৰত্যভিজ্ঞান-মন্থৰো ভৱেত্তস্মাদিমামাত্মনামধেয়াঙ্কিতমঙ্গুলীয়কং দৰ্শয়)। ৫ম অঙ্কত 'শকুন্তলাই ৰজাক কৈছে যদিহে মোক আনৰ স্ত্ৰী বুলি ভাবিছে তেনেহ'লে অভিজ্ঞান দেখুৱাই আপোনাৰ শঙ্কা দূৰ কৰোঁ' (যদি পৰমাৰ্থতঃ পৰপৰিগ্ৰহশঙ্কিনা ত্বয়া এৱং প্ৰবৃত্তং তদভিজ্ঞানেন তৱাশঙ্কামনেষ্যামি)। কিন্তু হাতৰ আঙুলিত আঙঠি বিচাৰি নাপাই শকুন্তলাই 'হায় হায়' কৰি গৌতমীৰ মুখলৈ চাই ৰ'ল। 'নিশ্চয়কৈ তোমাৰ আঙঠি শক্ৰাৱতাৰৰ অভ্যন্তৰত শচীতীৰ্থৰ পানীত বন্দনা কৰোঁতে হাতৰপৰা ওলাই পৰিল' বুলি গৌতমীয়ে কৈ ৰজাৰদ্বাৰা তিৰস্কৃতা হ'ল। সৰলা, অকপট শকুন্তলা মিথ্যাবাদিনী, প্ৰৱঞ্চনাময়ী বুলি প্ৰতীত হ'ল। ফলত শকুন্তলাক ৰজাই অস্বীকাৰ কৰিলে সেই ছলনাময় পিছল আঙঠি গৈ ওলাল ৰোহিত মাছৰ পেটত। ৫ম অঙ্কৰ অন্তত থকা প্ৰৱেশকত ধীৱৰ এজনে মাছৰ পেটত পোৱা ৰজাৰ নামাঙ্কিত আঙঠি বেচিবলৈ গৈ ৰজাৰ ৰক্ষীৰ হাতত বন্দী হ'ল আৰু যাতনাও ভুগিলে। এনেহে আঙঠি সেইটো যিয়ে তাক স্পৰ্শ কৰে তাৰেই যেন লাঞ্ছনা নহৈ নোৱাৰে! অনুসন্ধান কৰি মিত্ৰাৱসু নামে নগৰৰক্ষক ৰাজশ্যালকে শেষত জনালেহি যে ধীৱৰ নিৰ্দোষ। আঙঠিটো কিবা প্ৰকাৰে হেৰাইছিল; এতিয়া ৰজাই পাই কোনোবা বুকুৰ কুটুমলৈ মনত পৰি বিচলিত হৈ পৰিছে। যিহওক, এবাৰ আঙঠি পাই লাঞ্ছনা ভোগ কৰা ধীৱৰে এইবাৰ

যথোচিতভাৱে পুৰস্কৃত হ'ল। ইফালে আঙঠিটোৱে ৰজাৰ মনলৈ আনিলে শকুন্তলাৰোগ। ইয়াৰ ঔষধ বিদূষকেও নাজানে। অঙ্গুৰীয়ক বৃত্তান্ত ৰাষ্ট্ৰজুৰি জনাজাত হ'ল। ৰাজপুৰীৰ কৰ্মচাৰীসকলৰ মুখে মুখে শুনা গ'ল, 'শ্ৰুতং ৰাষ্ট্ৰিয়মুখাদ্‌যাৱদ্ অঙ্গুলীয়কদৰ্শনম্(ৰাজ্ঞঃ)।' ৰাজ্যজুৰি আসন্ন বসন্তোৎসৱ নিষেধ কৰা হ'ল, ৰজাৰ পত্নীবিৰহত জনসাধাৰণো সন্তপ্ত হ'ব লগা হ'ল। উপবনৰ চুকত বহিও ৰজাৰ মনত শকুন্তলাৰোগৰ প্ৰৱলতা কমা নাই। বিদূষকে সান্ত্বনা দি কৈছে 'নন্বঙ্গুলীয়কমেৱ নিদৰ্শনম্, অৱশ্যংভাৱ্যচিন্তনীয়ঃ সমাগমো ভৱতীতি।' ('ডিগ্ৰীয়ে ডিগ্ৰীয়ে') ৰজাৰ সন্তাপজনিত জ্বৰ বাঢ়িবলৈ ধৰিলে। তেওঁ আঙঠিটো চাই চাই ক'বলৈ ধৰিলে, 'হায় হায়, যি আঙুলিত সহজে স্থান পোৱা নাযায়, সেই স্থান পায়ো আকৌ সুলকি পৰাটো তোৰ কিযে দুৰ্ভাগ্য। হে আঙঠি, পৰিণতি দেখি বুজা গৈছে তোৰ পুণ্য মোৰ দৰে খৰ কম আছিল, কিয়নো অৰুণ বৰণীয়া নখেৰে সেই মনোহৰ আঙুলিত ঠাই পায়ো তই পিছলি পৰিলি।'

(অয়ে ইদং তাৱদ্ অসুলভ স্থানভ্ৰংশিশোচনীয়ম্।)
তৱ সুচৰিতমঙ্গুলীয়! নূনং প্ৰতনু মমেৱ বিভাৱ্যতে ফলেন।
অৰুণনখমনোহৰাসু তস্যাশ্চুতমসি লব্ধপদং যদঙ্গুলীষু।। ৬।১১

'তেনেহ'লে এই আঙুঠিটোনো আকৌ শকুন্তলাৰ আঙুলি কেনেকৈ পালেগৈ'- বিদূষকে (কিয় সানুমতীয়েও) জানিবলৈ খোজা স্বাভাৱিক। ৰজাৰ চকুত আকৌ ভাহি উঠিল সেই আশ্ৰমৰপৰা বিদায় লোৱাৰ দৃশ্য- য'ত নীলাভ, হৰিণীৰ দৰে শুৱনি চকুজুৰি চকুলোৰে পূৰাই শকুন্তলাই ৰজাক সুধিছে 'আৰ্যপুত্ৰই মোলৈ কেতিয়াকৈ বতৰা পঠিয়াব?' তাকে দেখি ৰজাই সেই আঙঠিটো তেওঁৰ আঙুলিত সুমুৱাই দি কৈছে, "ইয়াত লিখা মোৰ নামৰ এটা এটা আখৰ নিতৌ গণিবা, সেই গণনা যেতিয়া শেষ হ'ব-তাৰ মাজতে মোৰ অন্তঃপুৰৰ মানুহ নিবলৈ তোমাৰ ওচৰ পাবহি।"

(একৈকমত্ৰ দিৱসে দিৱসে মদীয়ং
নামাক্ষৰং গণয় গচ্ছসি যাৱদন্তৰং।
তাৱৎপ্ৰিয়ে! মদৱৰোধগৃহপ্ৰৱেশং
নেতা জনস্তৱ সমীপমুপৈষ্যতীতি।। ৬।১২)

এই সময় গণনাৰ প্ৰণালী নিশ্চয় সুন্দৰ হৈছিল, তাত আনবো সন্দেহ নাছিল; শকুন্তলা আৰু ৰজাইও সন্তোষ পাইছিল। কিন্তু ৰজা মোহাচ্ছন্ন হৈ ৰ'ল কিয়? কিয় তেওঁৰ প্ৰতিশ্ৰুতি প্ৰতিশ্ৰুতি হৈয়ে ৰ'ল? এইবোৰ কথাই ৰজাক ইমান বিতত কৰিছিল যে প্ৰমত্ত লোকৰ দৰে আঙঠিটোকে তেওঁ তৰ্জন গৰ্জন কৰিবলৈ ধৰিলে, 'তই কি দৰে সুন্দৰ হাতৰ আঙুলি তেজি পানীত পৰিলিগৈ? (কথং নু তং বন্ধুৰকোমলাঙ্গুলিং কৰং ৱিহায়াসি নিমগ্নমম্ভসি?) 'শকুন্তলাৰ প্ৰতি যদি ৰজাৰ ইমানেই দৰদ আছিল তেনেহ'লে তেওঁক মনত পেলাবলৈনো আকৌ কি এটা অভিজ্ঞানৰ দৰকাৰ? এনে প্ৰশ্ন অভিশাপৰ জ্ঞান নথকা সানুমতীয়ে কৰা স্বাভাৱিক।

৭ম অঙ্কত দেখা যায়, শকুন্তলাই ৰজাৰ হাতত আঙঠি দেখি সুধিছে 'আৰ্যপুত্ৰ ইদং তদঙ্গুলীয়কম্।' ৰজাই কৈছে 'অস্মাদঙ্গুলীয়কোপলম্ভাৎ খলু স্মৃতিৰুপলব্ধা।'

শকুন্তলাই কৈছে 'বিষমং কৃতমনেন যত্তদার্যপুত্রস্য প্রত্যয়কালে দুর্লভমাসীৎ'। ৰজাই কৈছে 'তেনে হি ঋতুসমৱায়চিহ্নং প্রতিপদ্যতাং লতাকুসুমম্।' শকুন্তলাই কৈছে 'নাস্য বিশ্বসিমি। আর্যপুত্র এৱৈতদ্ধাৰয়তু।' এনেয়ে আশ্রমত পালিতা শকুন্তলাৰ অলঙ্কাৰৰ প্রতি কোনো মোহ নাই। তাতে আকৌ প্রয়োজনৰ সময়ত হাত এৰা দি যোৱা আঙুঠি! এবাৰ কোনো বস্তুৰ ওপৰত মানুহে বিশ্বাস হেৰুৱালে আকৌ তাত বিশ্বাস স্থাপন কৰা সহজ নহয়। এনেয়ে কথাতে লোকে কয় নে বোলে 'এবাৰ কাণ কটা সোণৰ ওচৰেৰেও যাবলৈ নাপায়।' অৱশেষত মাৰীচে ৰজাৰ স্মৃতিবিভ্রমৰ ৰহস্য উদ্ঘাটন কৰি দি কৈছে 'এই দুর্ভাগিনী দুর্বাসাৰ শাপত অভিশপ্ত হৈ তোমালদ্বাৰা প্রত্যাখ্যাতা হৈছে, আন কোনো কাৰণত নহয় আৰু সেই অভিশাপ আঙুঠি দেখিলত নিবৃত্ত হৈছে।' গতিকে বুজা যায় দুর্বাসাৰ অভিশাপে আঙুঠিৰ ওপৰতো প্রভাৱ বিস্তাৰ কৰিছিল। কিয়নো ৰজাইে নালাগে আনেও আঙুঠিটো যে ৰজাৰ হাতত নাই তালৈ নজৰ কৰা নাই। আনকি ৫ম অঙ্কত শকুন্তলাই তেওঁৰ নামাঙ্কিত আঙুঠিটোৰ কথা কোৱাতো ৰজাই তালৈ মনত পেলাব পৰা নাই।

কবি কালিদাসে সম্ভৱতঃ সঁচা প্রেমৰ বাবে কোনো অভিজ্ঞান বা চিহ্নৰ আৱশ্যক নোহোৱা কথাকে দঢ়াই দেখুৱাৰ প্রয়াস কৰিছে এই আঙুঠিৰ বৃত্তান্তৰ জৰিয়তে। সেই কথাকে সানুমতীৰ মুখেৰে কোৱাইছে 'অথবেদৃশো অনুৰাগা অভিজ্ঞানমপেক্ষতে?' একে কাৰণতে মিলনৰ পিছত শকুন্তলাই আঙুঠিটো পিন্ধিবলৈ অস্বীকাৰ কৰিছে। কিয়নো তেওঁৰ তাৰ ওপৰত আস্থা নাই।

কোনো কোনো পণ্ডিতে অভিজ্ঞানশাকুন্তলাৰ অঙ্গুৰীয়কবৃত্তান্তৰ সাদৃশ্য বিচাৰি পায় গ্রীচৰ ঐতিহাসিক Herodotus ৰ (খৃঃ পূঃ ৪৮৪-৪৩১) Histories নামেৰে গ্রন্থত লিখা এটা আখ্যানৰ মাজত।[১] ইজিয়ান সাগৰৰ পাৰত অৱস্থিত চামোচ দ্বীপৰ ৰজা Polycrates-এ ইজিপ্তৰ শাসনকর্তা-বন্ধু এজনৰ কথামতে তেওঁৰ অতিপ্রিয় ৰত্নখচিত আঙুঠি এটি মাজসাগৰত দলিয়াই পেলায়। কেইদিনমানৰ পিছত এজন মাছমৰীয়াই এটা প্রকাণ্ড মাছ ধৰে আৰু মাছটো Polycrates-ক উপহাৰ দিয়ে। ৰজাই মাছমৰীয়াজনকো ভোজনৰ বাবে নিমন্ত্রণ জনায়। পিছত ৰজাঘৰীয়া মানুহে মাছ কাটিলত তাৰ পেটত দিন দিয়েক আগতে ৰজাই (Scape-goat-ৰ দৰে) বিসর্জন দিয়া আঙুঠিটো পায়।

এই বৃত্তান্তৰ ওচৰত কালিদাসক ঋণী বুলি ভাবিবলৈকে টান। কিয়নো দুয়োটা বৃত্তান্তৰ মূলাদর্শ বিপৰীত। Polycrates-এ আঙুঠিটোক আসন্ন বিপদৰপৰা হাত সাৰিবলৈ প্রতীক হিচাপে (Scape goat ? সদৃশ) নিজহাতেৰে সাগৰৰ মাজত বিসর্জন দিছে। আঙুঠিটো ঘূৰাই পোৱাটোকো দুর্দৈৱৰ চিন বুলিহে আঙুলিয়াই দিছে। কিন্তু আলোচ্য নাটকত আঙুঠিটোক পৰিচয়জ্ঞাপক মুদ্রা 'অভিজ্ঞানাভৰণ' হিচাপে উপস্থাপন কৰা হৈছে। ভাৰতীয় সংস্কৃতিত আঙুঠিক সদায় মঙ্গলময় বুলি বিবাহকালীন প্রতীক হিচাপে মানি লোৱা হয়। নাটকত আঙুঠিটো শকুন্তলাৰ অজ্ঞাতে হেৰাইছে আৰু তাৰ উপলব্ধিয়ে অভিশাপৰূপ অমঙ্গল প্রতিহত কৰি

---

১। ওপৰত কাহিনীৰ উৎস আৰু পৰিৱর্তন দ্রষ্টব্য।

নায়ক-নায়িকাৰ মিলন সম্ভৱপৰ কৰিছে (ওপৰত বিদূষকৰ বক্তব্য দ্ৰষ্টব্য)। গতিকে কালিদাসৰ ওপৰত এই ক্ষেত্ৰত গ্ৰীক প্ৰভাৱ স্বীকাৰ্য নহয়।

বৰঞ্চ মহাকবি কালিদাসে আদি কবি বাল্মীকিৰ ওচৰতে এই বিষয়ত ঋণী বুলি ভাবিব পৰা যায়। ৰঘুবংশৰ ৰচয়িতাৰ ওপৰত বাল্মীকিৰ প্ৰভাৱ অনস্বীকাৰ্য। কিষ্কিন্ধা কাণ্ডত ৰামে সীতা অন্বেষণত ওলোৱা হনুমানৰ হাতত এটা আঙঠি দিয়া কথা উল্লেখ আছে-

দদৌ তস্য ততঃ প্ৰীতঃ স্বনামাঙ্কোপশোভিতম্।
অঙ্গুলীয়মভিজ্ঞানং ৰাজপুত্ৰ্যাঃ পৰন্তপঃ।।
অনেন ত্বাং হৰিশ্ৰেষ্ঠ চিহ্নেন জনকাত্মজা।
মৎসকাশাদনুপ্ৰাপ্তমনুদ্বিগ্না অনুপশ্যতি। ৰা ৪।৪৪।১২-১৩

সুন্দৰকাণ্ডত এই আঙঠি হনুমানে সীতাৰ ওচৰত সমৰ্পণ কৰি আত্মপৰিচয় দান কৰে।

বানৰোঽহং মহাভাগে দূতো ৰামস্য ধীমতঃ।
ৰাম নামাঙ্কিতং চেদং পশ্য দেৱ্যঙ্গুলীয়কম্।।
প্ৰত্যয়াৰ্থং তৱানীতং তেন দত্তং মহাত্মনা। ৰা ৫।৩৬।২-৩

ইয়াৰপৰা অনুমান হয় যে 'অঙ্গুলীয়মভিজ্ঞানং ভাৰতীয় সংস্কৃতিৰ কঠিয়াতলিত জন্মা সম্পদ। তাৰপৰা তাক কালিদাসে বুটলিছে।



# অতিপ্ৰাকৃতিক উপাদান

সংস্কৃত নাটকত অতিপ্ৰাকৃতিক উপাদানৰ বহুল প্ৰয়োগ চকুত পৰে। কালিদাসৰ নাটক তিনিখনতো অতিপ্ৰাকৃতিক কতৃত্বৰ অপৰিসীম প্ৰভাৱ বিৰাজ কৰিছে। অভিজ্ঞানশাকুন্তলম ইয়াৰ ব্যতিক্ৰম নহয়। ১ম অঙ্কত শকুন্তলাৰ জন্ম- বৃত্তান্তৰ কথা শুনা যায়। কৌশিকৰ ঔৰসজ আৰু মেনকাৰ গৰ্ভজাত সন্তান শকুন্তলাক কিদৰে পিতৃ-মাতৃয়ে পৰিত্যাগ কৰি গ'ল সকলো কথা শুনি ৰজাই মন্তব্য দিছে, 'সৰ্ব্বথাপ্সৰাসম্ভৱৈষা'। ২য় অঙ্কৰ অন্তত কণ্বৰ আশ্ৰমত কুলপতিৰ অনুপস্থিতিত ৰাক্ষসসকলে ইষ্টি সম্পাদনত বিঘিনি ঘটোৱা কথা ঋষিকুমাৰৰয়ে ৰজাক কয়হি (তত্ৰভৱতঃ কণ্বস্য মহৰ্ষেঃ অসান্নিধ্যাদ্ ৰক্ষাংসি ন ইষ্টিবিঘ্নমুৎপাদয়ন্তি)। ৩য় অঙ্কত গৌতমীয়ে শকুন্তলাৰ শাৰীৰিক অসুস্থতা নিবাৰণ কৰিবলৈ দৰ্ভোদকৰ ব্যৱস্থা কৰিছে আৰু কৈছে 'অনেন দৰ্ভোদকেন নিৰাবাধমেৱ তে শৰীৰং ভৱিষ্যতি'। দৰ্ভোদকৰ ওপৰত প্ৰতিষ্ঠিত ৰোগ-নিৰাময়ৰ বিশ্বাসক 'জনপ্ৰিয় লোক বিশ্বাস' আৰু অলৌকিক ঘটনা বুলিব পাৰি। ৪ৰ্থ অঙ্কত পোনতে দুৰ্বাসাৰ অভিশাপক এক মুখ্য অতি প্ৰাকৃতিক ঘটনা বুলিব পাৰি। (স্থানান্তৰত ইয়াৰ বিশদ আলোচনা কৰা হৈছে।) এই অঙ্কতে প্ৰৱাসৰপৰা উভতি আহি কণ্বই অগ্নিশৰণ গৃহত প্ৰৱেশ কৰি অশৰীৰি ছন্দোময় ৱাণী (দুষ্যন্তেনাহিতং . ৪।৪ ইত্যাদি) শুনিবলৈ পাইছে। তাৰ পিছত নাৰদ আৰু গৌতম নামে দুই ঋষিকুমাৰে বনদেৱতা সকলে শকুন্তলালৈ দিয়া নানান অসামান্য উপহাৰ আনি দিছে আৰু সেই অলৌকিক ঘটনাৰ বিৱৰণ গৌতমীৰ আগত প্ৰকাশ কৰিছে,

> ক্ষৌমং কেনচিদিন্দুপাণ্ডু তৰুণা মাঙ্গল্যমাৱিষ্কৃতং
> নিষ্ঠ্যূতশ্চৰণোপভোগসুলভো লাক্ষাৰসঃ কেনচিৎ।
> অন্যেভ্যো বনদেৱতাকৰতলৈৰাপৰ্ৱভাগোত্থিতৈৰ্
> দত্তানি আভৰণানি তৎকিশলয়োদ্ভেদপ্ৰতিদ্বন্দ্বিভিঃ।। ৪।৫

(কোনোডাল গছৰপৰা জোনৰ দৰে মাঙ্গলিক পাট কাপোৰ, কোনো ডালৰপৰা ভৰিৰ তলুৱাত লগোৱাৰ উপযুক্ত লাক্ষাৰস, এইদৰে আন আন গছৰপৰা কুঁহিপাতৰ দৰে কোমল বনদেৱীসকলৰ হাতৰ আগেৰে অলঙ্কাৰবোৰ দিলে)। তাৰ পিছতো কুলিৰ মাতেৰে আকাশভাষিতৰদ্বাৰা (ৰম্যান্তৰঃ কমলিনীহৰিতৈঃ . ইত্যাদি ৪।১১) শকুন্তলাক বিদায় ৱাণী দিয়া হৈছে ('জাতে জ্ঞাতিজনস্নিগ্ধাভিৰনুজ্ঞাতগমনাসি তপোৱনদেৱতাভিঃ)। ৫ম অঙ্কৰ অন্তত ৰজাৰদ্বাৰা প্ৰত্যাখ্যাতা হোৱা আৰু ঋষিসকলৰদ্বাৰা পৰিত্যক্তা হোৱা শকুন্তলাক মধ্যস্থতাকাৰী পুৰোহিত সোমৰাতে নিজ ঘৰলৈ আগবঢ়াই নিওঁতে কদন্তী জীয়ৰীক মেনকাই হেমকূটলৈ লৈ যোৱা ঘটনাও কম অলৌকিক নহয়। ৬ষ্ঠ অঙ্কত দুষ্যন্তৰ উপৱনত সানুমতীৰ অৱৰোহণ উল্লেখযোগ্য। সানুমতীয়ে প্ৰণিধান (ভূত, ভৱিষ্যৎ আৰু বৰ্তমানৰ কথা যি গভীৰ যোগবলত জনা যায় সেয়ে প্ৰণিধান। সততে এই ৱিদ্যা অপ্সৰা বা গন্ধৰ্বসকলৰ

অধিগত। যোগসূত্র ৩।৫০; ৰঘুৱংশ ১।৭৪ দ্রষ্টব্য)। আৰু তিৰস্কৰণী ৱিদ্যা (আনৰ দৃষ্টিৰ আঁৰত থাকিব পৰা একপ্ৰকাৰ যাদুৱিদ্যা। বিক্ৰমোৰ্ৱশীয় দ্রষ্টব্য) জানিছিল। সানুমতীয়ে ৬ ষ্ঠ অঙ্কত নিজে কৈছে 'অস্তি মে বিভৱঃ প্ৰণিধানেন সৰ্বং পৰিজ্ঞাতুম। কিন্তু সখ্যা আদৰো ময়া মানয়িতব্যঃ। ভৱতু। অনয়োৰেৱোদ্যানপালিকয়োস্তিৰস্ক প্ৰতিচ্ছন্না পাৰ্শ্বৱৰ্তিনী ভূত্বোপলপ্স্যে।' ৫ ম অঙ্কত ৰজাই 'কুলপতি কুশলে আছেনে?' সুধিলত শাৰ্ঙ্গৰৱে কথক 'স্বাধীনকুশল' বুলি কৈছে (স্বাধীনকুশলাঃ সিদ্ধিমন্তঃ)। ৬ ষ্ঠ অঙ্কত স্বৰ্গৰপৰা মৰ্তলৈ মাতলিৰ আগমনো চমকপ্ৰদ। তিৰস্কৰণী ৱিদ্যাৰ বলত তেওঁ বিদূষকক মেঘচ্ছন্দ প্ৰসাদৰ ওপৰলৈ তুলি নিছে। তাৰ পিছত তেওঁ দুষ্যন্তক আকাশমাৰ্গেৰে অনা-নিয়া কৰিছে। ৭ ম অঙ্কত তেওঁ ৰজাৰসৈতে আকাশপথত পৃথিৱী আৰু অন্তৰীক্ষলোকৰ বিষয়ে আলোচনা কৰিছে। অন্তত তেওঁলোকে অন্তৰীক্ষত অৱস্থিত হেমকূটত উপনীত হৈছে। সৰ্বদমনৰ হাতত বান্ধি থোৱা কৰন্দিকা আৰু অপৰাজিতা নামে ঔষধিৰ মাহাত্ম্য শ্ৰৱণো অতিপ্ৰাকৃতিক ঘটনাৰ ভিতৰুৱা। মাৰীচে ধ্যানযোগেৰে দুৰ্ৱাসাৰ অভিশাপৰ হেতুকে ৰজাৰদ্বাৰা শকুন্তলাৰ প্ৰত্যাখ্যানৰ ঘটনা দৰ্শনো স্মৰণীয় (যদৈৱাপ্সৰতীৰ্থাৱতৰণাৎ প্ৰত্যক্ষবৈক্লৱ্যাং শকুন্তলামাদায় মেনকা দাক্ষায়ণীমুপগতা তদৈৱ ধ্যানাদৱগতোঽস্মি দুৰ্ৱাসঃ শাপাদিয়ং তপস্বিনী সহধৰ্মচাৰিণী ত্বয়া প্ৰত্যাদিষ্টা নান্যথেতি।'

নাট্যকাৰে নাটকত ইমানবোৰ অতিপ্ৰাকৃতিক ঘটনা পৰিবেশন কৰাৰ অন্তৰালত ভাৰতীয় জনমানসত সুদীৰ্ঘদিন ধৰি দৃঢ়ভাৱে প্ৰতিষ্ঠিত হৈ অহা ভাগ্যৱাদ বা দৈৱশক্তিৰ প্ৰভাৱকো স্বীকাৰ কৰিব লাগিব। আমাৰ নাটকত বাৰম্বাৰ ভাগ্যবাদৰ প্ৰতিধ্বনি মন্দিৰৰ ঘণ্টাৰ ধ্বনিৰ দৰে শুনি আহিছোঁ। ১ ম অঙ্কত ৰজা দুষ্যন্তই 'কুলপতি আশ্ৰমত আছে নে' সুধিলতে বৈখানসে কৈছে 'ইদানীমেৱ দুহিতৰং শকুন্তলামতিথিসৎকাৰায় নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থং গতঃ।' দুষ্যন্তই হস্তিনাপুৰলৈ গৈ শকুন্তলাক নিয়াবলৈ মানুহ নপঠিওৱাৰ বাবে অনুসূয়া আৰু প্ৰিয়ম্বদাই সখীয়েকৰ সৌভাগ্য দেৱতাক পূজা কৰিবলৈ (৪ ৰ্থ অঙ্কৰ বিষ্কম্ভকত) পুষ্প চয়ন কৰিছে (ননু সখ্যাঃ শকুন্তলায়াঃ সৌভাগ্যদেৱতা অৰ্চনীয়া)। 'তাত ইদানীমিমং বৃত্তান্তং শ্ৰুত্বা ন জানে কিং প্ৰতিপৎস্যতে' ইতি'- এইদৰে প্ৰিয়ম্বদাই ৰজাৰসৈতে শকুন্তলাৰ বিৱাহ তাত কণ্বই অনুমোদন কৰিবনে নাই সন্দেহ প্ৰকাশ কৰিছে। তাৰ উত্তৰত অনসূয়াই কৈছে 'গুণৱান দৰালৈ ছোৱালী বিয়া দিবলৈ গুৰুজনে সদায় সংকল্প কৰি আহিছে। তাক যদি দৈৱই অপ্ৰয়াসে সম্পাদন কৰিলে গুৰুজন কৃতাৰ্থহে হ'ব (গুণৱতে কন্যকা প্ৰতিপাদনীয়েত্যয়ং তাৱৎ প্ৰথমঃ সংকল্পঃ। তং যদি দৈৱমেৱ সংপাদয়তি নন্বপ্ৰয়াসেন কৃতাৰ্থো গুৰুজনঃ)। [তু. সংকল্পিতং প্ৰথমং, ইত্যাদি ৪।১৩ দ্ৰঃ] একেদৰে কুলপতি কণ্বই শাৰ্ঙ্গৰৱৰ জৰিয়তে ৰজালৈ পঠোৱা সন্দেশতো শহুৰৰ ঘৰত পৰিণীতা ছোৱালীৰ ওপৰত ভাগ্যৰ কৰ্তৃত্বৰ কথা উল্লেখ কৰিছে- 'ভাগ্যায়ত্তমতঃ পৰং ন খলু তদ্বাচ্যং বধূবন্ধুভিঃ' (৪।১৭)। ৫ ম অঙ্কত ৰজাক পতিয়ন নিয়াবলৈ দুষ্যন্তনামাঙ্কিত আঙঠি দেখুৱাবলৈ খুজি হাতত আঙঠিটো নাপালে। উপহাসৰ পাত্ৰী হৈ শকুন্তলাই কৈছে 'অত্ৰ তাৱদ বিধিনা দৰ্শিতং প্ৰভুত্বম্।' ৬ ষ্ঠ অঙ্কত ৰজাই বাৰম্বাৰ শকুন্তলাৰ কথা

কৈ ব্যাকুল হোৱা দেখি সানুমতীয়ে কণ্বদুহিতাৰ প্ৰতি সহানুভূতিশীল হৈ কৈছে, 'নন্বীদৃশানি তপস্বিন্যা ভাগধেয়ানি।' ভৰতে নিজ পিতৃ দুষ্যন্তক চিনি নেপায় 'কোন এইজন, মা?' বুলি সুধিলত মাকে কৈছে 'বৎসে তে ভাগধেয়ানি পৃচ্ছ।'

অতি প্ৰাকৃতিক ঘটনাৰ প্ৰাচুৰ্য আৰু 'ভাগ্য', 'দৈৱ', 'বিধি' আদিৰ দোহাই বিলাকৰদ্বাৰা মানৱক ভাগ্য বা দৈৱৰ কৰ্তৃত্বাধীন বুলি প্ৰতিপন্ন কৰে। দৈৱ বা বিধিয়ে মানুহৰ ওপৰত তাৰ ইচ্ছা আৰোপণ কৰা প্ৰায়ে চকুত পৰে। সেইবাবে সন্তান প্ৰসৱ পৰ্যন্ত শকুন্তলাক পুৰোহিত আশ্ৰয় দান দিব খোজা সময়তো মেনকাই জীয়েকৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিছে আৰু তেওঁলৈ সুৰক্ষা আগবঢ়াইছে। দুষ্যন্ত আৰু শকুন্তলাৰ পুনৰ্মিলনৰ বাবেও দেৱতাসকল যে আগ্ৰহী তাকো ৬ষ্ঠ অঙ্কত সানুমতীয়ে কৈছে। এনেভাৱে যি বিষয়ত মানৱীয় শক্তি নিষ্প্ৰভ হৈছে তাক দৈৱ শক্তিয়ে . পোহৰাইছে।

# প্ৰকৃতি

মহাকৱি কালিদাসৰ সকলো ৰচনাতে প্ৰকৃতিৰ যথাৰ্থ চিত্ৰণ পাঠকৰ চকুত পৰে। বিশেষতঃ তেওঁ ৰচনা কৰা দুই খণ্ডকাব্য বা গীতিকাব্য মেঘদূত আৰু ঋতুসংহাৰ প্ৰকৃতিৰ চিত্ৰ-বিচিত্ৰ ৰঙেৰে সমৃদ্ধ। অভিজ্ঞানশাকুন্তলম্ নাটকতো প্ৰকৃতিৰ প্ৰাণৱন্ত ৰূপচ্ছটা বাৰুকৈয়ে জিলিকিছে। এই প্ৰকৃতিক বাদ দিলে নাটকৰ সৌন্দৰ্য অটুট নাথাকে। সেইবাবে কৱিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰে যথাৰ্থ মন্তব্যকে কৰি গৈছেঃ "অভিজ্ঞানশকুন্তলা নাটকে অনসূয়া-প্ৰিয়ংৱদা যেমন, কণ্ব যেমন, দুষ্যন্ত যেমন, তপোৱন প্ৰকৃতিও তেমনি একজন বিশেষ পাত্ৰ। এই মূক প্ৰকৃতিকে কোনো নাটকেৰ ভিতৰে যে এমন প্ৰধান, এমন অত্যাৱশ্যক স্থান দেওয়া যাইতে পাৰে, তাহা বোধ কৰি সংস্কৃত-সাহিত্য ছাড়া আৰ কোথাও দেখা যায় নাই। প্ৰকৃতিকে মানুষ কৰিয়া তুলিয়া তাহাৰ মুখে কথাবাৰ্তা বসাইয়া ৰূপকনাট্য ৰচিত হইতে পাৰে; কিন্তু প্ৰকৃতিকে প্ৰকৃত ৰাখিয়া তাহাকে এমন সজীৱ, এমন প্ৰত্যক্ষ, এমন ব্যাপক, এমন অন্তৰঙ্গ কৰিয়া তোলা, তাহাৰদ্বাৰা নাটকেৰ এত কাৰ্য সাধন কৰাইয়া লওয়া এতো অন্যত্ৰ দেখি নাই। বহিঃ প্ৰকৃতিক যেখানে দূৰ কৰিয়া, পৰ কৰিয়া ভাবে- যেখানে মানুষ আপনাৰ চাৰি দিকে প্ৰাচীৰ তুলিয়া জগতৰ সৰ্বত্ৰ কেৱল ব্যৱধান ৰচনা কৰিতে থাকে, সেখানকাৰ সাহিত্য এমন ৰূপ সৃষ্টি সম্ভৱপৰ হইতে পাৰে না।"[১]

আলোচ্যমান নাটকৰ ৫ ম অঙ্কৰ বাহিৰে আন ছটা অঙ্কৰে পটভূমি প্ৰকৃতিৰ শ্যামল কোলা। ১ ম অঙ্কত শৰ গাত পৰাৰ ভয়ত ডিঙিবেঁকাকৈ ৰজাৰ আগে আগে প্ৰাণকাতৰে লৰি পেলোৱা মৃগটিৰ বৰ্ণনা (গ্ৰীৱাভঙ্গাভিৰামং ইত্যাদি)-আছে? তাৰপাছত বৃক্ষৰ কোটৰত থকা পক্ষীৰ বাঁহৰপৰা সিঁচৰিত হৈ পৰা নীৱাৰ ধান্যৰ বৰ্ণনা আছে।

মানুহ আৰু প্ৰকৃতিৰ সহাৱস্থানৰ উদাহৰণ ১ ম অঙ্কৰেপৰা দেখিবলৈ পোৱা যায়? এই অঙ্কত গছৰ গুৰিত পানী দিয়া শকুন্তলা আৰু তেওঁৰ দুইজনী সখীয়েকৰ মাজত হোৱা বিচিত্ৰ বাক্যালাপ উদাহৰণীয়? অনসূয়াই কৈছে, 'হে শকুন্তলা, মই অনুমান কৰিছোঁ, পিতা কণ্বই তোমাতকৈ আশ্ৰমৰ তৰুতৃণক অধিক মৰম কৰে। নহ'লেনো তোমাক, নৱমালিকাৰ দৰে কোমল দেহী ছোৱালীজনীক, এনেদৰে গছৰ গুৰিত পানী দিবলৈ নিযুক্ত কৰেনে? (হলা শকুন্তলে, ত্বত্তোঅপি তাতকাশ্যপস্যাশ্ৰমবৃক্ষকাঃ প্ৰিয়তৰা ইতি তৰ্কয়ামি। যেন নৱমালিকাকুসুমপেলৱাপি ত্বমেতেষালৱালপূৰণে নিযুক্তা)। তাৰ উত্তৰত শকুন্তলাই কৈছে, 'মই অকল দেউতাৰ আদেশ লৈয়ে বৃক্ষৰ গুৰিত পানী দিয়া নাই। সিঁহতৰ প্ৰতি মোৰ ভগ্নীসুলভ চেনেহো আছে' (ন কেৱলং তাতনিয়োগ এৱ। অস্তি মে সোদৰস্নেহোঽপ্যেতেষু)। কন্তেক পিছত শকুন্তলাই আগলৈ চাই কৈছে 'এই কেশৰ

---

১। প্ৰাঃ সাঃ পৃঃ ৪২-৪৩।

বৃক্ষই বতাহত ঘ্যলি-জালি শাখাৰূপ আঙুলিৰ ঠাৰেৰে মোক ওচৰলৈ মাতিছে মই তাৰ মন যোগাওঁগৈ। (এষ বাতে ... পল্লবাঙ্গুলীভিস্বৰয়তীৱ মাং কেসৰ বৃক্ষকঃ। যাৱদেনাং সম্ভাৱয়ামি) তাকে শুনি প্ৰিয়ম্বদাই কৈছে, 'হেৰা সখি শকুন্তলা, অলপ সময় তাত থিয় দি থোৱাচোন; তোমাক গছৰ ওচৰত থিয় হৈ থকা দেখিলে এনেহে লাগে যেন তাত কোনোবা লতাহে লাগি ধৰিছে (হলা শকুন্তলে অত্ৰৈৱ তাৱন্মুহূৰ্তং তিষ্ঠ যাৱত্ত্বয়োপগতয়া লতাসনাথ ইৱায়ং কেসৰ বৃক্ষকঃ প্ৰতিভাতি)। এনে সময়তে অনসূয়াই শকুন্তলাৰ দৃষ্টি আকৰ্ষণ কৰি কয়ঃ 'শকুন্তলা, তুমি বনজ্যোৎস্না বুলি নাম থোৱা স্বয়ংৱৰা হৈ আম্ৰবৃক্ষক বিয়া কৰোৱা নৱমালিকাজোপালৈ পাহৰিছানে কি? (হলা শকুন্তলে ইয়ং স্বয়ংবৰবধূঃ সহকাৰস্য ত্বয়া কৃতনামধেয়া বনজ্যোৎস্নেতি নৱমালিকা। এনাং বিস্মৃতাসি)। শকুন্তলাই উত্তৰত কৈছে, 'তেনেহ'লেচোন নিজকে পাহৰি যাম।' এইবুলি লতাজুপিৰ কাষ চাপি গৈ ভালদৰে চাই কৈছে 'ভাল ৰমণীয় মুহূৰ্ততে এই লতাজুপিৰেসৈতে সহকাৰৰ মিলন হৈছে, বনজ্যোৎস্না ফুলেৰে জাতিষ্কাৰ হৈ যৌৱন লাভ কৰিছে আৰু নতুন পাত ধৰি সহকাৰজুপি উপভোগক্ষম হৈছে (তদাত্মানমপি বিস্মৰিষ্যামি। হলা ৰমণীয়ে খলু কাল এতস্য লতাপাদপ-মিথুনস্য ব্যতিকৰঃ সংবৃত্তঃ। নৱকুসুম যৌৱনা বনজ্যোৎস্না স্নিগ্ধপল্লৱয়োপভোগক্ষমঃ সহকাৰঃ)। এনেকৈ কৈ একেথৰে শকুন্তলাই বনজ্যোৎস্নাৰ ফালে চাই থকা দেখি প্ৰিয়ম্বদাই পৰিহাসৰ ছলেৰে কৈছে, 'অনসূয়া, শকুন্তলাই বনজ্যোৎস্নালৈ একেথৰে চাই আছে কিয় জানা? এইজনীয়ে ভাবিছে বনজ্যোৎস্নাই যিদৰে সুযোগ্য গছ এজোপাৰে সুসঙ্গতা হৈছে সেইদৰে মইও যদি এজন যোগ্য দৰা পালোহেতেন (অনসূয়ে জানাসি কিং শকুন্তলা বনজ্যোৎস্নামতিমাত্ৰং পশ্যতীতি।—— যথা বনজ্যোৎস্নানুৰূপেণ পাদপেন সংগতা অপি নামৈৱহমপ্যাত্মনোঽনুৰূপং বৰং লভেয়েতি)।

এনেবোৰ উক্তিয়ে আশ্ৰমবাসিনী তাপসকন্যাসকলৰ অপৰিসীম প্ৰকৃতিপ্ৰীতিৰ উদাহৰণ দাঙি ধৰে। বিশেষতঃ মুনিকন্যা শকুন্তলাই যেন গছ-লতিকাৰ মৌনভাষা বুজিবলৈ পাৰিছিল, আৰু সেইবাবেই ভাতৃস্নেহবশতঃ গছবিৰিখবোৰক লালন-পালন কৰিছিল। নাটকত সহকাৰ আৰু বনজ্যোৎস্না জড়-প্ৰকৃতিৰ অংগ হৈ থকা নাই, বৰঞ্চ ইবোৰো চৈতন্যময়ৰূপে অভিনয়ত অংশগ্ৰহণ কৰিছে। আগলৈ সহকাৰ-নৱমালিকাৰ মিলনে দুষ্যন্ত শকুন্তলাৰ প্ৰণয়ৰ প্ৰতীক হৈও নাটকত দেখা দিছে।

দ্বিতীয় অঙ্কটো অনুষ্ঠিত হৈছে মালিনী নদীৰ পাৰৰ কোনো ভাঠ ছাঁ পৰা ঠাইত। মৃগয়াৰপৰা বিৰত থাকি ৰজাই বনৰীয়া মহবোৰক পানীত শিংমাৰি গা-ধুবলৈ অৱসৰ দিছে; সেইদৰে কদমৰ ছাঁৰ তলত মৃগবোৰক ঘাঁহ পাগুলিবলৈ, বৰাহবোৰক বোকাত লেটি ল'বলৈ অৱকাশ দিছে। একেভাৱে ৩য় অঙ্কৰ পৃষ্ঠভূমিও হৈছে কুলুকুলু কৈ বৈ যোৱা মালিনীতীৰৰ এক লতাকুঞ্জ। তাত বিচৰণ কৰাসকলৰ গা শাঁত কৰিবলৈ প্ৰৱাহিত হয় মৃদু সমীৰণ।

কিন্তু ৪ৰ্থ অঙ্কৰ প্ৰকৃতি ১ম তিনিটা অঙ্কৰ দৰে অনুভূতি নিৰপেক্ষ নহয়। এই অঙ্কত প্ৰকৃতি অকলে পটভূমি হৈ থকা নাই। ইয়াত প্ৰকৃতিয়েও সঁচাকৈ মানৱীয় অনুভূতিৰ যোগ্য সমৰ্থন কৰিয়েই এৰা নাই বৰঞ্চ সক্ৰিয় সহানুভূতিও

প্ৰকাশ কৰাৰ প্ৰয়াস পাইছে। সেইবাবে এই অঙ্কক কোনো কোনোৱে প্ৰকৃতিৰ সংসাৰ বুলিছে। ইয়াত মানুহ আৰু প্ৰকৃতিৰ পাৰস্পৰিক সহানুভূতিৰ যিদৰে সুসমন্বয় ঘটিছে বিশ্বৰ আন কোনো সাহিত্যত সি সাধিত হৈছে নে সি সন্দেহৰ বিষয়। এই অঙ্কত এনেটোহে উপলব্ধি হয় যেন প্ৰকৃতিক বাদ দি মানুহৰ অৱস্থিতি অভাৱনীয় আৰু সেইদৰে মানুহৰ বিৰহত প্ৰকৃতি জঁয় পৰি যায়। জন্মমুহূৰ্তৰেপৰা শকুন্তলাৰ প্ৰকৃতিৰেসৈতে এক নিবিড় সম্বন্ধ স্থাপিত হৈছে। অৰ্থাৎ অনসূয়া আৰু প্ৰিয়ম্বদাৰ দৰে সহকাৰ, বনজ্যোৎস্না, হৰিণী, হৰিণপোৱালী আৰু প্ৰকৃতিৰ অন্যান্যবিলাকো শকুন্তলাৰ আজন্ম-সহচৰ আৰু সহচৰীৰূপে নাটকত উপস্থাপিত হৈছে। ৪ৰ্থ অঙ্কত সেই আজন্ম-সহচৰ আৰু সহচৰীসকলক শকুন্তলাই এৰি যাবলগীয়া হোৱাত তেওঁৰ হৃদয়ত যি ব্যাকুলতাৰ সৃষ্টি হৈছে, বনৰ হৰিণ পোৱালী, অৰণ্যৰ তৰুতৃণেও সেই বিয়োগব্যথা অনুভৱ কৰিছে। আপোন-জ্ঞাতি-বন্ধুৰ দৰে এনে এক উৎসৱমুখৰ মধুৰ অথচ করুণ মুহূৰ্তত বনদেৱতাসকলে শকুন্তলাক আশীৰ্বাদেই দি এৰা নাই; বৰঞ্চ ক্ষৌমবস্ত্ৰ, লাক্ষাদি নানান আভূষণেৰে বিভূষিত কৰিছে। গছৰ ডালত পৰি কুলিয়ে করুণ কলৰৱেৰে বিদায় সম্ভাষণ যাঁচিছে। আকাশীস্বৰেৰে বনদেৱতাসকলে ঋষি কন্যাক দিছে আন্তৰিক আশীৰ্বাদ। তাকে বৰ্ণাবলৈ গৈ কৱিজনে কৈছে-

উদগলিত দৰ্ভকৱলা মৃগ্যঃ পৰিত্যক্তনৰ্তনাময়ূৰাঃ।
অপসৃত পাণ্ডুপত্ৰা মুঞ্চন্ত্যশ্ৰুণীৱ লতাঃ।। ৪।২২

শকুন্তলাৰ বিদায়ত দুঃখিত হৈ হৰিণীসকলে ঘাঁহপানী ত্যাগ কৰিছে, ময়ুৰবিলাকে নাচবাগ এৰি দিছে, আৰু গছবোৰে অশ্ৰুজল ত্যাগ কৰাৰ দৰে পকা পাণ্ডুপত্ৰ ত্যাগ কৰিছে।

মহৰ্ষি কণ্বই তপোৱনৰ গছ-গছনিবোৰকো তেওঁলোকৰ প্ৰতি থকা শকুন্তলাৰ দয়াৰ্দ্ৰভাৱৰ কথা সোঁৱৰাই দিছে ঃ

পাতুং ন প্ৰথমং ব্যৱস্যতি জলং যুষ্মাস্বপীতেষু যা
নাদত্তে প্ৰিয়মণ্ডনাপি ভৱতাং স্নেহেন যা পল্লৱম্।
আদ্যে ৱঃ কুসুমপ্ৰসূতিসময়ে যস্যা ভৱত্যুৎসৱঃ
সেয়ং যাতি শকুন্তলা পতিগৃহং সৰ্বৈৰনুজ্ঞায়তাম্।। ৪।৯

'(হে ওচৰত থকা তৰুবিলাক) তোমালোকে পানী নোখোৱালৈকে যিজনীয়ে পোনতে পানী খাবলৈ মন নকৰিছিল, নিজে মণ্ডনপ্ৰিয় হৈও তোমালোকৰ প্ৰতি স্নেহবশতঃ যিজনীয়ে পাত এটিও নিচিঙে, তোমালোকৰ প্ৰথম ফুল ফুলাৰ সময়ত যাৰ উৎসৱ আৰম্ভ হয়, সেইজনী শকুন্তলা আজি পতিগৃহলৈ যাবলৈ ওলাইছে, তোমালোকে তাত সন্মতি দিয়া।' মানৱী কন্যাৰ পতিগৃহযাত্ৰালৈ প্ৰকৃতিৰ অনুমোদন কালিদাস ভিন্ন কোন কৱিয়ে বাৰু বিচাৰিব পাৰে?

শকুন্তলাই বনজ্যোৎস্নানামে লতাভগিনীক স্মৰণ কৰি সেই লতাজুপিক আলিঙ্গন কৰি ক'লে, 'বনজ্যোৎস্নে চূতসঙ্গতাপি মাং প্ৰত্যালি ইঙ্গতোগতাভিঃ শাখাবাহাভিঃ। অদ্যপ্ৰভৃতি দূৰ পৰিৱৰ্তিনী তে খলু ভৱিষ্যামি' (হে বনজ্যোৎস্না, আম্ৰবৃক্ষৰসৈতে তোমাৰ মিলন হোৱাৰ পাছতো আজি তুমি তোমাৰ শাখা ৰূপ হাত আগবঢ়াই এবাৰ মোক আলিঙ্গন কৰা। আজি মই তোমাৰপৰা বহুদূৰলৈ আঁতৰি যাবলৈ

ওলাইছো)। মহৰ্ষি কণ্বইও নৱমালিকাক পুত্ৰৱৎ স্নেহ কৰে আৰু শকুন্তলাই যিদৰে যোগ্যবৰ লাভ কৰিছে সেইদৰে বনজ্যোৎস্নাইও সহকাৰ বৃক্ষৰ দৰে যোগ্যবৰ লাভ কৰাত কণ্বই সন্তোষ লাভ কৰিছে আৰু কন্যাদায়ৰপৰা মুকলি হৈ বীতচিন্ত হৈছে (চূতেন সংশ্ৰিতৱতী নৱমালিকেয়মস্যামহং ত্বয়ি চ সম্প্ৰতি বীতচিন্তঃ। ৪।১৩)। বিদায় বেলাত মৰমৰ বনজ্যোৎস্নাক দুই সখীৰ তত্ত্বাৱধানত ৰাখি থৈ গৈছে 'হলা এষা দ্বয়োৰ্যুৱয়োৰ্হস্তে নিক্ষেপঃ।' ইয়াৰ পাছতো শকুন্তলাই গৰ্ভমন্থৰা হৰিণীজনীৰ পোৱালী জগিলে সেই খবৰটি হস্তিনাপুৰলৈ দি পঠিয়াবলৈ কৈছে। মৃগ পোটকটিয়ে আহি শকুন্তলাৰ কাপোৰৰ আঁচলত কামুৰি আজুৰি ধৰিছে, আৰু কোনেনো কাপোৰত ধৰি টানিছে চাওঁতে কণ্বই কৈছে, 'ৱৎস-

> যস্য ত্বয়া ব্ৰণৱিৰোপণমিঙ্গুদীনাং
> তৈলং ন্যষিচ্যত মুখে কুশসূচিবিদ্ধে।
> শ্যামাক মুষ্টি পৰিবৰ্ধিতো জহাতি
> সোঅয়ং ন পুত্ৰকৃতকঃ পদৱীং মৃগস্তে॥ ৪।১৪

'বাচা, যাৰ মুখত কুশৰ কাঁইটে বিন্ধিলত হোৱা ঘাঁত তুমি ইঙ্গুদীৰ তেল দিছিলা, হাতৰ মুঠিত শ্যামক ধান লৈ তুমি যাক খুৱাইছিলা, যাক তুমি নিজ পুত্ৰজ্ঞান কৰা সেই হৰিণপোৱালীটোৱে তোমাক যাবলৈ দিব নোখোজে।' শকুন্তলাই উত্তৰত মৃগশিশুটিক উপলক্ষ্য কৰি কৈছে, 'ৱৎস কিং সহৱাসপৰিত্যাগিনীং মামনুসৰসি। অচিৰপ্ৰসূতয়া জনন্যা ৱিনা ৱৰ্ধিত এৱ। ইদানীমপি ময়া বিৰহিতং ত্বাং তাতশ্চিন্তয়িষ্যতি। নিৱৰ্তস্ব তাৱৎ। (বাচা, তোৰ সঙ্গত্যাগ কৰাজনীক আকৌ কিয় অনুসৰণ কৰিছ? জন্মৰ ক্ষন্তেক পিছতে তোৰ মাতৃ বিয়োগ হ'লেও তই বাচি থাকি ডাঙৰদীঘল হৈছহি। এতিয়া মই নেথাকিলেও পিতাই তোক চোৱাচিতা কৰিব যা)। ৫ ম অঙ্কত ৰজাৰ সম্মুখত শকুন্তলাই আকৌ এই মৃগশিশুটিৰ বাৎসল্য প্ৰেমৰ কথা দোহাৰিছে-

'এদিনাখন নৱমালিকা মণ্ডপত থাকোঁতে আপোনাৰ হাতত এটি পদুম পাতত পানী আছিল। এনেতে মই তোলনীয়া পুত্ৰজ্ঞান কৰা দীৰ্ঘাপাঙ্গ নামে হৰিণ শিশুটি তাত ওলালত আপুনি চেনেহ কৰি, 'পোনতে এইটিয়ে পানী খাওক'- এইবুলি তাক পানী খুৱাবলৈ বৰ যত্ন কৰিলে হয়, কিন্তু অপৰিচিত বাবে আপোনাৰ ওচৰ সি নাচাপিলে। পাছত মই সেই পদুমপাত নি তাক পানী খুৱালোঁ। তেতিয়া আপুনি পৰিহাস কৰি কৈছিল 'সকলোৱে নিজৰ জাতি-কুটুম্বকেহে বিশ্বাস কৰে, তুমি আৰু এই হৰিণ শিশু দুয়ো একে অৰণ্যচাৰী-।' (নন্বেকস্মিন্ দিৱসে নৱমালিকামণ্ডপে নলিনীপত্ৰভাজনগতমুদকং তৱ হস্তে সন্নিহিতমাসীৎ। তৎক্ষণে স মে পুত্ৰকৃতকো দীৰ্ঘাপাঙ্গো নাম মৃগপোতক উপস্থিতঃ। ত্বয়ায়ং তাৱৎ প্ৰথমং পিৱত্বিত্যনুকম্পিনোপচ্ছন্দিত উদকেন। ন পুনস্তে পৰিচয়াদ্ধস্তাভ্যাসমুপগতঃ। পশ্চাত্তস্মিন্নেৱ ময়া গৃহীতে সালিলেঅনেন কৃতঃ প্ৰণয়ঃ। তদা ত্বমিত্থং প্ৰহসিতোঅসি। সৰ্বঃ সগন্ধেষু বিশ্বসিতি। দ্বাৱপ্যত্ৰাৰণ্যকাৱিতি)।

ইয়াৰ পাছতো চক্ৰৱাকীৰ দুখত দুখী হৈ শকুন্তলাই কৈছে 'সখী- চোৱাচোন ইয়াৰ সঙ্গীটো খন্তেকলৈ পদুম পাতৰ আঁৰ হোৱাত তাক নেদেখি চক্ৰৱাকীজনী অস্থিৰ হৈ 'মই বৰ কষ্টত আছোঁ' বুলি চিঞৰিছে (হলা পশ্য। নলিনীপত্ৰান্তৰিতমপি

সহচৰমপশ্যন্ত্যাতুৰা চক্ৰবাক্যাৰটতি দুষ্কৰহং কৰোমীতি)।

প্ৰকৃতিৰেসৈতে শকুন্তলাৰ নিবিড় একাত্মবোধৰ ছবি বাৰম্বাৰ ৬ষ্ঠ অঙ্কতো উল্লেখিত হৈছে। ৭ম অঙ্কত সিংহশাৱকৰসৈতে সৰ্বদমনৰ ধেমালিও মানুহ আৰু প্ৰকৃতিৰ পাৰস্পৰিক সহৱাসৰ অন্য এক উদাহৰণ। কশ্যপ মাৰীচৰ আশ্ৰমো প্ৰকৃতিৰ বিনন্দীয়া খেল-মাটি। এই অঙ্কত ৰজাই পত্নী-পুত্ৰক লাভ কৰিছে এক প্ৰাকৃতিক পৰিবেশৰ মাজতে।



# অভিজ্ঞানশাকুন্তলম্ নাটকত 'ৰস'

সংস্কৃত কবি আৰু নাট্যকাৰসকলৰ কাব্য ৰচনাৰ প্ৰধান উদ্দেশ্য ৰস সৃষ্টি। প্ৰাচীন ভাৰতীয় অলঙ্কাৰিকসকলৰ মতানুসৰি ৰসেই সাহিত্যৰ প্ৰাণ। এই ৰস যদিও এক আৰু অখণ্ড তথাপি ব্যৱহাৰ আৰু অনুভূতিৰ তাগিদাত ই নানা ৰূপত প্ৰকাশ পায়। সৰ্ব প্ৰাচীন ভাৰতীয় আলঙ্কাৰিক নাট্যাচাৰ্য ভৰতমুনিৰ মত অনুসৰি ৰস আঠবিধঃ শৃঙ্গাৰ, বীৰ, হাস্য, অদ্ভুত, বীভৎস, ৰৌদ্ৰ, ভয়ানক আৰু করুণ। তাৰ পাছৰ আচাৰ্য জনদিয়েকে শান্তৰসকো তালিকা ভুক্ত কৰে। কিন্তু মূলতঃ ৰস চাৰিটাঃ শৃঙ্গাৰ, ৰৌদ্ৰ, বীৰ বীভৎস। সংস্কৃত কবি নাট্যকাৰসকলে তেওঁলোকৰ কাব্য বা নাটকৰ মাধ্যমত এই বিচিত্ৰ ৰসৰ প্ৰকাশ ঘটাইছিল। শৃঙ্গাৰৰস অন্যতম প্ৰধান। ভোজৰাজে শৃঙ্গাৰ-প্ৰকাশত কৈছে "এই ৰসে (শৃঙ্গাৰ ৰসে) মানুহক উৎকৰ্ষৰ চৰমসীমাত উপনীত কৰায়" (শৃঙ্গং যেন নীয়তে সঃ শৃঙ্গাৰঃ)। সেইবাবে তেওঁৰ স্পষ্ট অভিমত যে ৰসৰ নানান ভেদ থাকিলেও শৃঙ্গাৰেই একমাত্ৰ ৰস।

ৰস নিষ্পত্তিৰ বিষয়ে ভৰতে মাত্ৰ সামান্য ইঙ্গিতহে কৰি গৈছে, তেওঁ তাৰ বিশদ ব্যাখ্যা দাঙি ধৰা নাই। তেওঁৰ পৰবৰ্তী আলঙ্কাৰিক আনন্দবৰ্ধনাচাৰ্য প্ৰভৃতিয়ে ৰস নিষ্পত্তি সম্বন্ধে বিভিন্ন অথচ স্পষ্ট মতবাদ প্ৰতিষ্ঠা কৰিছে।

ভৰতে কৈছে, "বিভৱানুভাৱব্যভিচাৰিভাৱসংযোগাৎ ৰস নিষ্পত্তিঃ"। যাক অৱলম্বন কৰি ৰসৰ সৃষ্টি হয় সেয়া হৈছে আলম্বন বিভাৱ আৰু যি পৰিবেশ ৰস নিষ্পত্তিৰ অনুকূল হয় সিয়ে উদ্দীপন বিভাৱ। শৃঙ্গাৰ ৰসত নাৰী আৰু পুৰুষ পৰস্পৰে পৰস্পৰৰ প্ৰতি আলম্বন। নাৰীয়ে পুৰুষৰ চিত্তত অন্তৰ্নিহিত হৈ থকা বৃত্তিসমূহক জগাই তুলিবৰ বাবে প্ৰয়োজন হয় আকৰ্ষণীয় নিৰ্জন পৰিবেশ- তাকে কোৱা হয় উদ্দীপন বিভাৱ। হৃদয়ত আদি বা শৃঙ্গাৰৰস অঙ্কুৰিত হ'লে বাহিৰত সি প্ৰকাশ লাভ কৰে। এই প্ৰকাশক অনুভাৱ বোলে। শৃঙ্গাৰ প্ৰভৃতি ৰস উপভোগৰ সময়ত কেতিয়াবা আনন্দ, কেতিয়াবা লজ্জা, কোনো সময়ত সংশয়- এনেবোৰ সৰুসুৰা ভাৱ একোটিইত প্ৰকাশিত হ'বলৈ ধৰে নিৰৱচ্ছিন্নভাৱে। এইবোৰ হ'ল সঞ্চাৰী বা ব্যভিচাৰীভাৱ। আকৌ প্ৰতিজন ব্যক্তিৰ মনৰ গভীৰতাত কেতবোৰ স্থায়ীভাৱ অন্তৰ্লীন হৈ শুই থাকে। মানৱহৃদয়ত থকা 'ৰতি' এনেকুৱা এটা স্থায়ীভাৱ। সকলোৰে চিত্তত এই 'ৰতি' সমানে আছে। শিল্পৰ মাধ্যমত এই ৰতিভাৱ যেতিয়া প্ৰকাশ পায় তাক বোলা হয় শৃঙ্গাৰ ৰস। এইদৰে প্ৰতিটো ৰসৰ নিষ্পত্তি হয়। এই ৰস সহৃদয়জনৰ উপলব্ধিৰ বিষয়।

দৰাচলতে সংস্কৃত ৰসশাস্ত্ৰৰ মূল লক্ষ্য হৈছে এক অখণ্ড অনুভূতি। নিষ্পন্ন ৰসৰ বিচিত্ৰ গতিপথৰ মাধ্যমেৰে এক পৰিপূৰ্ণ চিৰন্তন সত্যৰ প্ৰকাশেই সাহিত্যৰ লক্ষ্য। সেইবাবে নৰনাৰীৰ স্থূল দৈহিক মিলনৰ যি আকাংখ্যা সি শৃঙ্গাৰ বা ৰতি নহয়। চিন্তাত আৰু ভাৱবৃত্তিত এটাৰ আনটোৰসৈতে যি সৰ্বাঙ্গীন একাত্মতা- এজনৰ হৃদয়ত আনজনৰ পূৰ্ণ প্ৰৱেশেই হ'ল ৰতি। এই ৰতিভাৱেই নৰ-নাৰীৰ

মিলন আৰু বিৰহত এক অখণ্ড অনুভূতিৰ সৃষ্টি কৰে, তাৰেই নাম শৃঙ্গাৰ। এই শৃঙ্গাৰৰ প্ৰকাশ হয় আনন্দৰ মাজত। সেই আনন্দৰ উৎস হ'ল নৰ-নাৰীৰ পাৰস্পৰিক মিলনেচ্ছা বা ঐক্যবোধ। কিন্তু এই ৰস সৃষ্টি এক নিৰ্দিষ্ট সীমাৰ বাহিৰ হ'ব নোৱাৰে। ৰসৰূপে যি আনন্দৰ সৃষ্টি হয় সি যাতে সহৃদয় সামাজিকৰদ্বাৰা আস্বাদ্য হ'ব পাৰে, তাৰ মাজত যাতে মাৰ্জিত শালিনতাবোধে ঠাই পায়, অৰ্থাৎ ৰসৰ প্ৰকাশে যাতে স্থূলৰূপ পৰিগ্ৰহ নকৰে তাৰ প্ৰতি শিল্পীজন সচেতন হ'ব লাগে।

সংস্কৃত আলঙ্কাৰিকসকলে নাটকত ৰসসৃষ্টিৰ প্ৰয়োজনীয়তা সম্পৰ্কে এইদৰে কৈছে- 'এক এৱ ভৱেদ্ অঙ্গী শৃঙ্গাৰঃ বীৰ এৱ ৱা। অঙ্গমন্যে ৰসাঃ সৰ্ৱে কাৰ্যনিৰ্ৱহণোদ্ভূতম্।।'[১] ৰূপকত বীৰ বা শৃঙ্গাৰ ৰস মুখ্য আৰু আন সকলো ৰস-ভাৱ অঙ্গ বা মুখ্য ৰসৰ সহযোগী হৈ থাকিব লাগে। সংস্কৃত নাটক শৃঙ্গাৰ বা বীৰ ৰস প্ৰধান হোৱাৰ মূলতে এই নীতি-বচন। সংস্কৃত সাহিত্যত শৃঙ্গাৰ ৰসৰ প্ৰাচুৰ্য দেখা গ'লেও দুই এখন নাটকে এই চিৰাচৰিত নীতি উলঙ্ঘা কৰি নতুন পথ অৱলম্বন কৰা দেখা যায়। ভাসৰ উৰুভঙ্গ, আৰু ভৱভূতিৰ উত্তৰ ৰামচৰিত এই ব্যতিক্ৰমৰ প্ৰতিভূ। দুয়োখন নাটকতে কৰুণ ৰসে প্ৰাধান্য বিস্তাৰ কৰিছে।

সংস্কৃত আলঙ্কাৰিক জনদিয়েক মত প্ৰকাশ কৰে যে শিল্পী বা কলাকাৰ বা নাট্যকাৰ বা কৰিয়ে ৰস সৃষ্টিৰ উপযোগী কথাবস্তু নিৰ্বাচন কৰিব লাগে। কৰিয়ে ৰসসৃষ্টিৰ বাবে কোনো প্ৰাচীন গ্ৰন্থ- ৰামায়ণ, মহাভাৰত নাইবা লোককথাৰপৰা কথা-বস্তু আহৰণ কৰিব লাগে। ৰসসৃষ্টিৰ অনুকূল কৰি তুলিবৰ বাবে মূলকথাৰ যথোচিত পৰিবৰ্তন সাধনৰ স্বাধীনতাও কৰি আৰু নাট্যকাৰসকলে ভোগ কৰি আহিছে। অলঙ্কাৰৰ প্ৰাচুৰ্যই যাতে ৰস সৃষ্টিত বাধা আৰোপ নকৰে তাৰ প্ৰতিও কৰিয়ে দৃষ্টি ৰাখিব লাগে। আমাৰ আলোচ্য নাটক কৰি কালিদাসৰ বহুবিখ্যাত অভিজ্ঞানশাকুন্তলমত চকুফুৰালেই এই কথা ওলাই পৰে। মূল ঘটনাটি যদিও মহাভাৰত নাইবা কোনো পৌৰাণিক সাহিত্যৰপৰা কৰিয়ে আহৰণ কৰিছে শৃঙ্গাৰ ৰস সৃষ্টিৰ উপযোগীকৈ কৰিয়ে তাৰ যথেষ্ট পৰিবৰ্তন সাধন কৰিছে।

আমি এই প্ৰৱন্ধত কালিদাসৰ অভিজ্ঞানশাকুন্তলম্ নাটকৰ ৰস সম্বন্ধে সামান্য আলোচনা কৰিবলৈ লওঁতে ওপৰৰ কথাখিনি-ৰস আৰু তাৰ প্ৰতিপাদন সম্বন্ধে- থূলমূলকৈ কোৱাটো বাঞ্ছনীয় বুলিহে অৱতাৰণা কৰিছোঁ। এতিয়া মূল বিষয়লৈ আহোঁহক।

অভিজ্ঞানশাকুন্তলম্ নাটকৰ আৰম্ভণিৰ দৃশ্যটিত ৰজা দুষ্যন্তৰ মৃগয়া বিহাৰৰ দৃশ্য অঙ্কিত হৈছে। কাব্যপ্ৰকাশ গ্ৰন্থৰ ৰচয়িতা আচাৰ্য মম্মটৰ অভিমত অনুসৰি এই দৃশ্যৰ 'গ্ৰীৱাভঙ্গাভিৰামম্' ইত্যাদি শ্লোকত[২] ভয়ানক ৰসে ঠাই পাইছে। অৱশ্যে ভয়ানক ৰসে গোটেইটো দৃশ্য বিয়পি থকা নাই। ৰজাৰ মৃগয়া বিহাৰৰ পৰিপ্ৰেক্ষিতত এই দৃশ্যত মূলতঃ উৎসাহহে আস্বাদিত হৈছে। সেইবাবে প্ৰথম অঙ্কৰ প্ৰথমদৃশ্যটি বীৰৰস প্ৰধান বুলি কোৱাই যুগুত। পহিলা অঙ্কত দুষ্যন্তৰ তপোবনত প্ৰৱেশ ঘটাৰপৰা হস্তিসম্ভ্ৰমৰ বাতৰি ওলোৱালৈকে নায়ক আৰু নায়িকাৰ মনোমুকুৰত অনুৰাগৰ ভাৱ উপ্ত হয়। সখীসকলৰসৈতে শকুন্তলাৰ প্ৰস্থানৰ পাছত 'মন্দোৎসুকোঽস্মি'

ইত্যাদি উক্তিৰদ্বাৰা বিপ্ৰলম্ভ শৃঙ্গাৰ ধ্বনিত হৈছে। আন কথাত ক'বলৈ হ'লে এই অঙ্কত 'চক্ষুৰাগ আৰু মনৰ অনন্য-পৰতা পৰ্যন্ত কাহিনী অগ্ৰসৰ হৈছে। সকলো অভিলাষৰ সীমাৰ গণ্ডিত পৰিছেহি।' সেয়েহে ইয়াত বিপ্ৰলম্ভ শৃঙ্গাৰৰ প্ৰাধান্য স্বীকাৰ কৰিবলগীয়া হৈছে। 'তীব্ৰাঘাতাৎ' প্ৰভৃতি শ্লোকত[৩] ভয়ানক ৰস অৱশ্যস্বীকাৰ্য।

দ্বিতীয় অঙ্কটো হাস্যৰসপ্ৰধান। বিদূষকৰ স্বগতোক্তিৰপৰা আৰম্ভ কৰি অঙ্কৰ শেষলৈ হাস্যৰস আস্বাদিত হয়। অৱশ্যে মাজে মাজে বীৰৰসে ভুমুকি মাৰিছে। বিশেষতঃ 'উভৌ- (ৰাজানং বিলোকয়তঃ)' ৰপৰা 'উভৌ- বিজয়স্ব' ইতি নিষ্ক্ৰান্তৌ' পৰ্যন্ত ঋষিকুমাৰ দুজনৰ দৃশ্যটিত উৎসাহৰ উদয় হৈছে আৰু ৰজাক যুদ্ধবীৰ হিচাবে চিত্ৰিত কৰা হৈছে। 'কামং প্ৰিয় ন সুলভা'[৪] প্ৰভৃতি শ্লোকত থকা বিপ্ৰলম্ভ শৃঙ্গাৰ অস্বীকাৰ কৰিব পাৰিনে বাৰু? যদিহে নোৱাৰি তেনেহ'লে বিপ্ৰলম্ভ ২য় অঙ্কতো উদিত হৈছে, অন্ততঃ ক্ষন্তেকলৈ।

তৃতীয় অঙ্কৰ আৰম্ভণিত থকা বিষ্কম্ভকত কণ্বশিষ্যৰদ্বাৰা দুষ্যন্তৰ শৌৰ্যৰ বৰ্ণনা আৰু শকুন্তলাৰ স্বাস্থ্য সম্বন্ধীয় চিন্তা, শঙ্কা আদি ভিন্নভাৱৰ সনাপোটোকা হোৱা দেখা যায়। তৃতীয় অঙ্কৰ প্ৰাৰম্ভতে ৰজাৰ উক্তিৰদ্বাৰা বিপ্ৰলম্ভ শৃঙ্গাৰ সঞ্চাৰিত হৈছে। পাছলৈ 'যথা সমীহিত ফলস্য' ইত্যাদিৰপৰা 'অপৰিক্ষকোমলস্য' ইত্যাদি ৰজাৰ বচনলৈকে সম্ভোগ শৃঙ্গাৰত পৰিণতি লাভ কৰিছে। তাৰপাছত '(নেপথ্যত) চক্ৰবাকবধুকে আমন্ত্ৰয়স্ব সহচৰম্' ইত্যাদিৰপৰা 'তস্যাঃ পুষ্পময়ী শৰীৰলুলিতা' ইত্যাদি ৰজাৰ বচনলৈ পুনৰপি বিপ্ৰলম্ভ শৃঙ্গাৰ আস্বাদিত হৈছে। '(আকাশে) ৰাজন্- সাংযতনে'[৫] ইত্যাদিৰদ্বাৰা অঙ্কৰ শেষত তপস্বীজনৰ ভয় আৰু ৰজাৰ উৎসাহ ব্যক্ত হৈছে। সেয়ে হ'লেও সমগ্ৰ অঙ্কতে বিপ্ৰলম্ভ শৃঙ্গাৰে ব্যাপ্তি লাভ কৰিছে।

চতুৰ্থ অঙ্কৰ আৰম্ভণিত থকা বিষ্কম্ভকত শকুন্তলাৰ প্ৰিয় সহচৰী দুজনীয়ে শকুন্তলাৰ ভৱিষ্যৎ জীৱনৰ বিষয়ে চিন্তা-চৰ্চা কৰিছে। শকুন্তলাৰ 'অনন্যচিত্ততা'ই বিপ্ৰলম্ভ শৃঙ্গাৰৰ ঈঙ্গিত কৰিছে। দুৰ্বাসাৰ ক্ৰোধৰদ্বাৰা ৰৌদ্ৰৰস উপস্থাপিত হৈছে। পৰম্পৰা অনুসৰি চতুৰ্থ অঙ্ক কৰুণ ৰস প্ৰধান। যথাৰ্থতে সমস্ত শকুন্তলা নাটকৰ কোনো ঠাইত কৰুণ ৰস আস্বাদিত হৈছে নে সি সন্দেহৰ বিষয়। জীয়ৰী-ছোৱালী শহুৰেকৰ ঘৰলৈ যোৱাৰ সময়ত পিতৃ-মাতৃ প্ৰভৃতি কন্যাৰ সম্বন্ধীয়সকলৰ মনত যি দুখ শোকৰ উদয় হয় তাক কেতিয়াও বিশুদ্ধ দুঃখ বা শোক বুলিব নোৱাৰি; কাৰণ সেই দুঃখ বা শোকৰসৈতে সুখো মিহলি হৈ থাকে। সেয়ে নোহোৱাহেতেন কোনো পিতৃ-মাতৃয়ে জীয়েকক শহুৰেকৰ ঘৰলৈ উলিয়াই নিদিলেহেতেন। বিবাহিতা ছোৱালীয়ে শহুৰেকৰ ঘৰলৈ যাত্ৰা কৰাটোক মাঙ্গলিক বা শুভকাৰ্য বুলিয়েই মানি চলা হয়। কাৰণ কন্যাৰ শহুৰেকৰ ঘৰত উপস্থিতিয়ে সুখত পৰিণত হয়। কিন্তু কন্যাৰ আকস্মিক বিয়োগত পিতৃ-মাতৃৰ মনত ক্ষন্তেকীয়া দুখ শোকৰ ছাঁ পৰে। ই তেনেই স্বাভাৱিক কথা। এনেদৰে কন্যাই শহুৰেকৰ ঘৰলৈ কৰা যাত্ৰাত সুখ-দুখৰ সংমিশ্ৰণ ঘটে। ঠিক এনেকুৱা ঘটনা এটিকে কালিদাসে অভিজ্ঞানশাকুন্তলমৰ ৪ৰ্থ অঙ্কত চিত্ৰিত কৰিছে। এতেকে তাত শুদ্ধ দুখক স্থায়ীভাৱ বুলি মানি লোৱাটো সমীচীন হ'ব নে নহয় সি গভীৰভাৱে বিচাৰ্য বিষয়। বৰঞ্চ তাত কৰুণ

ৰসলৈ ঢাল খোৱা বাৎসল্য ৰস আস্বাদিত হোৱা কথাই অধিকভাৱে প্ৰতিপন্ন হয়।

পঞ্চম অঙ্কত বিপ্ৰলম্ভ শৃঙ্গাৰ, হাস্য, বীৰ, অদ্ভুত আদি নানান ৰসৰ সোৱাদ পোৱা যায়। অঙ্কৰ আৰম্ভণিত কঞ্চুকীৰ বৃদ্ধাৱস্থাৰ ওপৰত খেদ, তথা তেওঁৰ ৰাজভক্তি, ৰজাৰ ৰাজপদৰ প্ৰতি অনাসক্তি, বৈতালিকসকলৰ ৰাজপ্ৰীতি আদি বিভিন্ন ভাৱৰ সংমিশ্ৰণ ঘটিছে। ৰজা আৰু বিদূষকৰ কথোপকথনৰ মাজেৰে হাস্যৰস বিৰিঙি ওলাইছে। হংসপদিকাৰ বৃত্তান্তৰ জৰিয়তে ৰজা দুষ্যন্তৰ দক্ষিণ-নায়কত্ব ধ্বনিত হৈছে। শাৰ্ঙ্গৰৱৰসৈতে ৰজাৰ বিৱাদত বীৰ ৰস আস্বাদিত হৈছে। দুয়োজনেই নিজ নিজ অৱস্থানৰপৰা ধৰ্মৰক্ষাৰ হেতুকে কাজিয়াত লিপ্ত হৈ পৰিছে এহাতে ধৰ্মভীৰু ৰজা দুষ্যন্তই পৰস্ত্ৰী স্পৰ্শজনিত পাতকৰপৰা নিজক আঁতৰাই ৰাখিবলৈ বদ্ধপৰিকৰ হৈছে; আনহাতে শাৰ্ঙ্গৰৱে ৰজাৰসৈতে গান্ধৰ্ব প্ৰথানুসৰি বিৱাহপাশত আৱদ্ধা শকুন্তলাক ৰজাৰ হাতত সঁপি দিবলৈ প্ৰতিজ্ঞাবদ্ধ। এতেকে দুয়ো ধৰ্মবীৰ। অৱশ্যে পুৰোহিতৰ মধ্যস্থতাত ৰজা আৰু শাৰ্ঙ্গৰৱৰ মাজত জ্বলি উঠা কাজিয়াৰ জুই কুৰা নিৰ্বাপিত হ'ল। এনেতে কোনো এক অদৃশ্য শক্তিয়ে শকুন্তলাক লৈ উধাও হোৱা বাতৰি নেপথ্যত ঘোষিত হ'ল। ইয়াৰদ্বাৰা নাটকত অদ্ভুত ৰসৰ সোৱাদ পোৱা গ'ল। অঙ্কৰ শেষৰ ফালে পুৰোহিতৰ কথাত কিংকৰ্তব্য বিমূঢ়তা আৰু ৰজাৰ পৰ্যাকুলতা ভাৱ পৰিস্ফুট হৈ পৰিছে।

ষষ্ঠ অঙ্কৰ আৰম্ভণিত সন্নিবিষ্ট প্ৰৱেশকত দেশৰ তদানীন্তন সমাজৰ এটি প্ৰতিচ্ছৱি দেখিবলৈ পোৱা যায়। তাত হাস্যৰস সুন্দৰভাৱে আস্বাদ্য বিষয়। ষষ্ঠ অঙ্ক মূলতঃ বিপ্ৰলম্ভ শৃঙ্গাৰেৰে পৰিপুষ্ট। প্ৰৱেশকতে ঘোষণা কৰা মতে ৰজাই শকুন্তলাৰ হাতৰপৰা আঙঠিটো পাইছে আৰু ফলতঃ কণ্বাশ্ৰমত অনুষ্ঠিত গান্ধৰ্ববিয়াৰ কথা তেওঁ সোঁৱৰণ কৰিছে। ষষ্ঠ অঙ্কত সেয়েহে ৰজা শকুন্তলাৰ বিৰহত ম্ৰিয়মাণ। তেওঁ প্ৰণয়িনীৰ প্ৰতিচ্ছৱি চাইও নিজৰ মনক প্ৰবোধ দিব পৰা নাই। তেওঁ উপলব্ধি কৰে যে শকুন্তলা অন্তৰ্হিত হৈও জীৱিতা। তেওঁক হয়তো মাতৃ মেনকাই নাইবা তেওঁৰে কোনো আজ্ঞা-ধাৰিণী অপ্সৰাই সদ্যহতে আঁতৰাই ৰাখিছে। বিৰহত কাতৰ ৰজা দুষ্যন্তক বিদূষকে সুধিছে, 'ভোঃ অস্তি মে তৰ্কঃ কেনাপি তত্ৰভৱত্যাকাশচাৰিণা নীতেতি?' ৰজাই তাৰ উত্তৰত কৈছে, 'কঃ পতিদেৱতামন্যঃ পৰামষ্টুমুৎসহেত। মেনকা কিল সখ্যাস্তে জন্মপ্ৰতিষ্ঠেতি শ্ৰুতৱানস্মি। তৎসহচাৰিণীভিষ্ট সখী তে হৃতেতি মে হৃদযমাশঙ্কতে।' যদিও ৰজাই পোনতে কৈছিল 'অসন্নিবৃত্ত্যৈ তদতীতমেৱ মনোৰথানামতটপ্ৰপাতঃ' তথাপি শকুন্তলাৰসৈতে তেওঁৰ পুনৰ্মিলন হ'ব বুলি বিদূষকে দিয়া আশ্বাসত তেওঁ পতিয়ন যোৱা যেন লাগে। ধনমিত্ৰ বণিকৰ বৃত্তান্তৰপৰা ৰজাৰ ন্যায়নিষ্ঠতা ব্যক্ত হোৱাৰ লগতে নিজৰ বংশ ৰক্ষাৰ্থে সন্তানৰ প্ৰতি হোৱা চিন্তাৰ কথাও মুকলিকৈ ওলাই পৰিছে। অঙ্কৰ শেষলৈ মাতলিৰ আগমণে ৰাক্ষসৰ লগত যুঁজিবলৈ ক্ষত্ৰিয় চূড়ামণি ৰজাৰ মনলৈ উৎসাহ আনি দিছে। ইয়াৰ ফলত ৰজা যুদ্ধবীৰৰ শাৰীলৈ উঠিছে আৰু বীৰৰস আস্বাদিত হৈছে। কিন্তু সামগ্ৰিকভাৱে ৬ ষ্ঠ অঙ্কত বিপ্ৰলম্ভ শৃঙ্গাৰৰ প্ৰাধান্য অৱশ্যে স্বীকাৰ্য।

আলোচ্য নাটকৰ শেষ অঙ্কতো একাধিক ৰসৰ সমাৱেশ ঘটিছে। মাতলি-চালিত ৰথত উঠি ৰজাৰ আকাশ মাৰ্গত বিচৰণত অদ্ভুত ৰস আস্বাদিত হৈছে। অৱশ্যে দুয়োৰে মাৰীচৰ আশ্ৰমত প্ৰৱেশ আৰু আশ্ৰমৰ শান্ত পৰিৱেশত শমভাৱ স্থায়ী

হোৱাত শান্তৰসো আস্বাদিত হয়। সৰ্বদমনক ৰজাই দেখাৰ পাছত তেওঁৰ প্ৰতি ৰজাৰ মনত পুত্ৰবৎসলতা ভাৱ প্ৰকটিত হয়। তাৰদ্বাৰা বাৎসল্যৰস সঞ্চাৰিত হৈছে। শকুন্তলাৰসৈতে ৰজাৰ স্থায়ী মিলনত সম্ভোগশৃঙ্গাৰ ৰস অধিকভাৱে নিষ্পন্ন হৈছে। সদৌ শেষত মাৰীচ ঋষিৰ আশীৰ্বাদ আৰু ভৰতবাক্যৰদ্বাৰা জনকল্যাণ আৰু চিৰ আকাঙ্খিত মোক্ষপ্ৰাপ্তিৰ কামনাৰে নাটকৰ শুভ পৰিসমাপ্তি ঘটিছে।

ওপৰৰ সমীক্ষাৰপৰা এইটো ওলাই পৰে যে অভিজ্ঞানশাকুন্তলম্ নাটক শৃঙ্গাৰ ৰস প্ৰধান আৰু কৰিয়ে শৃঙ্গাৰ ৰসৰ বাহিৰে আন বিলাক ৰসৰো সমাবেশ যথাযথভাৱে ঘটাইছে। আলঙ্কাৰিক বা নাট্যাচাৰ্যসকলৰ ভাষাত ক'বলৈ হ'লে এই নাটকত শৃঙ্গাৰ অঙ্গীৰস আৰু বীৰাদি আন ৰস অঙ্গ বা অপ্ৰধান ৰস। শৃঙ্গাৰ ৰসক আকৌ দুবিধত ভাগ কৰা হৈছেঃ সম্ভোগ-শৃঙ্গাৰ আৰু বিপ্ৰলম্ভশৃঙ্গাৰ। এতিয়া প্ৰশ্ন হ'ল ইয়াৰে কোনটি ৰস অঙ্গী বুলি ধৰা হৈছে? কিছুসংখ্যক সমালোচকৰ অভিমত অনুসৰি বিপ্ৰলম্ভ শৃঙ্গাৰেই অঙ্গী ৰস। সম্ভোগ শৃঙ্গাৰ অঙ্গ। কিন্তু সংস্কৃত নাটক কেতিয়াও বিয়োগান্ত নহয়, সদায় মিলনান্তহে। দুষ্যন্ত আৰু শকুন্তলাৰ স্থায়ী মিলনেৰে অভিজ্ঞানশাকুন্তলম্ নাটক শেষ হৈছে। এই স্থায়ী মিলনৰ ফলত যি সম্ভোগ শৃঙ্গাৰ ৰস আস্বাদিত হয় সিয়ে দৰ্শক বা পাঠকৰ মনত বিশেষভাৱে ৰেখাপাত কৰে। পূৰ্বৰ বিয়োগজনিত বিপ্ৰলম্ভ শৃঙ্গাৰৰ আস্বাদন দৰ্শক বা পাঠকৰ মনৰপৰা সমূলি মচ খাই যায় এনে পৰিস্থিতিত নাট্যাভিনয় উপভোগ কৰি প্ৰেক্ষাগৃহৰপৰা বহিৰ্গত দৰ্শক-শ্ৰোতাৰ মন যি সম্ভোগ-শৃঙ্গাৰে স্থায়ীভাৱে দখল কৰি লয় সিয়েহে অঙ্গী ৰস বুলি স্বীকৃতি লাভ কৰাৰ যোগ্য। আনহাতে এই সম্ভোগ-শৃঙ্গাৰ বিপ্ৰলম্ভপূৰ্বক হোৱা বাবে ইয়াৰ সজীৱতা আৰু কাৰ্যদক্ষতা অধিক সুদূৰপ্ৰসাৰী হৈছে আৰু তাৰফলত সম্ভোগ-ৰসৰ বহুল দুগুণে চৰে। এতেকে আমি দোহাৰি কোৱা অনাৱশ্যক যে অভিজ্ঞানশাকুন্তলমৰ অঙ্গী বা মুখ্য ৰস সম্ভোগ-শৃঙ্গাৰহে বিপ্ৰলম্ভ শৃঙ্গাৰ নহয়।



# তৃতীয় অধ্যায়

## সমাজ আৰু সংস্কৃতি

সাহিত্য সমাজৰ দাপোন। কৱি-সাহিত্যিকে তেওঁৰ ৰচনাত অকল মানৱ চৰিত্ৰকে অঙ্কন কৰি নেৰে। সমাজৰ প্ৰতিচ্ছৱিও তেওঁ নিজ ৰচনাত দাঙি ধৰে। তাৰ কাৰণ হ'ল, ব্যক্তি আৰু সমাজৰ মাজত বৰ্তি থকা নিবিড় সম্পৰ্ক। সমাজৰ-সৈতে ব্যক্তিৰ চৰিত্ৰ আৰু স্বাৰ্থ এনে ওতঃপ্ৰোতভাৱে সম্পৰ্ক-বিজড়িত যে এটাক বাদ দি আনটোৰ কথা ভাবিবই নোৱাৰি। অথবা এটাক বাদ দি অকল আনটোৰ বিষয়ে চিন্তা কৰিবলৈ গ'লে পয়মাল ঘটাৰ সম্ভাৱনাই দেখা দিয়ে। সমাজৰ পটভূমিত ব্যক্তি চৰিত্ৰৰ উৎকৰ্ষ সাধন হ'লেই সমাজৰো স্বাৰ্থ প্ৰবৰ্তিত হয়, এনে এক দৃষ্টিভঙ্গী কৱি-সাহিত্যিকে লোৱা দেখা যায়।

ব্যক্তি আৰু সমাজৰ সম্পৰ্ক সম্বন্ধত নানান প্ৰশ্নই গা কৰি উঠে। সমাজত ব্যক্তিৰ স্বাধীনতা কোনো দিনে ভাৰতবৰ্ষত ক্ষুণ্ণ হোৱা নাই। অন্ততঃ কালিদাসৰ সময়ত থকা-খোৱা, জীৱিকা নিৰ্বাহ, ধৰ্ম-বিশ্বাস আদিৰ ক্ষেত্ৰত এক নিৰ্দিষ্ট ধাৰা প্ৰচলিত থকাত ব্যক্তিয়ে এইবোৰ বিষয়ত স্বাধীন-পৰাধীনৰ বিবেচনা কৰিবলগীয়া নহৈছিল। কিন্তু ভালেমান বিষয়ত সমাজে ব্যক্তিৰ নিৰঙ্কুশ স্বাধীনতাক নানান বাধা-নিষেধেৰে নিয়ন্ত্ৰণ কৰিছিল। তদুপৰি শালিনতা বা সৌজন্যবোধৰ খাতিৰত ব্যক্তিয়ে সমাজত ভদ্ৰভাৱে আচৰণ কৰিবলগীয়া হৈছিল। ধৰ্মশাস্ত্ৰীয় নীতি-নিয়মবোৰে সমাজ আৰু ব্যক্তিৰ আচৰণ সুনিৰ্দিষ্ট গতিত বোৱাইছিল।

সমাজ আৰু সংস্কৃতি একে 'বস্তু' নহয়। সমাজৰ ক্ৰিয়া-কলাপেই হ'ল সংস্কৃতিৰ উৎস। সমাজৰ আচৰণসমূহ- ধৰ্মবিশ্বাস, লোকবিশ্বাস, শিক্ষা-দীক্ষা, নীতি-নিয়ম আদিয়ে সেই সমাজ বা জাতিৰ সংস্কৃতিৰ পৰিচায়ক। ব্যক্তিসত্বাই সমাজৰ এই সংস্কৃতিৰ ভাৰ নিজ কান্ধত আৰোপ কৰি তাৰ প্ৰতি নিজৰ অৰিহণা দিয়ে। ব্যক্তিৰ চৰিত্ৰ অঙ্কণ কৰিবলৈ গৈ যিদৰে কৱিয়ে সামাজিক পটভূমি আঁকে সেইদৰে তেওঁ সমাজৰ অলংকাৰ স্বৰূপ সংস্কৃতিকো বিনাদ্বিধাই সাহিত্যত স্থান দিবলৈ বাধ্য হয়। প্ৰচলিত নীতি-নিয়ম, ধৰ্ম-ভাষা, শিক্ষা-দীক্ষা বাদ দি কোনেও সমাজ বা ব্যক্তিৰ ৰূপাদৰ্শ বা ভাৱমূৰ্তি সাজিব নোৱাৰে।

অভিজ্ঞানশাকুন্তলমৰ স্ৰষ্টা ইয়াৰ ব্যতিক্ৰম নহয়। বৰঞ্চ মহাকৱি কালিদাসে ভাৰতীয় সভ্যতা-সংস্কৃতিৰেসৈতে তদানীন্তন কালৰ সমাজৰ পটভূমিত ব্যক্তি চৰিত্ৰৰ পৰিপূৰ্ণ ভাৱমূৰ্তি (চিত্ৰে নিৱেশ্য ইত্যাদি এই ক্ষেত্ৰতো স্মৰণীয়) সাজি ভৱিষ্যত স্ৰষ্টাৰ চকুত 'কৱিকুলগুৰু' হৈ পৰিছে। তেওঁৰ কাব্য আৰু নাটকত ভাৰতীয় সমাজ-সংস্কৃতি আৰু ভাৱাদৰ্শই যিদৰে পূৰ্ণ বিকাশ লাভ কৰিছে সিদৰে- ব্যাসৰ

মহাভাৰত আৰু বাল্মীকিৰ ৰামায়ণ এৰি- আন কোনো কৰিৰ ৰচনাতে সম্ভৱ হোৱা নাই। সেইবাবে ভাৰতীয় সাহিত্যাকাশত বেদব্যাস আৰু আদি কবি বাল্মীকিৰ পিছতে মহাকবি কালিদাসৰ স্থান নিৰূপিত হৈছে। এতেকে নাটকত প্ৰতিবিম্বিত তদানীন্তন সমাজ আৰু সংস্কৃতিৰ অধ্যয়ন নকৰিলে নাটকৰ চৰ্চা সম্পূৰ্ণ হ'ব বুলি দাবী কৰা বৃথা। তলত তেনে এটি প্ৰয়াস দাঙি ধৰা হ'ল।

## সমাজ ব্যৱস্থা

**বৰ্ণাশ্ৰমধৰ্ম**- অভিজ্ঞানশাকুন্তলম্‌ত বৰ্ণাশ্ৰম ধৰ্মব্যৱস্থাৰ পূৰ্ণ পৰোভৰ চকুত পৰে। পোনতে দেখা যায় চতুৰ্বৰ্ণৰ বিভাজন। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰি বৰ্ণৰ লোকৰ চিত্ৰ নাটকত অঙ্কিত হৈছে। ব্ৰাহ্মণসকলৰ মাজতো গাৰ্হস্থ্য আৰু তাপস এই দুই বিভাজন পোৱা যায়। অধ্যয়ন-অধ্যাপন, যজন-যাজন, দান আৰু পৰিগ্ৰহ ব্ৰাহ্মণৰ ধৰ্ম বুলি কোৱা হৈছে। কিন্তু অধ্যয়ন-অধ্যাপন, যজন কৰি তাপস ৰূপে অৰণ্যচাৰী হৈ বিচৰণ কৰা ব্ৰাহ্মণসকলে যাজন আৰু দান-পৰিগ্ৰহক সামৰি লৈ নগৰত বাস কৰা ব্ৰাহ্মণসকলক তল চকুৰে চাইছিল। শাৰ্ঙ্গৰৱে এহাতে সোমৰাতক 'মহাব্ৰাহ্মণ' বুলিছে আনহাতে কন্বক 'স্বাধীনকুশলাঃ সিদ্ধিমন্ত' বুলি কৈছে। নগৰত গাৰ্হস্থ্য জীৱন-যাপন কৰা ব্ৰাহ্মণসকলে ৰজা বা ডা-ডাঙৰীয়াসকলৰ পুৰোহিত বৃত্তি লাভ কৰিছিল। যদিও কদাচিত তেওঁলোকে উপাধ্যায়ৰূপে কোনো বৈদিক শিক্ষানুষ্ঠানত শিক্ষাদান কৰিছিল তথাপি আৰণ্যকসকলে তেওঁলোকক অনাদৰ কৰিছিল যেন লাগে। মাধৱ্যৰ দৰে ৰাজবিষয় খাব খোৱা ব্ৰাহ্মণৰো অভাৱ নাছিল যেন লাগে।

শাৰ্ঙ্গৰৱ, শাৰদ্বত, গৌতম, হাৰিত, কাশ্যপ, কৌশিক আদি কোনো লোকৰ ব্যক্তিগত নাম নহয়; এইবোৰ গোত্ৰ নাম। শ্ৰৌতসূত্ৰৰ প্ৰৱৰাধ্যায়ত আৰু মৎস্যপুৰাণত (৪৮-৪৯ অধ্যায়ত) এইবোৰ গোত্ৰৰ উল্লেখ পোৱা যায়। শাৰ্ঙ্গৰৱ ভৃগুগণৰ ভিতৰুৱা শৃঙ্গৰৱ নামে ঋষিৰপৰা উদ্ভূত। সেইদৰে শাৰদ্বত, গৌতম আৰু হাৰিত আঙ্গিৰস গণৰ ভিতৰুৱা ক্ৰমে শৰদ্বত, গোতম আৰু হৰিত নামে ঋষিৰপৰা উদ্ভৱ হোৱা গোত্ৰ। কশ্যপৰ বংশধৰ কাশ্যপ। এনে নামৰ উল্লেখৰ পৰা বুজা যায় যে সেইকালতো মানুহে- অন্ততঃ ব্ৰাহ্মণ সম্প্ৰদায়ত- কোনো লোকৰ ব্যক্তিগত নাম ধৰি নেমাতি গোত্ৰধৰি, বংশ মৰ্যাদা উল্লেখ কৰি মাতা প্ৰথা আছিল।

ক্ষত্ৰিয়সকলে দেশ ৰক্ষাৰ কামত ব্ৰতী আছিল। ৰজা, ৰাজবিষয়াৰ সৰহভাগে আৰু সৈনিকসকল ক্ষত্ৰিয় কুলীয়া আছিল। ৰজাসকলৰ চাৰিত্ৰিক আৰু বংশপৰম্পৰাৰ ভূয়সী প্ৰশংসাৰ পৰা বুজা যায় যে তেওঁলোকৰ মানবীয় সকলো গুণৰ অধিকাৰী আছিল আৰু তেওঁলোক ৰাজৰ্ষি খিতাপৰ উপযুক্ত আছিল। বৈশ্যসকলে বেপাৰ-বাণিজ্য আৰু কৃষি কৰ্মৰ দ্বাৰা নিজৰ জীৱিকা চলোৱাৰ উপৰিও উৎপাদনৰ ১/৬ ভাগ ৰাজভঁৰাললৈ কৰ দি অন্যান্য জন সাধাৰণক পোহপাল দিছিল। ধনমিত্ৰৰ উপাখ্যানৰ পৰা বুজা যায় যে এই বনিকসকলে সমুদ্ৰ পথেৰে আন দেশতো বাণিজ্য

চলাইছিল। এই তিনিবৰ্ণৰ বাহিৰত আছিল শূদ্ৰসকল। ধীবৰৰ দৰে লোকসকলক শূদ্ৰ বুলি ক'ব পাৰি। এইলোকে নিজ নিজ ব্যৱসায়ক শ্ৰদ্ধাৰ চকুৰে চাইছিল। ধীবৰে 'সহজং কিল যদ্বিনিন্দিতং ন খলু তৎকৰ্ম বিবৰ্জনীয়ম্' (৬।১) বুলি কোৱা কথাৰ পৰা সেই কথা বুজা যায়।

# বিবাহ পদ্ধতি

সেইকালত বহুবিবাহ পদ্ধতি (Polygamy) বাৰুকৈয়ে প্ৰচলিত আছিল যেন লাগে। ক্ষত্ৰিয় আৰু বৈশ্যবৰ্ণৰ ৰজা আৰু ধনিক শ্ৰেণীৰ মাজত এই বহুবিবাহ পদ্ধতি বাৰুকৈয়ে শিপাইছিল। তৃতীয় অঙ্কত যেতিয়া সখীসকলে শকুন্তলাক ৰজাৰ ওচৰত সমৰ্পণ কৰাৰপূৰ্বে অনসূয়াই ৰজাক কৈছে, 'বয়স্য বহুবল্লভা ৰাজানো শ্ৰূয়ন্তে যথা আৱয়োঃ প্ৰিয়সখী বন্ধুজন শোচনীয়া ন ভৱতি তথা নিৰ্ব্বাহয়।' উত্তৰত ৰজাইও 'পৰিগ্ৰহ বহুত্বেঽপি দ্বে প্ৰতিষ্ঠে কুলস্য মে। সমুদ্ৰ ৰসনা চোৰ্বী সখী চ যুৱয়োৰিয়ম্।।' (৩।১৮) ইত্যাদিৰে নিজক বহুপত্নীক বুলি স্বীকাৰ কৰিছে। অন্যত্ৰ বসুমতী, হংসপদিকা প্ৰভৃতি পত্নীৰ নামো পোৱা যায়। ধনমিত্ৰ বণিক সম্বন্ধে ৰজাই কৈছে, 'বেত্ৰৱতি বহুধনত্বাদ্ বহুপত্নীকেন তত্ৰভৱতা ভৱিতব্যম্।'

বৈদিক কালৰে পৰা ভাৰতত নানান প্ৰকাৰ বিৱাহৰ প্ৰচলন চলি আহিছে। ধৰ্মশাস্ত্ৰত অন্ততঃ আঠপ্ৰকাৰ বিৱাহৰ উল্লেখ পোৱা যায়। মনুৱে এই আঠপ্ৰকাৰক গুণগতভাৱে এইদৰে বৰ্ণাইছে ঃ

ব্ৰাহ্মো দৈৱস্তথৈবাৰ্ষঃ প্ৰাজাপত্যস্তথাসুৰঃ।
গান্ধৰ্বো ৰাক্ষসশ্চৈৱ পৈশাচশ্চাষ্টমোঽধমঃ।। ৩।২১

ইয়াৰে ব্ৰাহ্ম, দৈৱ, আৰ্ষ, প্ৰাজাপত্য, আসুৰ আৰু গান্ধৰ্ব ব্ৰাহ্মণৰ বাবে বিহিত, আসুৰ, গান্ধৰ্ব, পৈশাচ আৰু ৰাক্ষস ক্ষত্ৰিয়ৰ বাবে আৰু বৈশ্য তথা শূদ্ৰৰ বাবে আসুৰ, গান্ধৰ্ব আৰু পৈশাচ বিৱাহ বিহিত হৈছে।

[ষড়ানুপূৰ্ব্যা বিপ্ৰস্য ক্ষত্ৰস্য চতুৰোঽৱৰান্।
বিট্‌শূদ্ৰয়োস্তু তানেৱ বিদ্যাদ্ধৰ্ম্যানৰাক্ষসান্।। ৩।২৩]

কালিদাসৰ দিনত ইয়াৰ বিশেষ পৰিৱৰ্তন বা ব্যতিক্ৰম ঘটিছিল বুলি নাটকৰপৰা বুজা নাযায়। অৱশ্যে কালিদাসৰ প্ৰতিখন নাটকত গান্ধৰ্ব বিৱাহৰ উদাহৰণ পোৱা যায়। অভিজ্ঞান শকুন্তলম্ নাটকৰ ৩য় অঙ্কত ৰজাই শকুন্তলাক প্ৰৰোচনা দি কৈছে 'হে ভীৰু, গুৰুজনলৈ ভয় নকৰিবা। ধৰ্মৱিদ পিতৃয়ে বিয়াৰ কথা জানিলে একো দোষ নধৰে, কাৰণ আগতেও বহুতো ৰাজৰ্ষি কন্যাৰ বিয়া গান্ধৰ্ব প্ৰথামতে অনুষ্ঠিত হৈছিল, তাৰ পিছত সেই বিয়া পিতৃৰদ্বাৰা অনুমোদিত হোৱা কথা শুনা যায় (ভীৰু অলং গুৰুজনভয়েন। দৃষ্ট্বা তে ৱিদিতধৰ্মা তত্ৰভৱান্ ন অত্ৰ দোষং গ্ৰহীষ্যতি কুলপতিঃ। পশ্য।

গান্ধৰ্বেণ বিৱাহেন বহ্ব্যো ৰাজৰ্ষিকন্যকাঃ
শ্ৰূয়ন্তে পৰিণীতাস্তাঃ পিতৃভিশ্চাভিনন্দিতাঃ।। (৩।২১)

মনুৱে (৩।৩২) শ্লোকত গান্ধৰ্ববিৱাহৰ লক্ষণ স্পষ্ট কৰি কৈছেঃ ইচ্ছয়াঽন্যোন্যসংযোগঃ কন্যায়াশ্চ বৰস্য চ।

গান্ধৰ্বঃ স তু বিজ্ঞেযোঃ মৈথুন্যঃ কামসম্ভৱঃ ।।

বধূ আৰু বৰৰ পাৰস্পৰিক কামসম্ভৱ বিয়াই হ'ল গান্ধৰ্ব বিৱাহ।

এই বিৱাহ যিহেতু কামজ বহুসময়ত বধু বা বৰৰ পিতৃ-মাতৃৰ অনুমোদন সাপেক্ষে ইয়াৰ পাছত পুনশ্চ প্ৰাজাপত্য বিৱাহৰদ্বাৰা শুদ্ধীকৰণ বিচৰাও দেখা যায়। ভাসৰ অৱিমাৰক নাটকত এনে দৃষ্টান্ত বৰ্তমান। কিন্তু অভিজ্ঞান শকুন্তলমত এনে ব্যৱস্থা অনুসৃত হোৱা নাই। বহুতে ভাবে যে দুৰ্বাসাৰ অভিশাপ এই ক্ষেত্ৰত বিশিষ্ট প্ৰক্ৰিয়া ৰূপে দেখা দিয়ে। দুষ্যন্ত আৰু শকুন্তলাৰ বিৱাহ গান্ধৰ্ব প্ৰথাৰে হ'লেও বহুপত্নীক ৰজাৰ অন্যান্য বিৱাহ বৈদিক প্ৰথামতে প্ৰাজাপত্য ৰূপত হোৱা বুলি অনুমান কৰিব পাৰি। সি যি কি নহওক, গান্ধৰ্ব প্ৰথাই কালিদাসৰ কালত গা কৰি উঠিছিল যেন লাগে।

# সমাজত নাৰীৰ স্থান

**স্ত্ৰীশিক্ষা ঃ** ভাৰতবৰ্ষত বৈদিক যুগৰেপৰা সমাজত নাৰীৰ বিশেষ মৰ্য্যাদাসম্পন্ন স্থান নিৰ্ধাৰিত হৈছে আৰু নাৰীসকলে পুৰুষৰ সমানে শিক্ষা-দীক্ষাত ভাগ লৈ আহিছে। বেদত মন্ত্ৰ দৰ্শন কৰা ঋষিকা বিৰল নহয়। উপনিষদত গাৰ্গী, মৈত্ৰেয়ী প্ৰভৃতিয়েও নাৰীৰ শাস্ত্ৰ বিদগ্ধতা প্ৰমাণ কৰে। সেইদৰে ব্যাস-বাল্মীকি-কালিদাসৰ ৰচনাতো নাৰীৰ শিক্ষা গ্ৰহণ আৰু বৈদগ্ধ গুণৰ প্ৰশংসা অৱিৰলভাৱে বৰ্তমান। ঋষি-মুনি, ব্ৰাহ্মণ-সজ্জনৰ ওচৰত নাৰীসকলে ইতিহাস আৰু পুৰাণৰ মৌখিক জ্ঞান সচৰাচৰতে পাইছিল। ভগৱান মাৰীচে মুনি-পত্নীসকলক পাতিব্ৰত্যধৰ্মৰ উপদেশ দান কৰিছে অভিজ্ঞান শকুন্তলাৰ ৭ ম অঙ্কত। কণ্বাশ্ৰমস্থ গৌতমী, শকুন্তলা, অনসূয়া, প্ৰিয়ম্বদাও শিক্ষিতা আছিল। তেওঁলোকে পুৰানেতিহাস, উপাখ্যান আদিৰ জ্ঞান লাভ কৰিছিল। ৩ য অঙ্কত শকুন্তলাই দুষ্যন্তৰ প্ৰতি ওপজা প্ৰেমৰ কথা সখী দুজনীৰ ওচৰত ব্যক্ত কৰিবলৈ শঙ্কুচিত হোৱা দেখি প্ৰিয়ম্বদাই কৈছে, 'হলা শকুন্তলে! অনভ্যন্তৰাঃ খলু ৱয়ং মদনগতস্য বৃত্তান্তস্য। কিন্তু যাদৃশী ইতিহাস - নিবন্ধেষু কাময়মানানামৱস্থা শ্ৰূয়তে তাদৃশীং তেপ্ৰেক্ষে।' (হে শকুন্তলা, আমাৰ নিজৰ প্ৰণয় সম্বন্ধীয় অভিজ্ঞতা নাই সঁচা। কিন্তু পুৰাণ ইতিহাসাদিত যিদৰে প্ৰেমিকসকলৰ অৱস্থান্তৰ হয় বুলি শুনিবলৈ পাইছো, সিদৰে তোমাৰ অৱস্থা দেখা পাইছো।)

তিৰোতাসকলে অকল মৌখিকভাৱে শাস্ত্ৰ জ্ঞান লাভ কৰাতেই তেওঁলোকৰ শিক্ষাৰ অন্ত পৰা নাছিল। তেওঁলোকে হাতে-কামেও লিখা-পঢ়া কৰিবলৈ সমৰ্থ হৈছিল। আনকি ছন্দোৱদ্ধ কৱিতা ৰচনা কৰিবলৈকো সক্ষম আছিল। শকুন্তলাই [illegible] কাগজ বা তুলাপাতৰ অভাৱত নখেৰে নলিনীপত্ৰত ৰজালৈ প্ৰেমপত্ৰ লিখা [illegible] আঙুলিয়াব পাৰি। প্ৰিয়ম্বদাই শকুন্তলাক কৈছে,

"হলা মদনলেখোঽস্য ক্ৰিয়তাম্ [illegible]

(ৰজাৰ উদ্দেশ্যে প্ৰেমপত্ৰ ৰচনা [illegible]

"তেন হি আত্মন [illegible]

নিজৰ জনাৱৰ্নীয়া কথাখিনি [illegible]

শকুন্তলাই কৈছে, "হলা চিন্তিত [illegible]

(কবিতাৰ বিষয়বস্তু চিন্তা কৰি ওৰ পাইছোঁ। কিন্তু লিখিবলৈ কোনো সামগ্ৰী ওচৰত পাবলৈচোন নাই)।

প্ৰিয়ম্বদাই কৈছে- এতস্মিন্ শুকোদৰসুকুমাৰে নলিনী-পত্ৰে নখৈর্নিক্ষিপ্তৱৰ্ণং কুৰু (তোমাৰ বিজ্ঞাপনীয় বিষয় শুকপক্ষীৰ বক্ষৰ দৰে কোমল শ্যামলিম পদুম পাতৰ ওপৰত নখেৰে বৰ্ণ ৰচনা কৰা)।

আভৰণাদি- অভিজ্ঞানশাকুন্তলম্ নাটকত আশ্ৰমস্থ নাৰী, বালিকা, তাপসী ভিন্ন অন্য নাৰী চৰিত্ৰক মঞ্চত প্ৰৱেশাধিকাৰ দিয়া হোৱা নাই। তাপসবালিকা বা তাপসীসকলে বল্কলবসন ধাৰণ কৰা কথা ১ ম অঙ্কতে উনুকিওৱা হৈছে যেনে শকুন্তলা- 'সখী অনসূয়ে অতিপিনদ্ধেন বল্কলেন প্ৰিয়ম্বদয়া নিয়ন্ত্ৰিতাস্মি। শিথিলয় তাৱদেতৎ।'

ৰজাইও কৈছে,

ইয়ামধিকমনোজ্ঞা বল্কলেনাপি তন্বী
কিমিৱহি মধুৰাণাং মণ্ডনং নাকৃতীনাম্॥ ১।১৮

ফুল আদিৰে নিজক সজাই-পৰাই তাপসকুমাৰীসকলে নিশ্চয় ভাল পাইছিল। একমাত্ৰ শাকুন্তলা তাৰ ব্যতিক্ৰম আছিল 'নাদত্তে প্ৰিয়মণ্ডনাপি ভৱতাং স্নেহেন যা পল্লৱম্——'। সাধাৰণতে আশ্ৰমস্থ বালিকা বা স্ত্ৰীয়ে অলঙ্কাৰ ব্যৱহাৰ নকৰিছিল। শকুন্তলাক পতিগৃহলৈ কইনা সাজি পঠাবলৈ লওঁতে সখীদুজনীয়ে কৈছে, "অয়ে অনুপযুক্তভূষণোঽয়ংজনঃ। চিত্ৰকৰ্ম- পৰিচয়েনাঙ্গেষু আভৰণবিনিয়োগং কুৰ্বঃ, (আমি কোনোদিনে অলঙ্কাৰ পিন্ধি পোৱা নাই। তথাপি চিত্ৰত যিদৰে আঁকা দেখিছোঁ সেইদৰে তোমাক পিন্ধাম)।

৪ৰ্থ অঙ্কত ঋষিকুমাৰ দুজনে বনদেৱতাসকলৰপৰা শকুন্তলালৈ আহৰণ কৰি অনা অলংকাৰৰ লেখো উল্লেখনীয়ঃ 'ঋষিয়ে আমাক ক'লে, 'শকুন্তলাৰ বাবে গছৰপৰা ফুল চিঙি আন।' ত্যাকে কৰোঁতে এডাল গছৰপৰা জোনৰ দৰে শুকুলা পাটকাপোৰ, আন এজোপাৰপৰা ভৰিত লগাবলৈ লাক্ষাৰস আৱিষ্কৃত হ'ল। আকৌ অন্যান্য বিৰিখৰপৰা নানান অলঙ্কাৰ কুঁহিপাতৰ দৰে কোমলহাতেৰে বনদেৱীসকলে আগবঢ়াই দি[illegible]।' (৪।৫ শ্লোক দ্ৰষ্টব্য)।

শকুন্তলাক পিন্ধাই উৰাই সখীদ্বয়ে কৈছে- 'হলা শকুন্তলে, অৱসিতমণ্ডনাসি। পৰিধৎস্ব সাম্প্ৰতং ক্ষৌমযুগলম্।'

তদানীন্তন কালত- মুছলমানসকলৰ ভাৰত প্ৰৱেশৰ আগলৈকে- ভাৰতত [illegible]গুণ্ঠন বা ওৰণি লোৱা প্ৰথা প্ৰচলিত নাছিল বুলিয়ে জনা যায়। কিন্তু [illegible]বিৱাহিত' নাৰীয়ে ওৰণি লৈ পতিৰ সন্মুখীন হৈছিল বুলি বুজা যায়। ৫ ম [illegible] ৰজাই শকুন্তলাক দেখি কৈছে- 'পকা গছপাতৰ মাজত দেখা কুঁহিপাতৰ [illegible]সকলৰ মাজত এই ওৰণি লোৱা যুৱতীজনীনো আকৌ কোন? [illegible] [illegible] অস্ফুটভাৱেহে [illegible] পৰিছে।'

[illegible] নাতিপৰিস্ফুটশৰীৰলাৱণ্যা।
[illegible] পাণ্ডুপত্ৰাণাম্॥ ৫।১৩

[illegible] [illegible] [illegible] [illegible] মুহূৰ্তং মা [illegible]। অপনেষ্যামি [illegible]। [illegible]।'

প্ৰোষিতভৰ্তৃকা (যি নাৰীৰ স্বামী সান্নিধ্যত নাই) নাৰীৰ বেশভূষা সম্বন্ধেও নাটকত কিছু কথা পোৱা যায়। এনে নাৰীয়ে মূৰ ফণিওৱা আৰু খোপাবন্ধা ৰীতি নাছিল। কেতিয়াবা এটা বেণী গুঠিছিল। তেওঁলোকে কুণ্ডল বা কেশপাশ বৈ পৰিবলৈ দিছিল। মুখত প্ৰসাধন ঘঁহা, ওঠত ৰঙ সনা আৰু ভৰিত অলক্ত বা লাক্ষাৰস সনা কাৰ্যৰপৰা তেওঁলোক বিৰত থাকে। তেওঁলোকে ভাল কাপোৰ পিন্ধাউৰা নকৰে আৰু ভৰিৰ বুঢ়াআঙুলিৰ আগত দৃষ্টি ৰাখি চলাফুৰা কৰে। তেওঁলোকে পৰপুৰুষৰ মুখ নেচায়। আলোচ্য নাটকত ৭ম অঙ্কত শকুন্তলাক এনে এক প্ৰোষিতভৰ্তৃকা নাৰীৰ ৰূপত দেখা যায়। দুষ্যন্তই শকুন্তলাক এনে ৰূপত দেখি কৈছে-

ৱসনে পৰিধুসৰে ৱসানা নিয়মক্ষামমুখী-ধৃতৈকৱেণিঃ।
অতিনিষ্কৰুণস্য শুদ্ধশীলা মম দীৰ্ঘং ৱিৰহব্ৰতং বিভৰ্তি।। ৭।২১

এইজনীয়ে সেই শকুন্তলা- যিজনীয়ে মলিনবস্ত্ৰ পৰিধান কৰিছে, ব্ৰতনিয়মাদিৰ বাবে মুখখন যাৰ শুকাই গৈছে, একৱেণিপৰিহিতা, শুদ্ধশীলা হৈ অতিনিষ্কৰুণ মোৰসৈতে দীঘলীয়া বিৰহ হেতু ব্ৰত পালন কৰিছে।

## সুগৃহিনীৰ কৰ্তব্য

আলোচ্য নাটকত গৃহিনীৰ কৰ্তব্য সম্বন্ধে ৪ৰ্থ অঙ্কত কণ্বই শকুন্তলাক দিয়া উপদেশবোৰৰ বিশ্বজনীনতা অনস্বীকাৰ্য। কণ্বই কৈছেঃ

"সা ত্বম্ ইতঃ পতিকুলং প্ৰাপ্য
শুশ্ৰূষস্ব গুৰূন্ কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপং গমঃ।
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভোগেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো ৱামাঃ কুলস্যাধয়ঃ।। ৪।১৮

'ইয়াৰপৰা গৈ তই পতিৰ ঘৰত উপস্থিত হৈ গুৰুসকলৰ সেৱা কৰিবি, সতিনী ৰাণীসকলৰসৈতে প্ৰিয়সখীৰ দৰে আচৰণ কৰিবি, পতিয়ে অন্যায় আচৰণ কৰিলেও তাত কষ্ট হৈ বিৰূপ নহবি, সৌভাগ্যলাভত গৰ্বিতা নহৈ আলপৈচান ধৰা লিগিৰী-লিকচৌক সদয় ব্যৱহাৰ কৰিবি। যুৱতীসকলে এনেদৰে আচৰণ কৰিয়েই গৃহিণীপদ লাভ কৰে। ইয়াৰ বিপৰীত আচৰণকৰাসকল পৰিয়ালবৰ্গৰ অশান্তিৰ কাৰণ হয়।'

সূত্তপিটকৰ অন্তৰ্গত অঙ্গুত্তৰনিকায় গ্ৰন্থত ভগৱান বুদ্ধই জনৈক লোকৰ বিৱাহিতা জীয়াৰীকো অনুৰূপে উপদেশ দিয়াটো স্মৰণীয়। আনহাতে বাৎসায়ণৰ কামসূত্ৰত গৃহিণীসকলক দিয়া উপদেশৰ প্ৰতিধ্বনিও আমাৰ আলোচ্য শ্লোকত শুনা যায়।

পতিগৃহলৈ যাবলৈ ওলোৱা শকুন্তলাক তাপসীসকলে দিয়া আশীৰ্বচনবোৰো অৰ্থপূৰ্ণ। এজনীয়ে আশীৰ্বাদ দিছে, 'জাতে ভৰ্তুৰ্বহুমানসূচকং মহাদেৱীশব্দং লভস্ব' (বাচা স্বামীৰ বহুমাননীয়া মহাদেৱী পদ লাভ কৰা)। দ্বিতীয় এজনীয়ে আশীষ যাঁচিছে 'বৎস বীৰপ্ৰসৱিনী ভৱ।' তৃতীয় এজনীয়ে আশীৰ্বচন দি কৈছে 'বৎসে

ভর্ত্তুর্বহুমতা ভৱ।' কাশ্যপৰ আশীৰ্বচন (৪ৰ্থ অঙ্ক) আৰু মাৰীচৰ আশীৰ্বাদ (৭ম অঙ্কত) ঃ-

বৎসে,

যযাতেৰিৱ শৰ্মিষ্ঠা ভৰ্ত্তুৰ্বহুমতা ভৱ।
সুতং ত্বমপি সম্রাজং সেৱ পুৰুমৱাপুহি।। ৪।৭

(বাচা, শৰ্মিষ্ঠাই যেনেকৈ ৰজা যযাতিৰ (প্ৰিয়পাত্ৰী হৈছিল) সেইদৰে তুমিও স্বামীৰ বহুমান্যস্পদা হোৱা; শৰ্মিষ্ঠাই পুৰুক লাভ কৰাৰ দৰে তুমিও যেন সম্রাট পুত্ৰ লাভ কৰাঁইক)।

মাৰীচে কৈছে ঃ- বৎসে

আখণ্ডলসমো ভৰ্ত্তা জয়ন্তপ্ৰতিমঃ সুতঃ।
আশীৰন্যা ন তে যোগ্যা পৌলামীসদৃশো ভৱ।। ৭।২৮

(বাচা, তোমাৰ স্বামী ইন্দ্ৰৰ সমান, তোমাৰ পুত্ৰ জয়ন্তসদৃশ, আৰু আন কোনো আশীৰ্বাদ তোমাৰ যোগ্য নহ'ব, তুমি মাথোন পৌলোমীৰ নিচিনা হোৱা)।

অদিতিয়েও স্বামীৰ বহুমান্যস্পদা হ'বলৈকে শকুন্তলাক আশীৰ্বাদ দিছে।

আমাৰ মতে এই আশীৰ্বাদসমূহে বক্তাৰ নিজ নিজ শুভেচ্ছা আশীৰ্ব্বাদ গ্ৰহিতাৰ ওপৰত আৰোপণ কৰি তেওঁক নিজ কৰ্তব্যৰ প্ৰতি অধিক সচেতন হ'বলৈ উদগনি দিছে। বিশেষতঃ সুগৃহিণীৰ পতিসেৱা আৰু পতিৰ সৰ্বপ্ৰকাৰ সন্তোষ বিধানেই ভাৰতীয় নাৰীৰ মূলাদৰ্শৰূপে নাটকত গুৰুত্ব আৰোপ কৰা হৈছে। কিন্তু সেয়ে শেষ নহয়; যোগ্যতম আৰু কীৰ্তিসৰ্বস্ব সন্তানৰ মাতৃত্ব লাভৰ জৰিয়তেহে গৃহিণীৰ পূৰ্ণাঙ্গৰূপ গ্ৰহণ সম্ভৱ। গৃহিণীত্বৰ পূৰ্ণতা লাভ কৰিবলৈ হ'লে শকুন্তলাক মাতৃত্বৰ পদ পোনতে লাভ কৰিবলৈ কোৱা হৈছে।

বিৱাহিতা নাৰী সম্বন্ধে আৰু কিছু তথ্য আমাৰ আলোচ্য নাটকত পোৱা যায়। ৫ম অঙ্কত শাৰ্ঙ্গৰৱে শকুন্তলাক পতিগৃহলৈ আনি থোৱাৰ সমৰ্থনত কৈছে

সতীমপি জ্ঞাতিকুলৈকসংশ্ৰয়াং জনোঽন্যথা ভৰ্তৃমতীং বিশঙ্কতে।
অতঃ সমীপে পৰিণেতুমিষ্যতে, প্ৰিয়াপ্ৰিয়া বা প্ৰমদা স্ববন্ধুভিঃ।। ৫।১৭

স্বামীৰ বৰ্তমানত যদি কোনো স্ত্ৰী নিজৰ আত্মীয় (পিতা-মাতাদি) ৰসৈতে থাকে তেওঁ সতী হ'লেও আন লোকে অন্যৰূপে ভাৱে; সেইবাবে স্বামীৰ প্ৰিয় বা অপ্ৰিয় যেনেই হওক তেনে তিৰোতা স্বামীৰসৈতে থকাটোকে পিতৃ-মাতৃয়ে কামনা কৰে।

এই তথ্যৰ সাৰবত্তা আজিও ভাৰতীয়লোকৰ ঘৰত সৰ্বথা স্বীকাৰ কৰা হয়।

ইয়াৰ পিছতো শাৰদ্বতৰ ভাষণৰপৰা নাৰীৰ ওপৰত পুৰুষৰ (স্বামীৰ) সৰ্বাত্মক অধিকাৰ সম্বন্ধে বুজা যায়। শাৰদ্বতে শকুন্তলাৰ ওপৰত ৰজাৰ কৰ্তৃত্ব প্ৰসঙ্গ তুলি ধৰি কৈছে, 'এইজনী আপোনাৰ পত্নী, এওঁক আপুনি গ্ৰহণ কৰিবও পাৰে আৰু ত্যাগো কৰিব পাৰে, স্ত্ৰীৰ ওপৰত স্বামীৰ প্ৰভুত্ব সৰ্বতোমুখী।'

'তদেষা ভৱতঃ কান্তা ত্যজ বৈনাং গৃহাণ ৱা।
উপপন্না হি দাৰেষু প্ৰভুতা সৰ্ৱতোমুখী।। ৫।২৬

তদানীন্তন কালত নাৰীৰ স্বাতন্ত্ৰ্য অস্বীকাৰ কৰি শাৰ্ঙ্গৰৱে নিৰ্দোষ নাৰীৰ বাবে পতিগৃহত দাসীবৃত্তি অবলম্বন কৰি থকাও উচিত বুলি মন্তব্য কৰে ঃ

'অথ তু বেৎসি শুচি ব্রতমাত্মনঃ
পতিকুলে তব দাস্যমপি ক্ষমম্।। ৫।২৭

মনুৱেও নাৰীস্বাতন্ত্র্যক অস্বীকাৰ কৰি কৈছেঃ

পিতা ৰক্ষতি কৌমাৰে ভর্তা ৰক্ষতি যৌৱনে।
ৰক্ষন্তি স্থৱিৰে পুত্রাঃ ন স্ত্রী স্বাতন্ত্র্যমর্হতি।। মনু ৯।৩

মনুৱে নাৰীক কুমাৰী, যুৱতী আৰু বৃদ্ধাৱস্থাত ক্রমে পিতা, স্বামী আৰু পুত্রৰ তত্ত্বাৱধানত থকাৰ কথা কৈছে। আমাৰ নাটকতো ইয়াৰ সাদৃশ্য দেখা যায়।

তদুপৰি কালিদাসে তিৰোতাক স্বাভাৱিকতে চতুৰ বুলি ঠাৱৰ কৰি যোৱা কথাও উল্লেখযোগ্য। শকুন্তলাই ৰজাক নিজৰ পৰিচয় দি বুজাবলৈ যাওঁতে ৰজাই শাপৰ কবলত পৰি স্মৃতিশক্তি হেৰুৱায় শকুন্তলাক মিছা কথাৰে আভুৱা ভাৰিবলৈ যোৱা বুলি দোষাৰোপ কৰাত গৌতমীয়ে শকুন্তলাৰ নির্দোষিতা সম্বন্ধে কয়। উত্তৰত তত্তালিকে ৰজাই কয়–

স্ত্রীণামশিক্ষিতপটুত্বমনুষীণাং সন্দৃশ্যতে কিমুত যাঃ প্রতিবোধৱত্যঃ।
প্রাগন্তৰিক্ষগমণাৎস্বমপত্যাজাতমন্যৈৰ্দ্বিজৈঃ পৰভৃতাঃ খলু পোষয়ন্তি।। ৫।২২

শিক্ষা গ্রহণ নকৰিলেও তিৰোতাৰ স্বভাৱজাত চতুৰতা ইতৰ প্রাণীবিলাকৰ মাজতো চকুত পৰে। চেতনাযুক্ত তিৰোতাৰ কথা কেলেই লাগিছে! কুলিবিলাকে নিজৰ পোৱালীক আকাশলৈ উৰিব পৰা হোবালৈকে আন চৰাইৰদ্বাৰাই লালিত পালিত কৰে।

## শিক্ষা-নৈতিক অৱস্থা

অভিজ্ঞানশাকুন্তলম্ নাটকৰপৰা তদানীন্তন কালৰ শিক্ষা-দীক্ষা, লিখা-পঢ়া, সঙ্গীত-চৰ্চা, চিত্ৰাঙ্কণ সম্বন্ধীয় নানান তথ্য বুটলিব পাৰি আৰু ইবোৰৰ সহায়ত তেতিয়া প্ৰচলিত ব্যৱস্থাবোৰৰ জ্ঞান লাভ কৰিব পাৰি।

**বিদ্যালয়ঃ** সম্ভৱতঃ ঋষি-মুনিসকলৰ আশ্ৰম আৰু নগৰৰ ৰাজপুৰোহিত বা তেনে গণ্য-মান্য ব্ৰাহ্মণ-সজ্জনৰ বাসভৱনক কেন্দ্ৰ কৰি কেতবোৰ বিদ্যালয় প্ৰচলিত আছিল। সাধাৰণতঃ ইবোৰ ব্যক্তিকেন্দ্ৰিক অনুষ্ঠান আছিল। নাটকত কণ্বক 'কুলপতি' আখ্যাৰে উল্লেখ কৰা হৈছে। দহ হেজাৰ ছাত্ৰ-ছাত্ৰীক শিক্ষা দিব পৰা এক শিক্ষণ কেন্দ্ৰৰ মুৰব্বী অধ্যাপক/অধ্যক্ষজনকহে এনে আখ্যাৰে সম্বোধন কৰা হৈছিল বুলি জনা যায় (কণ্বৰ চৰিত্ৰ দ্ৰষ্টব্য)। গতিকে এসময়ত মালিনীৰ তীৰবৰ্তী কণ্বাশ্ৰম বা সদৃশ আশ্ৰমবোৰ বিশ্ববিদ্যালয় বা মহাবিদ্যালয় শ্ৰেণীৰ উচ্চ শিক্ষাৰ কেন্দ্ৰস্থল আছিল। ইবোৰে স্বতন্ত্ৰভাৱে নিজ নিজ কেন্দ্ৰৰ প্ৰশাসন চলাব পাৰিছিল। সেই সকময়ত প্ৰচলিত সকলো শাস্ত্ৰকে সিবোৰত শিকোৱা হৈছিল আৰু বিশেষতঃ ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ নিৰ্মাণৰ বাবে প্ৰয়োজনীয় নীতি-শিক্ষা আৰু আধ্যাত্মিক-জ্ঞানৰ ওপৰত জোৰ দিয়া হৈছিল। আশ্ৰমৰ এনে অনুষ্ঠানবোৰত 'শ্ৰৌত' যাগাদিৰ জৰিয়তে ধৰ্মানুষ্ঠান অনুষ্ঠিত কৰিছিল যেন লাগে।

এই শিক্ষানুষ্ঠানবোৰে নাৰী-শিক্ষাক যথোচিত স্থান দিছিল যেন লাগে। আশ্ৰমস্থ ছাত্ৰ বা শিষ্যসকলে শাস্ত্ৰত কুশলতা লাভ কৰাৰ লগে লগে নাৰী শিষ্য বা বালিকাসকলে প্ৰয়োজনীয় লিখা-পঢ়া আয়ত্ব কৰিছিল। তেওঁলোক অকল স্বাক্ষৰেই নাছিল, বৰঞ্চ 'ললিতপদবন্ধ' বা ছন্দোবদ্ধ কৱিতা ৰচনাত কুশলতা লাভ কৰিছিল। তদান্তনীন কালত লিখাৰ কোনো এক পদ্ধতি প্ৰচলিত থকাৰ নিশ্চিত উল্লেখ নাটকত আছে। সম্ভৱতঃ লিখিবলৈ গছৰ পাত, পদুমৰ পাত, বাকলি আদি ব্যৱহৃত হৈছিল আৰু কোনো প্ৰকাৰ ৰসেৰে ছিয়াহী প্ৰস্তুত হৈছিল। তেতিয়া তুলাপাত বা কাকত আছিল নে নাই জনা নাযায়।

**চিত্ৰাঙ্কনঃ** লিখা-পঢ়া অকল শাস্ত্ৰজ্ঞান বিতৰণ বা আহৰণতে সীমিত নাছিল। প্ৰাচীন ভাৰতত চৌষষ্ঠি কলা চৰ্চা কৰা হৈছিল। তাৰে কেইটামান উল্লেখ নাটকতো দেখা যায়। চিত্ৰকৰ্ম বা চিত্ৰাঙ্কন বিদ্যা সম্ভৱতঃ স্ত্ৰী-পুৰুষ নিৰ্বিশেষে প্ৰায় সকলোৱে আহৰণ কৰিছিল। ৰজাসকলে বা ৰাজকুমাৰসকলে চিত্ৰাঙ্কনত অভ্যস্ত হৈছিল। ৰেখাচিত্ৰ, ৰঙীন চিত্ৰ আৰু প্ৰাচীৰ চিত্ৰও অঙ্কিত হৈছিল। সখীসকলে এনে চিত্ৰকৰ্মৰসৈতে পৰিচয় থকাৰ বাবে শকুন্তলাক আভৰণ পিন্ধাব পাৰিছিল। ৰজাই আশ্ৰমৰ অৰণ্যৰ পটভূমিত শকুন্তলা আৰু সখীসকলে বৃক্ষমূলত পানী দিয়া চিত্ৰ অঙ্কন কৰি বিদূষক আৰু অপসৰী সানুমতীৰ প্ৰশংসা পাইছে। স্বৰ্গৰ সুন্দৰীসকলে তেওঁলোকৰ প্ৰসাধনেৰে দুষ্যন্তৰ মহান চৰিত্ৰৰ চিত্ৰাঙ্কন কল্পবৃক্ষৰ গা-গছত আঁকি সমাজত প্ৰচাৰ কৰা কথাবোৰে চিত্ৰাঙ্কনৰ উদাহৰণ দিয়ে। চিত্ৰাঙ্কনৰ সামগ্ৰী বৰ্তিকাকৰণ্ডক, চিত্ৰফলক আদিও নাটকত উল্লেখিত হৈছে।

**সঙ্গীত ঃ** নাটকত সঙ্গীত চৰ্চাৰ উল্লেখো বাৰকৈয়ে চকুত পৰে। সম্ভৱতঃ এই বিষয়তো নাৰী আৰু পুৰুষে সমানে অংশগ্ৰহণ কৰিছিল। নাৰীসকলে বিশেষতঃ কণ্ঠ-সঙ্গীতত আগভাগ লৈছিল। নাটকত নটীৰ গীতৰাগৰ উপৰিও হংসপদিকাৰ 'ৰাগপৰিবাহিনী গীতি' উচ্চৈস্বৰে প্ৰশংসিত হৈছে পুৰুষসকলৰ দ্বাৰা। কলবিশুদ্ধ গীতৰ স্বৰসংযোগৰ বিষয়ে কোৱা হৈছে। 'কল', 'ৰাগ', 'স্বৰ' ইত্যাদি পাৰিভাষিক শব্দৰ ব্যৱহাৰ মন কৰিবলগীয়া।

তদুপৰি বিবিধ তালত ৰজাৰ বন্দনা গীতি গাই ৰজাৰ মনত কৰ্তব্য কৰ্মৰ কালবোধ জন্মোৱা এশ্ৰেণী বৈতালিকৰ উল্লেখ নাটকত পোৱা যায়। বিশেষতঃ নিশান্তত ৰজাক টোপনিৰপৰা জগাবলৈ তেওঁলোকে বন্দনা গীত গাই ৰজাক উদ্বুদ্ধ কৰিছিল। এওঁলোকৰ উপৰিও 'চাৰণ' নামে গীতিকাৰ যুগলে মহান চৰিত্ৰযুক্ত ৰজাৰ প্ৰশংসা গীত গাই ইতঃস্ততঃ ভ্ৰমণ কৰিছিল বুলি জনা যায়।

## প্ৰশাসনিক ব্যৱস্থা

অভিজ্ঞানশাকুন্তলম্ নাটকত ৰাজতন্ত্ৰৰ পূৰ্ণপয়োভৰ দেখা যায়। ৰাষ্ট্ৰশাসন ব্যৱস্থাক 'লোকতন্ত্ৰাধিকাৰ' বুলি নাটকত উল্লেখ কৰা হৈছে। তেওঁৰ বিচাৰ আসন 'ধৰ্মাসন' বুলি জনাজাত। প্ৰজাৰ হিত সাধনেই ৰজাৰ শাসনতন্ত্ৰৰ মুখ্য উদ্দেশ্য। সৰ্বভোগ্য আশ্ৰমত থাকি 'ৰাজপূৰ্ব-মুনি' স্বৰূপ ৰজাই সদায় ৰক্ষাৰ যোগেদি তপঃ সঞ্চয়ন কৰে (১।৪)। তেওঁ প্ৰজাক নিজ সন্তান সদৃশ শাসন কৰে। তেওঁ সূৰ্য্য, শেষনাগ আৰু বায়ুৰ দৰে নিৰৱচ্ছিন্নভাৱে নিজ কৰ্তব্যত ৰত হয়। 'ষষ্ঠাংশবৃত্তি' ৰজাৰ সেৱাই যেন ধৰ্ম (৫।৪-৫)। ৰজাই নিজৰ সুখ পৰিত্যাগ কৰি লোকহিতাৰ্থে শ্ৰম কৰে। যিদৰে বৃক্ষই মূৰ পাতি ৰ'দৰ তাপ নিজে সহি থাকি ছাঁয়াৰে আশ্ৰিতৰ দুঃখ দূৰ কৰে, সেইদৰে ৰজায়ো প্ৰজাৰ দুঃখ দূৰ কৰে (৫।৭)। তেওঁ ৰাজদণ্ডেৰে বিমাৰ্গগামীসকলক শাস্ত কৰে আৰু বিসম্বাদ দূৰ কৰি প্ৰজাক ৰক্ষা কৰে। ধনৱান, শক্তিৱানসকলৰ ওচৰত সকলোৱে আত্মিয়ৎ আচৰণ কৰে; কিন্তু দুষ্যন্ত সদৃশ ৰজাৰ বাবে প্ৰজাসকলে নিজ আত্মিৰ দৰে স্বভাৱতে আচৰণ কৰে (৫।৮)। গতিকে ৰজাৰ প্ৰজাৰঞ্জন স্বভাৱ নাটকত উক্ত প্ৰকাৰে পৰিস্ফুট হৈছে; তাৰ মাজত কোনো প্ৰকাৰ অশান্তিৰ বীজ দেখা নাযায়।

শাসন-ব্যৱস্থা চলাবলৈ ৰজাই মন্ত্ৰী (পিশুন), পুৰোহিত (সোমৰাত), সেনাপতিৰ (ভদ্ৰসেন) সহায় লৈছিল। মন্ত্ৰীৰ সহায়ত দায়াধিকাৰকে ধৰি যাৱতীয় ৰাজকাৰ্য চলোৱা হৈছিল। কোনো কোনো সময়ত অকলে মন্ত্ৰীয়ে ৰাজকাৰ্য চলাইছিল। মাত্ৰ গুৰুত্বপূৰ্ণ বিষয়বোৰ শাসন বা (writ)বদ্বাৰা মীমাংসাৰ বাবে ৰজাৰ অপেক্ষা ৰাখিছিল। ৰজাৰ বিদেশ গমন, মৃগয়া আদিৰ কালতো শাসন-প্ৰশাসনৰ ভাৰ মন্ত্ৰীৰ ওপৰত ন্যস্ত ৰৈছিল। ৰাজধানীৰপৰা কৰা কোনো অভিযানত, মৃগয়া প্ৰভৃতিতো সেনাপতিয়ে সসৈন্যে ৰজাক অনুসৰণ কৰিছিল। আশ্ৰম-তপোৱন, তপস্বী আৰু আন ধৰ্ম-সংক্ৰান্ত বিষয়সমূহত পুৰোহিতৰ সজ উপদেশাদি ৰজাই বিনা দ্বিধাই গ্ৰহণ কৰিছিল। বিচাৰ-সংক্ৰান্ত বিষয়বোৰ ৰজাই যিদৰে ধৰ্মাসনত আসীন হৈ নিষ্পত্তি কৰিছিল, ধৰ্মসংক্ৰান্ত বিষয়বোৰ সিদৰে অগ্নিশৰণ গৃহত নিৰীক্ষণ কৰা হৈছিল।

বিদূষক নামে নৰ্মসচিবে সাধাৰণতে ৰজাৰ মনোৰঞ্জনৰ বাবে তেওঁৰ সহচৰৰূপে

কাৰ্যত ব্যাপৃত আছিল। কেতিয়াবা বিদূষকে ৰজা আৰু ৰাজপৰিবাৰত ৰবকৈ সমাদৰ লাভ কৰি যুৱৰাজৰ দৰে 'সম্মানভাজন' হৈছিল। ৰজাৰ প্ৰতি অধিক পক্ষপাতিত্বৰ বাবে বিদূষক ৰাণীসকলৰ অপ্ৰিয়ভাজন হোৱাৰ উদাহৰণো বিৰল নহয়। ৰজা আৰু বিদূষক দুয়ো চৌষষ্ঠি কলাত নিষ্ণাত হৈ নাগৰিক বৃত্তি আয়ত্ব কৰিছিল।

অন্তঃপুৰৰ কাৰ্য চোৱাচিতাৰ ভাৰ পৰিছিল আপাততঃ বয়োবৃদ্ধ ব্ৰাহ্মণ কঞ্চুকীৰ ওপৰত। তেওঁ দীঘল চাপকন চোলা পিন্ধি হাতত লাঠি লৈ ৰাজপুৰীত চিৰজাগ্ৰত হৈ কাৰ্য পৰিচালনা কৰিছিল। দুৱাৰত দুৱৰী থকাৰ উপৰিও প্ৰতিহাৰী নামে নাৰী কৰ্মচাৰী নিযুক্ত হৈছিল। প্ৰতিহাৰী (বেত্ৰৱতী) সাধাৰণতে ৰজাক ৰাজকাৰ্যৰ বা-বতৰা যোগাই ৰাজপুৰীত ৰজাৰ অদূৰত ইতস্ততঃ গমনাগমন কৰিছিল।

যৱনী নামে এশ্ৰেণী তিৰোতাই ৰজাৰ শৰাসন সদা-সৰ্বদা হাতত লৈ ৰজাৰ আদেশলৈ অপেক্ষা কৰিছিল। ৰাজপুৰী আৰু মৃগয়া- সকলো সময়তে তেওঁলোকে ৰজাৰ-চিৰানুচৰ বৃন্দৰ মাজত বৈছিল।

ৰথ চলাবলৈ সংস্কৃতভাষী সাৰথি বা সূত আছিল। ইতস্ততঃ দৌত্য কাৰ্যৰ বাবে নানান লোক নিয়োজিত হৈছিল। অন্তঃপুৰত অধিকাংশ নাৰীয়ে- চেটী, পৰিচাৰিকা আদি নামে- ৰজাৰ আলপৈচান ধৰিছিল।

তদুপৰি বৈতালিক নামে এশ্ৰেণী লোক ৰজাৰ স্তুতি গায়ক আছিল। তেওঁলোকক ৰজাই নিয়মীয়াকৈ বেতন দি কাৰ্যত নিযুক্তি দিছিল নে নাই নিশ্চয়কৈ ক'ব নোৱাৰি। এওঁলোকে নানান মঙ্গল গীত বাদ্যাদিৰে তালশব্দ সৃষ্টি কৰি ৰজাক ৰাতি পুওৱাৰ জাননী দি টোপনীৰপৰা জগাইছিল। সেইবাবে তেওঁলোকক 'বোধকৰ' বুলিও কৈছিল। (বিবিধ মঙ্গলগীতিৱাদ্যাদিকৃত স্তালশব্দঃতেন ব্যৱহৰন্তি ৱৈতালিকাঃ নিশান্তং নিৱেদয়ন্তো যে নৃপং বোধয়ন্তি জাগৰয়ন্তি তে বোধকৰাঃ সুকৃষ্ট ইতি টঃ ইতি ভৰতঃ)। তেওঁলোকে পুনশ্চ দিনৰ প্ৰহৰে প্ৰহৰে ৰজাৰ কাৰ্যৰ সময়ৰ সূচনা দিছিল (তত্তৎপ্ৰহৰকযোগ্যৈ ৰাগৈস্তৎকালৱাচিভিঃ শ্লোকৈঃ। সৰভসমেৱ ৱিতালং গায়ন্ ৱৈতালিকো ভৱতি)। কোৱা বাহুল্য যে কালিদাসৰ তিনিওখন নাটকতে ৱৈতালিকৰ (নেপথ্যত) স্তুতিগীত পৰিৱেশিত হৈছে। শ্ৰীহৰ্ষৰ ৰত্নাৱলী আৰু প্ৰিয়দৰ্শিকাতো বৈতালিকৰ গীত শুনা যায়। ৱৈতালিক সাধাৰণতে দুজন থাকে। তেওঁলোকে ইজনৰ পিছত সিজনকৈ ৰজাৰ স্তুতি গায়। তেওঁলোকৰ গীতে ৰজাক কৰ্মৰত হ'বলৈ প্ৰেৰণা দানো কৰে (৫ম অঙ্কৰ ৭ আৰু ৮ শ্লোক দ্ৰষ্টব্য)।

বৈতালিকৰ বাহিৰেও চাৰণদ্বন্দ্বই ৰজাৰ প্ৰশংসা গীত গোৱা কথা (১।৪) উল্লেখিত হৈছে। কোনো কোনো পণ্ডিতে চাৰণদ্বন্দ্বক ৱৈতালিক যুগল বুলি অৰ্থ কৰিছে। কিন্তু চাৰণ আৰু ৱৈতালিক একে নহয়। চাৰণসকল গান্ধৰ্ব পৰ্যায়ৰ, স্বৰ্গবাসী। ৱৈতালিকযুগল মানৱ আৰু সম্ভৱতঃ তেওঁলোকে গীত গাই পোৱা পুৰস্কাৰৰ ধনেৰে জীৱন যাপন কৰিছিল।

প্ৰকৃততে নাটকীয় ঘটনাৰ স্পষ্টীকৰণ আৰু বিকাশৰ বাবে প্ৰয়োজনীয় চৰিত্ৰ মাত্ৰৰ উপস্থাপনহে কৰিয়ে কৰিছে। নাটকত অপ্ৰয়োজনীয় আৰু ৰাজকাৰ্যত প্ৰয়োজনীয় বহুতো লোক প্ৰশাসনত নীৰৱ আছিল বুলি ধৰি ল'ব পাৰি।

# আৰক্ষী ব্যৱস্থা আৰু চৌৰ্য্য-দণ্ড বিধান

নাটকত তদানীন্তন কালৰ আৰক্ষী ব্যৱস্থা সম্বন্ধে কিছু সম্ভেদ পোৱা যায়। সেই সময়ত আৰক্ষী-প্ৰহৰীসকলে দিনে-নিশায় চোকা পহৰা দি দোষীক দণ্ডৰ অধীনত আনিছিল আৰু সন্তসকলক ৰক্ষণাবেক্ষণ দি দেশত শান্তি ৰক্ষাৰ সুদৃঢ় ব্যৱস্থা কৰিছিল বুলি বুজা যায়। এনে সময়ে দেশতচোকা পহৰা দি থকা অৱস্থাত এদল প্ৰহৰীৰ হাতত ৰজাৰ আঙঠি বেচিবলৈ ঘূৰি ফুৰা মাছমৰীয়া এজন ধৰা পৰে। বৰ্তমানৰ দৰে বেচেৰা ধীবৰক মাৰধৰ আৰু নানান ভাবুকি দিয়াত সি যিখিনি সত্য কথা কয় তাৰ ভিত্তিত ৰাজপুৰীত সুস্থ তদন্ত চলোৱা দৃষ্টান্ত নাটকত পোৱা যায়।

সেই সময়ত আৰক্ষী বিভাগটি ৰাষ্ট্ৰীয নামে এজন উচ্চপদস্থ কৰ্মচাৰীৰ অধীনত আছিল। আৰক্ষী বিভাগটি 'স্বৰাষ্ট্ৰ' বিভাগৰ একাংশ হোৱাত আৰু তাৰ গুৰুত্ব যথেষ্ট থকা বাবে সাধাৰণতে ৰজাৰ সম্বন্ধীয় 'ৰাজশ্যালক' এজনক 'ৰাষ্ট্ৰীয়, পদৰ মৰ্য্যাদা দিয়া হৈছিল। (নাটকত মিত্ৰাবসুক ৰাজশ্যালক বুলি কোৱা হৈছে)। সম্ভৱতঃ তেওঁ চেটী, পৰিচাৰিকা পৰ্য্যায়ৰ ৪ৰ্থ শ্ৰেণীৰ কৰ্মচাৰীসকলক মকৰল কৰাৰো দায়িত্ব পালন কৰিছিল। সেই কালতো আৰক্ষীসকলে উৎকোচ বা ভেটি গ্ৰহণ কৰাৰ দৃষ্টান্ত নাটকত পোৱা যায়। ৰাজশ্যালকে ৰজাৰ ওচৰৰপৰা পুৰস্কাৰ অনা দেখি ধীৱৰে তাৰ আধাখিনি 'ফুলৰ দাম' হিচাপে আৰক্ষীসকলক দিবলৈ বিচাৰে (ভট্টাৰক, ইতোঽৰ্ধং যুষ্মাকং সুমনোমূল্যং ভৱতু)। ধীৱৰৰ প্ৰস্তাৱ শুনি সঙ্গীসকল সহ ৰাজশ্যালকে আনন্দিত হৈ মদ খাবলৈ শৌণ্ডিকালয়লৈ যোৱা দেখা যায় (কাদম্বৰীসাক্ষিকমস্মাকং প্ৰথম সৌহৃদমিষ্যতে। তচ্ছৌণ্ডিকাপণমেৱ গচ্ছামঃ)। সমাজৰ নিম্ন শ্ৰেণী আৰু প্ৰহৰীসকলৰ বাবে মদ্যপান কেনে সহজ আৰু সাধাৰণ অভ্যাস আছিল এয়া তাৰেই পৰিচায়ক।

নাটকৰ ষষ্ঠ অঙ্কৰ প্ৰৱেশকৰপৰা চৌৰ্য্যবৃত্তি আৰু সেই অপৰাধৰ দণ্ডৰ পৰিমাণ, প্ৰকাৰ আদিও জনা যায়। ৰজাৰ আঙঠি চুৰি কৰা বুলি সন্দেহক্ৰমে ধৰি অনা ধীৱৰক জানুক আৰু সূচক নামে দুই আৰক্ষী প্ৰহৰীৰ চোকা পহৰাত ৰাজপ্ৰাসাদৰ দুৱাৰদলিত এৰি থৈ ৰাজশ্যালকে ৰজাৰপৰা অপৰাধীৰ মৌখিক শাস্তিৰ আদেশ আনিবলৈ যায়। তাৰপৰা বুজা যায় যে ৰজাই এনে অপৰাধীৰ কোনো জবানবন্দী লোৱা বা অপৰাধীক আত্মপক্ষ সমৰ্থনৰ সুযোগ দিয়া প্ৰথা তেতিয়া নাছিল। চুৰি বস্তুৰ প্ৰাপ্তিৰদ্বাৰা অপৰাধ সম্বন্ধে আৰক্ষী অধীক্ষকৰ গোচৰেই দণ্ডবিধিৰ ভেটি তৈয়াৰ কৰা যেন লাগে। ৰজাৰ ওচৰৰপৰা ৰাজশ্যালক আহি নোপোৱা পৰ্য্যন্ত জানুক আৰু সূচকে ধীৱৰক ভীতি প্ৰদৰ্শন কৰি থাকে। সূচকে পোনতে কয়- 'স্ফুৰতো মে হস্তৌ অস্য বধ্যস্য সুমনসঃ পিণহম্‌' (ইয়াক বধ্যমালা পিন্ধাবলৈ মোৰ হাত খজুৱাই আছে)। ইয়াৰপৰা বুজা যায় যে সেই সুবৰ্ণালঙ্কাৰ চুৰি কৰাৰ অপৰাধত বধদণ্ডৰ লেখিয়া চূড়ান্ত শাস্তিৰ বিধান প্ৰচলিত আছিল আৰু তেনে দণ্ডভোগীক ফুলৰ মালা পিন্ধাই বধ্যভূমিলৈ খোজকঢ়াই লৈ যোৱা হৈছিল। ৰজাৰ

ওচৰৰপৰা ৰাজশ্যালক উভতি আহিবলৈ ধৰা দেখি জানুকে কয়- এযোঽস্মাকং স্বামী পত্রহস্তঃ ৰাজশাসনং প্রতীষা ইতোমুখো দৃশ্যতে। গৃধ্রবলি ভৱিষ্যসি শুনোমুখং বা দ্রক্ষ্যসি (এয়া আমাৰ গৰাকীয়ে ৰজাৰ লিখিত আদেশ লৈ এইফালে আহিছে। তই (ধীৱৰ) এতিয়া শগুণৰ আহাৰ হবি নহ'লেবা কুকুৰৰ মুখ দেখা পাবি)। ইয়াৰপৰা বুজা যায় যে শূলত দি থোৱা অৱস্থাত বধ্য ব্যক্তিক জীয়াই জীয়াই শগুণে খাবলৈ এৰি থোৱা হৈছিল। অথবা আন প্রকাৰে কঁকাললৈকে মাটিত পুতি থৈ ওপৰৰ আধাখিনি কামুৰি খাবলৈ চোৰৰ ওপৰত কুকুৰ মেলি দিয়া হৈছিল। কিন্তু ৰাজশ্যালকে আহিয়েই ধীৱৰক মুকলি কৰি দিবলৈ আদেশ কৰিলতে সূচকে কৈছে, 'এষ যমসদনং প্রবিশ্য প্রতিনিবৃত্তঃ' (এয়া তই যমৰাজ্যত প্ৰৱেশ কৰি উভতি আহিলিহক)। এনেকুৱা উক্তিয়ে প্রমাণ কৰে তদানীন্তন কালত কোনো কোনো চৌৰ্য্যাপৰাধত চৰম দণ্ডৰ বিধান প্রৱর্তিত আছিল। সেয়ে চৌৰ্য্য বৃত্তিৰপৰা জনসাধাৰণক আঁতৰাই ৰাখিছিল। শ্যালকে যেতিয়া ধীৱৰলৈ ৰজাই আঙঠিৰ মূল্যৰ সমান পুৰস্কাৰ দি পঠোৱা কথা শুনালে, তেতিয়া সূচকে পুনঃ কৈছেঃ 'এষ নাম অনুগ্রহো যৎ শূলাদৱতীর্য্য হস্তিস্কন্ধে প্রতিষ্ঠাপিতঃ (এয়া শূলৰপৰা নমাই এইজনক হাতীৰ পিঠিত তোলা হ'ল)। চোৰক শূলত দিয়া চিৰাচৰিত প্রথা আছিল বুলি এয়ে প্রমাণ কৰে। মনুৱে (৮।৩২১) সুৱৰ্ণ চৌৰ্য্যৰ বাবে বধদণ্ড সমৰ্থন কৰা দেখা যায়-

তথা ধৰিমমেয়ানাং শতাদভ্যধিকে বধঃ।
সুৱৰ্ণৰজতাদীনামুত্তমানাং চ ৰাসসাম্।।

## ৰাজস্বব্যৱস্থা

আলোচ্য নাটকত তেতিয়াৰ ৰাজকৰ ব্যৱস্থাৰ ভুও পোৱা যায়। তেতিয়া প্ৰজাসকলে নিজে উৎপন্ন কৰা কৃষিজাত সামগ্ৰীৰ এক ষষ্ঠাংশ ৰাজকৰ হিচাপে আদায় দিব লাগিছিল। সেইবাবে ৰজাক ষষ্ঠাংশবৃত্তি বা ষষ্ঠাংশভোজী বুলি অভিহিত কৰা হৈছিল। যথা-

ভানুঃ সকৃদযুক্ততুৰঙ্গ এৱ ৰাত্রিন্দিৱং গন্ধৱহঃ প্রয়াতি।
শেষঃ সদৈৱাহিতভূমিভাৰঃ ষষ্ঠাংশবৃত্তেৰপি ধৰ্ম এষঃ।।

'সূৰ্য্যই এবাৰ মাথোন ৰথত ঘোঁৰা সংযোজন কৰে (তাৰ কোনো বিশ্ৰাম নাই), বতাহ দিনে ৰাতিয়ে বলিয়ে থাকে, অনন্ত নাগে সদায় ভূমিভাৰ বহন কৰে, ষষ্ঠাংশভাগী ৰজাৰো কোনো বিশ্ৰাম নাই।' অৰ্থাৎ প্ৰজাৰ উৎপাদনৰ ষষ্ঠাংশভাগী হৈ প্ৰজাৰ হিতৰ বাবে ৰজাই অহৰ্নিশে শ্ৰম কৰিব লাগে।

অকল যে নাগৰিক প্ৰজাসকলে ৰজাক উৎপাদনৰ ষষ্ঠাংশ কৰ দিছিল এনে নহয় তেওঁৰ ৰাজ্যত বাস কৰা তপস্বীসকলৰ তপস্যাৰ একষড্‌ভাগো ৰজাই লাভ কৰিছিল। যথা-

যদুত্তিষ্ঠতি বৰ্ণেভ্যো নৃপাণাং ক্ষয়ি তদ্ধনম্।
তপঃ ষড্‌ভাগমক্ষয্যং দদত্যাৰণ্যকা হি নঃ।।

"ব্ৰাহ্মণাদি চাৰি বৰ্ণৰপৰা ৰজাই যি কৰ লাভ কৰে সেই ধন ক্ষয় যায়; কিন্তু অৰণ্যবাসী তপস্বীসকলে তপস্যাৰ যি একষষ্ঠাংশ ৰজালৈ দান কৰে সি হ'লে অক্ষয় হৈ থাকে।

# দায়াধিকাৰ

আলোচ্য নাটকৰ ৬ষ্ঠ অঙ্কত ৰাজ অমাত্য পিশুনে প্ৰতিহাৰী বেত্ৰৱতীৰ হাতেৰে উদ্যানত থকা ৰজালৈ এখন চিঠি দিয়ে। তাত এইকথা লিপিবদ্ধ আছিল যে ধনমিত্ৰ নামে এজন সাউদে বাণিজ্যৰপৰা উভতি আহোঁতে সাগৰত জাহাজ ডুবি মৃত্যুৰ মুখত পৰে। সাউদ সন্তানহীন। গতিকে তেওঁৰ সম্পত্তি ৰাজকোষলৈ বাজেয়াপ্ত হোৱাৰ উপযুক্ত বুলি মন্ত্ৰীয়ে ভাবে। এই প্ৰশ্নত ৰজাৰ ৰায় বিচৰা হোৱাত ৰজাই পোনতে বহুপত্নীক বণিকৰ কোনো স্ত্ৰী অন্তঃসত্ত্বা হৈ আছে নে বিচাৰ কৰিছে। প্ৰতিহাৰীয়ে অনুসন্ধান কৰি জনালেহি যে সাকেতস্থ বণিক জনৈকৰ জীয়াৰী আৰু বণিক ধনমিত্ৰৰ অন্যতমা পত্নী এজনীৰ পুংসৱন সংস্কাৰ হৈ গৈছে আৰু এতিয়া তেওঁ সন্তানসম্ভৱা। এই বতৰা পাই ৰজাই ততালিকে আদেশ কৰিলে 'নুন গৰ্ভঃ পিত্ৰ্যং ৰিকথমৰ্হতি, গচ্ছ এৱম্ অমাত্যং ব্ৰুহি' -এই গৰ্ভস্থ সন্তানেই পিতৃৰ উত্তৰাধিকাৰ লাভ কৰিব বুলি অমাত্যক কোৱাগৈ।

ইয়াৰপৰা বুজা যায় যে সেইকালত অপুত্ৰক হৈ মৃত ব্যক্তিৰ সম্পত্তি ৰাজকোষলৈ বাজেয়াপ্ত কৰি অনা হৈছিল। কিন্তু মৃত ব্যক্তিৰ মৃত্যুৰ সময়ত কোনো পত্নী সন্তানসম্ভৱা হৈ থাকিলে গৰ্ভস্থ (পুং) সন্তানৰ নামত সম্পত্তিৰ উত্তৰাধিকাৰ বৰ্তিছিল। বিধৱা স্ত্ৰীয়ে সম্ভৱতঃ ভৰণ-পোষণ পোৱাৰ যোগ্য হ'লেও দায়াধিকাৰ লাভ নকৰিছিল।

ঘটনাৰ পৃষ্ঠভূমিৰপৰা এইটোও পৰিষ্কাৰ কৰি বুজা যায় যে মন্ত্ৰীসকলে সাধাৰণতঃ এনেবোৰ বিষয় খৰছি মাৰি তদন্ত নকৰি ততাতৈয়াকৈ সিদ্ধান্ত লৈছিল। মাথোন দুষ্যন্তৰ দৰে ন্যায়ৱান ৰজাইহে বিষয়ৰ গুৰুত্ব বুজি দায়াধিকাৰ অনুসন্ধান কৰি নিজ ৰায় দান কৰিছিল।

সম্ভৱতঃ সেই কাল পৰ্য্যন্ত দুষ্যন্তই অপুত্ৰক বুলি নিজকে ভাবি আনৰ প্ৰতি অধিক মহানুভূতিশীল হৈ উক্ত ব্যৱস্থা অলপ শিথিল কৈ দিবলৈ প্ৰয়াস পাইছিল। তেওঁ প্ৰতিহাৰীক ঘোষণা কৰিবলৈ ক'লে, 'সন্তান থাককে বা নাথাককেই, স্নেহভাজন বন্ধুৰপৰা বিযুক্ত প্ৰজাসকল পাপযুক্ত নহ'লে দুষ্যন্তই তেওঁলোকৰ ভৰণ-পোষণৰ ভাৰ ল'ব।'

যেন যেন বিযুজ্যন্তে প্ৰজাঃ স্নিগ্ধেন বন্ধুনা।
স স পাপাদৃঋতে তাসাং দুষ্যন্ত ইতি ঘুষ্যতাম্॥

পূৰ্বৰ দায়াধিকাৰ ব্যৱস্থাৰ এইয়া নতুনকৈ দুষ্যন্তই সলনি কৰাৰ ইঙ্গিত দিলে। সম্ভৱতঃ অপুত্ৰক মৃতকৰ বন্ধুবৰ্গই পূৰ্বতে সম্পত্তিৰ অধিকাৰ হেৰুৱায় ভৰণ-পোষণৰ বাবে গুৰুতৰ পৰিস্থিতিৰ সন্মুখীন হৈছিল। এতিয়া তেনে ব্যক্তিয়ে ৰজাৰপৰা ভৰণ-পোষণৰ বাবে খা-খৰছ পোৱাৰ যোগ্যতা অৰ্জন কৰিলে বা ৰজাৰ নামত মৃতকৰ সম্পত্তি ভোগৰ অধিকাৰ পালে। কিন্তু মৃতকৰ বন্ধুবৰ্গ ৰাজৰোষত পৰিলে বা আনভাবে দুষ্ট বা পাপী বুলি গণ্য হ'লে তেনে সুবিধা হেৰুৱাব।

## ব্যৱসায়-বাণিজ্য

কালিদাসৰ অভিজ্ঞানশাকুন্তলম্ নাটকত নাট্য-ৰচনাৰ সমসাময়িক কালত দেশীয় আৰু আন্তৰ্দেশীয় স্থল আৰু জল পথেৰে প্ৰচলিত ব্যৱসায় বাণিজ্যৰ ঈঙ্গিতো পোৱা যায়। নাটকৰ প্ৰথম অঙ্কত দুষ্যন্তৰসৈতে শকুন্তলা আৰু সখী দুজনীৰ ১ম সাক্ষাতৰ অন্তত হস্তি-সম্ভ্ৰম উপস্থিত হোৱাত সখীসকলৰসৈতে শকুন্তলা আশ্ৰমলৈ উভতি যায়। ৰজাই নিজৰ মনটোক শকুন্তলা-ব্যাপাৰৰপৰা ঘূৰাই ল'বলৈ অসমৰ্থ হৈ কৈছে-

গচ্ছতি পুৰঃ শৰীৰং ধাৱতি পশ্চাদসংস্থিতং চেতঃ।
চীনাংশুকমিৱ কেতোঃ প্ৰতিৱাতং নীয়মানস্য।। ১।৩১

'আগলৈ শৰীৰটো গৈছে, কিন্তু চীন দেশীয় পাট কাপোৰেৰে তৈয়াৰী পতাকা বতাহত কোব খাই পাছলৈ উৰাৰ দৰে অস্থিৰ চিত্ত পিছলৈ গৈছে।'

চীন দেশৰপৰা আমদানি কৰা পাট কাপোৰেৰে তৈয়াৰী পতাকাৰ উল্লেখে সঁকিয়াই দিয়ে যে তদানীন্তন কালত বেপাৰীয়ে বেহা-বেপাৰ চলাইছিল। ভাসৰ কৰ্ণভাৰত কম্বোজ (কাবুল) দেশৰ ঘোঁৰাৰ উল্লেখ কৰাৰ দৰে আমাৰ নাটকত চীনাসকলৰ পাটৰ উল্লেখ কৰা হৈছে। অৱশ্যে 'চীন' শব্দৰে 'Chino-Tibetan' —গোষ্ঠীক বুজিবও পাৰি। Chino-Tibetan বা Tibeto-Burman সকলে পাট পলু, মুগা-পলু, এৰি-পলু পুহি, সূতা তৈয়াৰ কৰা প্ৰণালী জানিছিল। তাৰে কাপোৰ তৈয়াৰ কৰি দেশ বিদেশত বেচি ধন ঘটিছিল। অতি প্ৰাচীন কালৰেপৰা তিব্বত, আকচাই চীন, অৰুণাচল, ভূটানৰ মাজেৰে স্থলপথেৰে চীন আৰু ভাৰতৰ মাজত চলা বাণিজ্যৰ প্ৰমাণ আছে।

সমুদ্ৰ পথেৰেও ভাৰতীয় নাৱিকে দেশীয় পণ্য-দ্ৰব্য বিদেশত বেচি, বিদেশৰ পৰা মূল্যৱান, চকুত লগা বয়বস্তু আমদানি কৰিছিল। আমাৰ নাটকত পোৱা- ৬ষ্ঠ অঙ্কত উল্লেখিত ধনমিত্ৰ সাউদৰ আখ্যান তাৰেই দৃষ্টান্ত। ৰজা দুষ্যন্তই উদ্যানত বিচৰণ কৰা সময়ত মন্ত্ৰী পিশুনৰপৰা লিখিত বতৰা এটি আনি ৰজাক দিয়ে। ৰজাই পঢ়ি পাইছে যে 'সমুদ্ৰ পথেৰে বাণিজ্য কৰা ধনমিত্ৰ নামে বণিক সমুদ্ৰত নাওঁ বুৰি মৃত্যু মুখত পৰিছে।. তেওঁৰ সঞ্চিত অৰ্থ-ৰাজভঁৰাললৈ বাজেয়াপ্ত হ'বৰ উপযুক্ত ইত্যাদি'। গভীৰ সমুদ্ৰত জাহাজ বা নাও চলাই ভাৰতীয়সকলে সম্ভৱতঃ পশ্চিমৰ দেশবিলাকৰসৈতে বাণিজ্য চলাইছিল। তেতিয়া ভৃগুকচ্ছ (Broach) বন্দৰ বাণিজ্যৰ কেন্দ্ৰ আছিল। পূৱত তাম্ৰলিপিও (তমলুকো) তেনে এটা কেন্দ্ৰ আছিল। গ্ৰীক ভাষাত বিৰচিত Periphus of the Erythroean Sea নামে গ্ৰন্থত ইজিপ্তৰপৰা ভাৰতলৈকে সকলো ব্যৱসায়ৰ বিৱৰণ দিয়া আছে। ভৃগুকচ্ছৰ ৰজাৰ সন্তুষ্টিৰ বাবে বিলাসৰ যাৱতীয় সামগ্ৰী, উৎকৃষ্ট মদ, সঙ্গীতকাৰ বালক আৰু অন্তঃপুৰৰ বাবে সুন্দৰী ৰমণীও আমদানি কৰা হৈছিল বুলি জনা যায়। আমাৰ নাটকত পোৱা 'যৱনী' (ৰজাৰ ধনুশৰ লৈ শৰীৰ ৰক্ষা কৰা) সকলকো তেনেদৰে বাহিৰৰ দেশৰ পৰা বিশেষতঃ গ্ৰীচৰপৰা অনা হৈছিল বুলি অভিমত পোৱা যায়।

## কৃষি-শিল্প

নাটকত কৃষি আৰু শিল্পৰো আভাস নথকা নহয়। এইটো সহজে অনুমেয় যে কালিদাসৰ সময়ত দেশত কৃষিজাত সমাগ্ৰী উৎপাদন উৰ্ভৈনদী আছিল। প্ৰজাসকলে তেওঁলোকৰ কৃষিজ উৎপাদনৰ ৬/১ ভাগ ৰাজস্ব দি বাকী ৬/৫ অংশ নিজ ভোগ কৰিছিল। ষষ্ঠ অঙ্কত ৰজাই শকুন্তলাক পূৰ্বে ভ্ৰমণবশতঃ অস্বীকাৰ কৰা কথা কৈ দুখ কৰি কৈছেঃ

সংৰোপিতেৎ প্যাত্মনি ধৰ্মপত্নী ত্যক্তা ময়া নাম কুলপ্ৰতিষ্ঠা।
কল্পিষ্যমাণা মহতে ফলায় বসুন্ধৰা কাল ইৰোপ্তবীজ।। ৬।২৪

'যি ভূমিভাগত যথাসময়ত বীজ সিঁচি প্ৰভূত শস্য উৎপাদনৰ আশা কৰা হৈছিল, তাক ত্যাগ কৰাৰ দৰে মোৰ বংশৰ অৱলম্বন স্বৰূপ সেই ধৰ্মপত্নীত নিজকে সংৰোপণ কৰিও তেওঁক ত্যাগ কৰিলো।

ইয়াত শস্য সিঞ্চনৰ কাল সম্বন্ধে কোৱা হৈছে। প্ৰকৃত সময়ত বীজ বপন কৰিলে শস্য ক্ষেত্ৰতে প্ৰভূত উৎপাদন হয়, তাকো কোৱা হৈছে।

অৱশ্যে নাটকত শস্যৰ নাম সৰহকৈ পোৱা নাযায়। তিল, নীৱাৰ, নাৰিকল আদিৰ উল্লেখ মাত্ৰ পোৱা যায়। অৱশ্যে দেশত উৎপাদিত কৃষিজাত বা আনবোৰ সামগ্ৰীৰ লেখ দিবলৈ সুযোগো নাট্যকাৰে সৃষ্টি কৰা নাই। আশ্ৰমত পোৱা যাৱতীয় সামগ্ৰী তিল, নীৱাৰ, তীৰ্থ মৃত্তিকা, মৃগৰোচনা, দৰ্ভ, কুশ দুৰ্বাৰ লেখ জোখেহে ঠাই পাইছে। নাটকত উল্লেখ নহ'লেও দেশত নিশ্চয় আহাৰৰ উপযোগী গোধূম, যৱ, ধান্য, ইক্ষু প্ৰভৃতিৰ উৎপাদন নিশ্চয় হৈছিল বুলি ধৰিবই লাগিব।

বহুতো লোকে তেতিয়া মাছ মাৰি পেট প্ৰৱৰ্তন কৰিছিল বুলিও ৬ষ্ঠ অঙ্কৰ ধীৱৰৰ উপাখ্যানে আমাক পতিয়ন নিয়ায়। মৃগাদিৰ মাংসও আহাৰ্য আছিল।

অস্ত্ৰ নিৰ্মাণ, অলংকাৰ নিৰ্মাণ, মাটিৰ বাচন-বৰ্তন, পুতলা আদি তেতিয়া সজা হৈছিল বুলি সহজে অনুমান কৰিব পাৰি। সপ্তমাঙ্কত মাটিৰ পুতলাৰ উল্লেখ আছে (মদীয় উটজে মাৰ্কণ্ডেয়ৰ্ষিকুমাৰস্য বৰ্ণচিত্ৰিতো মৃত্তিকাময়ূৰ স্তিষ্ঠতি)। পুতলাবোৰ ৰঙ সানি ৰঙচঙীয়াকৈ মনোমোহা ৰূপত সজোৱা হৈছিল। সোণৰ বাহিৰে আন কি কি ধাতুৰ ব্যৱহাৰ হৈছিল তাক অনুমান কৰা টান।

নানান বহুমূলীয়া প্ৰস্তৰৰ ব্যৱহাৰ হৈছিল যেন অনুমান কৰা যায়। 'ৰত্নশীল', 'অনাৱিদ্ধ ৰত্ন', 'সূৰ্য্যকান্ত মনি' আদিৰ উল্লেখেই তাৰ প্ৰমাণ।

'শৌণ্ডিকাপন', 'কাদম্বৰী', (কথাং প্ৰমত্তঃ প্ৰথমং কৃতং ইৱ ?) আদি উল্লেখ পৰা বুজা যায় যে মাদক দ্ৰব্যৰ ব্যৱহাৰ বিনা দ্বিধাই, বিনা বাধাই প্ৰচলিত আছিল। কদম্ব ফুলৰ পৰা তৈয়াৰী মদক কাদম্বৰী আখ্যা দিয়া হৈছিল। শুণ্ডা শব্দৰ অৰ্থ মদ (শুণ্ডা বিক্ৰেতা শৌণ্ডিক। শুণ্ডা বিক্ৰি কৰা দোকান শৌণ্ডিকাপন। তলতীয়া ৰাজকৰ্মচাৰী আৰু নীচ কুলীয়া লোকে এনে দোকানত সততে আড্ডা দিছিল যেন অনুমান কৰা যায়।

# ধৰ্ম-বিশ্বাস

**যাগ-যজ্ঞাদি**": আলোচ্য নাটকত বৈদিক ক্রিয়ানুষ্ঠান আৰু বৈদিক বহু দেৱবাদৰ (Polytheism) বিশেষ প্ৰসংশা চকুত পৰে। এই গ্ৰন্থত কেইবাপ্ৰকাৰ যজ্ঞ আৰু যজ্ঞানুষ্ঠানত প্ৰয়োজনীয় উপাদানৰ উল্লেখ অ'ত ত'ত দেখিবলৈ পোৱা যায়। হোম, **ইষ্টি, পশু, সোম আৰু সত্ৰ- এই পাঁচ প্ৰকাৰ যজ্ঞৰ** প্ৰথম তিনি প্ৰকাৰ যজ্ঞৰ উল্লেখ নাটকত আছে। ৪ৰ্থ অঙ্কত কুলপতি কণ্বৰ শিষ্য এজনে ব্ৰহ্মমুহূৰ্ত্ততে উঠি বেলা নিৰীক্ষণ কৰি গুৰুক হোমবেলা নিবেদন কৰিবলৈ গৈছে (যাৱদ্ উপস্থিতাং হোমবেলাং গুৰবে নিবেদয়ামি)। যথা সম্ভৱ কুলপতি কণ্ব আছিল অগ্নিহোত্ৰী ব্ৰাহ্মণ। অগ্নিহোত্ৰীসকলে সূৰ্যোদয়ৰ পিছত বা আগত যজ্ঞানুষ্ঠান কৰাৰ প্ৰথানুযায়ী উদিতহোমী আৰু অনুদিতহোমী নামে দুশ্ৰেণীত বিভক্ত। 'আৱিষ্কৃতাৰুণপুৰঃসৰ একতোঽৰ্কঃ' ইত্যাদি শিষ্যৰ বচনৰপৰা বুজা যায় যে কণ্ব উদিতহোমী অগ্নিহোত্ৰী আছিল। সাধাৰণতে যজুৰ্বেদৰ অন্তৰ্গত কঠ, তৈত্তিৰীয় আৰু মৈত্ৰায়নী শাখাৰ ব্ৰাহ্মণ সকলক উদিতহোমী বুলি বুজা যায়। কণ্ব যজুৰ্বেদৰ অন্তৰ্গত এই শাখাত্ৰয়ৰ এটিৰ অনুসৰণ কৰি সূৰ্যোদয়ৰ পাছত প্ৰাতঃসৱনত আহুতি দান কৰিছিল বুলি ভাবিব পাৰি। কণ্বাশ্ৰমত তাৰ বাবে সুকীয়া অগ্নিশৰণ গৃহ আছিল। তাত 'হুতাগ্নিসমূহ' প্ৰজ্বলিত হৈ আছিল। বিদায় কালত 'বৎসে ইতঃ সদ্যো হুতাগ্নিন্ প্ৰদক্ষিণী কুৰুস্ব' বুলি কাশ্যপে শকুন্তলাক কৈছে। অগ্নিশৰণ গৃহত তিনিটা অগ্নিকুণ্ড থাকে। গাৰ্হপত্যাগ্নি থাকে বেদিৰ দক্ষিণ-পশ্চিম চকুত আৰু পূৰ্বাংশত থাকে আহৱনীয়াগ্নি। এই তিনি অগ্নিক 'হুতাগ্নীন্' (বহুবচন) শব্দেৰে বুজাইছে। ৰাতিপুৱা যজ্ঞানুষ্ঠান কৰিয়েই ঋষিয়ে শকুন্তলাৰ বিদায়ৰ স্বস্ত্যয়ন কৰিছে।

ইষ্টিযাগৰ প্ৰকৃতি দৰ্শপৌৰ্ণমাস। ই নিত্য আৰু কাম্যভেদে দুবিধ। নাটকত প্ৰথমবিধৰ উল্লেখ হোৱা যেন অনুমান হয়। দুষ্যন্তই মৃগয়াৰ্থে গৈ মালিনীতীৰত উপনীত হোৱাৰ পূৰ্বে কুলপতি কণ্ব সোমতীৰ্থলৈ যায়। তেওঁৰ অনুপস্থিতিত আন ঋষিসকলে 'ইষ্টি' (দৰ্শ কিম্বা পৌৰ্ণমাস?) সম্পাদনত ৰাক্ষসে বিঘিনি ঘটাইছে। ইষ্টিৰ নিৰ্বিঘ্ন সম্পাদনৰ বাবে ঋষি কুমাৰ দুজনক পঠিয়াই দুষ্যন্তক তাত থাকিবলৈ অনুৰোধ কৰিছে। ৰজা তাত কমেও ১৫ দিন আছে। ইষ্টি সম্পাদন হোৱাৰ পিছত ৰজা দুষ্যন্ত ৰাজধানীলৈ উভতি যায়। কিছুদিন পিছত কণ্বও প্ৰৱাসৰপৰা উভতি আহে। তেওঁ আহি পোৱা সময়ত পূৰ্ণিমা উত্তীৰ্ন হোৱা যেন লাগে। কিয়নো শিষ্যই 'যাত্যেকতোঽস্তশিখৰং পতিৰোষধীনাম্ (৪/২)' ইত্যাদিৰে চন্দ্ৰমা অস্ত যোৱাৰ লগে লগে সূৰ্যোদয় হোৱা কথা বুজাইছে। সেয়া পূৰ্ণিমাৰ পৰৱৰ্ত্তী ৰাতিপুৱা মাত্ৰ সম্ভৱ। এতেকে ঋষিৰ অবৰ্ত্তমানত আশ্ৰমত 'দৰ্শেষ্টি' সম্পাদন হৈছিল। ৩য় অঙ্কত যজমান-শিষ্য এজনে এই ইষ্টিৰ বেদিত পাৰিবলৈ ঋত্বিক সকললৈ কুশ আহৰণ কৰাৰ উল্লেখ আছে (যাৱদিমান্ বেদিসংস্তৰণাৰ্থং

দৰ্ভানুৰ্ত্বিভ্যা উপহৰামি)। ৩/২৫ শ্লোকত পুনশ্চ এহ যজ্ঞৰ উল্লেখ কৰা হৈছে (সাংযতনে সৱন কৰ্মাণি সংপ্ৰবৃত্তে বেদিং হুতাশনবৰ্ত্তীং পৰিতঃ প্ৰয়স্তাঃ ইত্যাদি)।

৬ ষ্ঠ অঙ্কৰ প্ৰবেশত পশুযাগৰ উল্লেখ পোনতে পোৱা যায়। ধীৱৰে নিজে বৃত্তিৰ সমৰ্থনত কয় যে যাৰ যি কৰ্ম (বৃত্তি) সি নিন্দনীয় হ'লেও তাক ত্যাগ কৰা উচিত নহয়। যজ্ঞৰ বাবে পশু বধ কৰাৰ সময়ত নিৰ্দয় হ'লেও শ্ৰোত্ৰিয় ব্ৰাহ্মণক সদায় দয়ালু বুলিয়েই জনা যায়।'

(সহজং কিল যদ্বিনিন্দিতং নখলু তৎকৰ্ম বিৱৰ্জনীয়ম।
পশুমাৰণকৰ্মদাৰুণো অনুকম্পামৃদুৰেৱ শ্ৰোত্ৰিয়ঃ।।৬/১)

পুনঃ একেটা অঙ্কতে মাধৱ্যই 'অহং যেনেষ্টিপশুমাৰং মাৰিতঃ অসোনেন স্বাগতেনাভিনন্দ্যতে'- ইত্যাদিত পশুযাগৰ উল্লেখ কৰে। নিকঢ়-পশুবন্ধ এই যগণ্য প্ৰকৃতি। যজ্ঞত পশুবধৰ সুকীয়া ৰীতি অনুসৰণ কৰা হয়। তাকে কৰাত পশুবধক হিংসাবৃত্তি বুলিও গণ্য কৰা নহয়। দীঘলীয়া সত্ৰ সমূহত পশুযাগ অন্তৰ্গত হয় বাবে তাতো পশুবধ হোৱা কথা জনা যায়।

নাটকত 'শ্ৰোত্ৰিয়', 'পুৰোহিত', 'যজমান' 'শ্ৰৌতবিধি আদি সমিধ, দৰ্ভ, কুশ, শান্ত্যুদক, বেদি, ক্লৃপ্তধীষণা, ঋকচ্ছন্দ, সৱন, আহুতি আদি বলিকৰ্মাদিৰ উল্লেখ দেখা যায়।

অকল আশ্ৰমতে অগ্নিশৰণ গৃহ যে আছিল এনে নহয়, হস্তিনাপুৰৰ দৰে ৰাজধানীতো অগ্নিশৰণ গৃহ আছিল। তাত শ্ৰোত্ৰিয় পুৰোহিতক যজ্ঞানুষ্ঠান কৰিবলৈ নিযুক্ত কৰা হৈছিল। আশ্ৰমৰপৰা ৰাজদৰ্শনৰ বাবে অহা ঋষি, মুনি তপস্বীজনক ৰজাই পুৰোহিতক লগত লৈ শ্ৰোত্ৰিয বিধিৰে অগ্নিশৰণ গৃহত সাক্ষাৎ কৰিছিল।

আন উৎসৱাদি- তদানীন্তন কালত বসন্তোৎসৱৰ ৰীতিপ্ৰচলিত আছিল। অভিঃ শাকুন্তলমত ইয়াক ঋতুৎসৱ ('কিন্নু খলু ঋতুৎসৱেঅপি নিৰুৎসৱৰম্ভমিৱ ৰাজকুলং দৃশ্যাতে।'), বৎসন্তোৎসৱ (দেৱেন প্ৰতিষিদ্ধে বসন্তোৎসৱে ইত্যাদি, দ্যনেৰযাভত্ৰা বসন্তোৎসৱঃ প্ৰতিষিদ্ধঃ), কামদেবাৰ্চনা আদিৰে উল্লেখ কৰা হৈছে। বসন্ত ঋতুৰ সমাগমত সাগৰ মলিয়ালে এই উৎসৱ উদ্‌যাপন কৰা হৈছিল যেন লাগে (আমাৰ মল দেখি যুৱতী স্ত্ৰী সাধাৰণতে বৰ আনন্দ লাভ কৰি উৎসৱ মুখৰ হৈ পৰে। তাৰ চিত্ৰ কালিদাসে দিছে। এজনী চেতীয়ে আম্ৰকোৰক দেখি কৈছে "হে আমৰ কলি তুমি ঋতুমঙ্গল, আধাৰঙা আধা শুকুলা মিহলি ৰঙেৰে তোমাক দেখা পাইছোঁ। তোমাক নমস্কাৰ কৰিছোঁ (৬/২)।' আমৰ মুকুল দেখা পালে পৰভৃতিকা বা কুলিও বলিয়া হয়। এই উৎসৱৰ মূলতে হ'ল কামদেৱৰ পূজা। আমৰ মুকুলেৰে মদনৰ পূজা কৰা হয়। কোনো কোনো পণ্ডিতৰ মতানুসৰি পূৰ্বতে চৈত্ৰ মাহত এই উৎসৱ পালন কৰা হৈছিল। তাত শুকান ফাকুগুৰি আৰু ফাকুগুৰি পানীত মিহলি কৰি মানুহৰ গাত চতিয়াই আনন্দ প্ৰকাশ কৰা প্ৰথা আছিল। এই উৎসৱকে এতিয়া হোলি বা ফাকুৱা বুলি জনা যায়। কৃষ্ণৰ দৌলযাত্ৰাৰে সৈতে ইয়াক ফাগুনী পূৰ্ণিমাত পালন কৰা হয়।

চতুৰ্থ অঙ্কৰ বিষ্কম্ভকত সৌভাগ্য দেৱতাৰ পূজাৰ উল্লেখ কৰা হৈছে (প্ৰিয়ম্বদাই কৈছে 'সখি অৱচিতানি বলিকৰ্মপৰ্য্যাপ্তানি কুসুমানি। অনসূয়া-ননু সখ্যাঃ

সৌভাগ্যদেৱতার্চনীয়া)। সম্ভৱতঃ ইয়াৰদ্বাৰা পুষ্পাদিৰে সৌভাগ্য দেৱতা- ভগদেৱতাক অৰ্চনা কৰাৰ কথাকে বুজোৱা হৈছে।

২য় অঙ্কত ৰজা দুষ্যন্তৰ মাতৃয়ে দূতৰ মুখে এক 'উপবাস'ৰ পাৰণ উপলেক্ষে ৰাজপুৰীত ৰজাৰ উপস্থিতি বিচাৰিছে। কোনো কোনো গ্ৰন্থত 'পুত্ৰপিণ্ডপালননামোপৱাস ভৱিষ্যতি' বুলি উল্লেখ কৰা হৈছে। মণিয়েৰ উইলিয়ামচে মন্তব্যত কাতয়ৱেম আৰু চন্দ্ৰশেখৰৰ মত দাঙি ধৰি এই উপবাসৰ নাম 'পুত্ৰৰক্ষ' বুলি নিৰ্দেশ কৰিছে। এই উৎসৱত যুৱৰাজক মিঠাই, কাপোৰ আদি উপহাৰ দিয়া হয়। কোনো কোনোৱে ইয়াক বট-সৱিত্ৰীব্ৰত বুলি কয়। এই উৎসৱ জেঠৰ পোহৰ তাৰিখত পালন কৰা হৈছিল। ইয়াৰ ৪ৰ্থ দিনত উপৱাসৰ পালণ হৈছিল। যি কি হওক তেতিয়া ব্ৰত-উপবাস আদি যে পালিত হৈছিল সেয়া ভালদৰে বুজা যায়।

নাটকত কেইবাপ্ৰকাৰৰ সংস্কাৰকৰ্মৰ উল্লেখো পোৱা যায়। তৃতীয় অঙ্কত গান্ধৰ্ব বিৱাহৰ উল্লেখ পোৱাৰ উপৰিও ৬ষ্ঠ অংকত পুংসৱন সংস্কাৰ উল্লেখিত হৈছে-(দেৱ ইদানীমেৱ সাকেতস্য শ্ৰেষ্ঠিনো দুহিতা নিবৃত্ত পুংসৱনা জায়াস্য শ্ৰূয়ন্তে)। পুৰুষ সন্তান লাভ কৰিবলৈ পুংসৱন সংস্কাৰ কৰা হয়। গৃহ্যসূত্ৰ অনুসৰি নাৰী গৰ্ভৱতী হোৱাৰ তৃতীয় মাহত তিষ্যা বা পুষ্যা অথবা আন কোনো পুংনক্ষত্ৰত (শ্ৰাৱনা, পুনৰ্বসু, হস্তাদি) পুংসবন অনুষ্ঠিত কৰিব লাগে। গৰ্ভাধান নামে সংস্কাৰৰ পিছতে পুংসৱন কৰিব লাগে।

৭ম অঙ্কত জাত কৰ্মৰ উল্লেখ পোৱা যায় (বৎস, কচ্চিদভিনন্দিতস্ত্বয়া বিধিৱদ্ অস্মাভিৰনুষ্ঠিতজাতকৰ্মপুত্ৰ এষ শাকুন্তলেয়ঃ)। জাতকৰ্ম বুলিলে সাধাৰণতে আয়ুষ্য, কুমাৰাভিমন্ত্ৰণ, প্ৰাশন, মেধাজনন, স্তনপ্ৰদান, উত্থানাদি সংস্কাৰকে বুজায়। ওপৰৰ উক্তিৰে মাৰীচে অন্ততঃ প্ৰথম চাৰিটাক বুজোৱা যেন লাগে। তদুপৰি ঋষি মাৰিচে ৭/৩৩ শ্লোকত শকুন্তলা পুত্ৰৰ নামাকৰণ কৰাৰ কথাও উল্লেখ কৰিছে। বালকৰ নাম সৰ্বদমন আৰু ভৰত হ'বগৈ বুলি কোৱা হৈছে।

ইহায়ং সত্ত্বানাং প্ৰসভদমনাৎসৰ্বদমনঃ
পুনৰ্যাত্যাখ্যাং ভৰত ইতি লোকস্য ভৰণাৎ' ॥৭/৩৩

যদিও কোৱা হৈছে যে সকলো প্ৰাণীকে বলেৰে দমন কৰা হেতুকে বালকৰ নাম সৰ্বদমন ৰখা হৈছে আৰু পাছলৈ লোকৰ ভৰণ হেতুকে ভৰত নামে খ্যাত হ'বগৈ তথাপি ইয়াৰ তাৎপৰ্য অন্যৰূপেহে বুজা যায়। ভৰতে সকলো প্ৰাণীকে দমন কৰি 'সৰ্বদমণ' নামে খ্যাত হ'বলৈ নিশ্চয় মাৰীচে বৈ থকা নাছিল। জাতকৰ্মাণুষ্ঠান ঋষিয়ে বিধিৱৎ কৰি নামাকৰণ বিধিৱৎ নকৰাকৈ আছেনে? নিশ্চয় নাই। সাধাৰণতে বালকৰ জন্মৰপৰা দশম বা একাদশ দিনত নামাকৰণ বিধেয়। গুপ্ত আৰু ব্যক্ত দুটা দিয়া হয়। নামাকৰণৰ বিধি গৃহসূত্ৰত বিশদীকৃত হৈছে। গতিকে শকুন্তলাৰ পুত্ৰৰো গুপ্ত আৰু ব্যক্ত - দুই নাম দিয়া হৈছিল বুলি ভাবিবৰ স্থল আছে।

একেদৰে পিণ্ডদান, শ্ৰাদ্ধ, পিণ্ডভাজাদিৰ উল্লেখো নাটকত পোৱা যায় ষষ্ঠ অঙ্কত ৰজা দুষ্যন্তই কৈছে, "অহো দুষ্যন্তস্য সংশয়মাৰূঢ়াঃ পিণ্ডভাজঃ। কুতঃ।

অস্মাৎপৰং বত যথাশ্রুতি সংভৃতানি
কো নঃ কুলে নিৱপনানি নিয়চ্ছতীতি।
নূনং প্রসূতি বিকলেন ময়া পৰসিক্তং
ধৌতাশ্রুশেষমুদকং পিতৰং পিবন্তি।। ৬।২৫

(হায় হায় দুষ্যন্তৰ পিণ্ডভাজনসকল এতিয়া বৰ সংশয়শীল হৈছে, কিয়নো "এই দুষ্যন্তৰ পিছত আমাৰ বংশত বৈদিক বিধি অনুসৰি আমাৰ বাবে কোনেনো আকৌ আমালৈ পিণ্ডদান কৰিব।" এইকথা ভাবি মোৰ পূৰ্বপুৰুষসকলে যি জলেৰে তৰ্পণ কৰোঁ তাৰে তেওঁলোকৰ চকুপানী ধুই বাকীখিনি খিনিহি পি খায়।')

পিণ্ডভাজ বুলিলে পিতৃ, পিতামহ আৰু প্ৰপিতামহ এই তিনি পিণ্ডাধিকাৰীক বুজায়। মৎস্য পুৰাণত কোৱা হৈছেঃ

লেপভাজশ্চতুৰ্থাদ্যাঃ পিত্রাদ্যাঃ পিণ্ডভাগিনঃ।
পিণ্ডদঃ সপ্তমস্তেষাং সাপিণ্ড্যং সাপ্তপৌৰুষম্।।

**বৈদিক দেৱবাদ**- ওপৰত আমি নাটকত পোৱা বৈদিক যাগ-যজ্ঞাদিৰ বহুল প্ৰচলন সম্বন্ধে আলোচনা কৰি আহিছোঁ। যাগ-যজ্ঞনুষ্ঠান অনুসৰণ কৰা ব্ৰাহ্মণ-ধৰ্মাৱলম্বীসকলে সাধাৰণতে বহুদেৱ দেৱীৰ পূজাত অভ্যস্ত। শ্ৰদ্ধাশীলজনেহে যাগ-যজ্ঞ কৰে। কোনো এক প্ৰকাৰ যজ্ঞানুষ্ঠান কৰি যজমান আৰু ঋত্বিকে জনদিয়েক দেৱতাৰ উদ্দেশ্যত অগ্নিত আহুতি প্ৰদান কৰে আৰু সেই দেৱ-দেৱীৰ প্ৰতি নিজৰ আস্থাও প্ৰদৰ্শন কৰে। অগ্নিহোত্ৰত সাধাৰণতে প্ৰাতঃসৱনত সূৰ্যলৈ, আৰু প্ৰজাপতিলৈ আৰু সন্ধ্যা অগ্নি আৰু প্ৰজাপতিলৈ আহুতি প্ৰদান কৰে। ইষ্টিযাগত বিষ্ণু, প্ৰজাপতি, অগ্নি-সোম প্ৰভৃতিলৈ আহুতি দিয়ে। ইন্দ্ৰ এই যাগৰ অন্যতম দেৱতা। পশুযাগত প্ৰজাপতি, সূৰ্য্য, ইন্দ্ৰ, অগ্নি আদিৰ উদ্দেশ্যত আহুতি দিয়া হয়। অকল যে হোম, ইষ্টি আৰু পশুযাগেই তদানীন্তন কালত অনুষ্ঠিত হৈছিল, সোমযাগ বা সত্ৰ অনুষ্ঠিত নহৈছিল এইদৰে ভাবিব নোৱাৰি। গতিকে ওপৰোক্ত দেৱতাসকলৰ উপৰিও আৰু ভালেমান বৈদিক দেৱতাৰ প্ৰতি কালিদাসৰ যুগৰ লোকে নিশ্চয় আস্থাৱান আছিল বুলি ভবাৰ স্থল আছে। কিন্তু যজ্ঞভাজ দেৱতা মণ্ডলীৰ ভিতৰত অগ্নিৰ প্ৰতি নাটকত অধিক সন্মান প্ৰদৰ্শন কৰা দেখা যায়। ৬ষ্ঠ অঙ্কৰ শেষলৈ মাতলিৰ আৱিৰ্ভাবে ৰজাক ইন্দ্ৰৰ প্ৰতি শ্ৰদ্ধাশীল কৰি তোলে। মাতলিয়ে কয়, "ইন্দ্ৰই আপোনাৰ শৰ সন্ধানৰ লক্ষ্য হিচাপে অসুৰসকলক নিৰ্দিষ্ট কৰিছে (কৃতা শৰব্যং হৰিণা তৱাসুৰাঃ ইত্যাদি ৬।২৯)। ৰজাই মহেন্দ্ৰ সাৰথিৰ সমস্ত কথা মনোযোগেৰে শুনি 'অনতিক্ৰমণীয়া দিৱস্পতেৰাজ্ঞা' এইদৰে কৈ তৎক্ষণাৎ স্বৰ্গলৈ যাত্ৰা কৰিছে। ৭ম অঙ্কত স্বৰ্গৰিপৰা মৰ্তলৈ অহাৰ পথতো স্বৰ্গত ইন্দ্ৰই দেৱসভাত জয়ন্তৰ সদৃশ আদৰ তেওঁক দেখুওৱা কথা মাতলিৰ আগত ভূয়সি প্ৰশংসা কৰিছে। সপ্তমাঙ্কৰ ২, ৪, আদি শ্লোকত তাৰ প্ৰমাণ পোৱা যায়। মাৰীচে ৰজাক ইন্দ্ৰৰ বন্ধুৰূপে চাইছে আৰু কৈছে 'তোমাৰ প্ৰজাসকলৰ বাবে ইন্দ্ৰই প্ৰচুৰ বৰষুণ দিয়ক, তুমিও বহুত যজ্ঞেৰে ইন্দ্ৰৰ প্ৰীতি সাধন কৰা; এইদৰে স্বৰ্গ আৰু মতৰ এই দুই লোকৰ যি শ্লাঘনীয় হয়. পৰস্পৰৰ প্ৰতি তেনে কৰ্তব্য সম্পাদন কৰি তোমালোকে শতশত যুগ অতিবাহিত কৰা।'

(তব ভৱতু বিড়ৌজাঃ প্রাজ্যবৃষ্টিঃ প্রজাসু
ত্বমপি বিততযজ্ঞো বজ্রিনং প্রীণয়স্ব।
যুগশত পৰিবৰ্তানেরমন্যোন্যকৃত্যৈ
নয়তমুভয় লোকানুগ্রহশ্লাঘনীয় ঃ।। ৭/৩৪

প্রসঙ্গক্রমে ৭/২৮ শ্লোকত ইন্দ্রৰ পত্নী পৌলোমী আৰু পুত্র জয়ন্তৰ উল্লেখ কৰা হৈছে।

৪র্থ অঙ্কত সূৰ্য আৰু সোমৰ প্রতি শ্রদ্ধা নিৱেদন কৰা হৈছেঃ

যত্যেকতোস্তেশিখৰং পতিৰোষধীনাম্
আৱিষ্কৃতাৰুণপুৰঃসৰ একতোৎর্কঃ।
তেজোদ্বয়স্য যুগপদ্ব্যসনোদয়ভ্যাং
লোকে নিয়ম্যত ইৱাত্মদশান্তৰেষু।। ৪।২ /২

'এফালে উদ্ভিদৰ অধীশ্বৰ সোম অস্ত গৈছে, আনফালে অৰ্কৰ অৰুণাভা দেখা দিছে। এই দুই জ্যোতিষ্কৰ যুগপৎ অস্ত আৰু উদয়ে মানৱৰ দুঃখ-সুখৰ পৰিবৰ্তন যে স্বাভাৱিক নিয়ম তাকেই মানুহক শিকনি দিছে।'

সেইদৰে নাটকত অগ্নিকো অৰ্চনা কৰা হৈছে। ৪র্থ অঙ্কত শকুন্তলাক ঋষিয়ে আদেশ কৰিছেঃ বৎসে ইতঃ সদ্যো হুতাগ্নীন প্রদক্ষিনী কুৰুস্ব।

অমী বেদিং পৰিতঃ ক্লৃপ্তধিষ্ণ্যাঃ
সমিদ্বন্তঃ প্রান্তসংস্তীৰ্ণদৰ্ভাঃ।
অপঘ্নন্তো দুৰিতং হব্যগন্ধৈ
বৈতানাস্ত্বাং বহ্নয়ঃ পাৱযন্তু।। ৪/৮

"বাচা, এতিয়াই আহুতি দান কৰা অগ্নিত্রয়ক প্রদক্ষিণ কৰহি। (ঋক্‌ছন্দত আশীৰ্বচন দি) বেদৰ ওপৰত নিজ নিজ স্থানত অধিষ্ঠিত হোৱা, য'ত সম্প্রতি সমিধ দান কৰা আৰু যাৰ চাৰিওফালে দৰ্ভচতিযাই দিয়া হৈছে সেই যজ্ঞাগ্নিয়ে হৱ্যৰ গোন্ধেৰে অমঙ্গল নাশ কৰি তোমাক পবিত্র কৰক।"

৭/২৭ শ্লোকত দ্বাদশ আদিত্যৰ বিষয়েও উল্লেখ কৰা হৈছে।

সপ্তমাঙ্কত বিষ্ণুৰ দহ অৱতাৰৰ (২৪ অৱতাৰৰ বা) অন্ততঃ নৃসিংহ আৰু ৱামন অৱতাৰ প্রসঙ্গক্রমে উল্লেখিত হৈছে। ৭/৩ শ্লোকত নৰসিংহ অৱতাৰৰ বিষয়ে কোৱা হৈছে- (মাতলিয়ে দুষ্যন্তক কৈছে)-

সুখপৰস্য হৰেৰুভয়ৈকৃত ত্রিদিৱমুদ্ধৃতদানৱকণ্টকম।
তৱ শৰৈৰধুনা নতপৰ্বভিঃ পুৰুষকেসৰিনশ্চ পুৰানখৈঃ।।

(সুখপ্রিয় ইন্দ্ৰ বাবে স্বৰ্গ দুবাৰ দানৱকণ্টকৰপৰা মুক্ত হৈছে,- আগতে এবাৰ নৰসিংহৰ সুতীক্ষ্ণ নখৰদ্বাৰা আৰু এইবাৰ আপোনাৰ সুতীক্ষ্ণ বাণেৰে।)

সুদূৰ অতীত কালত দানৱৰাজ হিৰণ্যকশিপুৱে ইন্দ্রপ্রমুখ্যে দেৱতাবৃন্দক স্বৰ্গচ্যুত কৰোতে দেৱতাসকলৰ প্রাৰ্থনা অনুসৰি বিষ্ণুৱে চতুৰ্থ অৱতাৰৰূপে নৰসিংহৰূপ


ধৰি তীক্ষ্ণ নখেৰে হিৰণ্যকশিপুৰ শৰীৰ ছিৰাছিৰ কৰি বধ কৰে। তাকেই ওপৰৰ শ্লোকত কালিদাসে উল্লেখ কৰিছে।

পৰৱৰ্তী ৭/৬ শ্লোকত নাট্যকাৰে বিষ্ণুৰ ৫ম অৱতাৰ বামনৰূপৰ উল্লেখ কৰিছে-

ত্রিস্রোতসং বহতি যো গগনপ্রতিষ্ঠাং
জ্যোতীংষি বৰ্তয়তি চ প্রাৱিভক্তৰশ্মি।
তস্য দ্বিতীয়হৰিবিক্রমনিস্তমস্কং
বায়োৰিমং পৰিবহস্য বদন্তি মাৰ্গম্।। ৭/৬

(যি বায়ুৱে আকাশত প্রতিষ্ঠিত ত্রিস্রোতবিশিষ্ট গঙ্গাক ধাৰণ কৰে আৰু বিকীৰ্ণৰশ্মি গ্রহবিলাকক পৰিচালনা কৰে সেই বিষ্ণুৰ ২য় পাদৰদ্বাৰা যি পাপশূন্য হৈছে এই পথকে পৰিবহ বায়ুৰ পথ বোলা হয়।)

দৈত্যৰাজ বলিক দমন কৰিবলৈ বিষ্ণুৱে বামনৰূপে বলিৰ ওচৰত গুৰুৰ আশ্ৰমৰ বাবে তিনিপাদ ভূমিদান খোজে। বলিয়ে দান দিবলৈ স্বীকাৰ কৰাত একপাদেৰে পৃথিৱী, ২য় পাদেৰে অন্তৰীক্ষ আবৃত কৰি নাভিৰপৰা ওলোৱা ৩য় পাদ বলিৰ মূৰত থৈ দৈত্যৰাজক পাতাললৈ পঠিয়ায়। বিষ্ণুৰ প্রতি থকা নাট্যকাৰৰ গভীৰ শ্ৰদ্ধা আৰু পুৰাণত পোৱা অৱতাৰবাদৰ ওপৰত বিশ্বাস দেখা যায়। ৭/২৭ শ্লোকত অদিতিক বামনৰ জনকজননীৰূপে অদিতি-মাৰীচক বৰ্ণাইছে।

**শৈৱবাদ---**

মহাকৱি কালিদাসে তেওঁৰ সময়ত প্রচলিত সকলো দেৱ-দেৱীৰ প্রতি ভক্তি প্রদর্শন কৰিলেও তেওঁৰ প্ৰায় সকলো গ্রন্থতে শিৱ মহাদেৱৰ মাহাত্ম্য সম্বন্ধে অধিক উল্লেখ কৰা চকুত পৰে। শিৱৰ প্রতি দেখুৱা অধিক ভক্তিৰ বাবে বহুতো পণ্ডিতে তেওঁ শৈৱ মতাৱলম্বী বুলি অভিমত পোষণ কৰে। ৰঘুবংশৰ এটি শ্লোকত (২/৩৫) তেওঁ শিৱৰ অষ্টমূৰ্তিৰ উল্লেখ কৰিছে। (অন্য এখন মহাকাব্য কুমাৰ সম্ভৱত শিৱৰ মাহাত্ম্যই প্রাধান্য লাভ কৰে। আনকি খণ্ডকাব্য মেঘদূততো মহাকালৰ বৰ্ণনা পোৱা যায়।) অন্য এখন নাটক মালৱিকাগ্নিমিত্ৰত শিৱই অষ্টমূৰ্তিৰে সৃষ্টি সংৰক্ষণ কৰে বুলি কোৱা হৈছে। কিন্তু অভিজ্ঞান শাকুন্তলমৰ নান্দীশ্লোকত শিৱৰ সেই অষ্টমূৰ্তিৰ ·বৰ্ণনা যিদৰে দিছে সেৱা অতুলনীয়? (ওপৰত নান্দীৰ ওপৰত কৰা আলোচনা দ্রষ্টব্য।) নান্দীত সৃষ্টিৰ আদিৰূপ জল, যজ্ঞৰ আহুতি বহন কৰা বহ্নি বা অগ্নি, শ্ৰৱণৰ মাধ্যম আকাশ, সকলো বীজৰ জন্মস্থল পৃথিৱী, জীৱৰ প্ৰাণকি কৰ্মৰ সম্বল বায়ু- এই পঞ্চমহাভূত, জগতত দিন-ৰাতিৰূপ দুই কালৰ বিধান কৰোঁতা সূৰ্য আৰু চন্দ্র, আৰু হোত্রী (কোনোৱে কয়, যজমান, কোনোৱে কয় হোতা পুৰোহিত বা দীক্ষিত ব্রাহ্মণ) এই সকলকে মহাদেৱৰ অষ্টমূৰ্তি হিচাপে নাট্যকাৰে নাটকৰ নান্দীত বৰ্ণাইছে (ইয়াৰ সবিশেষ দাৰ্শনিক বিচাৰ V.S. Agrawala কৃত Siva Mahadeva, Varanasi-S, first Edition, 1966, পৃষ্ঠা ২৩-২৭ দ্রষ্টব্য। শিৱৰ এই অষ্টমূৰ্তিৰ ভাস্কৰ্য পৰেলত আৱিষ্কৃত হৈছে। খৃষ্টীয় ৮ম শতিকাত এই ভাস্কৰ্য খোদিত হৈছিল বুলি অনুমান কৰা হয়।

নাটকৰ ভৰতবাক্যত নাট্যকাৰে "সকলো শক্তিৰ আধাৰ স্বয়ম্ভু নীললোহিত শিৱে মোৰ পুনৰ্জন্ম ক্ষয় কৰক" বুলি দুষ্যন্তৰ মুখেৰে কোৱাইছে। শিৱক

পোনপ্ৰথমে যজুৰ্বেদৰ ৱাজসনেয়ী সংহিতাৰ ৰুদ্ৰাধ্যায়ৰ এটি মন্ত্ৰত নীল-লোহিত আখ্যা দিয়া হৈছে। তেওঁৰ এই নামৰ মাজত নীলকণ্ঠত্ব আৰু ৰৌদ্ৰত্ব গুণৰ সমাহাৰ হৈছে। তেওঁৰ কণ্ঠভিন্ন শৰীৰৰ অন্যান্য অৱয়ব লোহিত বা ৰঙা। কণ্ঠহে নীল। জগতৰ সমস্ত দুৰ্গতি ৰূপ বিষ বা গৰল (গড়ল) খাই তেওঁ নীলকণ্ঠ হৈছে। তেওঁৰ ৰুদ্ৰৰূপ খঙাল স্বভাৱৰ প্ৰতীক। তেওঁ ৰুদ্ৰৰূপে জগত সংহাৰ কৰে। স্বভাৱতে খঙাল লোকক খঙতে 'ৰঙা-চিঙা হৈ থকা, একেবাৰে 'ৰুদ্ৰৰূপ' ধৰি থকা বুলি কোৱা শুনা যায়। বৈদিক ৰুদ্ৰ শব্দ দ্ৰাবিড় 'ৰুধ্ৰ' (ৰুধিৰ) শব্দৰ পৰা আহিছে বুলি অভিমত পোৱা যায়। এই শিৱৰ পূজাৰ বাবে ৰঙাজবা, সিন্দুৰ আদিৰ ব্যৱহাৰ হয়। তদুপৰি শৈৱ আৰু শাক্তসকলে ৰক্তিম বস্ত্ৰ ধাৰণ কৰে। এয়া শিৱৰ লোহিত বা 'ৰুধ্ৰ' (ৰুধিৰ) ৰূপৰ পৰিচায়ক। তেওঁ যিহেতু মহাযোগী সেইবাবে তেওঁ মোক্ষলাভ কৰাবলৈ সমৰ্থ। দেখা যায় কালিদাসে শিৱৰ প্ৰতি অধিক ভক্তিশীল হ'লেও বৈদিক দেৱবাদৰপৰা ফালৰি কাটি যোৱা নাই।

## আতিথ্য সংকাৰ

প্ৰাচীন কালত ভাৰতবৰ্ষত ব্ৰহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য বৰ্ণৰ গাৰ্হস্থ্যশ্ৰমী লোকবৰ্গৰ বাবে পাঁচটি মহাযজ্ঞ বা সত্ৰৰ অনুষ্ঠান বিহিত হৈছিল। এই যজ্ঞানুষ্ঠান দৈনন্দিন অৱশ্যকৰ্তব্য বিষয়ৰ ভিতৰত পৰিছিল। মহাযজ্ঞ পাঁচটি হ'ল, ভূতযজ্ঞ, নৃ-যজ্ঞ, পিতৃযজ্ঞ, দেৱযজ্ঞ আৰু ব্ৰহ্মযজ্ঞ। দেৱতালৈ অগ্নিত আহুতি দানেই দেৱযজ্ঞ, বলি হৰণেই ভূতযজ্ঞ, পিতৃলৈ কৰা তৰ্পনেই পিতৃযজ্ঞ, বেদপাঠেই ব্ৰহ্মযজ্ঞ আৰু মানুহক ভোজন দিয়াই হ'ল নৃযজ্ঞ। নৃযজ্ঞকে কোনো কোনো সূত্ৰগ্ৰন্থত মনুষ্যযজ্ঞ বা অতিথিযজ্ঞ আখ্যা দিছে। প্ৰকৃততে দেৱযজ্ঞ, বলিহৰণ বা ভূতযজ্ঞ আৰু পিতৃযজ্ঞৰ পিছত কোনো অতিথিক অন্নদান কৰা এক লৌকিক ধৰ্ম। হিন্দুসকলে সংস্কাৰকৰ্ম দেৱকাৰ্যাদিত জ্ঞাতি- আদিক খুউৱা প্ৰথা নৃযজ্ঞ মাথোন। ব্ৰতোপৱাসৰ পাৰণ কৰিবৰ সময়তো নৃযজ্ঞানুষ্ঠান কৰা লৌকিক প্ৰথা আছে।

কিন্তু অতিথি সংকাৰ কাৰ্য নৃযজ্ঞৰ সম্প্ৰসাৰণ বুলিবহে লাগে। এই ক্ষেত্ৰত অতিথি শব্দৰ ব্যুৎপত্তিগত অৰ্থও অনুধাৰনৰ বিষয়। মৎস্যপুৰাণৰ এঠাইত কৈছে 'চিৰং নাস্তি স্থিতিৰ্যস্মাদতিথিস্তেন কথ্যতে' অৰ্থাৎ যিজনে কোনো এক তিথিব্যাপি কাৰো সংকাৰ গ্ৰহণ নকৰে বা মাথোন কিছুবেলিলৈ যিজনে থাকে তেৱেঁই অতিথি নামৰ উপযুক্ত। 'অনিত্যা তিথিৰস্য' এনে অৰ্থতো অতিথি শব্দ বুজিব পাৰি। (অমৰকোষত আৱেশিক আগন্তুক আৰু অতিথিক সমাৰ্থক বুলি কৈছে)। খৃঃপূঃ ৯ম শতিকামানতে যাস্কাচাৰ্য্যই অতিথি শব্দৰ ব্যুৎপত্তিগত অৰ্থ দিবলৈ গৈ কৈছেঃ অতিথিৰভ্যতিতো গৃহান্‌ভৱতি। অভ্যাতি তিথিষু পৰকুলানীতি(নিৰুক্ত ৪/৫)। অৰ্থাৎ যিজনে কোনো এক (অনিৰ্দ্ধাৰিত) তিথিত কোনো লোকৰ ঘৰলৈ যায় তেৱেঁই অতিথি।

নাটকত ১ম অঙ্ক আৰু ৪ ৰ্থ অঙ্কৰ বিষ্কম্ভকত কণ্বাশ্ৰমলৈ তেনে 'ক্ষন্তেকীয়া স্থিতি'ৰ লোকে দুজনৰ আগমন হৈছে। দুয়োজনেই মহান অতিথি। এই অতিথি দুজনক সোধপোছৰ দায়িত্ব পৰিছিল অনভিজ্ঞ শকুন্তলাৰ ওপৰত (বৈখানসে ইতিপূৰ্বে জাননী দি গৈছে 'ইদানীমেৱ দুহিতৰং শকুন্তলাম্‌, অতিথিসৎকাৰায়

নিযুজ্য দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থংগতঃ। শকুন্তলা্ৰ প্ৰতিকূল-দৈৱৰ উপশম কৰিবলৈ কণ্ব সোমতীৰ্থলৈ গৈছে। কণ্বৰ অৱৰ্তমানত তেওঁৰ দুহিতা শকুন্তলাৰ ওপৰত অতিথিসৎকাৰৰ নিয়োগ প্ৰৱৰ্তিছে। এনে অৱস্থাতে ১ম জন অতিথি আহিছে। তেওঁ ৰাজৰ্ষি দুষ্যন্ত। অনসূয়াই শকুন্তলাক কৈছে 'ইদানীঅতিথিবিশেষলাভেন। হলা শকুন্তলে গচ্ছোটজম্। ফলমিশ্ৰমৰ্য্যমুপহৰ। ইদং পাদোদকং ভৱিষ্যতি।" ৰজাক সৎকাৰ জনোৱাৰ প্ৰস্তাৱ কৰিয়েই এইদৰে কোৱা হৈছে। বৃক্ষসেঁচনৰ বাবে আহৰণ কৰা পানী পাদোদক বা পাদ্যজল হ'ব। কিন্তু খাবলৈ দিবলৈ কোনো বস্তু ওচৰতে নাই। সেইবাবে কুটীৰলৈ গৈ ফলমিশ্ৰ অৰ্ঘ্য আনিবলৈ শকুন্তলাক কোৱা হৈছে। বহিবলৈ প্ৰিয়ম্বদাই ৰজাক অনুৰোধ কৰি কৈছেঃতেন হ্যস্যাং প্ৰচ্ছায়শীতলায়াং সপ্তপৰ্ণৱেদিকায়াং মুহূৰ্তমুপৱিশ্য পৰিশ্ৰমৱিনোদং কৰোত্বাৰ্থঃ। সপ্তপৰ্ণ গছৰ ঘনছাঁ পৰা বেদি বহিবলৈ আসন নিৰ্দিষ্ট হ'ল। তেনেহ'লে অতিথি সৎকাৰৰ বাবে তিনিপদ বস্তু অপৰিহাৰ্য্য বুলি গণ্য হোৱা দেখা যায়-১) বহিবলৈ কোনো এক আসন, ২) ভৰি ধুবলৈ পানী আৰু ৩) খাবলৈ দিবলৈ ফলাদি লঘু আহাৰ্য। সখীসকলৰ মাজত আপাততঃ জ্যেষ্ঠ অনসূয়াই অতিথি সৎকাৰৰ সময়ত কেনে আচৰণ কৰা উচিত অনভিজ্ঞ **শকুন্তলাক পুনঃ তাৰ নিৰ্দেশ দিছেঃ** '**হলা শকুন্তলে উচিতং** নঃ পৰ্যুপাসনম্ অতিথীনাম্। অত্ৰোপৱিশামঃ।' (অতিথি সৎকাৰাৰ্থে আমি ওচৰত থকা উচিত। আহা ইয়াতে বহোঁহক)। আসন, পাদ্য আৰু অৰ্ঘ্যই যেন অতিথি সৎকাৰৰ বাবে যথোপযুক্ত নহয়, মাতষাৰহে আচল, বহুমূলীয়া বস্তু। ৰজায়ো তাকে বিচাৰিছিল যেন লাগে। কিন্তু সোনকালে প্ৰিয়ম্বদাই শকুন্তলা আৰু ৰজাৰ মনোগত ব্যাপাৰ পৰ্য্যবেক্ষণ কৰিয়েই যেন উপহাসৰ ছেলু উয়ালে 'আজি পিতা কাশ্যপ থকা হ'লে- জীৱনৰ সৰ্বস্ব দান কৰি এই বিশিষ্ট অতিথিক কৃতাৰ্থ কৰিলেহেঁতেন'। (হলা শকুন্তলে যদ্যত্ৰাদ্য তাতঃ সন্নিহিতো ভৱেৎ- ইমংজীৱিতসৰ্বস্বেনাপ্য - তিথিৱিশেষং কতাৰ্থং কৰিষ্যতি।) ৰজাৰ আতিথ্যই 'অতিথি-সৎকাৰকাৰিণীসকলৰ ওচৰত বাককৈয়ে আদৰ পাইছে। এইজন অতিথিয়ে সোধপোছকৰা গৃহস্থৰ প্ৰতিজ্ঞামতে পুৰস্কৃত হৈছেগৈ? কিন্তু দ্বিতীয়জনে কেনে পালে?

প্ৰথম অতিথিয়ে বহু তিথি আশ্ৰমত থাকি যথাযোগ্য বটা-বাহন লৈ- 'তাত কাশ্যপৰ জীৱিত সৰ্বস্বকো হৰণ কৰি আশ্ৰমবাসীসকলৰপৰা বিদায় লৈ যোৱাৰ পাছত আহিছে দ্বিতীয়জন। তেওঁ কম মহান নহয়। এওঁ প্ৰথমজনকৈও এখাপ চ'ৰা। অস্য স্থিতিঃ চিৰং নাসীৎ'। গতিকে সঁচা অতিথিয়েই। কিন্তু এইজনে আহি আশ্ৰমত সোমাই দেখিলে ১ম অতিথিজনে গিৰিহঁতৰ ওপৰত এৰি থৈ যোৱা প্ৰভাৱ তেতিয়াও প্ৰগাঢ় হৈয়ে আছে। নেপথ্যৰপৰা এই মুখ নেদেখুৱা অতিথিয়ে গিৰিহঁত- অতিথি সৎকাৰৰ বাবে পিতৃৰদ্বাৰা নিযুক্ত শকুন্তলাক চিঞৰি 'হেৰৌ মই আহিছোঁ? হেৰৌ মই আহিছোঁ। (অয়মহংভোঃ)। শকুন্তলাৰ সৌভাগ্য দেৱতাক পুজিবলৈ অদূৰত উদ্যানত পুষ্পভাজন লৈ পুষ্পচয়ন কৰি থকা অনসূয়াৰ কাণত অতিথিৰ মাত-কথা পৰিছিহি। শকুন্তলাতো কুটীৰতে আছে। চিন্তা কৰিবলগীয়া নাই।. তেৱেঁই অতিথিক সুধিব। কিন্তু 'অদ্য পুনৰ্হৃদয়েনাসংনিহিতা।'

গতিকে পুষ্পচয়ন সামৰি দুয়ো সখী যাবলৈ ওলাল। কিন্তু অতিথিৰ খঙে শিখা স্পৰ্শ কৰিলে, "আঃ অতিথি পৰিভাৱিনি'- বুলি যি শাওপাত দিলে সিয়ে ১ম অতিথি আৰু কণ্বৰ জীৱনসৰ্বস্ব আৰু আশ্ৰমত 'অতিথি সৎকাৰ কৰিবলৈ থকা শকুন্তলাৰ ওপৰত সুদূৰ প্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিলে। প্ৰিয়ম্বদাক অতিথিজনক ঘূৰাবলৈ পঠিয়াই অনসূয়াই অৰ্ঘ্য ৰচনা কৰিবলৈ গাত ল'লে হয় অতিথিজন আৰু নুভতিল। 'কাকো দেখি বান্ধে বাঢ়ে কাকো দেখি দুৱাৰ বান্ধে' এনে এক পৰিস্থিতি শকুন্তলাৰ চৰিত্ৰত দেখি তেওঁ খঙতে ফৰিং ওফাদি অন্তৰ্ধান হ'ল। এই মহান অতিথিজন আছিল 'সুলভকোপো মহৰ্ষিঃ দুৰ্বাসাঃ।' অতিথিৰ মাহাত্ম্য প্ৰকাশ পালে পিছত।

## লোকবিশ্বাস

নাটকত তদানীন্তন কালত প্ৰচলিত লোকবিশ্বাসৰ ছাঁয়াও নপৰা নহয়। উদাহৰণ স্বৰূপে 'নিমিত্তদৰ্শন'ৰ কথালৈকে আঙুলিয়াব পাৰি। নাটকৰ বিভিন্ন স্থানত একাধিকবাৰ নিমিত্ত সূচনাৰ নিৰ্দেশ পোৱা যায়। এইবোৰ সমাজতত্বৰ ফালৰপৰা আকৰ্ষণৰ বিষয়।

প্ৰথমতঃ দুষ্যন্তই কণ্বৰ মালিনীতীৰস্থ অ.শ্ৰমৰ পদুলিমুখ পাইয়েই নিমিত্ত দৰ্শন কৰি কৈছে,

শান্তমিদমাশ্ৰমপদং স্ফুৰতি চ বাহুঃ কুতঃফলমিহাস্য
অথবা ভৱিতব্যানাং দ্বাৰাণি ভৱন্তি সৰ্বত্ৰ। ১/১৫

এইয়া হ'ল শমভাৱাপন্ন আশ্ৰম, মোৰ বাহুনো(এনে অস্থানত কিয় স্ফুৰিত হৈছে (অসমীয়াত নাচিছে বুলি সততে কোৱা হয়)। অথবা হ'বলগীয়াটোৰ দুৱাৰ য'তে ত'তে মুকলি থাকে।

সম্ভৱতঃ ৰজাৰ বাহুটো সেইসময়ত নাচিছিল, আৰু তাৰদ্বাৰা তেওঁ প্ৰিয়া সমাগমৰ ইঙ্গিত বুজিছিল। কিয়নো, পুৰুষৰ সোবাহু স্পন্দিত হ'লে উত্তমা স্ত্ৰীলাভ হয় বুলি প্ৰসিদ্ধি আছিল? অদ্ভুতসাগৰ নামে গ্ৰন্থত এই সম্বন্ধে কৈছে 'বামেতৰ ভুজস্পন্দো বৰস্ত্ৰী লাভ সূচকঃ।' বিক্ৰমোৰ্বশীয়মত (৩/১০) একেদৰে 'অয়ং মাং স্পন্দিতৈ বাহুৰাশ্বাসয়তি দক্ষিণঃ বুলি পুৰুৰৱা আশ্বস্ত হৈছে। বিপৰীতে বাম বাহু স্পন্দিত হ'লে অশুভ সূচনা কৰে। এয়া পুৰুষৰ ক্ষেত্ৰতহে সত্য। ১ম অঙ্কত ৰজাৰ প্ৰিয়সমাগম হৈছেগৈ।

৫ম অঙ্কত তপস্বীসকলৰসৈতে শকুন্তলাই ৰজাৰ সন্মুখত উপস্থিত হোৱাৰ পূৰ্বে এনে নিমিত্তৰ সূচনা দি কৈছে 'অহো কিং মে বামেতৰন্নয়নং বিস্ফুৰতি' (অ' আই, কিয় জানো মোৰ সোঁ চকুটো নাছিছে?)। তাকে শুনি গৌতমীয়ে কৈছে, 'বাচা, অমঙ্গল নাশ হওক। স্বামীৰ কুলদেৱতাই তোৰ মঙ্গল কৰক।' কিন্তু স্বামীৰ কুলদেৱতাই সেই অমঙ্গল আঁতৰ কৰিবলৈ কেইবাবছৰো কাল হৰণ কৰিলে। সোঁ চকুৰ নাচোনে যি অমঙ্গল সূচনা কৰিলে তাকে ফলিয়ালে অচিৰে ৰজাই শকুন্তলাক অস্বীকাৰ কৰাত। গ্ৰন্থান্তৰত এই বিষয়ে কোৱা আছে-

অঙ্গ বিস্ফুৰণং নৃণাং দক্ষিণং সৰ্বকামদং।
তদেৱ শস্যতে সদ্ভিৰ্নাৰীণাম প্ৰদক্ষিণম্।।

হিমাদ্ৰীয়ে ক্ৰমশঃ ৰঘুবংশৰ ৬।৬৮ আৰু ১৪।৪৯ শ্লোকৰ ওপৰত লিখিছে-

ৱামভাগশ্চ নাৰীণাং শ্ৰেষ্ঠাং পুংসাংতু দক্ষিণঃ।
দানে দেৱাদি পূজায়াং স্পন্দে শৃঙ্গাৰণেঅপি চ।।
পুংসাং সদা দক্ষিণদেহভাগে স্ত্ৰীণাংতু ৱামাৱয়ৱে প্ৰজাতঃ।
স্পন্দঃ ফলাপ্তিং প্ৰদিশত্যৱশ্যাং নিহন্ত্যনক্তাঙ্গবিপৰ্যয়েণ।।

গতিকে নাৰীৰ দক্ষিণাঙ্গ স্পন্দন অমঙ্গলীয়া বুলি শকুন্তলা আৰু গৌতমীয়েও ভয় পাইছিল।

৭ম অঙ্কত একেদৰে পুনঃ নিমিত্তৰ সূচনা পাই কৈছে,

মনোৰথায় নাশংসে কিংবাহো স্পন্দসে বৃথা।
পূৰ্বাবধীৰিতং শ্ৰেযো দুঃখং হি পৰিবৰ্ত্ততে।। ৭।১৩

মোৰ মনোৰথ পূৰণ হোৱাৰ আশা মই আৰু নকৰোঁ। হে বাহু তই বা আকৌ বৃথাই কিয় স্পন্দিত হৈছ? শ্ৰেয়ক এবাৰ প্ৰত্যাখ্যান কৰিলে সি আৰু কেতিয়াও উভতি নাহে।

যিহেতু ৰজাৰ এই নিমিত্ত দৰ্শনে শুভ সূচনা কৰিছে। গৰ্গাচাৰ্যই কৈছে,

দক্ষিণ বাহুস্পন্দনমৰ্থলাভং বন্ধুদৰ্শনংবা।

আমাৰ নাট্যকাৰে এনেবোৰ প্ৰচলিত লোকবিশ্বাসক নাটকত ফলপ্ৰসূভাৱেই ব্যৱহাৰ কৰিছে। ইয়াৰদ্বাৰা তদানীন্তন কালৰ লোকসমাজৰ ছবি পূৰ্ণতয়া আমাৰ চকুত ধৰা পৰে। (দৈৱৰ ওপৰত অধিক বিশ্বাস, অতিপ্ৰাকৃতিক ঘটনাৱলী আদি দ্ৰষ্টব্য)।

# চতুৰ্থ অধ্যায়

## অভিজ্ঞানশাকুন্তলম্ আৰু টেম্পেষ্ট

বিভিন্নজন পণ্ডিতে অভিজ্ঞানশাকুন্তলম্ নাটকখন, ইয়াৰ নাট্য পৰিৱেশ আৰু নায়িকাক বিশ্বৰ অন্যান্য সাহিত্যৰ কেতবোৰ বাচকবনিয়া কৃতিৰে তুলনা কৰা চকুত পৰে। ইয়াৰ ভিতৰত বিশ্ববৰেণ্য মহাকৰি উইলিয়াম শ্বেক্সপীয়েৰৰ টেম্পেষ্ট নাটক আৰু সেই নাটকৰ নায়িকা মিৰাণ্ডাৰ সৈতে[1] মহাকৰি কালিদাসৰ অভিজ্ঞানশাকুন্তলম্ নাটক আৰু ইয়াৰ নায়িকা শকুন্তলাৰ তুলনা দিয়া বৰকৈ চকুত পৰে। দেখাতেই দুয়োজন কবিৰ জন্মস্থান দুখন মহাদেশৰ দুই মূৰত অৱস্থিত। তেনেদৰে দুয়োজন কৰিৰ সামাজিক, সাংস্কৃতিক, ধৰ্মীয় আৰু লৌকিক ভাৱধাৰা সমূহো পৃথক পৃথক। সেইবাবে দুই কৰি আৰু তেওঁলোকৰ নাট্যকৃতিৰ পাৰ্থক্যও অতিশয় বহল আৰু জোৰাব নোৱাৰাকৈ দুৰ্লংঘ্য। তথাপি দুই নাটকৰ সাদৃশ্য-বৈসাদৃশ্য আলচ কৰাৰ আগতে টেম্পেষ্টৰ কথা বস্তুৰ আলোচনা দাঙি ধৰা হ'ল।

ভাগ্যৰ পৰিহাসত পৰি একালৰ পালি ৰজা প্ৰস্পেৰো আৰু তেওঁৰ উদ্ভিন্ন-যৌৱনা ৰূপহী কন্যা মিৰাণ্ডাই এক সাগৰীয় দ্বীপৰ অসহায় বাসিন্দা। বাৰ বছৰ আগতে প্ৰস্পেৰো আছিল ইটালী দেশৰ অন্তৰ্গত মিলান ৰাজ্যৰ অভিষিক্ত ডিউক (পালিৰজা) তেতিয়া মিৰাণ্ডা আছিল কণমানী ছোৱালী। ডিউক আছিল অধ্যয়ন প্ৰিয়; সততে তেওঁ ভায়েক এণ্টনিওৰ হাততে ৰাজ্যশাসনৰ বাঘজৰি সঁপি দি নিজে প্ৰায়ে অধ্যয়নত মনোনিৱেশ কৰিছিল। এনে ছেগতে এণ্টনিওই ইটালীৰ অন্যতম নগৰ নেপোলচৰ ডিউকৰেসৈতে ষড়যন্ত্ৰ কৰি ককায়েকক ক্ষমতাচ্যুত কৰি নিজে হ'ল মিলানৰ 'ডিউক' শাসনকৰ্তা। আনহাতে প্ৰস্পেৰো আৰু এধানি ছোৱালী মিৰাণ্ডাক এখন পানচৈ নাৱত তুলি সাগৰৰ বুকুত উটুৱাই দি নিশ্চিন্ত হ'ল। ভাগ্যক্ৰমে প্ৰস্পেৰোৰ হিতৈষী কোনো এজন সামন্তই নাৱত সৰহকৈ খাদ্য-পানীয় যতনাই থৈছিল বুলিহে বাপ-বেটীয়ে ভোক-পিয়াহত জীয়াতু ভুগিব লগীয়া নহ'ল। বহুসময় সাগৰত উটি ভাহি তেওঁলোক এই নিৰ্জন দ্বীপত উঠিলহি। প্ৰস্পেৰোৱে তাত থাকিয়েই মিৰাণ্ডাক লিখা পঢ়া কৰিবলৈ শিকালে আৰু নিজেও ইন্দ্ৰজাল সম্বন্ধীয় ৱিদ্যা চৰ্চ্চা কৰি কাল কটাবলৈ ধৰিলে।

সম্প্ৰতি সেই নিৰ্জন দ্বীপটোত প্ৰস্পেৰো আৰু মিৰাণ্ডাৰ উপৰিও এৰিয়েল নামে এটি ভূত আৰু কেলিবান নামে আগড়ী দাস এজনো বাস কৰে। এৰিয়েল

---

১। 'মিৰাণ্ডা' শব্দটো লেটিন। ইয়াৰ অৰ্থ 'প্ৰশংসনীয়।'

প্রস্পেৰোৰ ৰশানুগ আৰু তেওঁৰ সহায়ক। যদিও কেলিবানৰ চৰিত্ৰ এৰিয়েলৰ বিপৰীত তথাপি এৰিয়েলৰ জৰিয়তে সিও প্রস্পেৰোৰ ভৃত্য। এবাৰ কেলিবানৰ মাক সাইকোৰেক্সে আন আন সজ প্ৰেতেৰেসৈতে এৰিয়েলক গছৰ ধোন্দ এটাও বন্দী কৰি থৈ যমৰ যাতনা দিছিল। সেই কথা জানি প্রস্পেৰোৰে ইন্দ্ৰজাল ৰিদ্যাৰ বলত সকলোবোৰ সজ ভূত-প্ৰেতকে মুক্ত কৰি দিলে। তাৰ প্রতিদানত এৰিয়েল প্রস্পেৰোৰ সহায়ক হৈ পৰিল। এৰিয়েলৰ সহায়ত প্রস্পেৰোৰে সাগৰৰ ঢৌ আৰু ধুমুহাৰ ওপৰতো নিজৰ নিয়ন্ত্ৰণ সাব্যস্ত কৰিবলৈ সমৰ্থ হ'ল।

এদিনাখন প্রস্পেৰোৰে ইন্দ্ৰজালৰিদ্যা আৰু এৰিয়েলৰ সহায়ত সাগৰত ধুমুহাৰ সৃষ্টি কৰিলে। সেই ধুমুহাৰ চাকনৈয়াত পৰি এখন সমুদ্ৰগামী নাওঁ বুৰ যাবলগীয়া অৱস্থা হ'ল। নাও বুৰিলে আটাইখিনি মানুহৰ সলিল সমাধি হ'ব বুলি ভাবি মিৰাণ্ডাই ভয় খালে। নাৱত থকা লোকসকলক বচাবলৈ তেওঁ দেউতাকক অনুৰোধ জনালে। দেউতাকে মিৰাণ্ডাক ক'লে যে তেওঁ নিজে ধুমুহাৰ সৃষ্টি কৰিছে; এই ধুমুহাত কাৰো প্ৰাণ হানি নহয়।

সেইদিনাই প্ৰসঙ্গক্ৰমে তেওঁ পূৰ্বৰ সকলো কথা জীয়েকক কৈ শুনালে। লগতে ইয়াকো ক'লে যে ধুমুহাৰ কবলত পৰা জাহাজত নেপোলচৰ ৰজা আৰু নিজৰ ভায়েক এণ্টনিও আহিছে। জাহাজখন লাহে লাহে দ্বীপৰ কাষ চাপিল।

কথাখিনি শুনোৱাৰ পাছত ইন্দ্ৰজালৰিদ্যাৰ সহায়ত প্রস্পেৰোৰে মিৰাণ্ডাক শুৱাই থলে। তেতিয়া এৰিয়েলে প্রস্পেৰোক জনালেহি যে জাহাজখন নিৰাপদে দ্বীপত লাগিছেহি আৰু নেপোলচৰ ৰাজকুমাৰ ফাৰ্দিনাণ্ডক দ্বীপৰ এক নিৰ্জন কক্ষত সুৰক্ষিত অৱস্থাত ৰখা হৈছে। তেওঁৰ দেউতাক আৰু এণ্টনিওৰে তেওঁক বিচাৰি চলাথ কৰিছে।

এতিয়া প্রস্পেৰোৰ আদেশ অনুসৰি এৰিয়েলে ফাৰ্দিনাণ্ডক আনি মিৰাণ্ডাৰ ওচৰত উপস্থিত কৰিলে। ফাৰ্দিনাণ্ড মিৰাণ্ডাৰ অতুলনীয় ৰূপত মুগ্ধ হ'ল আৰু তেওঁক বনদেৱী বুলি সম্বোধন কৰিলে। মিৰাণ্ডাও ফাৰ্দিনাণ্ডৰ ৰূপত মোহিত হ'ল পৰস্পৰে পৰস্পৰৰ প্ৰেমপাশত যেন দুয়োজন আৱদ্ধ হ'ল। প্রস্পেৰোৰে এই প্ৰেমৰ গভীৰতা পৰীক্ষা কৰি চাবলৈ বুলি ফাৰ্দিনাণ্ডক গছৰ ডালবোৰ গোটাবলৈ হুকুম দিলে। ৰাজপুত্ৰ ফাৰ্দিনাণ্ড এই কামত তেনেই অনভ্যস্ত; তেওঁ সোণকালে ভাগৰি পৰিল।

প্রস্পেৰোৰে নিজৰ অধ্যয়নকক্ষত প্ৰৱেশ কৰাত মিৰাণ্ডাই ফাৰ্দিনাণ্ডক লগ ধৰিলে, আৰু পৰস্পৰে পৰস্পৰক নিজ নিজ অনুৰাগ ব্যক্ত কৰি ক'লে। প্রস্পেৰোৰে লুকাই থাকি তেওঁলোকৰ কথা শুনিলে। দুয়োৰে পাৰস্পৰিক প্ৰেমানুভূতিৰ কথা জানি তেওঁ ফাৰ্দিনাণ্ডক জানিবলৈ দিলে যে মিৰাণ্ডাক তেওঁলৈ বিয়া দিব। প্ৰকৃততে প্রস্পেৰোৰে সকলোবোৰ জানি-শুনিয়েই সংঘটিত কৰিছে। মিৰাণ্ডাক নেপোলচৰ ৰাণী কৰাটোৱে তেওঁৰ উদ্দেশ্য।

প্রস্পেৰোৰ আদেশ পাই এৰিয়েলে নেপোলচৰ ৰজা এলোন্সোক আৰু মিলানৰ ডিউক এণ্টনিওকে আদি কৰি জাহাজৰ যাত্ৰী সকলক তাত উপস্থিত কৰিলে। পৰিচয় বিনিময়ৰ পাছত এলোন্সো আৰু এণ্টনিওৰে আগতে কৰা গৰ্হিত আচৰণৰ

বাবে প্রস্পেৰোৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। এনেকুৱা সময়তে মিৰাণ্ডা আৰু ফাৰ্দিনাণ্ড তাত ওলালহি। মিৰাণ্ডাই ইয়াৰ আগতে কেতিয়াও ইমানবোৰ মানুহ একেলগে দেখাই নাছিল। এতিয়া তাত বহুলোকৰ সমাৱেশ দেখি তাই বৰ বিস্ময়ান্বিতা হ'ল। তাই আনন্দতে কৈ উঠিল, 'আঃ কি আচৰিত! এইবোৰ কেনে শুৱনি জীৱ। যি সংসাৰত এনেকুৱা জীৱ থাকে ই সঁচাকৈ বৰ মনোমোহা।'

এই মিলনৰ শুভ কালত অপৰাধী ব্যক্তিবৰ্গই নিজৰ পূৰ্বকৃত অপৰাধীৰ বাবে অনুতাপ কৰিছে। প্ৰস্পেৰোৱে নিজৰ মহত্ব আৰু উদাৰতা গুণ ব্যক্ত কৰি পূৰ্বৰ যাতনাদায়ক কথাবোৰ পাহৰি গ'ল। তেওঁ এৰিয়েলক মুকলি কৰি দিলে। সকলোৱে এতিয়া নেপোলচলৈ উভতি আহিল। তাত সমাৰোহেৰে মিৰাণ্ডা আৰু ফাৰ্দিনাণ্ডৰ বিৱাহ সম্পন্ন কৰা হ'ল।

টেম্পেষ্ট আৰু অভিজ্ঞানশাকুন্তলম নাটক দুখনৰ তুলনামূলক অধ্যয়ন কৰিলে আপাততঃ দুয়ো নাটকৰ মাজত কেতবোৰ সাদৃশ্য সহজে চকুত পৰে। অভিজ্ঞান-শাকুন্তলমৰ পটভূমি মালিনীৰ তীৰবৰ্তী নিৰ্জন তপোৱন, টেম্পেষ্টৰ পটভূমি সমুদ্ৰৰ জলৰাশৰে পৰিবেষ্টিত নিৰ্জন দ্বীপ আকৌ শকুন্তলা পৰিবৰ্ধিত হৈছে তোলনীয়া পিতৃ কণ্বৰ আপডালত, শিক্ষা-দীক্ষাও তেওঁৰ হাতেৰেই দুহিতাই পাইছে। প্ৰায় একেদৰে মাতৃহীনা মিৰাণ্ডাই শিক্ষাৰ পোহৰ দেখিছে পিতৃ প্ৰস্পেৰোৰ যত্নতে । শকুন্তলা যিদৰে নিষ্পাপ, অনাঘ্ৰাতা আৰু স্বেচ্ছাই দুষ্যন্তৰ প্ৰেমত আবদ্ধ হৈছে বৰ, সহজ-সৰলভাৱে, সেইদৰে মিৰাণ্ডাও প্ৰথম দৰ্শনতে সৰলহৃদয়েৰে ফাৰ্দিনাণ্ডৰ প্ৰেমপাশত আবদ্ধ হৈ পৰিছে। সেয়া হ'লেও শকুন্তলা আৰু মিৰাণ্ডা দুই ভিন্ন ভিন্ন সংস্কৃতিৰ ভেটিত পৰিবৰ্ধিত হোৱা দুপাহি অনাঘ্ৰাতা ফুল। আপাততঃ কথাবস্তুৰ মাজত এনেবোৰ সাদৃশ্য চকুত পৰিলেও দুয়োখন নাটকৰ ৰসোপলব্ধিৰ ভিন্নতা নিশ্চয় আছে।

ৰবীন্দ্ৰ ঠাকুৰৰ কথাৰেই সেই ভিন্ন ৰসোপলব্ধিৰ স্বৰূপ বিচাৰি চোৱা যাওকঃ

'যিদৰে গ্যেটেই কৈছে, 'শকুন্তলাত গভীৰ পৰিণতিৰ ভাৱ আছে, সেই পৰিণতি ফুলৰ ফলত, মৰ্ত্যৰ স্বৰ্গত স্বভাৱৰ ধৰ্মত হৈছে। মেঘদূতত যিদৰে 'পূৰ্বমেঘ' আৰু 'উত্তৰ মেঘ' আছে, অৰ্থাৎ পূৰ্বমেঘত পৃথিৱীৰ বিচিত্ৰ সৌন্দৰ্যৰ পৰ্যটন কৰি উত্তম মেঘত অলকাপুৰীৰ নিত্য সৌন্দৰ্যত উত্তীৰ্ণ হৈছে, তেনেকৈ শকুন্তলাত পূৰ্ব মিলন আৰু উত্তৰ মিলন আছে। প্ৰথম অঙ্কত মৰ্ত্যলোক সম্বন্ধীয় চঞ্চল, সৌন্দৰ্যময় তথা বিচিত্ৰ পূৰ্ব মিলনৰপৰা স্বৰ্গৰ তপোৱনত শাশ্বত তথা আনন্দময় উত্তৰ মিলনৰ যাত্ৰাই শাকুন্তলম্ নাটক। ই কোনো বিশেষ ভাৱৰ অৱতাৰণা নহয় নাইবা বিশেষতঃ কোনো চৰিত্ৰৰ বিকাশো নহয়। কিন্তু ই হ'ল সমস্ত কাব্যৰ একলোকৰপৰা অন্যলোকলৈ লৈ যোৱা আৰু প্ৰেমক স্বভাৱ সৌন্দৰ্যৰ দেশৰপৰা মঙ্গল সৌন্দৰ্যৰ অক্ষয় স্বৰ্গধামলৈ উত্তীৰ্ণ কৰা।'

শকুন্তলাৰ পৰাভৱ যিদৰে অত্যন্ত সহজভাৱে চিত্ৰিত হৈছে, সেইদৰে তেওঁৰ পতন হোৱাৰ পাছতো তেওঁৰ স্বাভাৱিক আৰু অনাহত সতীত্ব অপ্ৰয়াসে প্ৰকট হৈছে। ইও তেওঁৰ সৰলতাৰ নিদৰ্শন । যি কৃত্ৰিম ফুলে ঘৰৰ শোভা বঢ়ায়, যদি তাৰ ধূলি মাকতি নিতৌ পৰিস্কাৰ কৰা নহয়, তেনেহলে তাৰ ৰং নষ্ট হয়।

নিজ ...নবীয়া ধূলাৰ ধূলি পৰিষ্কাৰ কৰা কোনো লোক নাই। ই মুকলি বতাহত থাকে, তাত ধূলি লাগে হয়, তথাপিও আপুনিয়েই সেই ফুলৰ সুন্দৰ আৰু নির্মলতা ...তীত হয়। শকুন্তলাৰ গাতো ধূলি মাকতি লাগিছিল। কিন্তু তেওঁ সেই কথাৰ ভ্ৰূক্ষেপ নাপাইছিল। তেওঁ অৰণ্যৰ সৰলা মৃগীৰ দৰে, নিজৰাৰ পানীৰ দৰে মলিনতাৰ সম্পর্কত আহিও বিনা প্রয়াসে নিজৰ নির্মলতা অটুত ৰাখিছে।'

শকুন্তলা এফালে তৰু-লতা, ফল-ফুলৰ দৰে আত্মবিস্মৃতা, স্বভাৱধর্মানুগামিনী; আনহাতে তেওঁ একাগ্র, তপঃপৰায়ণ আৰু কল্যাণ-ধর্মৰ শাসনত একান্তভাৱে নিয়মিত। তেওঁৰ আন্তৰিক নাৰীপ্রকৃতি সংযত আৰু সহিষ্ণু। কালিদাসে নিজৰ বিচিত্র ৰচনা কৌশলৰদ্বাৰা আভিজ্ঞানশাকুন্তলমৰ নায়িকাক লীলা আৰু ধৈর্য, স্বভাৱ আৰু নিয়ম আৰু নদী আৰু সাগৰৰ সংগমস্থলত উপস্থিত কৰিছে। তেওঁৰ লালন-পালন সাধিত হৈছে তপোৱনত, য'ত স্বভাৱ আৰু তপশ্চর্যাৰ, সৌন্দর্য-সুষমা আৰু সংযত বিনয়বত্তাৰ সমাহাৰ ঘটিছে। তাত নাই নগৰ সভ্যতাৰ কৃত্রিম বিধি-ব্যৱস্থা। ধর্মৰ কঠোৰ বান্ধো পশ্চৎপটতে বৈ গৈছে। গান্ধর্ব বিবাহে মাথোন সামাজিক আৰু ধর্মব্যৱস্থাক সম্মান জনাইছে। প্রকৃতিৰ কোলাত যৌৱনৰ উদ্দামৰ ক্ষেত্র তাতকৈ অধিক যেন অসম্ভৱ। বন্ধন আৰু অৱন্ধনৰ কেকুৰিত উপস্থিত হোৱাতেই নাটকীয়ত্ব চূড়ান্ত পর্যায়ত উঠিছে গৈ। শকুন্তলাৰ জীৱনৰ সুখ দুখ, সংযোগ আৰু বিয়োগ, ঘাত-প্রতিঘাতে সততে নাটকীয় বৈশিষ্ট্যক উচ্চতাৰ উচ্চতৰ পর্যায়লৈ উন্নীত কৰিছে।

'টেম্পেষ্ট'ত এই ভাৱৰ অভাৱ। কাৰণ শকুন্তলা আৰু মিৰাণ্ডা দুয়োৰে অৱস্থা, ঘটনা আৰু প্রকৃতিৰ মাজত অন্তৰ আছে। মিৰাণ্ডা সকৰেপৰা প্রতিপালিত হৈছে এক নির্জন সাগৰীয় দ্বীপৰ মাজত। কিন্তু শকুন্তলা প্রতিপালিত হৈছে তপোৱনত, নীৰৱ পৰিৱেশ বিৰাজ কৰিলেও তাত মানুহৰ সমাগম নোহোৱা নহয়। মিৰাণ্ডাই কেৱল পিতৃৰ সান্নিধ্যতে ডাঙৰ-দীঘল হৈছে, গতিকে তেওঁৰ স্বভাৱৰ পূর্ণ বিকাশ ঘটা নাই। শকুন্তলা কেতিয়াও অকলশৰীয়া নাছিল। তেওঁৰসৈতে দুজনী সমান বয়সীয়া সখীয়েক তেওঁৰ গাৰ ছাঁৰ দৰে সততে বিৰাজ কৰিছিল। তেওঁলোকৰ মাজত ভাৱৰ বিনিময় হৈছিল। পৰস্পৰে হাঁহি-ধেমালি, ঠাট্টা-মস্কৰা কৰি মন পাতলাব পাৰিছিল। সেইবাবে শকুন্তলাৰ চৰিত্রৰ স্বাভাৱিক বিকাশ ঘটিছিল। অকল দেউতাক কণ্বৰসৈতে শকুন্তলাই থাকিবলগীয়া হোৱাহেতেন তেওঁৰ চৰিত্রৰ স্বাভাৱিক পৰিৱর্দ্ধনত বিঘিনি ঘটাৰ সম্ভাৱনা আছিল। তেওঁৰ সৰলতা অজ্ঞতাত পৰিণতি লাভ কৰিলেহেতেন। হয়তো 'ঋষ্যশৃঙ্গ'ৰ নামান্তৰ হ'লহেতেন। বস্তুতঃ শকুন্তলাৰ সৰলতা স্বাভাৱিক আৰু মিৰাণ্ডাৰ স্বভাৱ অস্বাভাৱিক। দুয়োৰে অৱস্থাভেদে ই সঙ্গত হৈছে। মিৰাণ্ডাৰ দৰে শকুন্তলাৰ সৰলতা অজ্ঞতাৰে আগুৰা নহয়, তাক আমি নাটকৰ প্রথম অঙ্কতে পঢ়িছোঁ। শকুন্তলাৰ যেতিয়া নৱযৌৱনোন্মেষ হ'ল, তেতিয়া কৌতুকপ্রিয়া সখিসকলে তেওঁক তাৰ জ্ঞান দিছে। তেওঁ লাজ কৰিবলৈকো শিক্ষা পাইছে। কিন্তু এইবোৰ বাহিৰৰ কথা। তেওঁৰ সৰলতা বৰ গভীৰ আৰু পৱিত্রতা আন্তৰিক। বাহিৰৰ অভিজ্ঞতা তেওঁৰ একো নাই সেইটো কৱিয়ে শেষলৈকে দেখুৱাইছে। শকুন্তলাৰ সৰলতা আভ্যন্তৰিক। তেওঁ সাংসাৰিক একো

কথাই নাজানে এনে কথাও নহয়, কিয়নো তপোবন সংসাৰৰ সীমাৰ বাহিৰত নহয়। তপোবনতো গৃহধৰ্ম পালন কৰা হয। বাহিৰৰ কথাৰেসৈতে শকুন্তলা যদিও অপৰিচিত তথাপি তেওঁক অজ্ঞ বুলিব কব নোৱাৰি। তেওঁৰ হৃদযত বিশাল সিংহাসন আছে। সেই বিশ্বাসনিষ্ঠ সৰলতাই তেওঁক ক্ষণিকৰ বাবে পতিত কৰিছিল, কিন্তু চিৰদিনৰ বাবে উদ্ধাৰো কৰিছে । সেই বিশ্বনিষ্ঠ সৰলতাবে দাৰুণ বিশ্বাসঘাতকতাৰ আঘাত সহিবলগীয়া হ'ল তেওঁ, ধীৰতা, ক্ষমা আৰু কল্যাণবিমুখ নহ'লগৈ। মিৰাণ্ডাৰ সৰলতাৰ অগ্নিপৰীক্ষা কেতিয়াও হোবা নাই, তেওঁ সংসাৰৰপৰা কোনো আঘাত পোবা নাই। আমি মিৰাণ্ডাক প্ৰথম অবস্থাতে দেখিছোঁ আৰু শকুন্তলাক কবিযে প্ৰথমাবস্থাৰপৰা অন্তিম অবস্থালৈকে দেখুবাইছে।'

মিৰাণ্ডা এনে এক দ্বীপত প্ৰতিপালিতা য'ত জনমানবৰ নাম নাই, যি তৰঙ্গমালাৰ আঘাতেৰে মুখৰ আৰু পাহাৰেৰে অসম ঠাই। কিন্তু সেই দ্বীপৰ প্ৰকৃতিৰসৈতে তেওঁৰ ঘনিষ্ঠতা দৃষ্টি গোচৰ হোবা নাই। সেই ভূমিৰ কোলাত য'ত তেওঁ পৰিপালিতা হৈছে, তাৰপৰা তেওঁক নি যদি আন কোনো ঠাইত ৰখা হ'য, তেতিয়া হ'লেও তেওঁৰ আকৰ্ষণ সেই ভূমিৰ প্ৰতি হোৱা সম্ভব নহয। তাত মিৰাণ্ডাৰ সহবাস মানুহৰসৈতে হোবা নাই, আৰু সেই অভাব তেওঁৰ চৰিত্ৰত প্ৰতিফলিত হৈছে। তাৰ পৰ্বত-সমুদ্ৰৰেসৈতে তেওঁৰ অন্তঃকৰণৰ কোনো আবেগিক যোগসূত্ৰ হোবা দেখুবা নাই। নিৰ্জন ঠাই কেবল নাটকীয কথাৰ খাতিৰত আবশ্যক হৈছে, চৰিত্ৰৰ খাতিৰত হোবা নাই।"

শকুন্তলাৰ সম্বন্ধত এই কথা ক'ব নোৱাৰি। তেওঁ তপোবনৰ এক অঙ্গ হৈ পৰিছে। তপোবনৰ অভাবত অকল নাটকীয কথাতেই ব্যাঘাত নজন্মিব, তদুপৰি শকুন্তলাও অসম্পূৰ্ণ হৈ ৰ'ব। শকুন্তলা মিৰাণ্ডাৰ দৰে পৃথক আৰু স্বতন্ত্ৰ নহয়, তেওঁ তেওঁৰ চাৰিওফালৰ পাৰিপাৰ্শ্বিকতাৰসৈতে একাত্মভাবেৰে সম্বদ্ধ। তেওঁৰ মধুৰ চৰিত্ৰ অৰণ্যৰ ছাঁয়া তথা মাধৱীলতাৰ পুষ্পমঞ্জৰীৰসৈতে ব্যাপ্ত আৰু বিকশিত হৈছে, পশুপক্ষীৰ অকৃত্ৰিম সৌহাৰ্দৰে ওতঃপ্ৰোত হৈ পৰিছে। মিৰাণ্ডাৰ পৰিচয আমি পাওঁ ফাৰ্দিনাণ্ডৰসৈতে ঘটিত কথাত। ধুমুহাত নাও ডুবা সন্দৰ্ভতহে তেওঁৰ ব্যথিত হৃদয়ৰ কৰুণাৰ কথা জনা যায। কিন্তু শকুন্তলাৰ পৰিচয় প্ৰণয়াতিৰিক্ত অন্য ঠাইতো পোবা যায। তেওঁৰ হৃদযলতিকাই চেতন-অচেতন সকলকো স্নেহৰ ললিত বান্ধোনেৰে বান্ধি ৰাখিছে। তপোবন এৰি তেওঁ যেতিয়া যাবলৈ ওলাল, প্ৰতিটো পদতে তেওঁৰ মন তপোৱনৰ ফালে আকৃষ্ট হ'বলৈ ধৰিলে, পদে পদে তপোবন ত্যাগৰ দুঃখ দ্বিগুণিত হ'বলৈ ধৰিলে। এই দৃষ্টিৰে চালে মিৰাণ্ডা শকুন্তলাৰ ছাঁত শৈতা পৰি যায়।

'টেম্পেষ্ট'ত বাহ্যপ্ৰকৃতিযে মানুহৰ আকাৰ এৰিয়েলৰ ৰূপত ধাৰণ কৰিছে, তথাপি সি মানুহৰসৈতে আত্মীয ভাব স্থাপন কৰিব পৰা নাই। মানুহৰ স'তে সি স্বাধীন হ'ব খোজে, কিন্তু মানৱশক্তিৰদ্বাৰা পীড়িত আৰু আবদ্ধ হৈ ভৃত্যৰ দৰে কাম কৰিছে। তেওঁৰ হৃদয়ত স্নেহো নাই, চকুত পানীও নাই, মিৰাণ্ডাৰ হৃদয়ো তেওঁৰ প্ৰতি স্নেহ প্ৰৱণ নহয়। দ্বীপৰপৰা যাত্ৰা কৰা সময়ত প্ৰস্পেৰো আৰু মিৰাণ্ডাৰসৈতে এৰিয়েলৰ স্নিগ্ধ বিদায়-কালীন সম্ভাষণ বিনিময হোবা নাই।

'টেম্পেষ্ট'ত পীড়ন, শাসন আৰু দমন আছে, শকুন্তলাত আছে প্ৰীতি, শান্তি আৰু সম্ভাৱ। টেম্পেষ্টত প্ৰকৃতিয়ে মানুহৰ ৰূপ ধাৰণ কৰিলেও তাৰসৈতে হৃদয়ৰ সম্পৰ্ক জড়িত কৰিব পৰা হোৱা নাই। কিন্তু শকুন্তলাত বৃক্ষ-লতা, পশু-পক্ষী সকলোৱে আত্মস্বৰূপ ৰক্ষা কৰিও মানুহৰ লগত মধুৰ আত্মীয় ভাবেৰে মিলিছে। " অনসূয়া আৰু প্ৰিয়ম্বদা যেনেদৰে আছে, যেনেদৰে কণ্ব আছে, দুষ্যন্ত আছে, তেনেদৰে শকুন্তলাও তপোবন প্ৰকৃতিয়েও এক বিশেষ পাত্ৰ হিচাপে আছে।"

টেম্পেষ্ট'ত মানুহে, সংসাৰত মঙ্গলভাৱ আৰু প্ৰীতিযোগ প্ৰসাৰিত কৰি নিজক ডাঙৰ কৰিব পৰা চানেকি দেখা নাযায়, বৰঞ্চ সংসাৰক তুচ্ছ জ্ঞান কৰি, দমন কৰি নিজক তাৰ গৰাকী সজাব উৎসুক্যহে তাত আছে। বস্তুতঃ আধিপত্যৰ বাবে কৰা দ্বন্দ্ব, বিৰোধ আৰু প্ৰয়াস টেম্পেষ্টৰ মূলভাৱ। তাত প্ৰস্পেৰোৱে স্বৰাজ্যাধিকাৰ হেৰুৱাই প্ৰকৃতি ৰাজ্যৰ ওপৰত মন্ত্ৰবলেৰে কঠোৰ আধিপত্য বিস্তাৰ কৰিছে। আসন্ন মৃত্যুৰ মুখৰপৰা তেওঁ কোনো প্ৰকাৰে ওলাই আহি প্ৰাণ বচাইছে। তাতো শূণ্যপ্ৰায় দ্বীপত আধিপত্য ৰখাৰ বাবে ষড়যন্ত্ৰ, বিশ্বাসঘাতকতা আৰু গুপ্তহত্যাৰ চেষ্টাও দেখুৱা হৈছে। পৰিণামত ইয়াৰ নিবৃত্তি হৈছে, কিন্তু তাৰ অন্ত হোৱা কথা কোনেও ক'ব নোৱাৰে। ভয়, শাসন আৰু অৱসৰৰ অভাৱত দানৱ প্ৰকৃতি, পীড়িত কেলিবানৰ নিচিনাকৈ, কন্ধ হ'ল সচাঁ, তাৰ দাঁতৰ মূলত আৰু নখৰ আগত বিষ তৈয়াৰ হৈ ৰ'ল। যাৰ যি প্ৰাপ্য আছি সি তাক পালে, কিন্তু সম্পত্তি লাভ বাহ্য লাভ। সি ধনীজনৰ লক্ষ্য হ'ব পাৰে, কিন্তু কাব্যৰ অন্তিম পৰিণাম হোৱা উচিত নহয়। 'টেম্পেষ্ট' নাটকৰ যেনেকুৱা নাম, তেনেকুৱাই তাৰ আভ্যন্তৰিণ কৰ্ম। প্ৰকৃতিৰসৈতে মানুহৰ বিৰোধ আছে আৰু এই বিৰোধৰ মূল হৈছে ক্ষমতা বা শক্তিলাভৰ প্ৰচেষ্টা।"

কালিদাসে নিজৰ নাটকত দুৰন্ত প্ৰবৃত্তিৰ দাবানলক অনুতপ্ত হৃদয়ৰ অশ্ৰুবানেৰে শান্ত কৰিছে। "কিন্তু প্ৰবৃত্তিৰ ব্যাধিক লৈ বৰ্ণনাৰ বজাৰ উতপ্ত কৰা নাই, কেৱল তাৰ আভাস দিছে আৰু তাৰ ওপৰত এখন পৰ্দা আঁৰিছে। এনেকুৱা ঠাই সংসাৰত স্বভাৱতে হ'ব পাৰে, তাক দুৰ্বাসাৰ অভিশাপেৰে সংঘটিত কৰা হৈছে। নহলেবা সি এনেকুৱা নিষ্ঠুৰ ক্ষোভজনক দৃশ্য হ'লহেতেন যে তাৰে সমগ্ৰ নাটকৰ শৃঙ্খলা ভঙ্গ হৈ গ'লহেঁতেন, শান্তিৰ লেশমাত্ৰও নৰ'লহেঁতেন আৰু 'শকুন্তলা'ত কালিদাসৰ যি ৰসসাধনৰ প্ৰতি লক্ষ্য আছিল, সি এই অতি উৎকট আন্দোলনত সুৰক্ষিত হৈ নৰ'লহেঁতেন। দুঃখ আৰু বেদনাক তেওঁ সমান ভাৱেই থাকিবলৈ দিছে, কেৱল বজাৰ বীভৎস ভীকতাক লুকাবলৈ এৰিছে।'

দুষ্যন্তৰ এই ভীকতা, এই পাপ তেওঁৰ নিসৰ্গসিদ্ধ বিয়োগ বেদনাৰ তাপত লেৰেলি নিজে দগ্ধ হৈ গ'ল। কঠিন দুখত পৰি তেও প্ৰকৃত প্ৰেমৰ অধিকাৰী হ'ল আৰু তেওঁৰ নাগৰিক বৃত্তি প্ৰকৃত প্ৰেমৰ অধিকাৰী হ'ল আৰু তেওঁৰ নাগৰিকৰ বৃত্তি সম্পূৰ্ণ বন্ধ হ'ল। টেম্পেষ্টত প্ৰস্পেৰোৱে ফাৰ্দিনাণ্ডৰ প্ৰেমৰ কঠিন কষ্ট সাধনৰদ্বাৰা পৰীক্ষা কৰি লৈছে। কিন্তুই বাহ্যিক ক্লেশ। কেৱল কাঠভাৰ উত্তোলনৰদ্বাৰাই সেই পৰীক্ষাৰ শেষ হৈছে। আভ্যন্তৰিক উত্তাপ আৰু চাপৰপৰা কয়লা-হীৰা তৈয়াৰ হয়। কালিদাসে এই কথাকে দেখুৱাইছে। তেওঁ কয়লাৰ কালিমাক তেওঁৰ ভিতৰৰপৰাই উজ্জ্বল তৈয়াৰ কৰিছে-তাৰ ভঙ্গুৰতাৰ চাপৰ

প্ৰয়োগৰে দৃঢ়তা দান কৰিছে। কালিদাসৰ এই ৰচনাত এই কথাৰ পৰিপক্ক প্ৰমাণ পাওঁ যে সংসাৰত বিধাতাৰ বিধানত, পাপো মঙ্গল কাৰ্য কৰাত নিযুক্ত হয়। "পাপৰ অভিযাত নহ'লে মঙ্গলে নিজৰ শাশ্বত দীপ্তি আৰু শান্তি লাভ নকৰে।"

কাব্যৰ আৰম্ভতে আমি শকুন্তলাক এক নিষ্কলঙ্ক সৌন্দৰ্যালোকত দেখোঁ। তাত তেওঁ সৰল আনন্দৰে নিজৰ সখীয়েকসকল আৰু তৰুলতাবোৰৰ মাজত মিলিজুলি আছে। সেই স্বৰ্গত লাহে লাহে পাপে প্ৰৱেশ কৰিছে আৰু সেই স্বৰ্গীয় সৌন্দৰ্য পোকে খোৱা ফুলৰদৰে বিশীৰ্ণ হৈ সৰি পৰিছে। তাৰ পাছত লজ্জা, সংশয়, দুঃখ, বিচ্ছেদ আৰু অনুতাপ হৈছে। আৰু সকলোৰে অন্তত বিশুদ্ধতৰ উন্নততৰ স্বৰ্গলোকত ক্ষমা, প্ৰীতি আৰু শান্তি দেখুৱা হৈছে। তাৰ বাবে শাকুন্তল নাটকক এক ধৰণে Paradise Lost আৰু Paradise Regained বুলি কব পাৰি।

"প্ৰথম স্বৰ্গ বৰ কোমল আৰু অৰক্ষিত আছিল। যদিও সি সুন্দৰ আৰু সম্পূৰ্ণ আছিল, তথাপি পদ্মপত্ৰৰ শিশিৰ বিন্দুৰ দৰে সদ্যঃপাতী আছিল। এইসংকীৰ্ণ সম্পূৰ্ণতাৰ সুকুমাৰতাৰপৰা বেহাই পোৱাতেই আমাৰ মঙ্গল, কিয়নো ই স্থায়ীও নহয়, তাৰদ্বাৰা আমাৰ পৰিপূৰ্ণ তৃপ্তিও নহয়। অপৰাধে মত্তগজৰ দৰে আহি পদ্মপত্ৰৰ বন্ধন বা মালা ছিগি পেলালে। আলোড়নৰ বিক্ষোভেৰে সমস্ত চিত্তক উন্মথিত কৰি দিলে। সহজ স্বৰ্গ এইদৰে সহজে নষ্ট হৈ গ'ল এতিয়া বাকী ৰ'ল সাধনাৰ স্বৰ্গ। অনুতাপৰ দ্বাৰা, তপস্যাৰদ্বাৰা, যেতিয়া এই স্বৰ্গ জয় কৰা হ'ল, তেতিয়া কোনো শঙ্কা বাকী নৰ'ল। এই স্বৰ্গ-শাশ্বত আৰু চিৰস্থায়ী।"

মহাকবি কালিদাসে অভিজ্ঞানশাকুন্তলমত বাহ্যিক শান্তি আৰু সুন্দৰতাক ক'তো অকনো ক্ষুব্ধ নকৰাকৈ নিজৰ নাট্যকৃতিৰ আভ্যন্তৰিক শক্তিক নিস্তব্ধতাৰ ভিতৰত নিতৌ সবল আৰু সক্ৰিয় কৰি ৰাখিছে। "এই পৰ্যন্তই নহয়, তেওঁৰ তপোৱনৰ বাহ্যিক প্ৰকৃতিয়েও সৰ্বত্ৰ আন্তৰিক কাৰ্যত যোগ দিছে। ক'তো তেওঁ শকুন্তলাৰ যৌৱন লীলাক নিজৰ লীলা মাধুৰ্য অৰ্পণ কৰিছে আৰু ক'তো নিজৰ কল্যাণ মৰ্মৰ মঙ্গল আশীৰবাদৰ সৈতে মিশ্ৰিত কৰি দিছে। ক'তো নিজৰ মুক ভাষাক কৰুণাপূৰ্ণ কৰিছে, আৰু ক'তো নিজৰ অপূৰ্ব মন্ত্ৰবলেৰে শকুন্তলাৰ চৰিত্ৰত কিৰণ বিস্তাৰ কৰিছে। এই শকুন্তলা কাব্যত নিস্তব্ধতা যথেষ্ট আছে, কিন্তু সবাতোকৈ অধিক নিস্তব্ধ, লগতে ব্যাপক ভাৱেৰে কৰিৰ তপোৱন কাৰ্য কৰা হৈছে। সি টেম্পেষ্টৰ এৰিয়েলৰ দৰে শাসনৱদ্ধ দাসত্বৰ বাহ্যিক কাৰ্য নহয় - সি হ'ল সৌন্দৰ্যৰ কাৰ্য, প্ৰীতিৰ কাৰ্য, আত্মীয়তাৰ কাৰ্য আৰু অভ্যন্তৰৰ নিগুঢ় কাৰ্য।

টেম্পেষ্টতো শক্তি আছে, শকুন্তলাতো আছে। টেম্পেষ্টত বলৰদ্বাৰা বিজয়প্ৰাপ্ত হৈছে আৰু শকুন্তলাত মঙ্গলৰদ্বাৰা সিদ্ধি। টেম্পেষ্টৰ সমাপ্তি অসম্পূৰ্ণতাত আৰু শকুন্তলাৰ সমাপ্তি সম্পূৰ্ণতাত। টেম্পেষ্টত মিৰাণ্ডা সৰলতা আৰু মধুৰতাৰ মূৰ্তি, কিন্তু এই সৰলতাৰ প্ৰতিষ্ঠা অজ্ঞতা আৰু অনভিজ্ঞতাৰ ওপৰত। শকুন্তলাৰ সৰলতা অপৰাধত, দুঃখত, অভিজ্ঞতাত, ধৈৰ্যত আৰু ক্ষমাত পৰিপক্ক হৈছে, গভীৰ আৰু স্থায়ী হিচাপে। গ্যেটেৰ সমালোচনাৰ অনুকৰণ কৰি আকৌ আমি কওঁ যে শাকুন্তলত আৰম্ভিক তৰুণ সৌন্দৰ্যই মঙ্গলময় পৰম পৰিণতিত সফলতা লাভ কৰি মৰ্ত্যক স্বৰ্গৰ সৈতে সম্মিলিত কৰি দিছে।"[২]

২ ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'প্ৰাচীন সাহিত্য' দ্ৰষ্টব্য।

# ভৌগলিক তথ্য

## কণ্বাশ্ৰম

মহাকবি কালিদাসৰ অভিজ্ঞানশাকুন্তলম্‌ নাটকৰ প্ৰথম অঙ্ক মুকলি হয় হিমালয়ৰ পাদদেশত অৱস্থিত কণ্বমুনিৰ আশ্ৰমত। মালিনী নদীৰ তীৰৱৰ্তী এই মনোমোহা আশ্ৰম (এষ খলু কাশ্যপস্য কুলপতেৰনুমালিনীতীৰম্‌ আশ্ৰমো দৃশ্যতে)। ঘামকালিৰ দিনবোৰত সখীসকলৰসৈতে শকুন্তলাই মালিনীতীৰত থকা গছ-লতিকাৰ ছাঁতে সৰহ সময় অতিবাহিত কৰে (ইমাম্‌ উগ্ৰাম্‌ আতপবেলাং প্ৰায়েণ লতাবলয়বৎসু মালিনীতীৰেষু সসখীজনা শকুন্তলা গময়ন্তি)। এই কণ্বাশ্ৰম হিমালয়ৰ পাদদেশত অৱস্থিত আছিল (এতে খলু হিমগিৰেৰুপত্যকাৰণ্যবাসিনঃ কাশ্যপসন্দেশমাদায় সস্ত্ৰীকাস্তপস্বিনঃ সম্প্ৰাপ্তাঃ', ৫ম অঙ্ক)।

ৰজা দুষ্যন্তই মৃগয়া বিহাৰ কৰিবলৈ যোৱাৰপৰাই বুজিব পাৰি যে এই কণ্বাশ্ৰম হস্তিনাপুৰৰপৰা বৰ দূৰণিবটীয়া ঠাই নাছিল। গৰ্ভাৱস্থাত শকুন্তলাই আশ্ৰমৰপৰা খোজকাঢ়ি যোৱাটোৱেও এনে অনুমান সমৰ্থন কৰে। মহাভাৰতৰ মতে (আদিপৰ্ব, অধ্যায় ৯১।২) কণ্বাশ্ৰম হস্তিনাপুৰৰপৰা দুই যোজনৰ দূৰত অৱস্থিত। ৰামায়ণত কোৱা হৈছে যে বসিষ্ঠ ঋষিয়ে কেকয়ৰ ৰাজধানী গিৰিব্ৰজৰপৰা ভৰতক অনাবলৈ যিসকল লোকক পঠিয়াইছিল তেওঁলোকে মালিনীৰ তীৰেৰে গৈ গঙ্গা পাৰ হৈছিল বুলি জনা যায়। তাৰ পাছত তেওঁলোকে পশ্চিমমুৱাহৈ কেকয়লৈ যায়। ৰামায়ণৰ সাক্ষ্যৰপৰা বুজা যায় যে মালিনী হস্তিনাপুৰৰ পূবেৰে বৈ গৈছিল। এতিয়াও সেই ঠাইখণ্ডত মালিনী নামে নদী বৈ আছে বুলি জনা যায়।

সংযুক্ত ৰাজ্যৰ (উত্তৰ প্ৰদেশৰ) জিলা গেজেটীয়াৰৰ মতে (জিলা বিজনৌৰ, খণ্ড ১৪শ, পৃষ্ঠা ২১৬) পৰগনাৰ উত্তৰ পশ্চিমেদি মালিনী নামে এটি প্ৰশস্ত নৈ বৈ গৈছে। নৈখনে মান্দাৱাৰৰ সীমা চুই গৈছে। নৈখন যথেষ্ট দ আৰু তাৰ তলি বহল। তথাপি ই ইয়াৰ তীৰৱৰ্তী পথাৰৰ অনিষ্ট নকৰাকৈ দুই পাৰ চুই বৈ আছে। ই গঙ্গাত পৰিছেগৈ। গ্ৰিফীথৰ মতে মালিনী সৰজুৰ দক্ষিণ বাহিনী নদী।

দেবেন্দ্ৰ নাথ বসুৰ 'শকুন্তলায় নাট্যকলা' গ্ৰন্থৰ ভূমিকাত স্বৰ্গীয় হৰপ্ৰসাদ শাস্ত্ৰীয়ে মালিনী সম্বন্ধে কৈছেঃ

'বিজনৌৰ জিলাত মালিন নামে এটি নদী আছে, ই পৰ্বতৰপৰা নামি ৫৭ মাইল বৈ আহি গঙ্গাত পৰিছে। ইয়াৰ পাৰতে কণ্বাশ্ৰম বুলি এক পৱিত্ৰ ঠাই আছে। তাৰ মাজত আকৌ শকুন্তলাৰ বাসস্থান। ইয়াত এতিয়াও তিকতাই স্বামীৰ আদৰ পাবলৈ পূজা দিয়ে আৰু পূজা মানস কৰে। এই শকুন্তলাৰ স্থানৰপৰা মিৰাট জিলাৰ গঙ্গাৰ পূৰণি সোঁতৰ বা খাদৰ ওপৰত হস্তিনা(পুৰ) ঠিক ৫০ মাইলত অৱস্থিত। তেতিয়াৰ ৰীতি অনুসৰি ২৫ মাইল এদিনৰ বাট। গতিকে হস্তিনাৰপৰা কণ্বাশ্ৰমলৈ যাওঁতেও দুই দিন, আহোঁতেও দুদিন আৰু বন্দোৱস্ত কৰি পঠাবলৈ আৰু এদিন। ৰজা দুষ্মন্তই শকুন্তলাক আঙঠি দি কৈ আহিছিল

'মোৰ আঙঠিত খোদিত মোৰ নামৰ আখৰ গণি চাবা। এটাকৈ দিনে আখৰ গণিলে যিদিনা গণনা শেষ হ'ব সিদিনাই তোমাক অন্তঃপুৰলৈ নিবলৈ মোৰ মানুহ পাবহি (অৰ্থাৎ পাঁচদিনৰ দিনাখন মানুহ আহিব)। দুষ্যন্ত বা দুষ্মন্ত শব্দটোত পাঁচটা ব্যঞ্জনবৰ্ণ আছে- দুষ্মন্ত। আৰু বুজিব পাৰি যে তেতিয়াৰ লেখনিত সংযুক্তবৰ্ণ নাছিল। সেয়ে আজি আমি যাক তিনি আখৰ বোলো তেতিয়া তাক লিখিবলৈ পাঁচটি আখৰ লিখিবলৈ লাগিছিল।'

**শক্ৰাৱতাৰ-**

**কালেৰমতে ই হস্তিনাপুৰৰ ওচৰৰ কোনো সক নৈ গঙ্গাত মিলিত** হোৱা ঠাই। ইয়াত ইন্দ্ৰই হয়তো অৱতৰণ কৰিছিল। ইয়াৰ ওচৰৰ ঘাট বিশেষ ইন্দ্ৰৰ পত্নী শচীৰ নামত উৎসৰ্গিত হোৱাত সেই ঘাট শচীতীৰ্থ নামে জনাজাত হয়। ইয়াতে শকুন্তলাৰ হাতৰপৰা আঙঠি হেৰাইছিল।

মহাভাৰতৰ বন পৰ্বত (৮৪।২৯) শক্ৰাবৰ্ত্ত নামে তীৰ্থৰ উল্লেখ আছে। ইয়াত দেৱতা আৰু পিতৃলৈ তৰ্পণ কৰিলে পুণ্য হয় বুলি কোৱা আছে। শক্ৰাৱৰ্ত্ত আৰু শক্ৰাৱতাৰৰ মাজত শাব্দিক মিল আছে। তথাপি দুয়োখন ঠাইৰ একীকৰণ প্ৰমাণৰ অভাৱত সম্ভৱ নহয়।

**সোমতীৰ্থ-**

মহাভাৰতৰ মতে (বনপৰ্ব ৮৩।১৯) ই কুৰুক্ষেত্ৰৰ সীমাৰ ভিতৰুৱা এক পুৰণি তীৰ্থস্থল। ইয়াত স্নান কৰিলে মানুহে ৰাজসূয় যজ্ঞৰ ফল লাভ কৰে। ইয়াত স্নান কৰি মানুহে সোম বা চন্দ্ৰলোক লাভ কৰে (বন ৮৩।১১৪-১৫)।

স্কন্দ আৰু বিষ্ণু পুৰাণৰ মতে বদৰিকাশ্ৰমৰ পঞ্চতীৰ্থৰ ওচৰত থকা সোমকুণ্ডকো সোমতীৰ্থ বোলে। তাত চন্দ্ৰই তপস্যা কৰি বিষ্ণু দৰ্শন কৰিছিল। চন্দ্ৰই তাত 'ওঁ নমো নাৰায়ণায়' এই অষ্টাক্ষৰ মন্ত্ৰ জপ কৰিছিল।

কোনো কোনোৱে কয় যে সোমতীৰ্থ কুৰুক্ষেত্ৰ আৰু গঙ্গাদ্বাৰৰ মাজত অৱস্থিত তীৰ্থ। এই ঠাই পানিপথৰ নিকটৱৰ্তী।

আন এচাম পণ্ডিতৰমতে অভিজ্ঞান শাকুন্তলমত উল্লেখিত সোমতীৰ্থই প্ৰভাসতীৰ্থকে বুজাইছে। দক্ষৰ অভিশাপত যক্ষ্মা ৰোগগ্ৰস্ত সোমই ইয়াতে তপস্যা কৰি ৰোগমুক্তি লাভ কৰিছিল।

এতিয়া প্ৰশ্ন হৈছে 'কণ্বমুনিয়ে কোনখন সোমতীৰ্থলৈ শকুন্তলাৰ ভাগ্য দেৱতাক তুষিবলৈ গৈছিল?' আমাৰ আলোচ্য গ্ৰন্থত প্ৰথম তিনি অঙ্কত কণ্বৰ অনুপস্থিতি লক্ষণীয় বিষয়। তেওঁৰ অবৰ্তমানত ৰজাৰ আশ্ৰম আগমন, শকুন্তলাৰে ৰজাৰ পৰিচয়, প্ৰণয় আৰু পৰিণয় সম্ভৱ আৰু সাধিত হৈছে। তাৰ মাজতে দৰ্শপৌৰ্ণমাস ইষ্টিত ৰজাই যজ্ঞবিঘ্ন নাশ কৰি আশ্ৰমবাসীক সহায় কৰিছে। গতিকে এই দীঘলীয়া

সময় এচোৱা কণ্ব আশ্ৰমৰপৰা আঁতৰি থকা সম্ভৱ। 'সা খলু বিদিতভক্তি মাং মহৰ্ষেঃ কৰিষ্যতিঃ' বোলা ৰজাৰ কথাষাৰে তেতিয়াহে অৰ্থ লাভ কৰিব। তদুপৰি কণ্বই আশ্ৰমলৈ উভতি আহে মানে শকুন্তলা অন্তঃসত্বা হোৱাৰ চিন দেখা গৈছে। গতিকে কণ্বই তীৰ্থযাত্ৰা কৰা কাল বেছি নহ'লেও এমাহৰপৰা তিনিমাহ (বা অধিক) পৰ্যন্ত হোৱা সম্ভৱ। সেয়েহ'লে প্ৰভাসকে সোমতীৰ্থ বুলি উল্লেখ কৰা সম্ভৱ।

## হস্তিনাপুৰ

অভিজ্ঞানশাকুন্তলম্ নাটকৰ নায়কৰ ৰাজধানী আছিল হস্তিনাপুৰত। ইয়াৰ অন্যান্য নামঃ হাস্তিনপুৰ, নাগসাহ্বয়, গজসাহ্বয় অথবা বাৰণাহ্বয়। পুৰণি পৰম্পৰা অনুসৰি ভৰতৰ বংশধৰ হস্তিন্ বা হস্তীয়ে এই নগৰ প্ৰতিষ্ঠা কৰিছিল।

অভিজ্ঞান শাকুন্তলমত ৪ৰ্থ অঙ্কত পোনতে শকুন্তলাৰ সখীয়েক প্ৰিয়ম্বদাই হস্তিনাপুৰৰ উল্লেখ কৰি কয় 'অনসূয়ে ত্বৰস্ব এতে হস্তিনাপুৰগামিন ঋষয় আকাৰ্যন্তে।' গৌতমী, শাৰ্ঙ্গৰৱ আৰু শাৰদ্বতৰসৈতে গৈ শকুন্তলাই কেতিয়া হস্তিনাপুৰ পালেগৈ সেয়া বিবাদমান বিষয়। কিয়নো হস্তিনাপুৰ কণ্বাশ্ৰমৰপৰা কিমান দূৰৈত অৱস্থিত আছিল সেই লৈ একাধিক মত আছে। (ওপৰৰ কণ্বাশ্ৰম চাওক)।

পৌৰৱ ৰজাসকলৰ ৰাজধানী হস্তিনাপুৰ আছিল পুৰণি (বুঢ়ী) গঙ্গাৰ পাৰত অৱস্থিত। বৰ্তমান ই মীৰাট জিলাৰ অন্তৰ্গত ক্ষুদ্ৰ গাওঁ। ইয়াৰ দ্ৰাঘিমাংশ আৰু অক্ষাংশ যথাক্ৰমে ৭৮.৩ ডিগ্ৰী পূব আৰু ২৯.৯ উত্তৰ। ই মীৰাটৰপৰা ২২ মাইল আৰু দিল্লীৰপৰা ৫৭ মাইল উত্তৰপূৱত অৱস্থিত। মাৱানাৰপৰা ই.৬ মাইল উত্তৰপূৱত।

পুৰাণ-ইতিহাসৰ সাক্ষ্যৰপৰা জনা যায় যে পাণ্ডৱৰ বংশধৰ ৰজা নিচক্ষুৰ সময়ত গঙ্গাৰ বানপানীয়ে হস্তিনাপুৰৰ ক্ষতি সাধন কৰে আৰু নিচক্ষুয়ে কোশাম্বীলৈ ৰাজধানী স্থানান্তৰ কৰে। ১৯৫০-৫২ চনত হোৱা খনন কাৰ্যৰ ফলত সেই ঠাইত ৫টা স্তৰ পোৱা গৈছে। আটাইতকৈ পুৰণি স্তৰৰ কাল খৃঃপূঃ ১২০০ অব্দ। প্ৰাৱন হোৱা স্তৰৰ কাল খৃঃপূঃ ৮০০-৯০০ অব্দ।

হস্তিন্ সৰ্বদমন ভৰতৰ বংশধৰ আছিল তেওঁৰ নামেৰে ৰাজধানী নামাঙ্কিত হোৱাৰ বহু পূৰ্বৰেপৰা সেই ঠাইত পৌৰৱসকলে ৰাজত্ব কৰি আছিল বুলি ভাবিবৰ স্থল আছে। সম্ভৱতঃ যযাতি বা পুৰুৰ সময়ৰপৰা হস্তিনাপুৰ চন্দ্ৰবংশীয় ৰজাসকলৰ ই ৰাজধানী আছিল। হস্তিনে হয়তো ইয়াৰ সংস্কাৰ সাধন কৰি নগৰৰ পৰিসৰ বঢ়াইছিল।

## হেমকূট-

অভিজ্ঞানশাকুন্তলমৰ ৭ম অঙ্কত স্বৰ্গৰপৰা মৰ্ত্যলৈ প্ৰত্যাবৰ্তনৰ পথত ৰজা দুষ্যন্তই মাতলিক সুধিছেঃ 'মাতলি, গলিত সোণ বৈ থকাৰ দৰে দেখা আৰু সন্ধ্যাকালীন সুদীৰ্ঘ মেঘৰেখাৰ দৰে দেখিবলৈ পোৱা সেয়া কি পৰ্বত?' (মাতলে, কতমোঽয়ং পূৰ্বাপৰসমুদ্ৰাবগাঢ়ঃ কনকৰসনিষ্যন্দঃ সান্ধ্যং ইব মেঘঃ সানুমান্ আলোক্যতে)। উত্তৰত মাতলিয়ে কৈছেঃ 'আয়ুষ্মান্ সেয়া হেমকূট নামে কিম্পুৰুষ অধ্যুষিত পৰ্বত, ই তপঃসিদ্ধিৰ ক্ষেত্ৰ। স্বয়ম্ভু ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ.বংশধৰ, দেৱতা

আৰু অসুৰৰ পিতৃ সেই প্ৰজাপতি মাৰীচ সপত্নীক ইয়াত থাকে (আয়ুষ্মান্ এষ খলু হেমকূটো নাম কিংপুৰুষপৰ্বতঃ তপঃসংসিদ্ধিক্ষেত্ৰম্-

স্বায়ম্ভুৱান্ মৰীচের্যঃ প্ৰৱভূৱ প্ৰজাপতিঃ।
সুৰাসুৰগুৰুঃ সোঽত্ৰ সপত্নীকস্তপস্যতি॥ ৭।৯)

এই হেমকূটতে ৰজা দুষ্যন্তৰ সৈতে তেওঁৰ পত্নী-পুত্ৰ মিলিত হয়।

চকালাদাৰে[1] অনুমান কৰে যে 'পূব আৰু পশ্চিম সমুদ্ৰ ব্যাপি থকা হিমালয়ৰ সমান্তৰাল হৈ থকা দূৰত্ব এলানি পৰ্বতেই আছিল হেমকূট। চুইডিচ আবিষ্কৰ্তা স্বেন হেডিনে[2] আৱিষ্কাৰ কৰা ট্ৰান্স হিমালয়ৰ পৰ্বত শ্ৰেণীকেই ই প্ৰতিনিধিত্ব কৰে।

---

1. The Geography of Kalidasa P. 14.
2. Trans Himalayan Discovery and Adventure in Tibet, Macmillan, 1913, 3 vols. দ্ৰষ্টব্য।

# চন্দ্ৰবংশৰ বংশাৱলী

অভিজ্ঞানশকুন্তলম নাটকৰ নায়ক দুষ্যন্তক কালিদাসে একাধিকবাৰ পূৰু বা যযাতিৰ বংশধৰ বুলি উল্লেখ কৰিছে। সেইবাবে দুষ্যন্তৰ পূৰ্ব আৰু উত্তৰ পুৰুষসকলৰ সংক্ষিপ্ত পুৰুষনামা তুলি ধৰা উচিত বুলি বিবেচনা কৰা হৈছে।

মহাভাৰতত (১।৭০) কোৱা হৈছে যে, কশ্যপ মাৰীচলৈ দক্ষ প্ৰজাপতিয়ে তেৰজনী জীয়েকক বিয়া দিয়ে। তাৰে ডাঙৰজনী দাক্ষায়ণী অদিতিৰ গৰ্ভত বাৰজন আদিত্য দেৱতাৰ জন্ম হয়। তেওঁলোকৰ অন্যতম হ'ল বিৱস্বত। এই বিৱস্বতৰ পুত্ৰ যম বৈৱস্বত (মহাঃ ১।৭০।১০) আৰু তেওঁৰ পুত্ৰ হ'ল মাৰ্তণ্ড। এই মাৰ্তণ্ডৰ পুত্ৰৰ নাম মনু (মহাঃ ১।৭০।১১)। (পুৰাণৰ মতে মনু আৰু যম বিৱস্বতৰ ঔৰসত সৰণ্যুৰ গৰ্ভজাত সহোদৰ।) মনুৰপৰা মানৱকুলৰ বিস্তৃতি ঘটে। মনুৰ পাঁচশ পুতেকে হেনো নিজৰ ভিতৰতে কাজিয়া-পেচাল কৰি লয় পালে। তেওঁলোকৰ অন্যতম আছিল ইল। নিষিদ্ধ স্থানত প্ৰৱেশ কৰি ইলাই পুৰুষত্ব হেৰুৱাই নাৰীত্ব লাভ কৰে। (অত্ৰিৰ পুত্ৰ) চন্দ্ৰৰ পুত্ৰ বুধে নাৰীৰূপী ইলৰ পাণি গ্ৰহণ কৰে। তেওঁলোকৰ মিলনৰ ফলশ্ৰুতি পুৰূৰৱা ঐল। কোৱা হৈছে যে, ইলাই পুৰূৰৱাৰ পিতৃ-মাতৃৰ দ্বৈত দায়িত্ব গ্ৰহণ কৰি তেওঁক প্ৰতিপালন কৰি তোলে (মহাঃ ১।৭০।১৬)। পুৰূৰৱাৰ ঔৰসত উৰ্বশীৰ গৰ্ভত ক্ৰমে আয়ু, ধীমান, অমাৱসু, দৃঢ়ায়ু, বনায়ু আৰু শ্ৰুতায়ু নামে ছজন পুত্ৰ সন্তান জন্মে। নহুষ প্ৰভৃতি একাধিক সন্তান আয়ুৰ ঔৰসত জন্ম হয়। ৰজা নহুষ বৰ খ্যাতিমন্ত ৰজা আছিল। আকৌ নহুষৰ যাতি, যযাতি, সংযাতি, আযাতি, উদ্ধৱ আৰু পাঞ্চ প্ৰভৃতি ছজন পুত্ৰ আছিল। ছজনৰ ভিতৰত যযাতিয়ে ৰাজপাট লাভ কৰে (মহাঃ ১।৭০।২১-৩০)। তেওঁ শুক্ৰাচাৰ্যৰ জীয়েক দেৱযানী আৰু দৈত্যপুত্ৰী শৰ্মিষ্ঠাক বিয়া কৰে (মহাঃ ১।৭৬-৭৭ দ্ৰষ্টব্য। তুঃ যযাতেৰিৱ শৰ্মিষ্ঠা ভৰ্তুৰ্বহুমতা ভৱ। অভিঃ ৪।৭)। যযাতিৰ ঔৰসত দেৱযানীৰ গৰ্ভত যদু, তুৰ্বসু আৰু শৰ্মিষ্ঠাৰ গৰ্ভত দ্ৰুহ্যু, অনু আৰু পুৰুৰ জন্ম হয় (মহাঃ ২।৭০।৩১-৩২)। যযাতিৰ পিছত প্ৰিয়পুত্ৰ পূৰু ৰাজপাটত বহে (মহাঃ ১।৭০।৪৩)। তেওঁৰ নাম অনুসৰি সেই বংশক পুৰুবংশ আৰু বংশধৰসকলক পৌৰৱ বুলি কোৱা হয়। (ত্বয়া দায়াদৱান্ অস্মি ত্বং মে বংশকৰঃ সুতঃ। পৌৰৱো বংশ ইতি তে খ্যাতিং লোকে গমিষ্যতি। মহাঃ ১।৭০।৪৫; তুঃ অভিঃ সদৃশমেতৎ পুৰুবংশ প্ৰদীপস্য। জন্ম যস্য পুৰুবংশে যুক্ত ৰূপমিদং তৱ ১।১২; কঃ পৌৰৱে বসুমতিং শাসতি- ১।২২; আপন্নাভয় সত্ৰেষু দীক্ষিতাঃ খলু পৌৰৱাঃ।২।১৭ ইত্যাদি।) পুৰুৰ পুতেক তিনিজন- প্ৰৱীৰ, ঈশ্বৰ আৰু ৰৌদ্ৰাশ্ব। প্ৰৱীৰৰপৰা

বংশ বাঢ়ে (মহাঃ ১।৮৯।৫)। তেওঁৰ পুত্ৰ মনস্যু আৰু মনস্যুৰ সুভ্ৰু, সংহনন আৰু সৌবীৰী নামে তিনিজন বীৰপুত্ৰৰ জন্ম হয় (মহাঃ ১।৮৯।৬-৭)। ৰৌদ্ৰাশ্বৰপৰাও ঋচেপু, কক্ষেপু, কৃকনেপু, বনেপু, স্থলেপু, তেজেপু, সত্যেপু, ধৰ্মেপু আৰু সংনতেপু নামে দহজন পুত্ৰৰ জন্ম হয় (মহাঃ ১।৮৯।৯-১০)। সেইসকলৰ জ্যেষ্ঠ ঋচেপুৰ পুত্ৰ মতিনাৰ। মতিনাৰৰ চাৰিজন অমিত পৰাক্ৰমী পুত্ৰৰ জন্ম হয়; তেওঁলোক ক্ৰমে তংসু, অতিৰথ, দ্ৰুহ্যু (২য়) আৰু অপ্ৰতিমদ্যুতি। তেওঁলোকৰ জ্যেষ্ঠ তংস্যুৰ ঔৰসত ইলিনৰ জন্ম হয় (১।৮৯।১১-১২)। এই ইলিনৰেই পুত্ৰৰ নাম দুঃষন্ত (বা দুষ্যন্ত বা দুষ্মন্ত) (১।৮৯।১৪)। দুষ্যন্তৰ পুত্ৰ ভৰতৰ জন্ম শকুন্তলাৰ গৰ্ভত (১।৮৯।১৬)। ভৰতৰ তিনিজনী ৰাণীৰ গৰ্ভত নজন পুত্ৰৰ জন্ম হয়। কিন্তু ৰজাই কোনোজনকে নিজৰ পুত্ৰ বুলি অভিনন্দন নজনালে (মহাঃ ১।৮৯।১৭)। তেওঁ ভৰদ্বাজ ঋষিৰ (পুত্ৰ ?) বিদথিনক পুত্ৰ ৰূপে গ্ৰহণ কৰে। তেওঁৰ পুত্ৰ বা পৌত্ৰ ভূমন্যুৰপৰা জন্ম হয় বিতথৰ (১।৮৯।২০)। তেওঁৰ পুত্ৰসকল সুহোত্ৰ, সুহোতা, সুহৱি আৰু সুযজু নামে জনাজাত (১।৮৯।২১)। সুহোত্ৰই ৰাজপাট লাভ কৰে (১।৮৯।২২)। সুহোত্ৰৰ পুত্ৰ হস্তী। তেওঁ হস্তিনাপুৰ পাতে। তেওঁৰ পুত্ৰ বিকুণ্ঠন। এই বিকুণ্ঠনৰ পুত্ৰ অজমীঢ় (১।৯৫।৩৬-৩৮)। অন্যত্ৰ অজমীঢ়, সুমীঢ় আৰু পুৰুমীঢ়ক হস্তীৰ পুত্ৰ বুলি কোৱা হৈছে (১।৮৯।২৬)। অজমীঢ়ই হস্তিনাপুৰত ৰাজত্ব কৰে। তেওঁৰ ঔৰসত নীলিনীৰ গৰ্ভত নীল (বায়ু ৯৯।১৯৪) আৰু ধুমুনীৰ গৰ্ভত ঋক্ষৰ জন্ম হয় (মৎস্য ৫০।১৯)। এই ঋক্ষৰ পুত্ৰ হ'ল সংবৰণ। সম্বৰণৰ পত্নী তপতীৰ গৰ্ভজাত সন্তান কুৰু। তেওঁৰ বংশধৰসকল কৌৰৱ নামে জনাজাত হয়। কুৰুৰ ঔৰসত শুভাঙ্গীৰ গৰ্ভত জন্মে বিডুৰথ। বিডুৰথ পত্নী সংপ্ৰিয়াৰ গৰ্ভত জন্ম হয় অৰুণানৰ। অৰুণান আৰু অমৃতাৰ স্নেহৰ সন্তান পৰীক্ষিত। পৰীক্ষিত আৰু সুযশাৰ পুত্ৰ ভীমসেন। ভীমসেন আৰু সুকুমাৰীৰ পুত্ৰ পৰ্যশ্ৰৱা। তেওঁৰ অন্য নাম প্ৰতীপ। প্ৰতীপ আৰু সুনন্দাৰ পুত্ৰ তিনিজন – দেৱাপি, শন্তনু আৰু বাহ্লীক। দেৱাপিয়ে আৰণ্যত প্ৰৱেশ কৰাত শন্তনুৱে ৰাজপাটত বহে। শন্তনু আৰু গঙ্গাৰ পুত্ৰ দেৱব্ৰত ভীষ্ম। শন্তনুৰ অন্যা পত্নী সত্যৱতীয়ে চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্যক প্ৰসৱ কৰে। দেৱব্ৰতে ৰজা হ'বলৈ অস্বীকাৰ কৰাত চিত্ৰাঙ্গদৰ হাতত ৰাজশাসনৰ বাঘজৰী পৰে। তেওঁৰ অকাল বিয়োগত বিচিত্ৰবীৰ্য ৰজা হয়। তেওঁৰো অকাল বিয়োগ হয় নিঃসন্তান অৱস্থাতে। তেতিয়া নিয়োগ প্ৰথামতে দ্বৈপায়ন ব্যাসৰ ঔৰসত অম্বিকা আৰু অম্বালিকাৰ গৰ্ভত যথাক্ৰমে ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুৰ জন্ম হয়। ধৃতৰাষ্ট্ৰৰ ঔৰসত গান্ধাৰীৰ গৰ্ভত দুৰ্যোধন প্ৰভৃতি এশ পুত্ৰৰ জন্ম হয়। পাণ্ডুৰ পত্নী কুন্তী আৰু মাদ্ৰীয়ে দৈৱ সংযোগত যুধিষ্ঠিৰ প্ৰভৃতি পাঁচ পাণ্ডৱৰ জন্ম দিয়ে। কুৰুক্ষেত্ৰৰ মহাসমৰত ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল সবংশে নিধন হয়। পাণ্ডৱ পাঁচজনে যুদ্ধত জয়ী হয়। অৰ্জুনৰ পুত্ৰ অভিমন্যুৰ পত্নী উত্তৰাৰ গৰ্ভজাত পুত্ৰ পৰীক্ষিতে ভৰতবংশ জীৱিত ৰাখে। পৰীক্ষিত (২য়)ৰ পুত্ৰ জন্মেজয়। তেওঁৰ পুত্ৰ শতানীক আৰু শঙ্কু। শতানীকৰ পুত্ৰ অশ্বমেধদত্ত (মহাঃ ১।৯০।৪০-৯৫)। স্বপ্নবাসৱদত্তাৰ নায়ক উদয়ন শতানীকৰ বংশধৰ বুলি জনা যায়।

## চন্দ্র বংশ বা পৌরববংশের বংশলতা



# বিদেশত শকুন্তলা চৰ্চা

পাশ্চাত্য জগতত সংস্কৃত সাহিত্য অধ্যয়নৰ শুভাৰম্ভ অভিজ্ঞান শাকুন্তলম্‌ৰ অনুবাদৰ জৰিয়তেই হয় বুলি ক'লে অত্যুক্তি কৰা নহয়। চাৰ উইলিয়াম জোন্সে কৰা এক ইংৰাজী ভাঙনিয়েই ইউৰোপীয় পণ্ডিত সাহিত্যিকবৃন্দৰ দৃষ্টি ভাৰতীয় সাহিত্য ভাণ্ডাৰৰ প্ৰতি কিদৰে আকৃষ্ট কৰিলে তাৰ পটভূমিও কম চকুত লগা নহয়।

১৭৮৩ চনত উইলিয়াম জোন্সে বৃটিছ ভাৰতৰ কলিকতাত থকা উচ্চতম ন্যায়ালয়ৰ অন্যতম সহকাৰী বিচাৰপতিৰূপে নিযুক্তি পাই ভাৰতলৈ আহে। জোন্স আছিল বিশ্বৰ চিৰায়ত সাহিত্যশ্ৰেণীৰ এক অনুসন্ধিৎসু গৱেষক ছাত্ৰ। ভাৰতলৈ আহিয়েই তেওঁ প্ৰাচীন ভাৰতীয় ভাষা সংস্কৃত শিকিবলৈ ল'লে। কেই বছৰমানৰ ভিতৰতে তেওঁ সংস্কৃতত পাণ্ডিত্য অৰ্জন কৰিলে। লাহে লাহে সংস্কৃত সাহিত্য অধ্যয়নৰ প্ৰতি তেওঁৰ ধাউতি বাঢ়িল। সংস্কৃত ভাষাত ৰচিত কি কি পুথি পঢ়িবলৈ পোৱা যায় সেই কথা তেওঁ তেওঁৰ ওচৰলৈ অহা ব্ৰাহ্মণ পণ্ডিতক সোধপোচ কৰিবলৈ ধৰিলে। এজন ব্ৰাহ্মণ পণ্ডিতে তেওঁক জনালে যে মহাকবি কালিদাস বিৰচিত 'শকুন্তলা' এখন উৎকৃষ্ট নাটক। সেয়া তেওঁৰ পাঠযোগ্য। জোন্সে শকুন্তলাৰ পাণ্ডুলিপি অনুসন্ধান কৰি কিছুদিন পিছত এখন বঙালি হৰফত লিখা বঙ্গীয় ধাৰাৰ পুথি পালে। পুথিখন হাতত পৰাত তেওঁৰ উত্তেজনা বাঢ়িল। ১৭৮৭-৮৮ চন মাননত তেওঁ দুটা শৰৎ কাল শকুন্তলা অধ্যয়ন কৰি কটালে। তাৰ পাছত তেওঁ প্ৰথমে তাৰপৰা লেটিন অনুবাদ এটি প্ৰস্তুত কৰিলে। শকুন্তলা অধ্যয়নে তেওঁৰ মানসিক উত্তেজনা বঢ়ালে। তেওঁ হিন্দুসকলৰ ৰীতি-নীতিৰ প্ৰতিচ্ছবি থকা এখন উৎকৃষ্ট পুথি আৱিষ্কাৰ কৰিছে বুলি ভাবিলে। প্ৰাচীন চিৰায়ত সাহিত্যৰ ছাত্ৰ হিচাপে তেওঁৰ বুজিবলৈ বাকী নাছিল যে বিশ্বসাহিত্যলৈ ভাৰতীয় সকলৰ যথাৰ্থ অৱদান ৰূপে এক যথাযোগ্য নাট্যকৃতি তেওঁৰ হাতত পৰিছেহি। কালিদাসক তেওঁ ভাৰতীয় ছেক্সপীয়াৰ বুলিয়েই গণ্য কৰিলে।

সেই সময়ত আন বহুতো কাম-কাজে তেওঁক জুমুৰি দি ধৰিলেও তেওঁ পোনতে সদ্য হস্তগত সংস্কৃত নাটকখনি ইংৰাজ পাঠকৰ হাতত তুলি দিবলৈ মনস্থ কৰিলে। কিয়নো এই নাটকখনি বিশ্বসাহিত্যত স্থান পোৱাৰ যোগ্য, ই ব্ৰাহ্মণসকলৰ গুপ্তভঁৰালত লুপ্ত হৈ থকা উচিত নহয়। এতিয়া তেওঁ নিজে কৰি থোৱা লেটিন অনুবাদটিৰপৰা পুথিখন ইংৰাজীলৈ ভাঙিবলৈ ধৰিলে। ১৭৮৯ চনত কৃষ্ণনগৰত কটোৱা বছৰ কালছোৱাত তেওঁ ইংৰাজী অনুবাদটি আৰু নিমজ কৰিলে। অক্টোবৰ মাহত পুথিখন প্ৰস্তুত হৈ উঠিল। লগে লগে তেওঁ তাক 'Sacontala or the Fatal Ring : an Indian Drama' শিৰোনামাৰে কলিকতাৰপৰা প্ৰকাশ কৰি উলিয়ায়। প্ৰস্তুত খুৰি দিয়া পাতনিত তেওঁ ভাৰতীয় ছেক্সপীয়েৰৰ বিষয়ে আলোচনা আগবঢ়ালে। লগতে ইংৰাজ পণ্ডিতসকলক সংস্কৃত শিকি কালিদাসৰ অন্যান্য গ্ৰন্থবোৰ ইংৰাজীলৈ ভাঙিবলৈ আহ্বান জনালে।

ইউৰোপ গৈ পোৱাৰ পাছত শকুন্তলাই ইতিপূৰ্বে আৰব্যউপন্যাসে কৰাতকৈও অধিক উত্তেজনা সৃষ্টি কৰিলে। ইউৰোপৰ সাময়িকীবিলাকত গ্ৰন্থখনৰ সমীক্ষা ওলাল। সমীক্ষকসকলে একমুখে স্বীকাৰ কৰিলে যে ভাৰতেও বিশ্ব সাহিত্য-ভাণ্ডাৰলৈ বিশিষ্ট অৰিহণা যোগাইছে। অৱশ্যে এচাম খ্ৰীষ্টীয়-ইহুদী ধৰ্মীয় সমালোচকে নাটকৰ নায়ক দুষ্যন্ত বহুপত্নীক, তেওঁৰ প্ৰাসাদত অগণন নাৰীৰ সমাবেশ হৈছিল বুলি নাক কোচালে। তেওঁলোকৰ খেনোও সেইবাবে কালিদাসক শ্বেক্সপীয়াৰতকৈ হেয় প্ৰতিপন্ন কৰাৰ ধৃষ্টতা দেখুৱালে। তথাপি পৰৱৰ্ত্তী সাত বছৰৰ ভিতৰত গ্ৰেট বৃটেইনত 'শকুন্তলা'ৰ তিনিটা সংস্কৰণ ছপা হ'ল। তাৰ লগে লগে গ্ৰন্থখনি খৰতকীয়া কৈ জাৰ্মান, ফৰাছী আৰু ইটালীয় ভাষালৈ অনূদিত হৈ ওলাল। জাৰ্মান অনুবাদ পঢ়ি হাৰ্ডাৰ আৰু মহাকবি গ্যেটে বৰ অভিভূত হৈ পৰিল। গ্যেটে স্বৰচিত গীতৰে নিজৰ মনৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিলে।

ফৰাছী বিদ্ৰোহৰ দৰে উত্তেজনাময় এচোৱা কালত শকুন্তলাৰ ভাঙনি ইউৰোপত এক সজীৱ আলোচনাৰ বিষয়বস্তু হৈ পৰিল। অতি কম সংখ্যক লোকেহে ইয়াক সন্দেহৰ চকুৰে চাইছিল। এই সংখ্যা লঘিষ্ঠ গোটটোৰ সমালোচনাৰ উত্তৰ দিবলৈ উইলিয়াম জোন্সে অকণো কান-সাৰ নকৰিলে।

এয়া আছিল শকুন্তলাৰ ইউৰোপ গমনৰ পৃষ্ঠভূমি।

চাৰ উইলিয়াম জোন্সে আশা কৰাৰ দৰেই ইয়াৰ পাছত তেওঁৰ দেশবাসীয়ে সংস্কৃত শিকি কালিদাসৰ ৰচনা অনুবাদত মনোযোগ দিছিল। আজি কালি আমি অভিজ্ঞানশাকুন্তলমৰ ইংৰাজী অনুবাদেই সৰহীয়াকৈ দেখিবলৈ পাইছোঁ। তাৰ কাৰণ দুটাঃ (১) এচাম ইংৰাজে জোন্সৰ পদাঙ্ক অনুসৰণ কৰিয়েই পাশ্চাত্যত এই নাটককে আদি কৰি তাৰ ওপৰত কৰা আশাসুধীয়া অধ্যয়ন; (২) বৃটিছ শিক্ষাৰ কবলত পৰি ভাৰতীয় পণ্ডিতসকলে ইংৰাজীক অধ্যয়ন আৰু ভাবপ্ৰকাশৰ মাধ্যমৰূপে লোৱাটো।

জোন্সৰ বহুত পিছত ১৮৫৩ চনত মনীয়েৰ উইলিয়ামচে হেটফোৰ্ডৰপৰা শকুন্তলাৰ অন্য এটা অনুবাদ প্ৰকাশ কৰে। এই গ্ৰন্থৰ ভালেমান সংস্কৰণ একাধিক ঠাইৰপৰা প্ৰকাশ পোৱাটো উল্লেখযোগ্য। হেটফোৰ্ডৰপৰা তিনিটা, লণ্ডনৰপৰা চাৰিটা, ভাৰতৰ দিল্লী আৰু বাৰানসীৰপৰাও ইয়াৰ একাধিক সংস্কৰণ প্ৰকাশিত হয়। অধ্যাপক হোৰাচ উইলচনেও ইয়াৰ সুন্দৰ অনুবাদ আগবঢ়ায়। টি. হোল্ম, টি. জি. জেনিংচ- এ. এম. ৰাইট. আৰ্থাৰ ৰাইডাৰ. জন মিটচেল. এম বি এমেনৌ. এইচ. উল্লিউ. ৰেলচ. প্ৰভৃতি বিদেশী পণ্ডিতে ইংৰাজীলৈ শকুন্তলাৰ ভৰ্জমা কৰাটো উল্লেখযোগ্য। এইদৰে ইংৰাজীলৈ শকুন্তলাৰ ভাঙনি কৰা ভাৰতীয়সকলৰ ভিতৰত আনন্দৰাম বৰুৱা, এন. বি. গোড়বোলে. পি. এন. পটঙ্কৰ. কৃষ্ণকমল ভট্টাচাৰ্য কালিপদ মুখাৰ্জী. টি. ই. শ্ৰীনিবাস চাৰিয়াৰ. কালিকেশ বন্দোপাধ্যায়. সাৰদাৰঞ্জন ৰায়. ৰবি দত্ত. উপেন্দ্ৰ নাৰায়ণ মজুমদাৰ. মূৰ্ত্তি ভেঙ্কটেশ আয়েঙ্গাৰ. বেলাল বোস. আৰ. ডি কৰ্মকাৰ. টি এভি. দীক্ষিতাৰ. শক্ৰজিৎ দাসগুপ্ত. এস ৰাঙ্গচাৰ. এবি গজেন্দ্ৰ গডকাৰ. এম আৰ কালে চিআৰদেৱধৰ আদি প্ৰধান। ১৯৮৯ চনৰ পৰা ১৯৬৬ চনলৈ ইংৰাজীত এই নাটকৰ মুঠ ৫১ টি অনুবাদ প্ৰকাশ পাইছে।

শকুন্তলাৰ জোন্সকৃত অনুবাদটিৰ আলমলৈ জাৰ্মান আদি ভাষালৈ হোৱা ইয়াৰ ভাঙনিৰ কথা ওপৰত কৈ অহা হৈছে। ১৭৯১ চনত জৰ্জ ফোৰ্ষ্টাৰে পোনতে শকুন্তলাৰ জাৰ্মান অনুবাদ কৰি উলিয়ায়। এই অনুবাদ পঢ়ি হাৰ্ডাৰ আৰু কৰি গ্যেটে আনন্দত আত্মহাৰা হয়।হাৰ্ডাৰে এই অনুবাদৰ লগত স্বৰচিত প্ৰশস্তি জোৰা দি তাক ১৮০৩ চনত আকৌ প্ৰকাশ কৰে। ইফালে গ্যেটে আনন্দৰ আতিশয্য ঢাকিব নোৱাৰি গীতি কবিতাৰ মাধ্যমত নিজ প্ৰতিক্ৰিয়া এইদৰে প্ৰকাশ কৰে ঃ

Willst du die Blüthe des frühen,
die Früchte des spatern jahres,
Willst du was reüzt und entzuckt,
willst du was suttigt und nahrt,
Willst du den Himmel, die Erde,
mit einem Namen begreifen,
Nenn'ich Cakuntala dich,
und so ist alles gesagt.

কবি গ্যেটৰ প্ৰশস্তিৰ সংস্কৃত অনুবাদ এনেদৰে পোৱা যায় ঃ-

বাসন্তং কুসুমং ফলং চ যুগপদ্ গ্ৰীষ্মস্য সৰ্বে চ যদ্
যচ্চান্যন্মনসো ৰসায়নমতঃ সন্তৰ্পণং মোহনম্।
একীভূতমভূতপূৰ্বমথৱা স্বৰ্লোকভূলোকয়ো-
ৰৈশ্বৰ্যং যদি বাঞ্ছসি প্ৰিয়সখে শাকুন্তলং সেব্যতাম্॥

অৰ্থাৎ যদি তুমি বসন্ত ঋতুৰ ফুল আৰু গ্ৰীষ্ম ঋতুৰ ফল একেলগে পাবলৈ বিচৰা, আৰু আত্মাক মোহিত কৰা, প্ৰসন্ন কৰিবলৈ সমৰ্থ, আৰু সেইদৰে পুষ্ট কৰিবলৈ সক্ষম ৰসায়ন, তথা পৃথিৱী আৰু স্বৰ্গক একেলগে পাবলৈ বাঞ্ছা কৰা তেনেহ'লে শাকুন্তলম্ অধ্যয়ন কৰা, তাত সকলো পাবা।

ফোৰ্ষ্টাৰৰ অনুবাদে হাৰ্ডাৰকো আনন্দত আপ্লুত কৰে। ইয়াৰদ্বাৰা অনুপ্ৰাণিত হৈ তেওঁ এখানি পত্ৰ লিখে। ১৮০৩ চনত তেওঁফোৰ্ষ্টাৰৰ অনুবাদটিৰ ২য় সংস্কৰণ উলিয়াওঁতে নিজা বৰ্ষীয়াকৈ তাৰেসৈতে এক প্ৰশস্তি সংযোজন কৰে। ফোৰ্ষ্টাৰে কৰা অভিজ্ঞানশাকুন্তলমৰ জাৰ্মান অনুবাদ পঢ়ি ফ্ৰিড্ৰিখফন শ্লেগেলে সংস্কৃত অধ্যয়ন কৰিবলৈ অনুপ্ৰেৰণা পায়। ফোৰ্ষ্টাৰৰ এই অনুবাদে প্ৰকৃততে জাৰ্মান মধ্যবিত্ত লোকসকলৰ ওপৰত বাৰুকৈয়ে প্ৰভাৱ পেলায়।

১৮৫৫ চনত ফ্ৰিড্ৰাখ ৰুকাৰ্টে প্ৰথমবাৰলৈ পোনে পোনে সংস্কৃত ভাষাৰপৰা শকুন্তলা নাটক জাৰ্মানলৈ অনুবাদ কৰি উলিয়ায়। ১৭৯১-১৯৬০ চনৰ ভিতৰত কমেও ২৫টা শকুন্তলাৰ জাৰ্মান অনুবাদ প্ৰকাশিত হয়।

ফোৰ্ষ্টাৰৰ জাৰ্মান অনুবাদৰ আলম লৈয়েই ফৰাছী আৰু ইটালীয় ভাষাতো অভিজ্ঞানশাকুন্তলমৰ অনুবাদ প্ৰকাশিত হৈ ওলায়। ১৮০৩ চনত পোনতে ব্ৰুগুইৰে(Bruguire) পেৰিচৰপৰা এই নাটকৰ অনুবাদ প্ৰকাশিত কৰে। তাৰ পাছত ১৮৩০ চনত চেজীয়ে (Chezy) এই নাটকৰ ফৰাছী অনুবাদ প্ৰকাশ কৰে। জাৰ্মান কবি গ্যেটেই চেজীলৈ শকুন্তলা নাটকৰ প্ৰশংসা কৰি চিঠি লিখিছিল

বুলি জনা যায়। ইয়াৰ পাছত গঁটিৰে (১৮৩০), হিপোলাইট ফাউচে আৰু আবেল বাৰ্গেনেই (১৮৮৪) একোটিকৈ শকুন্তলাৰ ফৰাছী অনুবাদ প্ৰকাশিত কৰে। ১৮০৩ চনৰপৰা ১৯৪৩ চনৰ ভিতৰত ফৰাছী ভাষাত প্ৰায় এক ডজনমান অভিজ্ঞানশাকুন্তলমৰ অনুবাদ প্ৰকাশ পায়।

ফোষ্টাৰে কৰা ডাচ্চ অনুবাদ এটি ১৭৯২ চনত পোনতে প্ৰকাশিত হয়। ইয়াৰ কিছু বছৰ পাছত পণ্ডিত কেৰ্ণকৃত অন্য এটি অনুবাদ ১৮৬২ চনৰ ডাচ্চ ভাষাত প্ৰকাশিত হয়। ১৭৯৩ চনতেই ডেনিচ ভাষাত হান্স ওৱেষ্টে অভিজ্ঞান শাকুন্ত মৰ অনুবাদ প্ৰকাশ কৰে। ১৮৪৫ চনত মাৰ্টিনা হেমেৰিশ্চ অনূদিত শকুন্তলা পুনশ্চ ডেনিচ ভাষাত প্ৰকাশ পায়। এইদৰে ফোষ্টাৰৰদ্বাৰা কৃত অভিজ্ঞানশাকুন্তলমৰ অনুবাদে জাৰ্মান ভাষাৰপৰা নিসৃত ভাষা সমূহতো অনুবাদৰ ঢৌ তোলে।

অষ্টাদশ শতিকাৰ উত্তৰাৰ্ধত ৰুছ পাঠকসকলেও অভিজ্ঞানশাকুন্তলমৰসৈতে পৰিচিত হয়। প্ৰসিদ্ধ ৰুছ লিখক এন.এম, কৰৈমজিনে কৰা অভিজ্ঞানশাকুন্তলমৰ ৪ৰ্থ অঙ্কলৈকে কৰা অনুবাদ ১৭৯২ চনত প্ৰকাশিত হয়। ইয়াৰ ভূমিকাত তেওঁ কৈছেঃ 'এই নাটকৰ প্ৰতি পৃষ্ঠাতে আমি উচ্চতম কাব্যাত্মক সৌষ্ঠৱ, সুকুমাৰতম ভাৱনা, বসন্ত ঋতুৰ শান্তিময় বিভাৱৰীৰ দৰে কোমল, উৎকৃষ্ট আৰু অবৰ্ণনীয় মাধুৰী, পৰিত্ৰতম আৰু অদ্বিতীয় প্ৰকৃতি চিত্ৰণ আৰু শ্ৰেষ্ঠ মানৱ কলাৰ দৰ্শন পাও। এই নাটকক প্ৰাচীন ভাৰতৰ অন্যতম চিত্ৰ-ঠিক সেই প্ৰকাৰৰ বুলি ক'ব পাৰি যেনেদৰে হোমাৰৰ ৰচনাত প্ৰাচীন গ্ৰীচৰ চিত্ৰ পোৱা যায়, য'ত সেই দেশৰ পুৰণি অধিবাসীসকলৰ স্বভাৱ, আচাৰ-ব্যৱহাৰ তথা ৰীতি-নীতি দেখিবলৈ পোৱা যায়। আমাৰ মানত কালিদাস হোমাৰৰ সমান। এই দুয়োজন কৱিয়ে প্ৰকৃতিৰ হাতৰপৰা তুলিকা লাভ কৰিছিল আৰু দুয়োজনেই প্ৰকৃতিৰ অভিৰাম চিত্ৰ অঙ্কিত কৰিছে।'

১৮৭৯ চনত অলেক্সে পুত্যাতাই মূল সংস্কৃতৰপৰা অভিজ্ঞানশাকুন্তলম ৰুছ ভাষালৈ অনুবাদ কৰে। ১৮৯০ চনত বোলোৎস্কীয়ে শাকুন্তলম, ৰঘুবংশ আৰু মেঘদূতৰ অনুবাদ একেলগে 'সংস্কৃতকাব্য' নামে প্ৰকাশ কৰে। ১৯১৬ চনত কালিদাসৰ তিনিওখন নাটকৰ সুন্দৰ কলাত্মক সৌষ্ঠবেৰে পৰিপূৰ্ণ অনুবাদ মস্কোৰপৰা প্ৰকাশ পায়। তাৰ ভূমিকাত পণ্ডিত ওল্ডেনবাৰ্গে কালিদাসৰ কাব্য আৰু ভাৰতীয় কাব্যৰ বিষয়ে সুন্দৰ মন্তব্য দাঙি ধৰে।

চীনা ভাষাত এতিয়ালৈকে অভিজ্ঞানশাকুন্তলমৰ ৭টা অনুবাদ প্ৰকাশ পাইছে। ১৯০৭ চনত প্ৰকাশিত মেন্দুজুকৃত অনুবাদ উল্লেখযোগ্য। ইয়াৰ উপৰিও পৃথিৱীৰ অন্যান্য ভালেমান ভাষাত এই নাটকৰ বহুতো অনুবাদ প্ৰকাশিত হৈছে। তাৰে কেইটিমান অনুবাদ উল্লেখ কৰা হ'ল। বেলজিয়ান ভাষাত কৰা কটন গেৰাৰ্ডৰ অনুবাদ (১৯৫২), বোহেমিয়ান ভাষাত Vyprpion কৃত অনুবাদ (১৮৭৩), ৰীনিচ (Vynis) আৰু হুবিনকৃত (১৯৪৪), চেক অনুবাদ, বুডাপেষ্টৰপৰা প্ৰকাশিত হাঙ্গেৰিয়ান ভাষাত ফিওক কেৰোলিকৃত অনুবাদ (১৮৮৭), গুলে ছুপাৰ্ডিয়ে কৰা ইণ্ডোনেচিয়ান অনুবাদ (১৯৬২), আইচলেণ্ডিচ ভাষালৈ কৰা থোৰাটেইনচনৰ অনুবাদ, জাভানী ভাষালৈ কৰা হাৰ্ডজানাৰ (Hardjana) অনুবাদ (১৯১২),

হিকমত আলি আচগৰকৃত পাৰ্চী ভাষানুবাদ (১৯৫৫), ৱাৰ্থৰপৰা প্ৰকাশিত (১৮৬১) গ্ৰেবোস্কিকৃত পোলিচ অনুবাদ প্ৰধান। ইয়াৰ উপৰিও লেটিন, পটুৰ্গীজ, স্পেনীচ, চুইডিচ, তুৰ্কী আদি ভাষালৈ অভিজ্ঞানশাকুন্তলম অনূদিত হৈছে।

জাৰ্মানত ইয়াৰ আলমত নাট্যৰূপ মঞ্চস্থ হোৱা বুলি জনা যায়। ১৯৫৭ চনত চীনৰ ৰজমঞ্চ শকুন্তলা নাটক মঞ্চস্থ হয়। আমেৰিকাৰ কেলিফোৰ্ণিয়া ৰাজ্যৰ চেক্ৰোমেণ্টো নামে ঠাইত এক নাট্য দলে শকুন্তলাৰ সফল অভিনয় প্ৰস্তুত কৰে। ভাৰতৰ ঠায়ে ঠায়ে ইয়াৰ অভিনয় হৈ আছে। হিন্দীত ভি, শান্তাৰামে আৰু অসমীয়াত ডঃ ভূপেন হাজৰিকাই নিজ নিজ চিত্ৰনাট্যৰে কথাচিত্ৰ প্ৰস্তুত কৰাটো উল্লেখযোগ্য।

## ভাৰতত শকুন্তলাচৰ্চা

ভাৰতৰ প্ৰায়বোৰ ৰাজ্যিক ভাষাতেই মহাকবি কালিদাসৰ অভিজ্ঞানশাকুন্তলমৰ একাধিক অনুবাদ প্ৰকাশিত হৈছে। উনবিংশ শতিকাৰ মাজভাগত বঙালিভাষাত আমাৰ নাটকৰ অনুবাদ প্ৰকাশ হয়। সম্ভৱতঃ প্ৰথম বঙালি অনুবাদক স্বৰ্গীয় ৰাম নাৰায়ণ তৰ্কৰত্ন। তেওঁৰ অনুবাদৰ ২য় সংস্কৰণ ১৮৬৯ চনত কলিকতাৰপৰা প্ৰকাশ পায়। নন্দকুমাৰ ৰায়ৰ অনুবাদ ওলায় ১৮৮২ চনত আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ অনুবাদ ওলায় ১৮৮৯ চনত। ইয়াৰ পাছত ক্ৰমে গোবিন্দ চন্দ্ৰ ৰায় (১৮৯৩), বি, বি, গোস্বামী (১৮৯৫), হৰিপদ চৌধুৰী আৰু জ্যোতিৰ্নাথ ঠাকুৰে কৰা অনুবাদ (১৮৯৮) প্ৰকাশিত হয়। বঙালি ভাষাত চৈধ্যটিমান শকুন্তলাৰ অনুবাদ প্ৰকাশ পাইছে।

অসমীয়া ভাষাত এতিয়ালৈ মাত্ৰ দুটাহে শকুন্তলাৰ অনুবাদ প্ৰকাশ পাইছে। প্ৰথমটি লম্বোদৰ বৰাৰ আনটি অতুল চন্দ্ৰ হাজৰিকাকৃত অনুবাদ। কহিমা হাইস্কুলৰ তেতিয়াৰ প্ৰধান শিক্ষক লম্বোদৰ বৰাদেৱে নিজ খৰচেৰে তেওঁৰ অনুদিত 'শকুন্তলা পুথিখন ১৮০৯ শকৰ (১৮৮৭ চনৰ) ভাদত কলিকতাৰপৰা ছপা কৰি উলিয়ায়। পুথিৰ পাতনিৰ শেহত তেখেতে আশা প্ৰকাশ কৰি লিখিছে: 'সব শেহত আমাৰ আৰু অসমীয়া হিতৈষী বন্ধুসকলৰ ওচৰত প্ৰাৰ্থনা, তেওঁলোকে যেন এই কিতাপৰ একোখন গ্ৰহণ কৰি আমাক ভৱিষ্যতলৈ উৎসাহিত কৰে।' সেই তাঙৰণৰ পুথি শেষ হোৱাত সম্ভৱতঃ (আমাৰ হাতত সঠিক তথ্য নাই) ১৯২৪ চন মানত মহাদেৱ শৰ্মাই ইয়াৰ দ্বিতীয় সংস্কৰণ এটি প্ৰকাশ কৰে। তাৰে পোন্ধৰ বছৰ পিছত ১৯৩৯ চনৰ চেপ্তেম্বৰত নলবাৰীৰ বিশিষ্ট লেখক আৰু পুথি আৰু ছপাশালৰ ব্যৱসায়ী হৰিনাৰায়ণ দত্তবৰুৱাই শকুন্তলাৰ তৃতীয় সংস্কৰণ প্ৰকাশ কৰে। বহু বছৰৰ পিছত অসম প্ৰকাশন পৰিষদে লম্বোদৰ বৰা ৰচনাৱলী প্ৰকাশ কৰোঁতে (১৯৮৩) 'শকুন্তলায়ো' তাৰ শেহত ঠাই পায়। ১৯৪৮ চনত হাজৰিকাকৃত অনুবাদৰ ২য় সংস্কৰণ প্ৰকাশিত হয়।

১৯০০-১৯৬১ চনৰ ভিতৰত উৰিয়াভাষাত শকুন্তলাৰ ছটা অনুবাদ প্ৰকাশিত হয়। অনন্ত ৰয়ে কৰা ১ম অনুবাদটি প্ৰকাশিত হয় কটকৰপৰা ১৯০০ চনত। বৈষ্ণৱ পাণী, গোপালকৃষ্ণ পাণ্ডা, ধনেশ্বৰ মহাপাত্ৰ অন্যান্য অনুবাদক।

হিন্দীভাষাত এতিয়ালৈ পয়ত্ৰিশটামান শকুন্তলাৰ অনুবাদ প্ৰকাশ হৈছে। ১৮৭৬ চনৰপৰা ১৮৯০ চনৰ ভিতৰতে হিন্দীত ছটা অনুবাদ প্ৰকাশিত হয়। ৰাজা লক্ষ্মণ সিং, কেউৰিক পিনকোট (১৮৭৬), নন্দলাল ডুবে (১৮৮৮), গণেশ লাল প্ৰসাদৰ (১৮৯০) সম্পাদনাত ওলোৱা অনুবাদবোৰ তাৰ ভিতৰত উল্লেখনীয়। কুৰি শতিকাৰ প্ৰথম দশকৰ পৰা এতিয়ালৈকে হিন্দী ভাষাত শকুন্তলাৰ অনুবাদ সহ মূল নাটকৰ প্ৰকাশ বিদৰে হৈ আছে আন কোনো ভাষাতে শকুন্তলা চৰ্চাৰ তেনে প্ৰচাৰ আৰু প্ৰসাৰ দেখা নাযায়। হিন্দী অনুবাদসহ অভিজ্ঞানশাকুন্তলমৰ কেইটিমান উল্লেখযোগ্য সংস্কৰণ হৈছে: মৈথিলীচৰণ গুপ্তকৃত শকুন্তলাপত্ৰলেখন (১৯৩৫), কপিলদেৱ

দ্বিবেদীকৃত অনুবাদ (১৯৫৮), দেৱদত্তশাস্ত্ৰী সম্পাদিত গ্ৰন্থ (১৯৬১)। জৱান কাজিম আলিয়ে হিন্দীস্তানীলৈ কৰা অনুবাদ প্ৰকাশিত হয় ১৮৭৫ চনত। ১৯৩৯ চনত মৈথিলী অনুবাদসহ শকুন্তলা প্ৰকাশিত হয় ঈশনাথ ঝাৰ সম্পাদনাত।

জাভেলী লাল উমাশঙ্কৰ যাজ্ঞিকৰ গুজৰাটী অনুবাদ সহ শকুন্তলাৰ ১ম সংস্কৰণ প্ৰকাশিত হয় ১৮৬৭ চনত। ইয়াৰ একাধিক সংস্কৰণ প্ৰকাশ পায়। তাৰ পাছত বলবন্তৰাই কল্যাণৰাই ঠাকেৰে (১৯০৬;১৯৩১), মগভাই পেটেলে (১৯১৫), দলপতৰাম প্ৰাণজীৱন খাখৰে (১৯২৯), উমাশঙ্কৰ যোশীয়ে (১৯৫৫), স্ৰগ্‌ধৰা শম্ভুচন্দ্ৰ নন্দীয়ে (১৯৫৫), ডি, এল, মুনিম আৰু পি, চি চাহে (১৯৫৯), আৰু জে, এম, শুক্লই কৰা গুজৰাটী অনুবাদ প্ৰকাশিত হয়।

উনবিংশ শতিকাৰ ৭ম দশকৰপৰা ১০ম দশকলৈ মাৰাঠীত অভিজ্ঞানশকুন্তলাৰ মুঠতে ৪টা অনুবাদ প্ৰকাশিত হয়। বিংশ শতাব্দীৰ যোৱা আঠটা দশকত মাৰাঠীত শকুন্তলাৰ আৰু আঠটা অনুবাদ ওলোৱাটো উল্লেখযোগ্য। ১৮৬১ চনত পোনতে পৰশুৰাম পন্ত গোড়বোলেৰে সম্পাদনাত অনুবাদসহ অভিজ্ঞানশাকুন্তলম প্ৰকাশ হয় পুনাৰপৰা। তাৰ পাছত কৃষ্ণশাস্ত্ৰী ৰাজৱাড়ে (বোম্বে ১৮৬৯); আৰ, বি, গুঞ্জিকাৰ (বোম্বে ১৮৭০), মহাদেৱ চিমনজি আপ্তে (পুনা, ১৮৮১) বি, পি কিৰ্লোস্কাৰ (পুনা ১৮৮১) আদিৰ সম্পাদিত আৰু মাৰাঠীলৈ অনূদিত শকুন্তলা প্ৰকাশিত হয়। এই শতিকাত মাৰাঠীত শকুন্তলা চৰ্চা অধিক হৈছে।

চৰণ সিঙে কৰা অভিজ্ঞানশাকুন্তলমৰ পঞ্জাবী অনুবাদ ১৮৯৯ চনত অমৃতসৰৰপৰা প্ৰকাশিত হয়। প্যাৰা সিঙ সহিৰাই কৰা ইয়াৰ পঞ্জাবী কাব্যানুবাদ এটা দিল্লীৰপৰা ১৯৬২ চনত প্ৰকাশিত হৈছে। বলবন্ত সিঙ্ আৰু ব্ৰিজলাল শাস্ত্ৰীয়ে কৰা আন দুটা পাঞ্জাবী অনুবাদো পোৱা যায়।

সিন্ধিভাষাত কৰা একমাত্ৰ অনুবাদটি ১৯৪৬ চনত প্ৰকাশ পায়। ইয়াৰ অনুবাদক কল্যাণ বুলচান্দ আদৱানি।

শ্যামলাল শৰ্মাকৃত একমাত্ৰ ডোগ্ৰী অনুবাদটি এতিয়াও অপ্ৰকাশিত অৱস্থাতে আছে।

উৰ্দুভাষাত অভিজ্ঞানশাকুন্তলমৰ পাঁচটা অনুবাদ প্ৰকাশ পোৱা কথা জনা যায়। ১৯৩৯ চনত পোনতে চৈয়দ আখতাৰ হুচেইন ৰাজপুৰীয়ে কৰা অনুবাদ প্ৰকাশিত হয়। তাৰপাছত কুইডচিয়া জৈদি (১৯৫৭), সৰগৰ নিজামি (১৯৬০), মন্নৰাৰ নাখনাৱি (১৯৬৩) আৰু কৃষ্ণচান্দ মেৱাকৃত অনুবাদ প্ৰকাশিত হয়।

নেপালীত অনূদিত শকুন্তলাৰ একমাত্ৰ সংস্কৰণটি ১৯৫৮ চনত প্ৰকাশ পায়। লেখনাথে কৰা এই অনুবাদৰ প্ৰকাশৰ কাঠমাণ্ডুস্থিত নেপাল একাডেমী।

নব্যভাৰতীয় আৰ্যভাষাবোৰত হোৱাৰ দৰে দক্ষিণ ভাৰতৰ দ্ৰাবিড় গোষ্ঠীভুক্ত নব্য ভাষাবোৰলৈকো অভিজ্ঞানশাকুন্তলমৰ অনুবাদ প্ৰচুৰভাৱে হৈছে। সম্ভৱতঃ মালায়ালাম ভাষাতে শকুন্তলাৰ অনুবাদ পোনতে হৈছিল। ১৮৬১ চনৰপৰা ১৯৭০ চনলৈ এই ১১০ বছৰীয়া কালছোৱাত অভিজ্ঞানশাকুন্তলম্ নাটকৰ মালয়ালাম অনুবাদসহ ত্ৰিশটা সংস্কৰণ ছপা হৈ ওলায়। ৰামবৰ্মাকৃত প্ৰথম অনুবাদটি ১৮৬১ চনত কোট্টায়ামৰপৰা প্ৰকাশিত হয়। ইয়াৰ বহুপিছত ৰাজৰাজ বৰ্মাৰ অনুবাদ

(১ম সংস্কৰণ ১৯১৩), এ গোবিন্দ পিল্লাইকৃত অনুবাদসহ (১৯১৪) আন দুটি সংস্কৰণ প্ৰকাশিত হয়। ১৯৩০ চনৰপৰা ১৯৬০ চনৰ ভিতৰত প্ৰায় ১৭ টা মালায়ালাম অনুবাদ ওলোৱাটো মন কৰিবলগীয়া কথা।

১৮৬৯-১৯৭০ চনৰ মাজৰ এশ বছৰত কানাড়া ভাষাত শকুন্তলাৰ এঘাৰটা অনুবাদ ওলায়। ইয়াৰে প্ৰথমটি অনুবাদ প্ৰকাশ পায় ১৮৬৯ চনত। অনুবাদক শেষগিৰি ৰাও ৰামচন্দ্ৰ চূড়ামৰি। ১৯৩৪ চনলৈ ইয়াৰ চাৰিটা সংস্কৰণ প্ৰকাশ পায়। ইয়াৰ পাছত ১৮৮৩ চনত এম, বাসপ্পা শাস্ত্ৰীৰ সম্পাদনাত অভিজ্ঞানশাকুন্তলমৰ কানাড়া অনুবাদ প্ৰকাশিত হয়। ইয়াৰ পিছলৈ ক্ৰমে মুদ্দি কৃষ্ণৰাজ ৰাজিৱাৰ (মহীশূৰ, ১৯১৪), নৰহৰি শাস্ত্ৰী বেল্লীয়ে (বেঙ্গালোৰ, ১৯২৬) প্ৰভৃতিৰ সম্পাদিত আৰু অনূদিত (কানাড়ীত) শকুন্তলম্ প্ৰকাশ পায়। ১৯৬০ চনত ডি, ভি, গুণ্ডাপ্পাকৃত গীত শকুন্তলা প্ৰকাশিত হয়। এছ এম মল্লিকাৰ্জুনাপ্পা (১৯৫৩) আৰু বি, শিৱৰামমূৰ্তিশাস্ত্ৰীৰ (১৯৭০) অনুবাদো উল্লেখযোগ্য।

১৮৮৬ চনৰপৰা ১৯৬৫ চনলৈ অভিজ্ঞানশকুন্তলাৰ নটা তামিল অনুবাদ প্ৰকাশিত হয় প্ৰথম তামিল অনুবাদক ৰামচন্দ্ৰ। পেৰিচনৰপৰা কৰাটী অনুবাদসহ ই প্ৰকাশিত হৈছিল। তাৰ পাছত আটিকাল মাৰাই মালাই (মাদ্ৰাজ, ১৯৭০, ১৯৩৪, ১৯৬০), এছ, ভৱানন্দম পিল্লাই (১৯১২), পি, সম্বন্ধমুদালিয়াৰ (মাদ্ৰাজ, ১৯২৯), আৰ্ ৰাঘৱাঙ্গাৰ (মাদ্ৰাজ ১৯৩৮) আদিৰ তামিল অনুবাদ প্ৰকাশিত হয়।

কানাড়া, তামিল আৰু মালায়ালাম ভাষা-ভাষীতকৈ তেলেগু ভাষা-ভাষীসকলৰ মাজত শকুন্তলাৰ জনপ্ৰিয়তা যে অধিক তাক যোৱা এশ বছৰৰ ভিতৰত তেলেগু ভাষাত হোৱা নাটকৰ সংখ্যাধিক অনুবাদে প্ৰমাণ কৰে। ১৮৭০ চনৰপৰা ১৯৬৫ চনলৈকে এই প্ৰায় এশ বছৰৰ ভিতৰত তেলেগুভাষাত কমেও বত্ৰিশটি অভিজ্ঞানশাকুন্তলমৰ অনুবাদ প্ৰকাশিত হয়। এম, শেষচৰ্যুলুৱে কৰা প্ৰথম তেলেগু অনুবাদটি প্ৰকাশিত হয় ১৮৭০ চনত। পি, ভি, ৰঙ্গাচাৰ্যই কৰা অনুবাদ ১৮৭২ চনত প্ৰকাশিত হয়। ইয়াৰ পাছত ১৮৭৪ চনত ৰামানুজ টটাচাৰ্যকৃত অনুবাদ, ১৮৮৩ চনত বেঙ্কটাৰ্য শাস্ত্ৰী বেদমৰ অনুবাদ (১৮৯৬ আৰু ১৯৫৫ চনত আৰু দুটা সংস্কৰণ ওলায়) আৰু দাচু শ্ৰীমুলু পন্টুলুৰ অনুবাদ ১৮৮৩ আৰু ১৯৩১ চনত প্ৰকাশিত হয়। কুৰি শতিকাত তেলেগু ভাষীৰ মাজত এই নাটকে অধিক জনপ্ৰিয়তা লাভ কৰে। যোৱা ৭/৮ দশকৰ ভিতৰত তেলেগুত ছাবিশটামান অনুবাদ প্ৰকাশ পোৱাটোৱে তেনে ইঙ্গিত কৰে। তাৰ ভিতৰত উল্লেখনীয় গোটাদিয়েক অনুবাদ হৈছেঃ এম্ মল্লিকাৰ্জুন কৱিকৃত অনুবাদ (১৯০৮), এম ভুজঙ্গৰাৱকৃত অনুবাদ (১৯১৯), ব্যাসাচাৰ্যকৃত অনুবাদ (১৯২৮), এম, ৰামকৃষ্ণকৃত অনুবাদ (১৯৫৪), ভেঙ্কটা সুব্ৰহ্মণ্যকৃত অনুবাদ (১৯৫৮), দুৰ্গাৰাজু ৰঙ্গাৰাওকৃত অনুবাদ (১৯৬৫) প্ৰধান।

# গ্ৰন্থসূচী

## সংস্কৃত মূলগ্ৰন্থ ঃ


অথৰ্ববেদ (শৌনক সংহিতা) সায়ণভাষ্যসহিত- সম্পাঃ বিশ্ববন্ধু, হোচিয়াৰপুৰ, ১৯৬০-৬৪।

অভিজ্ঞানশাকুন্তলম্- (অসমীয়া) অনুঃ অতুলচন্দ্ৰ হাজৰিকা। গুৱাহাটী- ১৯৪৯।

অভিজ্ঞানশাকুন্তলম্- (বঙালি) অনুঃ অমূল্য চন্দ্ৰ সেন, কলিকতা- ১৯৬৮।

অভিজ্ঞানশাকুন্তলম্ (ইং) এ বি গজেন্দ্ৰগডকাৰ, বোম্বে।

অভিজ্ঞানশাকুন্তলম্ (অৰ্থদ্যোতনিকাভাষ্যসমেত) সঃ এম্, আৰ, কালে, মতিলাল, দিল্লী, ১৯৭৭।

অভিজ্ঞানশাকুন্তলম্- (ইং) সাৰদৰঞ্জন ৰায়, কলিকতা।

অভিজ্ঞানশাকুন্তলম্- (ইং) ৰমেন্দ্ৰমোহন বোস, কলিকতা,

অভিজ্ঞানশাকুন্তলম্- (শঙ্কৰ নৰহৰি টীকা সহ) সঃ আৰ, এন, শৰ্ম্মা, মিথিলা বিদ্যাপীঠ, ১৯৫৭।

অভিজ্ঞানশাকুন্তলম্- (কিশোৰকেলি ব্যাখ্যা) সঃ কান্তানাথ তেলঙ্গ, চৌখম্বা, বাৰাণসী, ১৯৬০।

অভিজ্ঞানশাকুন্তলম্- (সুনিৰ্বাচিত পাঠ) সঃ এছ কে বেলৱালকাৰ সাহিত্য একাডেমি, নতুন দিল্লী, ১৯৬৫।

অমৰকোশঃ- সঃ অন্নদাচৰণ ভট্টাচাৰ্য্য, কলিকতা, ১৮৯২।

অৰ্থশাস্ত্ৰ- ১ ম খণ্ড, সঃ আৰ, পি, কাঙ্গলে, বোম্বে, ১৯৬০।

অষ্টাধ্যায়ী- কাশিকাবৃত্তিসহিত অনুঃ সঃ এছ, চি, বসু, মতিলাল, বাৰাণসী, ১৯৬৮।

আশ্বলায়ন গৃহ্যসূত্ৰ- আনন্দাশ্ৰম প্ৰেছ, পুণে, ১৯৩৬।

আশ্বলায়ন শ্ৰৌতসূত্ৰ- আনন্দশ্ৰম প্ৰেছ, পুণে ১৯১৭।

ইশাদিদশোপনিষদঃ- শঙ্কৰভাষ্যসহিত- সঃ জে, এল, শাস্ত্ৰী, দিল্লী, ১৯৬৪।

উত্তৰৰামচৰিত- সঃ পি, ভি, কাণে, মতিলাল, দিল্লী, ১৯৭১।

উত্তৰৰামচৰিত- সঃ জি, কে, ভাট, চুৰাট, ১৯৬৫।

ঋগ্বেদ (সায়ণভাষ্যসহ) ৪ খণ্ড- মাক্সম্যুৱেলাৰ সম্পাদিত, বাৰাণসী, ১৯৬০-৬৩।

ঐতৰেয়ব্ৰাহ্মণ- ২ খণ্ড- আনন্দাশ্ৰম প্ৰেছ, ১৯৭৭-৭৯।

ঔচিত্যবিচাৰ চৰ্চা- (ক্ষেমেন্দ্ৰ)- সঃ লাজপাত ৰায়।

কথাসৰিৎসাগৰ- সঃ জগদীশ লাল শাস্ত্ৰী, ২ য় সংস্কৰণ, মতিলাল, দিল্লী, ১৯৭৭।

কামন্দকীয় নীতিসাৰ- সঃ জ্বালাপ্ৰসাদ মিশ্ৰ, বোম্বে, ১৯১০।

কালিদাস গ্ৰন্থাৱলী- সঃ ৰেৱাপ্ৰসাদ দ্বিবেদী, বাৰাণসী, ১৯৭৬।

দশৰূপক- সঃ অনুঃ ভোলাশংকৰ ব্যাস, বাৰাণসী, ১৯৭৯।

নাট্যশাস্ত্ৰ (ভৰতকৃত) পণ্ডিত বটুনাথ শৰ্মা আৰু পঃ বলদেৱ উপাধ্যায় সম্পাদিত, চৌখম্বী, বাৰাণসী, ১৯২৬।

নাট্যশাস্ত্র- (অভিনৱ গুপ্তবিৰচিত বিবৃত্তিসহ) ১-২য় ভাগ; বৰোদা, ১৯২৬; ১৯৩৪ ক্রমশঃ।
নিৰুক্ত- অনুঃ সঃ লক্ষ্মণসৰূপ, নতুন দিল্লী, ১৯৬৭।
পদ্মপুৰাণ- আনন্দাশ্রম প্রেছ, পুণে ১৮৯৩-৯৪।
পদ্মপুৰাণ- খেমৰাজ শ্রীকৃষ্ণদাস, বোম্বে।
পাৰস্কৰগৃহ্যসূত্র- শ্রীধৰ শাস্ত্রী পাঠক সম্পাদিত।
ভৱভূতি গ্রন্থাৱলী- অনুঃ ৰামপ্রতাপ ত্রিপাঠী।
ভাসনাটকচক্রম্- চি, আৰ, দেৱধৰ, পুণে, ১৯৩৭।
মহাভাৰত- গীতা প্রেছ।
মহাভাৰত- ৪ খণ্ড- ভাণ্ডাৰকৰ প্ৰাচ্য সংশোধন মণ্ডল, পুণে, ১৯৭১।
মহাভাৰত- নীলকণ্ঠীকাসহ, চিত্রশালা প্রেছ, পুণা ১৯২৯-১৯৩৩।
মৎস্যপুৰাণ- জীৱানন্দবিদ্যাসাগৰ সম্পাদিত, কলিকতা, ১৮৭৬।
মনুস্মৃতি- চৌখম্বা, বাৰাণসী, ১৯৩৫।
মালৱিকাগ্নিমিত্রম্- ৰামচন্দ্ৰ মিশ্রকৃত ব্যাখ্যা, চৌখম্বা, বাৰাণসী, ১৯৫১।
ৰাজতৰঙ্গিনী- ড° ষ্টেইন সম্পাদিত।
ৰামায়ণ (বাল্মীকিকৃত)- ৭ খণ্ড, সঃ জি, আৰ, ভট্ট, ওৰিয়েণ্টাল ইনষ্টিটিউট, বৰোদা, ১৯৬০-৭৬।
লম্বোদৰ বৰা ৰচনাৱলী, সঃ নন্দ তালুকদাৰ, অসম প্রকাশন পৰিষদ, গুৱাহাটী- ২১, ১৯৮৩
বায়ুপুৰাণ- আনন্দাশ্রম প্রেছ, পুণে, ১৯০৫।
বিষ্ণুপুৰাণ- পুৰাণ প্রকাশন মণ্ডলি, ৱাই, ১৯০৩।
বিক্রমোৰ্ৱশীয়ম্- (ৰঙ্গনাথ, কোনেশ্বৰ, কাটযৱেমকৃতটীকা সহ) সংস্কৃত একাডেমি, ওচমানিয়া বিশ্ববিদ্যালয় হায়দৰবাদ, ১৯৬৬।
বিক্রমোৰ্ৱশীয়ম- (ইংৰাজী, মাৰাঠী, হিন্দী, গুজৰাট অনুবাদ সহ) আদ্রীশ প্রকাশন, বোম্বে, ১৯৭১।
বুদ্ধচৰিত- সঃ সূৰ্য্যনাৰায়ণ চৌধুৰী।
ৱৈয়াকৰণমহাভাষ্য- মতিলাল, দিল্লী, ১৯৬৭।
শতপথব্ৰাহ্মণ- সঃ ৱেবাৰ, চৌখম্বা, বৰাণসী, ১৯৬৪
শ্রীমদ্ভাগৱৎপুৰাণ- নিৰ্ণয়সাগৰ প্রেছ, ১৯৫০।
শ্রীমদ্ভাগৱদ্‌গীতা- সঃ অনুঃ জগদীশচন্দ্র ঘোষ, কলিকতা।
শ্রৌতকোশঃ- ২ খণ্ড- সঃ কাশীকাৰ, বৈদিক সংশোধন মণ্ডল, পুণে, ১৯৫৮।
সাহিত্যদৰ্পণম্- সঃ বিমলাকান্ত মুখোপাধ্যায়, কলিকতা, ১৯৭৫।
সৌন্দৰানন্দম্- সঃ সূৰ্য্যনাৰায়ণ চৌধুৰী।

প্রাসঙ্গিক গ্রন্থ, প্রবন্ধাদি ঃ-


Agrawala, V.S. Siva Mahadeva, Veda Achademy, Varanasi,
Banarjee, G.N. Hellenism in Ancient India,
Cannon, Garland, Oriental Jones, Delhi, 1964,
Chakladar, H.C. Geography of Kalidasa, Calcutta. 1963,
Chottopadhyaya, K.C. The Date of Kalidasa. Allahabad Univ. Studies, 11, 1926.
Iyenger, V.G. A Concise History of Classical Sanskrit Literature, 1965.
Karmarkar, R.D. Kalidasa, Dharwar, 1960.
Keith, A.B. The Sanskrit Drama, 1959.
Ketkar, D. V., Date of Kalidasa, Pune, 1960.
Ghosh, Aurobindo, Kalidasa, Pondichery, 1964.
Mansinh, M. Kalidasa and Shakespeare, Motilal, Delhi, 1969.
Mirashi, V.V. and Navalkar. Kalidasa, Bombay, 1959.
Mirashi, V.V. Bhavabuti.
Panda, Pitambar, Kalidasa in his own words, Balasore, 1960.
Paradkar, M.D.A Critical Study of Malavikagnimitram.
Pande.C. Kalidasa (Hindi) Benares.
Pargiter, F E., Ancient Indian Historical Tradition ; Motilal, Delhi, 1972.
Pusalkar, A.D. Bhasa, A. Study, 1945
Raghavan, V. Kalidasa, Publication Division, Govt. of India, Delhi, 1966.
Raghavan, V. Love in the Poems and Plays of Kalidasa,
Raja, C. Kunham, Kalidasa, Andhra University, Waltiar, 1956.
Raja, C. Kunhan, A Survey of Sanskrit Literature, Bharatiya Vidya Bhavan, Bombay– 7, 1962.
Rao, Venkanta Krishna, A Handbook of Classiacal Sanskrit Literature, Orient Longmans, Bombay, 1961.
Ryder, W. Kalidasa, Translation of Sakuntala & other works, London.
Sarmah, T. The Bharadvajas in Ancient India (A Thesis Submitted to the Poona University in 1980) For Historical traces of the Bharatas.
Sharma, H.D. Padma Purana and Kalidasa.
Sharma, M.M. Upama Kalidasasya (a collection of articles in Assamese), Guwahati, 1972.
Tagore, Rabindranath, Pracin Sahitya, (Bengali) Visva bharati, Calcutta, 1970.
Tiwari, Ramasankar, Mahakavi Kalidasa (Hindi), Chowkhamba, Varanasi– 1, 1972.
Winternitz, A History of Indian Literature Vol. III, Reprint, Motilal, Delhi, 1985.